SANSKRIT SAHITYAR BURANJI : An analytical appraisal of different aspects of Sanskrit Literature written by Sri Haramohan Dev Goswami, M.A., B.T. Guwahati and Published by Sri Binod Nath, Book Land, Guwahati-1.

*First Published* : *August, 1977*
*Second Published* : *September, 1988*
*Third Published* : *September, 1992*

প্ৰকাশক :
শ্ৰীবিনোদ নাথ
বুকলেণ্ড
পাণবজাৰ, গুৱাহাটী-১
( অসম )

প্ৰথম প্ৰকাশ : আগষ্ট, ১৯৭৭
দ্বিতীয় প্ৰকাশ : চেপ্তেম্বৰ, ১৯৮৮
তৃতীয় প্ৰকাশ : চেপ্তেম্বৰ, ১৯৯২

মূল্য : ৫০·০০ টকা মাথোন।

ছপাওঁতা :
শ্ৰীনবীন নন্দী
সাবিত্ৰী প্ৰিণ্টাৰ্ছ
১১এ, গড়পাৰ ৰোড
কলিকতা-৬

—উছৰ্গা—

হালধিবাৰী নিবাসী

পৰম আৰাধ্য পিতৃদেৱতা ৺আগুনাথ দেৱ গোস্বামীৰ কৰকমলত।

—গ্ৰন্থকাৰ।

# পাতনি

১৯৭২ চন। মই গুৱাহাটী বিশ্ববিদ্যালয়ৰ বি-টিৰ ছাত্ৰ। দুই-চাৰিজন অসমীয়া স্নাতকোত্তৰ মহলাৰ ছাত্ৰৰ লগত চিনাকি হোৱাৰ এটা সুযোগ পাইছিলোঁ। তেওঁলোকে মোৰ কাষ চাপিছিল। উদ্দেশ্য আছিল সংস্কৃত সাহিত্যৰ বুৰঞ্জীৰ কিবাকিবি সমল লাগে। ময়ো এই বিষয়ত যে অসমীয়া ভাষাত এখন কিতাপ অতি আৱশ্যক তাক বাৰুকৈ অনুভৱ কৰিলোঁ। পিছে কেইজনমান সংস্কৃত প্ৰেমীক আৰু মোৰ চিৰ-আৰাধ্য পিতৃদেৱতা ৺আত্মনাথ দেৱ গোস্বামীৰ অনুপ্ৰেৰণাত 'সংস্কৃত সাহিত্যৰ বুৰঞ্জী'খন লিখিবলৈ ললোঁ। বহুতো আলৈ-আহুকালৰ মাজেদি তিনিবছৰৰ মূৰত ইয়াক সম্পূৰ্ণকৈ লিখি উলিয়ালোঁ। কিতাপখনত সংস্কৃত সাহিত্যৰ সকলো দিশৰ চিত্ৰ দাঙি ধৰিবলৈ চেষ্টা কৰিছোঁ।

কিতাপখন যুগুত কৰোঁতে কেবাজনো ইউৰোপীয় তথা ভাৰতীয় পণ্ডিতৰ ৰচনাৱলীৰ সহায় লবলগীয়া হৈছে। গুৱাহাটী বিশ্ববিদ্যালয়ৰ সংস্কৃত বিভাগৰ অধ্যাপক ডঃ প্ৰিয়াংশুপ্ৰবল উপাধ্যায় দেৱে তেখেতৰ বহুমূলীয়া সময় নষ্ট কৰি কিতাপখনৰ বিষয়-বস্তুখিনি চাইচিতি ভূমিকা লিখি দিয়া বাবে তেখেতৰ ওচৰত আমি চিৰকৃতজ্ঞ।

গ্ৰন্থখনৰ পাণ্ডুলিপিটো প্ৰেছৰ উপযোগীকৈ লিখি দিয়া বাবে বন্ধুবৰ শ্ৰীকামেশ্বৰ চক্ৰবৰ্তী আৰু মোৰ সহধৰ্মিণী শ্ৰীমতী বীণা গোস্বামী এম. এ. (দ্বয়) বি. টি-ক ধন্যবাদ জ্ঞাপন কৰিছোঁ। গুৱাহাটীৰ বুকলেণ্ডৰ স্বত্বাধিকাৰী শ্ৰীবিনোদ নাথে গ্ৰন্থখনৰ প্ৰকাশৰ দায়িত্ব হাতত লোৱাত তেখেতলৈ আমাৰ আন্তৰিক শ্ৰদ্ধা ও শলাগ আগবঢ়াইছোঁ।

কিতাপখনে ছাত্ৰসমাজ তথা পঢ়ুৱৈ সমাজৰ মাজত সমাদৰ পালেই আমাৰ শ্ৰম সাৰ্থক হোৱা বুলি ভাবিম।

।। ওঁ শ্ৰীশ্ৰীকৃষ্ণাৰ্পণমস্তু ।।

—শ্ৰীহৰমোহন দেৱ গোস্বামী।

ওঁ

# ভূমিকা

পৰম প্ৰীতিভাজন শ্ৰীমান হৰমোহন দেৱ গোস্বামী এম-এ., বি.টি ৰ দ্বাৰা বিৰচিত 'সংস্কৃত সাহিত্যৰ বুৰঞ্জী' নামৰ কিতাপখন পঢ়িলোঁ। সাহিত্যবিষয়ক অসমীয়া গ্ৰন্থসমূহৰ মাজত ই অন্যতম এক লেখক লবলগীয়া অৱদান বুলি ক'লে অত্যুক্তি কৰা নহব। গোস্বামীয়ে এই কিতাপখন যুগুত কৰোঁতে যিমান বিভিন্ন গ্ৰন্থ অধ্যয়ন কৰি তথ্যখিনি সংগ্ৰহ কৰিছে, তাৰপৰা তেওঁৰ দৃঢ় অধ্যৱসায় তথা বিদ্যানুশীলনৰ স্পষ্ট পৰিচয় পোৱা যায়। প্ৰণালীবদ্ধভাৱে বৈদিক যুগৰপৰা আৰম্ভ কৰি পুৰাণ, মহাকাব্য, লিপিকাব্য, খণ্ডকাব্য, গীতিকাব্য, ঐতিহাসিককাব্য, গল্প-সাহিত্য, গদ্য-সাহিত্য, চম্পূকাব্য, নাট্য-সাহিত্য, বৌদ্ধ-সাহিত্য, অলংকাৰশাস্ত্ৰ, ধৰ্মশাস্ত্ৰ, অৰ্থশাস্ত্ৰ, জ্যোতিষশাস্ত্ৰ, আয়ুৰ্বেদ, সঙ্গীতশাস্ত্ৰ আদি বিষয়বোৰ অতি সুন্দৰভাৱে সহজ সৰল ভাষাত এই গ্ৰন্থত তেওঁ লিপিবদ্ধ কৰিছে। এনেকুৱা এখন সাহিত্যৰ বুৰঞ্জী যুগুত কৰাটো যে কঠিন কাম ই একমাত্ৰ এই বিষয়ে পঢ়াশুনা কৰি থকা ব্যক্তিয়ে জানে। শ্ৰীমান গোস্বামীয়ে বহুতো কষ্ট স্বীকাৰ কৰি অতি সাফল্যেৰে ইয়াক যুগুত কৰিছে। এতিয়ালৈকে অসমীয়া আৰু সংস্কৃতৰ স্নাতক তথা স্নাতকোত্তৰ শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰীয়ে আঞ্চলিক ভাষাত মৌলিক-ভাৱে লিখা এনেকুৱা এখন সংস্কৃত সাহিত্যৰ বুৰঞ্জীৰ অভাৱ অনুভৱ কৰি আহিছে। এই কিতাপখনে গুৱাহাটী বিশ্ববিদ্যালয়, ডিব্ৰুগড় বিশ্ববিদ্যালয় তথা উত্তৰ-পূৰ্ব পাৰ্বত্য বিশ্ববিদ্যালয়ৰ অসমীয়া তথা সংস্কৃত বিষয়ৰ স্নাতক আৰু স্নাতকোত্তৰ শ্ৰেণীৰ ছাত্ৰ-ছাত্ৰীসকলৰ বহুদিনীয়া এটা অভাৱ পূৰণ কৰিব বুলি আশা কৰোঁ। কিতাপখনত আটাইবোৰ অধ্যায়েই সূক্ষ্মদৃষ্টিভঙ্গীৰে পৰীক্ষাৰ উপযোগীকৈ ৰচনা কৰা হৈছে। ইয়াৰ উপৰিও ভাৰতীয় সাহিত্য বিষয়ৰ গৱেষণা তথা অধ্যাপনাৰ ক্ষেত্ৰত কিতাপখনে বিশেষ সহায়তা কৰিব বুলি মোৰ দৃঢ় ধাৰণা। মুঠতে, এই কিতাপখনে সাহিত্য আলোচনাৰ দিশত এটা যে ডাঙৰ অভাৱ পূৰণ কৰিব তাত কোনো সন্দেহ নাই।

মোৰ নিজৰে মনৰ এটা বিহুদিনীয়া ইচ্ছা শ্ৰীমান গোস্বামীয়ে আজি প্ৰশংসনীয় উদ্যমেৰে কিতাপখন ৰচনা কৰি পূৰণ কৰাত বিশেষ সন্তোষ পাইছোঁ। আৰু তাৰ বাবে তেওঁ ধন্যবাদাৰ্হ। শ্ৰীশ্ৰীভগৱন্তৰ চৰণত তেওঁৰ সুস্থ আৰু দীৰ্ঘ জীৱন, উত্তৰোত্তৰ সাফল্য আৰু উন্নতি কামনা কৰিলোঁ। ইতিশম্।

ডঃ প্ৰিয়াংশুপ্ৰকাশ উপাধ্যায়।
গুৱাহাটী বিশ্ববিদ্যালয়।

## আশীৰ্বাদ

শ্ৰীমান হৰমোহন দেৱ গোস্বামীৰ দ্বাৰা ৰচিত 'সংস্কৃত সাহিত্যৰ বুৰঞ্জী' গ্ৰন্থখন পঢ়ুৱৈ সমাজৰ মাজত সমাদৃত হোৱাত সংশোধিত আৰু পৰিবৰ্দ্ধিত দ্বিতীয় সংস্কৰণ ছপা কৰি উলিয়াবলৈ ওলোৱাত নথৈ সুখী হৈছো। শ্ৰীমান গোস্বামীৰ উত্তৰোত্তৰ সাফল্য আৰু উন্নতি কামনা কৰিছো।

শ্ৰীপ্ৰিয়াংশু প্ৰবল উপাধ্যায়।

৭/৬/৮৮

## দ্বিতীয় তাঙৰণ সম্পৰ্কে একাষাৰ

'সংস্কৃত সাহিত্যৰ বুৰঞ্জীখন'ৰ প্ৰথম তাঙৰণ পঢ়ুৱৈ সমাজে অতি মৰমেৰে গ্ৰহণ কৰাত, কিতাপখন বজাৰত শেষ হোৱাত দ্বিতীয় তাঙৰণ পঢ়ুৱৈ সমাজলৈ অতি আগ্ৰহেৰে আগবঢোৱা হ'ল। যাতে পৰীক্ষাৰ্থীয়ে কিতাপখনৰপৰা বিশেষ-ভাৱে উপকৃত হ'ব পাৰে তালৈ লক্ষ ৰাখি বহুতো নতুন বিষয়-বস্তু সন্নিবিষ্ট কৰি সংশোধিত আৰু পৰিবৰ্দ্ধিত দ্বিতীয় তাঙৰণ প্ৰকাশ কৰা হ'ল। কিতাপখনৰ দ্বাৰা সুধীসমাজৰ উপকাৰত আহিলে আমাৰ পৰিশ্ৰম সাৰ্থক হোৱা বুলি ভাবিম। গুৱাহাটীৰ বুকলেণ্ডৰ স্বত্বাধিকাৰী শ্ৰীবিনোদ নাথে গ্ৰন্থখনৰ দ্বিতীয় তাঙৰণো প্ৰকাশ কৰি উলিয়াই দিয়াৰ দায়িত্ব লোৱাত তেখেতলৈ আন্তৰিক ধন্যবাদ জ্ঞাপন কৰিছো।

শেষত বীণাপাণি প্ৰেছৰ কৰ্মকৰ্তাসকললৈ মোৰ হিয়াভৰা শলাগ থাকিল।

আদ্য-ভৱন।<br>
ৰুক্মিনী নগৰ।<br>
সুৰ্য্যকান্ত বৰুৱা পথ।<br>
গুৱাহাটী—২২<br>
১৯৮৮ চন

শ্ৰীহৰমোহন দেৱ গোস্বামী

# বিষয়-সূচী

প্ৰথম অধ্যায়

# বৈদিক যুগৰ সাহিত্য

## ১। বেদৰ লক্ষণ

'বেদ' শব্দৰ ব্যুৎপত্তি সংহিতাবোৰৰপৰা আৰম্ভ কৰি উপনিষদ, আয়ুৰ্বেদ, নাট্যশাস্ত্ৰ, কোশ, কল্প আৰু মনুস্মৃতি আদি গ্ৰন্থলৈ ব্যাপকৰূপে প্ৰকাশ পাইছে। 'বেদ'—চাৰিটা ধাতুৰপৰা নিষ্পন্ন—বিদ্ জ্ঞানে, বিদ্—সত্তায়াম্, বিদ্‌ল্—লাভে আৰু বিদ্—বিচাৰণে। উক্ত আটাইবোৰ গ্ৰন্থত 'বেদ' শব্দৰ প্ৰয়োগ মন্ত্ৰ সংহিতাৰ অৰ্থত কৰা হৈছে। ঋগ্‌বেদ—ভাষ্যভূমিকাত স্বামী দয়ানন্দ সৰস্বতীয়ে 'বেদ' শব্দৰ ব্যাখ্যা এইদৰে দিছে—"বিদন্তি, জানন্তি, বিদ্যন্তে ভৱন্তি অথবা বিন্দন্তে, লভন্তে, বিন্দন্তি, বিচাৰয়ন্তি, সৰ্বে মনুষ্যাঃ সত্যবিদ্যাং যৈৰ্যেষু বা তথা বিদ্বাংসশ্চ ভৱন্তি তে বেদাঃ। অৰ্থাৎ য'ৰপৰা মানুহে সত্য বিদ্যা জানে অথবা লাভ কৰে, অথবা বিচাৰ কৰে, অথবা বিদ্বান হয়, অথবা সত্যবিদ্যা প্ৰাপ্তিৰ বাবে য'ত প্ৰবৃত্ত হয়, সেইবোৰেই বেদ।

যাজ্ঞবল্ক্যৰ মতে প্ৰত্যক্ষ নাইবা অনুমানৰ জৰিয়তে যি জ্ঞান লাভ কৰাৰ কোনো বাট নাই সেই অতীন্দ্ৰিয় জ্ঞান 'বেদ'ৰপৰা অনায়াসে লাভ কৰিব পাৰি বাবে সেই গ্ৰন্থ 'বেদ' নামে অভিহিত। বেদক শ্ৰুতি, ত্ৰয়ী, আগম, ছন্দস্ আদি নামেৰেও জনা যায়। বেদৰ পৰাই ধৰ্ম, কৰ্মফলযজ্ঞ, যজ্ঞফলস্বৰ্গ, পৰলোকতত্ত্ব, অদৃষ্ট আদি ধৰ্মসম্বন্ধীয় জ্ঞান, মোক্ষ আদি জ্ঞান বোধগম্য হয়।

মানৱ জাতিৰ গৌৰৱ আৰ্য্যসকলে ভাৰতভূমিত সভ্যতাৰ জ্ঞানৰ শলিতা জ্বলোৱাৰ কালছোৱাৰ পৰা বহু দিনলৈ বেদৰ বাণীসমূহ গুৰু-শিষ্যৰ মাজত মুখে মুখে চলি আহিছিল। এইদৰে বেদ্ মন্ত্ৰসমূহ গুৰু-শিষ্যৰ মুখে মুখে পৰম্পৰাগতভাৱে চলি অহা বাবে ইয়াৰ আন এটা নাম শ্ৰুতি। অৱশ্যে আৰ্য্যসভ্যতাৰ লীলাভূমি মহেঞ্জোদাৰো আৰু হৰপ্পাৰ লিপিবোৰৰপৰা প্ৰমাণ হৈছে যে, আবহমান কালৰপৰাই আৰ্য্যসকলৰ মাজত লিখাৰ প্ৰথা চলি আহিছিল।

প্ৰচলিত ৰীতি অনুসাৰে বেদ চাৰিখন—ঋগ্, যজুঃ, সাম আৰু অথৰ্ব। ব্ৰাহ্মণ, আৰণ্যক আৰু উপনিষদক বেদৰ অন্তৰ্গত বুলি ধৰি হলেও ই মূল বেদৰপৰা পৃথক। তৈত্তিৰীয় সংহিতাৰ ভাষ্যভূমিকাত সায়ণাচাৰ্য্যই এই বিষয়ে

এইদৰে স্পষ্টীকৰণ দিছে—"যদ্যপি মন্ত্ৰব্ৰাহ্মণাত্মকো বেদ, তথাপি ব্ৰাহ্মণস্য মন্ত্ৰব্যাখ্যানস্বৰূপত্বাৎ মন্ত্ৰা এবাদৌ সমাম্নাতা", অৰ্থাৎ, যদিও মন্ত্ৰ আৰু ব্ৰাহ্মণ উভয়কে বেদ বোলা হয়, তথাপি ব্ৰাহ্মণ গ্ৰন্থ মন্ত্ৰৰ ব্যাখ্যান ৰূপ। এতেকে ইয়াৰ স্থান মন্ত্ৰৰ পিচত ব্ৰাহ্মণ গ্ৰন্থ ব্যাখ্যান গ্ৰন্থ মন্ত্ৰৰ ওপৰত প্ৰতিষ্ঠিত। এইবোৰৰ মন্ত্ৰসমূহৰ দৰে নিজস্ব অস্তিত্ব নাই। সেই বাবে মন্ত্ৰকহে বেদ আখ্যা দিব পাৰি; ব্ৰাহ্মণ, আৰণ্যক, উপনিষদ আদি নহয়।

যদিও বেদ আৰু ব্ৰাহ্মণ আদি বেদৰ ব্যাখ্যান গ্ৰন্থ, তথাপি আজি পৃথক ৰূপে পৰিচিত আৰু বেদ বুলিলে আমি চাৰিখন মন্ত্ৰ-সংহিতাক বুজো। কিন্তু এইটো নিশ্চিত যে আমাৰ সকলো ক্ৰিয়াৰ মূল উক্ত হৈছে বেদ। ধৰ্ম, সংস্কৃতি, দৰ্শন, সাহিত্য আদি সকলোবোৰৰ কেন্দ্ৰস্থান বেদ। সেই বাবে মনুৱে বেদক সৰ্বজ্ঞানময় বুলিছে। আধুনিক যুগৰ বেদজ্ঞ পণ্ডিত মোক্ষমূলাৰ, স্বামী দয়ানন্দ সৰস্বতী আদিয়ে বেদৰ সৰ্বজ্ঞানময় স্বৰূপ স্বীকাৰ কৰিছে।

ঋক্-সাম-যজুঃ—এই তিনি বেদক 'ত্ৰয়ী' বোলা হয়। কিন্তু 'ত্ৰয়ী'ৰ ভিতৰত অথৰ্ববেদৰ স্থান সম্বন্ধে পণ্ডিতসকলৰ মাজত মতানৈক্য দেখা যায়। কিছুমানৰ মতে যিহেতু ঋগ্-যজুঃ-সাম—এই তিনিবেদেই কেৱল যজ্ঞৰ লগত সম্বন্ধ গতিকে এই তিনি বেদেই 'ত্ৰয়ী' বিদ্যাৰ অন্তৰ্গত আৰু অথৰ্ববেদৰ যজ্ঞৰ লগত কোনো সম্বন্ধ নথকা বাবে ই 'ত্ৰয়ী'ৰ বহিৰ্গত। যজ্ঞ অনুষ্ঠানৰ বাবে যি ১৬ জন পুৰোহিতৰ আৱশ্যক তেওঁলোকৰ ভিতৰত হ'ল ৪ জন ঋগ্‌বেদী, ৪ জন সামবেদী, ৪ জন যজুৰ্বেদী আৰু ৪ জন ত্ৰিবেদবিদ্। ইয়াত অথৰ্ববেদীৰ কোনো স্থান নাই। আকৌ কিছুমান পণ্ডিতৰ মতে 'ত্ৰয়ী' শব্দই তিনিখন বেদৰ কথা কোৱা নাই।

তেওঁলোকৰ মতে ঋক্-সাম-যজুঃ—এই তিনিবিধ মন্ত্ৰৰ উল্লেখ আছে। কিন্তু অথৰ্ববেদৰ যজ্ঞৰ লগত কোনো সম্বন্ধ নথকা বুলি কলে ভুল কৰা হয়, যিহেতু যাগ আৰু শান্তি পৌষ্টিক আদি কামত অথৰ্ববেদৰ মন্ত্ৰ প্ৰয়োগ কৰা হয়। আনকি এইটোও মনকৰিবলগীয়া যে ঋক্ আদি বেদৰ কিছুমান মন্ত্ৰও অথৰ্বত পৰিলক্ষিত হয়।

'উদ্দিশ্য দেৱতাং দ্ৰব্যত্যাগো যাগোঽভিধীয়তে'—অৰ্থাৎ দেৱতাৰ উদ্দেশ্যে দ্ৰব্য ত্যাগ কৰাৰ নামেই যাগ্। যাগৰ লগত দ্ৰব্য আৰু দেৱতাৰ কথাও বেদত বৰ্ণনা কৰা হৈছে।

## ২। মন্ত্র আৰু ব্রাহ্মণ

বেদৰ প্ৰধান ভাগ দুটা—মন্ত্র আৰু ব্রাহ্মণ। মন্ত্র বুলিলে ঋক্-সাম্-যজুঃ আৰু অথর্ব—এই চাৰি বেদৰ সংহিতা অংশকেই বুজায়। যিদৰে 'বেদ' শব্দৰ এক পৰিভাষিক নিজা অৰ্থ আছে, সেইদৰে 'মন্ত্র' শব্দৰো নিজা শাস্ত্রব্যুৎপন্ন স্বতন্ত্র অৰ্থ আছে। বৈয়াকৰণিকে 'মন্ত্র' শব্দৰ পৰম্পৰাগত সঙ্গতি অৰ্থ তিনি প্ৰকাৰ বুলি কৈছে—জ্ঞানাৰ্থক, বিচাৰাৰ্থক আৰু সংকাৰাৰ্থক। 'মন্ত্র' শব্দটিৰ মূল উৎস পৰ্য্যবেক্ষণ কৰিলে দেখা যায় যে 'মনন্' শব্দৰপৰাই ইয়াৰ উৎপত্তি।

দিবাদিগণৰ জ্ঞানাৰ্থ প্ৰতিপাদক 'মন্' ধাতুত 'ষ্ট্রন্' প্ৰত্যয় যোগ দি 'মন্ত্র' শব্দৰ নিষ্পন্ন কৰিছে, যাৰ অৰ্থ হৈছে 'মন্যতে (জ্ঞায়তে) ঈশ্বৰাদেশঃ অনেন ইতি মন্ত্রঃ। অৰ্থাৎ মন্ত্রই ইয়াকে বুজায়—যাৰপৰা ঈশ্বৰীয় আদেশ জানিবলৈ পোৱা যায়। হিন্দু ধৰ্মত বেদক ঈশ্বৰীয় আদেশ বুলি শিৰোধাৰ্য্য কৰা হয়।

তনাদিগণৰ বিচৰাৰ্থক 'মন' ধাতুত 'ষ্ট্রন্', প্ৰত্যয় যোগ দিলেও 'মন্ত্র' শব্দ নিষ্পন্ন হয়, আৰু ইয়াৰ অৰ্থ হয়—'মন্যতে (বিচাৰ্য্যতে) ঈশ্বৰাদেশো যেন স মন্ত্রঃ।' অৰ্থাৎ ইয়েই মন্ত্র, য'ত ঈশ্বৰীয় আদেশৰ সম্যক্ বিচাৰ, চিন্তন-মনন কৰা হৈছে। কিয়নো মন্ত্রত ঈশ্বৰ সম্বন্ধীয় আদেশৰ বিধান বৰ্ণনা কৰা আছে, এতেকে 'মন্ত্র' শব্দৰ এই ব্যুৎপত্তিও বিষয়সম্মত।

তনাদিগণৰ 'মন্' ধাতুৰ এটা অৰ্থ সংকাৰ কৰা বুলিও ব্যাকৰণত বৰ্ণনা কৰা আছে। এই সংকাৰাৰ্থক 'মন' ধাতুত 'ষ্ট্রন্' প্ৰত্যয় যোগ দিলেও 'মন্ত্র' শব্দৰ অভিপ্ৰেত অৰ্থৰ কোনো ব্যতিক্ৰম নহয়। ইয়াৰ অৰ্থ হব—'মন্যতে (সংক্রিয়তে) দেৱতাবিশেষঃ অনেন ইতি মন্ত্রঃ। অৰ্থাৎ ইয়েই মন্ত্র য'ত দেৱতাগণৰ সন্মানাৰ্থক বিধিসমূহ বৰ্ণনা কৰা আছে। কাৰণ বেদত ভিন্ ভিন্ দেৱতাৰ পৃথক পৃথক মন্ত্র বৰ্ণিত আছে। এতেকে বেদ-মন্ত্রৰ এই ব্যুৎপত্তিও উপযুক্ত।

'মন্ত্র' শব্দৰ উক্ত বেলেগ বেলেগ ব্যাখ্যাবোৰৰ এটাই অৰ্থ ওলাইছে, যাৰ অৰ্থ ঈশ্বৰীয় জ্ঞানৰ প্ৰতিপাদন হোৱা। মন্ত্র ভাগত স্তৱ, স্তুতি, আশীৰ্বচন, প্ৰাৰ্থনা আদি লিপিবদ্ধ কৰা হৈছে।

ব্রাহ্মণ ভাগ গদ্যত ৰচিত। 'ব্রাহ্মণ' শব্দৰ অৰ্থ হ'ল 'বেদ' আৰু 'ব্রাহ্মণ'। কোনো কোনোৰ মতে ব্রাহ্মণ মানে 'বেদ'। ব্রাহ্মণ সকলেই যজ্ঞত পৌৰোহিত্য কৰিছিল। সেই পুৰোহিতসকলৰ যজ্ঞৰ বিবিধ ক্রিয়াকাণ্ড যি গ্ৰন্থসমূহত লিপিবদ্ধ

কৰি ৰাখিছে তাৰ নামেই 'ব্ৰাহ্মণ'। ব্ৰাহ্মণত প্ৰধানকৈ ছয়টা বিষয় আলোচনা কৰা হৈছে। যেনে—বিধি, অৰ্থবাদ, নিন্দা, প্ৰশংসা, পুৰাকল্প আৰু পৰকৃতি। বিশেষ বিশেষ কৰ্মানুষ্ঠানৰ বাবে যি নিৰ্দেশ বা চোদনা বাক্য দিয়া হয় তাৰ নাম 'বিধি' আৰু বেদমন্ত্ৰৰ অৰ্থ সম্বন্ধে আৰু বিবিধ ক্ৰিয়াকাণ্ড সম্পৰ্কে ব্ৰাহ্মণ গ্ৰন্থত যিবিলাক ব্যাখ্যা প্ৰতিপাদন কৰা হৈছে তাৰ নাম 'অৰ্থবাদ'। বিধি অংশই প্ৰকৃত ব্ৰাহ্মণ।

কোনো কোনো মন্ত্ৰৰ প্ৰকৃত অৰ্থ, সূক্ত নিৰ্বাচন বিষয় আৰু কিছুমান হোম বা যজ্ঞৰ প্ৰক্ৰিয়া বিষয়ে পুৰোহিতসকলৰ মাজত মতভেদ দেখা যায়। 'তৎ তথা ন কৰ্তব্যম্।' 'তৎ তথা ন হোতব্যম্।'—এইদৰে এজন ব্ৰাহ্মণৰ উক্তি আন এজনে যুক্তিৰে খণ্ডন কৰি নিজৰ মত প্ৰতিষ্ঠা কৰিবলৈ চেষ্টা কৰিছিল। এই ব্ৰাহ্মণ বাক্য নিন্দাসূচক। কোনো ক্ৰিয়াৰ বা অনুষ্ঠানৰ প্ৰশংসাৰ অৰ্থ হ'ল সেই ক্ৰিয়াৰ সম্পাদনাৰ বাবে চোদনা বা নিৰ্দেশ। 'যৎস্তূয়তে তদ্ বিধীয়তে'—অৰ্থাৎ যি প্ৰশংসিত তাক কৰা উচিত।

পুৰণি কালত যিবিলাক যজ্ঞ সমাপন কৰা হৈছিল, তাৰ নাম 'পুৰাকল্প'। যাগ্-হোম আদি শ্ৰৌত ক্ৰিয়া-কাণ্ডৰ যিবিলাক কাহিনী ব্ৰাহ্মণ গ্ৰন্থত উল্লেখিত আছে সেইবিলাকো পুৰাকল্পৰ অন্তৰ্ভুক্ত।

পৰৰ কৃতি বা কাৰ্য্যক 'পৰকৃতি' বুলি অভিহিত কৰিছে। ইয়াত পৰকৃতি মানে বিদ্বান পুৰোহিতবিলাকৰ কীৰ্তি, কীৰ্তিমান ৰজাসকলৰ যজ্ঞ, দান, দক্ষিণাৰ কথাকে বুজায়। প্ৰথিতযশা যজমানৰ যজ্ঞ সম্পাদন আৰু দক্ষিণাৰ বাবে ঐহিক আৰু পাৰলৌকিক সাফল্য পৰকৃতিৰ অন্তৰ্ভুক্ত।

## ৩। বেদৰ বিষয়বস্তু

প্ৰত্যেক বেদৰ চাৰিটা ভাগ—সংহিতা, ব্ৰাহ্মণ, আৰণ্যক আৰু উপনিষদ্। সংহিতা ভাগত স্তুতি, মন্ত্ৰ; ব্ৰাহ্মণ গ্ৰন্থত মন্ত্ৰৰ বিভিন্ন ভাগৰ ব্যাখ্যা, আৰণ্যক গ্ৰন্থত বাণপ্ৰস্থী জীৱন যাপন কৰা মানুহৰ কৰ্মবিধান প্ৰতিপাদন আৰু উপনিষদ্ গ্ৰন্থত মন্ত্ৰবোৰৰ দাৰ্শনিক ব্যাখ্যা কৰা আছে।

**ঋগ্‌বেদ :**—ঐতৰেয় আৰু কৌষীতকি—এই দুখন ঋগ্‌বেদৰ ব্ৰাহ্মণ আৰু ঐতৰেয় আৰু কৌষীতকি—এই দুখন আৰণ্যক। ঋগ্‌বেদৰ উপনিষদ দুখনৰ

নামো ক্রমে ঐতৰেয়োপনিষদ আৰু কৌষীতকি উপনিষদ। কৌষীতকি ব্রাহ্মণক শাংখায়ন নামেৰেও জনা যায়।

ঐতৰেয় ব্রাহ্মণত অগ্নিহোত্র, সোমযাগৰ প্রকৃতি অগ্নিষ্টোম আৰু ৰজাৰ অভিষেক আদি অনুষ্ঠানবোৰত ঋগ্‌বেদীয় হোতাৰ কাৰ্য্য কি তাক অতি চমৎকাৰ-ভাৱে বৰ্ণনা কৰা আছে। ই ৮ খণ্ডত বিভক্ত আৰু প্রতিটো খণ্ড পাঁচটা অধ্যায়ৰ সমষ্টি। প্রত্যেক অধ্যায় আকৌ কিছুমান খণ্ডত বিভক্ত। একৰপৰা ষষ্ঠ অধ্যায়লৈ জ্যোতিষ্টোম বা অগ্নিষ্টোম নামৰ সোমযজ্ঞৰ বহল বৰ্ণনা পোৱা যায়। সপ্তদশৰপৰা অষ্টাদশ অধ্যায়লৈ গবাময়ন নামৰ সত্র বা দীৰ্ঘযজ্ঞত হোতাৰ কাম কি তাক বিস্তৃতভাৱে বৰ্ণিত কৰা আছে। ঊনবিংশৰপৰা চতুৰ্বিংশ অধ্যায় পৰ্য্যন্ত দ্বাদশাহ নামৰ সোম যাগত হোতাৰ কৰ্তব্যৰ কথা বৰ্ণিত আছে। পঞ্চবিংশৰপৰা দ্বাত্রিংশ অধ্যায়লৈ অগ্নিহোত্র আৰু প্রায়শ্চিত্তাদি অনুষ্ঠানৰ কথা বহলভাৱে আলোচনা কৰা আছে। বত্রিশৰপৰা চল্লিছ অধ্যায়লৈ ইন্দ্রৰ আৰু ক্ষত্রিয় নৃপতিসকলৰ অভিষেকৰ কথা পোৱা যায়।

ঋগ্‌বেদ দহ মণ্ডলত সংগৃহীত। ইয়াত দহ হেজাৰৰ অধিক ঋক্ আৰু এহেজাৰ সূক্ত আছে। ৰচনাৰ বিচিত্রতাৰ ফালৰপৰা ঋগ্‌বেদীয় মন্ত্রবোৰৰ কাব্যিক মূল্য যথেষ্ট। বস্তুতঃ ই ধাৰ্মিক স্তুতি-প্রাৰ্থনাতকৈ পৃথিৱীৰ সৌন্দৰ্য্য তথা প্রকৃতিৰ অপ্রকট শক্তিৰ প্রতি লিখা প্রশংসামূলক কবিতা।

"ঋগ্‌বেদৰ সূক্তবোৰত বিভিন্ন নামত দেৱদেৱীসমূহৰ স্তুতি আছে। অধিকাংশ সূক্ত অগ্নি, ইন্দ্র, বৰুণ, সূৰ্য্য, বায়ু আদি দেৱতাবোৰৰ অৰ্চনাৰ বাবে ৰচিত। পাৰ্থিব দেৱতাসকলৰ ভিতৰত পৃথিৱী, সোম, অগ্নি; অন্তৰিক্ষ দেৱতা-সকলৰ ভিতৰত ইন্দ্র, বায়ু, পৰ্য্যন্য, মৰুত আৰু দ্যুলোক দেৱতাসকলৰ ভিতৰত সূৰ্য্য, মিত্র, বিষ্ণু, বৰুণ আদি দেৱতাসকলৰ স্তুতিও ঋগ্‌বেদৰ সূক্তত বৰ্ণিত আছে।

এই পুৰুষ প্রধান দেৱতাসকলৰ উপৰিও স্ত্রী প্রধান দেৱীসকলৰ ভিতৰত ইন্দ্রাণী আৰু ঊষা আদিৰ স্তুতি বিষয়ক মন্ত্র বৰ আকৰ্ষক আৰু ই কাব্যশৈলীত বৰ্ণিত আছে।

**সামবেদ :**—আচাৰ্য্য কুমাৰিল ভট্টৰ 'তন্ত্রবাৰ্তিক' নামৰ গ্রন্থত সামবেদৰ আঠখন ব্রাহ্মণৰ কথা পোৱা যায়। সায়নাচাৰ্য্যই সেই ব্রাহ্মণ কেইখনৰ নামাকৰণ কৰিছে— ১। তাণ্ড্যমহাব্রাহ্মণ বা পঞ্চবিংশ ব্রাহ্মণ, ২। ষড়বিংশ ব্রাহ্মণ, ৩।

ছান্দোগ্য ব্ৰাহ্মণ, ৪। জৈমিনীয় ব্ৰাহ্মণ বা তলবকাৰ ব্ৰাহ্মণ, ৫। সামবিধান ব্ৰাহ্মণ ৬। দেৱতাধ্যায়, ৭। আৰ্ষেয় আৰু ৮। বংশ ব্ৰাহ্মণ।

ইয়াৰ পিচৰ চাৰিখন সামবেদৰ বিষয়সূচী মাথোন। প্ৰথম চাৰিখনহে সামবেদৰ ব্ৰাহ্মণ। তাণ্ড্যব্ৰাহ্মণত ব্ৰাত্যসকলৰ প্ৰায়শ্চিত্ত বিধি দিয়া আছে। ষড়্‌বিংশ ব্ৰাহ্মণত অশুভ, অমঙ্গল, অনিষ্ট আদিৰ বৰ্ণনা আৰু তাৰপৰা পৰিত্ৰাণ পোৱাৰ উপায়ৰ কথা লিখা আছে। জৈমিনীয় ব্ৰাহ্মণত বিবিধ অনুষ্ঠানৰ কথা, পৰলোকৰ বৰ্ণনা আছে। দেৱতাধ্যায়, আৰ্ষেয় আৰু বংশ ব্ৰাহ্মণত সামবেদৰ সূক্তবোৰৰ অধিষ্ঠাত্ৰী দেৱতাসকলৰ নাম আৰু সামবেদীয় আচাৰ্য্যসকলৰ বংশাৱলী পোৱা যায়। তাণ্ড্যমহাব্ৰাহ্মণ বা পঞ্চবিংশ ব্ৰাহ্মণত অনেক যাগযজ্ঞ অনুষ্ঠানৰ কথা বৰ্ণনা কৰা আছে।

সামবেদৰ উপনিষদ দুখনৰ নাম হৈছে—ছান্দোগ্যোপনিষদ্ আৰু কেনোপনিষদ। ছান্দোগ্যোপনিষদত আত্মতত্ত্ব, জীৱ ব্ৰহ্মৰ ঐক্য, ব্ৰহ্মৰ স্বৰূপ আদিৰ বিচাৰ পোৱা যায়। অৰুণিয়ে কেনেদৰে পুতেক শ্বেতকেতুক নানা ধৰণৰ সুন্দৰ দৃষ্টান্তৰ জৰিয়তে জীৱাত্মা আৰু পৰমাত্মাৰ ঐক্য আদি বেদান্তৰ গভীৰ তত্ত্ব শিকাইছে তাক ইয়াত অতি সুন্দৰ আৰু প্ৰাঞ্জল ভাষাত বৰ্ণনা কৰা আছে। কেনোপনিষদত প্ৰশ্নৰ চলেৰে কাৰ দ্বাৰা বিশ্ব-ব্ৰহ্মাণ্ড নিয়ন্ত্ৰিত হৈছে আৰু উত্তৰ দিয়াৰ চলেৰে বিশ্বৰ সৃষ্টি আৰু ব্ৰহ্মৰ স্বৰূপ কি তাক উল্লেখ কৰিছে।

'সমন্'ৰ অৰ্থ গীত বা মাধুৰ্য্য। ধৰ্মৰ সংস্কাৰৰ লগে লগে স্তুতিবোৰৰো আৱশ্যকতা অনুভৱ কৰা হ'ল আৰু ফলত সৃষ্টি হ'ল কৱিত্বপূৰ্ণ আৰু সুৰযুক্ত কৱিতাৰ। সামবেদৰ উৎপত্তিৰ কাৰণো এইটোৱেই।

যজুৰ্বেদ ঃ—যজুৰ্বেদ দুই শাখাত বিভক্ত—শুক্লযজুৰ্বেদ আৰু কৃষ্ণযজুৰ্বেদ। শুক্লযজুৰ্বেদ আৰু কৃষ্ণযজুৰ্বেদক ক্ৰমে বাজসনেয়ী আৰু তৈত্তিৰীয় সংহিতা বুলিও জনা যায়। কৃষ্ণযজুৰ্বেদৰ ব্ৰাহ্মণ কেইখন হ'ল কঠ, মৈত্ৰায়ণী, তৈত্তিৰীয়। আৰণ্যকখনৰ নাম তৈত্তিৰীয় আৰণ্যক। মহানাৰায়ণ, মৈত্ৰায়ণ, তৈত্তিৰীয়, কঠ আৰু শ্বেতাশ্বতৰ এই কেইখন ইয়াৰ উপনিষদ। তৈত্তিৰীয় উপনিষদত প্ৰাচীন ভাৰতৰ আৰণ্য বিশ্ববিদ্যালয়ৰ স্নাতকসকলৰ সমাবৰ্তন উৎসৱত দিয়া দীক্ষান্ত ভাষণাৱলী লিখা আছে। ভৃগুৰ পিতাক বৰুণৰ ওপৰত ব্ৰহ্মজ্ঞান লাভ আৰু আত্মাৰ আনন্দস্বৰূপতা ইয়াত বৰ্ণিত আছে।

কঠোপনিষদত নচিকেতাৰ পৰলোক তত্ত্ব, আত্মাৰ স্বৰূপ আৰু ব্ৰহ্মবিদ্যা

সম্বন্ধে যমৰাজৰ ওচৰত কৰা প্ৰশ্ন আৰু যমৰাজে দিয়া তাৰ উত্তৰেই প্ৰধানভাৱে দিয়া আছে। শ্বেতাশ্বতৰোপনিষদত বেদান্ত আৰু সাংখ্য দৰ্শনৰ তত্ত্ব পোৱা যায়।

শুক্ল যজুৰ্বেদৰ ব্ৰাহ্মণৰ নাম শতপথ ব্ৰাহ্মণ। ই চৈধ্যটা কাণ্ডত বিভক্ত। প্ৰথম কাণ্ডত বৰ্ণনা কৰা আছে ইষ্টি নামক যজ্ঞৰ প্ৰকৃতি দৰ্শপূৰ্ণ মাস নামক ইষ্টি। দ্বিতীয় কাণ্ডত অগ্নিহোত্ৰ নামক দৈনন্দিন হোম, নবান্ন নামক ইষ্টি, পিণ্ডপিতৃযজ্ঞ আৰু চাতুৰ্মাস্যৰ প্ৰসিদ্ধ সোমযাগৰ দীক্ষা, প্ৰায়নীয় ইষ্টি, সোমক্ৰয়, আতিথ্য ইষ্টি, উপসৎ ইষ্টি, যজ্ঞবেদী নিৰ্মাণ, সোমৰস তৈয়াৰ, পুৰডশ আৰু পশু আহুতি, পত্নী-সংযাজ আৰু অৱভৃথ যজ্ঞাদি।

পঞ্চম কাণ্ডত ৰাজসূয় আৰু বাজপেয় নামক দুটা যজ্ঞৰ বিৱৰণ আছে। ইয়াত ৰাজ-অভিষেকৰ ৰীতিৰ বিৱৰণ পোৱা যায়। তদুপৰি সেই সময়ৰ শাসন ব্যৱস্থা, সমাজ ব্যৱস্থা আদিৰ বিষয় ইয়াত নিহিত আছে। শতপথ ব্ৰাহ্মণৰ ষষ্ঠৰপৰা দশম কাণ্ডলৈ আমি যজ্ঞৰ বেদী নিৰ্মাণৰ নিয়ম, অগ্নিৰহস্য আৰু যজ্ঞৰ বেদীৰ আধ্যাত্মিক তত্ত্বৰ বিষয়ে জানিব পাওঁ। ত্ৰয়োদশ কাণ্ডত অশ্বমেধ, পুৰুষমেধ, সৰ্বমেধ আৰু পিতৃমেধ নামক চাৰিবিধ যজ্ঞৰ কথা উল্লেখ আছে। তদুপৰি জাতিভেদ আৰু স্ত্ৰী-পুৰুষ ভেদে শব-সংকাৰৰ প্ৰথা ইয়াত বিধান কৰা আছে।

শতপথ ব্ৰাহ্মণৰ বৃহদাৰণ্যকেই যজুৰ্বেদৰ আৰণ্যক আৰু বৃহদাৰণ্যকৰ একেবাৰে শেষৰ ছটা অধ্যায়ক বৃহদাৰণ্যকোপনিষদ্ নামেৰে নামকৰণ কৰিছে। ইয়াৰ বিষয়বস্তু হ'ল—জনক ৰজাৰ ৰাজসভাত বিদ্বান ঋষি আৰু বিদুষী নাৰীসকলে কোনো বিষয় এটাৰ ওপৰত বিতৰ্কৰ অৱতাৰণা কৰি যি বিজয় হৈছিল, তেওঁক ৰজাই মুক্তহস্তে সোণৰূপ আৰু গো-দান কৰিছিল। এনে ধৰণৰ দাৰ্শনিক বিতৰ্কৰ ব্ৰাহ্মণ গ্ৰন্থক 'ব্ৰহ্মোদ্য' বোলা হৈছে। ঋষি যাজ্ঞবল্ক্য আৰু পত্নী বৈৰাগ্যশীলা মৈত্ৰেয়ীৰ কথোপকথন আৰু যাজ্ঞবল্ক্যই মৈত্ৰীক দিয়া ব্ৰহ্মজ্ঞানৰ কাহিনীৰ কথা ইয়াত পোৱা যায়। ইয়াৰ বাহিৰেও সগুণ আৰু নিৰ্গুণ ব্ৰহ্মৰ লক্ষণ ইয়াত বৰ্ণিত আছে।

**অথৰ্ববেদ** :—অথৰ্ববেদৰ ব্ৰাহ্মণখনৰ নাম গোপথ ব্ৰাহ্মণ। মুণ্ডক, মাণ্ডুক্য আৰু প্ৰশ্ন—এই তিনিখন অথৰ্ববেদৰ উপনিষদ।

বিষয়বস্তুৰ ফালৰপৰা লক্ষ্য কৰিলে, গোপথ ব্ৰাহ্মণ আনবেদৰ ব্ৰাহ্মণতকৈ পিচৰ কালৰ বুলি অনুমান হয়। ইয়াৰ বিষয়বস্তু হৈছে—ব্ৰহ্মচৰ্য্যৰ প্ৰয়োজন,

ছাত্ৰ-জীৱনৰ কৰ্তব্য আদি। শিষ্যই গুৰুৰ বাবে ভিক্ষা কৰা, সমিধ আহৰণ কৰা, গুৰুৰ প্ৰতি ভক্তি, আচাৰ-ব্যৱহাৰ আৰু জীৱ-জন্তুৰপৰাও শিষ্যই কিদৰে উপদেশ লাভ কৰিব পাৰে তাৰ কথা অতি কৌশলপূৰ্ণভাৱে বৰ্ণনা কৰিছে।

প্ৰথম মুণ্ডকৰ প্ৰথম খণ্ডত পৰা আৰু অপৰাবিদ্যাৰ বৰ্ণনা আছে। ঋক্ আদিক অপৰা বিদ্যা আৰু তৎভিন্ন যি বিদ্যাৰ দ্বাৰা অক্ষয় ব্ৰহ্মস্বৰূপৰ উপলব্ধি হয় তাৰ নাম পৰাবিদ্যা। দ্বিতীয় খণ্ডত অগ্নিহোত্ৰ, চাতুৰ্মাস্য আদি যজ্ঞৰ কথা আৰু তাৰ অনিত্যতাৰ ( নিন্দাৰ ) উল্লেখ আছে। যাগযজ্ঞৰ দ্বাৰা মোক্ষ লাভ নহয়। মোক্ষ লাভৰ পথ পৰাবিদ্যা প্ৰাপ্তিৰ বাবে ব্ৰহ্মনিষ্ঠ গুৰুৰ নিতান্ত প্ৰয়োজন। দ্বিতীয় মুণ্ডকৰ প্ৰথম খণ্ডত বিশ্ব-ব্ৰহ্মাণ্ডৰ সৃষ্টি আৰু সি কিদৰে পৰম পুৰুষৰ দ্বাৰা নিয়ন্ত্ৰিত হৈ আছে তাৰ বৰ্ণনা পোৱা যায়। দ্বিতীয় খণ্ডত ব্ৰহ্মৰ ধ্যান আৰু পৰমপুৰুষৰ সাক্ষাতত কেনেকৈ কৰ্ম বন্ধনৰপৰা মুক্তি হয় তাৰ উল্লেখ আছে।

তৃতীয় মুণ্ডকৰ প্ৰথম খণ্ডত জীৱাত্মা আৰু পৰমাত্মাৰ জীৱদেহত সংস্থানৰ কথা বৰ্ণনা কৰিছে। তৃতীয় মুণ্ডকত কামবিহীন পুৰুষৰ ব্ৰহ্মচৰ্য্যৰ যোগেদি ব্ৰহ্মত্ব লাভ আৰু কামনাসক্ত মানুহৰ ব্যৰ্থতাৰ কাৰণ দৰ্শাইছে।

মাণ্ডূক্যোপনিষদত পৰব্ৰহ্মৰ প্ৰতীক ওঁ-কাৰৰ ব্যাখ্যা কৰি দেখুৱাইছে যে যিজনে পৰব্ৰহ্মৰ জ্ঞান পায় তেওঁ ব্ৰহ্মৰ সৈতে মিলি অভিন্ন হৈ পৰে।

প্ৰশ্নোপনিষদত ঋষিসকলে ভগৱান পিপ্পলাদৰ ওচৰলৈ গৈ কৰা প্ৰশ্ন আৰু সেই প্ৰশ্নৰ উত্তৰ লিপিবদ্ধ কৰা আছে। সৃষ্টিৰ মূল কাৰণ, দেৱতাসকলৰ আৰু প্ৰাণৰ বিষয়, প্ৰাণৰ উৎস আৰু শৰীৰত প্ৰাণ সঞ্চাৰৰ কাৰণ, স্বপ্ন আৰু সুষুপ্তিৰ পাৰ্থক্য আৰু নিদ্ৰা অৱস্থাত পঞ্চবায়ুৰ ক্ৰিয়া, শিবিপুত্ৰ সত্যকামৰ প্ৰশ্ন আৰু তাৰ যথাযথ উত্তৰ পিপ্পলাদে দিছে।

**ঋগ্বেদৰ ধৰ্ম আৰু দৰ্শন :** বেদ হিন্দুসমাজৰ মূল গ্ৰন্থ। তাৰ ভিতৰত ঋক্‌বেদ প্ৰধান। ঋগ্বেদৰ ধৰ্ম অন্যান্য ধৰ্মৰ দৰে নীতিনিৰ্দেশমূলক ধৰ্ম নহয়। এই ধৰ্ম মন্ময় উপলব্ধিৰ জীৱন ধৰ্ম। বৈদিক ঋষিসকল মূলতঃ আছিল কবি আৰু সাধক। ধ্যানদৃষ্টিত তেওঁলোকে অৱলোকন কৰিছিল প্ৰকৃতিৰ বিচিত্ৰ-লীলাৰ মাজত অন্তৰ্নিহিত আধ্যাত্মিক শক্তিৰ ক্ৰিয়াশীলতা। এই শক্তিৰ ক্ৰিয়া আৰু বহিঃপ্ৰকাশৰ লগত সামঞ্জস্য ৰাখি তাৰ ব্যক্তিৰূপ অংকিত কৰিছিল তেওঁলোকৰ কবিত্বপ্ৰতিভাৱে। প্ৰকৃতিৰ লীলাবৈচিত্ৰ্যৰ অন্তৰালশায়ী এই

মূল শক্তিয়েই যে বিশ্বব্ৰহ্মাণ্ড সৃষ্টিৰ আদি উৎস তাক তেওঁলোকে উপলব্ধি কৰিছিল। সেয়ে কবিৰ অনুভূতিপ্ৰৱণ হৃদয়ৰপৰা এই মূল শক্তিৰ যিবোৰ ব্যক্তিবিগ্ৰহ (Personification) তেওঁলোকে গঢ়ি তুলিছিল, তাক তেওঁলোকে দেৱ-দেৱীৰূপে কল্পনা কৰিছিল।

বিভিন্ন দেৱ-দেৱীৰ স্তৱস্তুতিয়েই ঋক্-সংহিতাৰ মূল অংশ। যজ্ঞ অনুষ্ঠানৰ সময়ত দেৱ-দেৱীৰ উদ্দেশ্যে অগ্নিত সোমৰস, ঘি আদি আহুতি দিয়াই আছিল আৰ্য্যসকলৰ ধৰ্মসাধনাৰ প্ৰধান অনুষ্ঠান। বৈদিক ধৰ্মত বিভিন্ন দেৱ-দেৱী মুখ্য স্থান অধিকাৰ কৰি আছে।

যাস্কই বৈদিক দেৱতাসকলক তিনিটা ভাগত ভাগ কৰিছে—পৃথিৱীৰ দেৱতা, অন্তৰীক্ষৰ দেৱতা, আৰু দ্যুলোকৰ দেৱতা। পৃথিৱীৰ দেৱতাসকলৰ ভিতৰত অগ্নি আৰু সোম প্ৰধান। অন্তৰীক্ষৰ দেৱতাসকলৰ ভিতৰত ইন্দ্ৰ আৰু দ্যুলোকৰ দেৱতাসকলৰ ভিতৰত সূৰ্য্য প্ৰধান দেৱতা।

সূৰ্য্য আলোকৰ দেৱতা। সূৰ্য্যই বেমাৰ আজাৰ আৰু দুঃস্বপ্ন নাশ কৰি লোকক দীৰ্ঘজীৱন দান কৰে। তেওঁ অমৰত্বৰ প্ৰতীক। অৰ্থাৎ মৰণৰ বিৰুদ্ধে মানুহৰ যি সংগ্ৰাম তাৰ মূল শক্তিৰ উৎস হ'ল সৱিতা।

অন্তৰীক্ষৰ দেৱতা ইন্দ্ৰ বৰষুণ আৰু বজ্ৰৰ দেৱতা। অশুভ শক্তি বৃত্ৰক পৰাভূত কৰি তেওঁ মানুহৰ সম্পদ বৃদ্ধি কৰে। কৃষিজীৱী আৰ্য্যসকলৰ মাজত স্বাভাৱিকতেই এই বৰষুণৰ দেৱতাৰ মহিমা আছিল অসীম।

বৰুণ পানীৰ দেৱতা। তেওঁ সপ্তসিন্ধুৰ অধীশ্বৰ। অগ্নিৰ স্থান সকলো যজ্ঞতেই আগত। ঋগ্বেদৰ অন্যান্য দেৱ-দেৱীৰ ভিতৰত সোম, মিত্ৰ, ৰুদ্ৰ, বিষ্ণু, পৰ্জন্য, পূষণ, বায়ু, যম আদি প্ৰধান। স্ত্ৰীদেৱতাৰ ভিতৰত ৰাত্ৰি, উষা, অদিতি আদি উল্লেখযোগ্য।

বেদত দেৱস্তুতি আৰু যাগযজ্ঞমূলক ধৰ্মসাধনৰ লগতে সূক্ষ্ম দাৰ্শনিক ভাৱনাবো সূত্ৰপাত হৈছে। বৈদিক দৰ্শনত ব্যাহতঃ বহুদেৱবাদী হলেও ঋগ্বেদৰ মাজত একেশ্বৰবাদৰো সূচনা হৈছে। ঋগ্বেদৰ প্ৰথম মণ্ডলৰ এটা সূক্তত একেশ্বৰবাদৰ ইঙ্গিত এনেদৰে দিছে—'একং সদ্বিপ্ৰা বহুধা বদন্ত্যগ্নিং যমং মাতৰিশ্বানমাহুঃ।' (ঋক্-সংহিতা ১।১৬৪।৪৬)। অৰ্থাৎ তেওঁ এক হলেও সদ্বিপ্ৰগণে তেওঁক বহুতো বুলি মাতে, সেই 'এক'কেই অগ্নি, যম, মাতৰিশ্বা বোলা হয়।

এই এক ঈশ্বৰেই গোটেই বিশ্বব্ৰহ্মাণ্ডত ব্যাপী আছে। পৰৱৰ্ত্তীকালত বেদান্তত যি বিশ্বব্যাপী ব্ৰহ্মতত্ত্ব প্ৰতিষ্ঠিত হয়, তাৰো সূচনা হৈছিল ঋগ্বেদতেই। তাৰতত্ত্ব

ধৰ্মদৰ্শনৰ দুটা প্ৰধান ধাৰা হ'ল—বেদান্তৰ ব্ৰহ্মবাদ আৰু তন্ত্ৰৰ শক্তিবাদ। ব্ৰহ্মবাদৰ দৰে শক্তিবাদৰ পূৰ্বাভাসো ঋগ্বেদতেই পোৱা যায়। আৰ্য্যসকলৰ ধৰ্ম-দৰ্শনত দেৱতাৰ প্ৰাধান্য থাকিলেও ঋগ্বেদত ৰাত্ৰি, উষা, অদিতি, বাক্ আদি দেৱীবো উল্লেখ পোৱা যায়। দেৱী-সূক্তত বিশ্বৰ জনয়িত্ৰী মূলীভূতা আদি শক্তি বুলি অভিহিত আছে। ঋগ্বেদৰ দশম মণ্ডলত বাগ্‌দেৱী কৈছে—

"অহং সুবে পিতৰমস্য মূৰ্ধন্মম যোনিৰপ্‌স্বন্তঃ সমুদ্ৰে।
ততো বিতিষ্ঠে ভুবনানু বিশ্বোতামূং দ্যাং বৰ্ষ্মণোপস্পৃশামি॥
অহমেব বাত ইব প্ৰবাম্যাৰভমাণা ভুবনানি বিশ্বা।
পৰো দিবা পৰ এনা পৃথিব্যৈতাৱতী মহিনাসংবভূৱ॥"

(ঋগ্বেদ সংহিতা—১০।১২৫।৭-৮)

অৰ্থাৎ,

"মই পিতা, মই আকাশক জন্ম দিছোঁ। সেই আকাশ এই জগতৰ মস্তক স্বৰূপ। সমুদ্ৰত পানীৰ মাজত মোৰ স্থান। সেই স্থানৰপৰা মই সৰ্বভুবনত বিস্তাৰিত হৈ নিজৰ উন্নত দেহেৰে এই দ্যুলোক স্পৰ্শ কৰোঁ। মই ভুবন সৃষ্টি কৰি কৰি বায়ুৰ দৰে বহমান হওঁ। মোৰ মহিমা ইমান প্ৰসাৰিত হৈছে যে দ্যুলোককো অতিক্ৰম কৰি গৈছে, পৃথিৱীকো অতিক্ৰম কৰি গৈছে।"

বৈদিক দৰ্শনত এটা সুসংহত বিশ্বদৃষ্টিৰ পৰিচয় পোৱা যায়। বৈদিক ঋষি-সকলৰ মতে ভূলোক-দ্যুলোক-অন্তৰীক্ষলোকৰ সমস্ত ক্ৰিয়া আৰু গতিধাৰা এটা মহান ব্যাপক বিশ্ব-ছন্দত গথা। এই বিশ্বব্যাপী ছন্দত গথা নিয়মক বৈদিক দৰ্শনত 'ঋত' নামে অভিহিত।

ভাৰতীয় দৰ্শনৰ মতে আত্মা অমৰ। ঋগ্বেদৰ দশম মণ্ডলৰ সূক্তত ইয়াৰ সুস্পষ্ট ইঙ্গিত আছে। দেহৰ মৃত্যু হলে আত্মা যমৰ নিৰ্দেশত লোকান্তৰলৈ গুচি যায়—

"যমো নো গাতুং প্ৰথমো বিবেদ নৈষা গব্যূতিৰপভৰ্ত্তবাউ।
যত্ৰা নঃ পূৰ্বে পিতৰঃ পৰেয়ুৰেণা জজ্ঞানাঃ পথ্যা অনুস্বাঃ॥"

(ঋ. সংহিতা—১০।১৪।২)

অৰ্থাৎ,

"আমি কোন বাটে যাম, তাক যমেই প্ৰথমতে দেখুৱাই দিয়ে। সেই পথ বিনিষ্ট নহয়। যি বাটে আমাৰ পূৰ্বপুৰুষসকল গৈছে, সকলো জীৱই নিজ নিজ কৰ্ম অনুসাৰে সেই বাটে যাব।"

ভাৰতীয় দৰ্শনত আত্মাৰ অমৰত্বৰ লগত জড়িত আছে কৰ্মবাদৰ তত্ত্ব— ইহজন্মৰ কৰ্মানুসাৰে পৰজন্মৰ ফলপ্ৰাপ্তি। পৰজন্মৰ সুখ-দুঃখ পূৰ্বজন্মৰ কৰ্ম অনুসাৰে লাভ হয়।

বিশ্বসৃষ্টিৰ তত্ত্ব সন্ধান ঋগ্বেদৰ দাৰ্শনিক ভাবনাৰ এটি অন্যতম বিষয়। এটি সূক্তত কোৱা আছে—প্ৰথমতে একোৱেই নাছিল, মাথোন নিৰাকাৰ আত্মা আছিল, তাৰ মাজত কামনাৰ আবিৰ্ভাৱ হোৱাত সৃষ্টিক্ৰিয়াৰ সূচনা হ'ল :

"তুচ্ছ্যেনাভ্বপিহিতং যদাসীত্তপসস্তন্মহিনাজায়তৈকম্।
কামস্তদগ্রে সমবর্ততাধি মনসো ৰেতঃ প্ৰথমং যদাসীৎ॥"

(ঋ, সংহিতা ১০।১২৯।৩-৪)

অৰ্থাৎ,

"অবিদ্যমান বস্তুৰ দ্বাৰা সেই সৰ্বব্যাপী ব্ৰহ্ম আচ্ছন্ন আছিল। তপস্যাৰ প্ৰভাৱত সেই এক বস্তুৰ জন্ম হ'ল। সৰ্বপ্ৰথমে মনত কামৰ আবিৰ্ভাৱ হ'ল, তাৰপৰাই প্ৰথমে উৎপত্তিৰ বীজ নিৰ্গত হ'ল।"

বেদ ভাৰতীয় ধৰ্মদৰ্শনৰ মূল উৎস। হিন্দু ধৰ্মৰ তথা দৰ্শনৰ পৰৱৰ্তীকালৰ মতসমূহৰ বীজ পোৱা যায় ঋগ্বেদত।

**ঋগ্বেদত সামাজিক চিত্ৰণ :** ঋগ্বেদযুগত আৰ্য্যসকলৰ অৰ্থনৈতিক জীৱনৰ মূল আশ্ৰয় আছিল প্ৰধানতঃ চিকাৰ আৰু খেতি। কৃষিকেন্দ্ৰিক অৰ্থনৈতিক ব্যৱস্থাই আৰ্য্যসকলৰ সামাজিক আৰু পাৰিবাৰিক ব্যৱস্থাক নিয়ন্ত্ৰিত কৰিছিল। কৃষিকাৰ্য্যৰ বাবে আৰ্য্যসকলৰ পৰিয়ালত একাধিক পুৰুষ ঐক্যবদ্ধ হৈ ঘৰৰ কাম পৰিচালনা কৰিছিল। এই একান্নবৰ্তী পৰিয়ালক কেন্দ্ৰ কৰি বৈদিক সমাজ গঢ়ি উঠিছিল। প্ৰত্যেক পৰিয়ালৰ কৰ্তৃত্ব আছিল একোজন পুৰুষৰ হাতত। সেয়ে আৰ্য্যসকলৰ সমাজ-ব্যৱস্থা আছিল পুৰুষপ্ৰধান। অৱশ্যে পৰিয়ালৰ প্ৰশাসনিক কৰ্তৃত্ব পুৰুষৰ হাতত থাকিলেও নাৰীয়েই আছিল একান্নবৰ্তী পৰিয়ালৰ আভ্যন্তৰীণ কৰ্ত্ৰী। ঋগ্বেদৰ দশম মণ্ডলৰ এটি সূক্তত কোৱা আছে যে ন-বোৱাৰীয়ে পতিৰ ঘৰত নিজ গুণৰ বলত সকলোৰে মন জয় কৰিব। ন-কোৱাৰীৰ প্ৰতি এনেদৰে নিৰ্দেশ দিয়া আছে—

"সম্ৰাজ্ঞী শ্বশুৰে ভৱ সম্ৰাজ্ঞী শ্বশ্ৰ্বাং ভৱ।
ননান্দৰি সম্ৰাজ্ঞী ভৱ সম্ৰাজ্ঞী অধি দেবৃষু॥"

অৰ্থাৎ,

"তুমি শহুৰৰ ওচৰত কৰ্তৃত্ব কৰা, শাহুক বশ কৰা, ননদ আৰু দেওৰসকলৰ ওপৰত সম্ৰাজ্ঞীৰ দৰে হোৱা।"

একো একোটা পৰিয়াল আছিল আৰ্য্যসমাজৰ মূল একক ( unit )। সমাজৰ সংগঠন আছিল সুস্থ আৰু সাম্যভিত্তিক। বৈদিক যুগৰ আৰম্ভণিতে জাতি-ভেদ প্ৰথাৰ কোনো উল্লেখ নাই। পিছত ক্ৰমশঃ বৃত্তি অনুসৰি ব্ৰাহ্মণ, বৈশ্য আৰু শূদ্ৰ—এই চাৰিটা জাতি গঢ়ি উঠে। ঋগ্বেদৰ মাথোন দশম মণ্ডলৰ পুৰুষ-সূক্তত এই চাৰিটা বৰ্ণৰ উল্লেখ আছে, আনবোৰ সূক্তত নাই। এই পুৰুষ সূক্তটো বৈদিক যুগৰ শেষৰ পিনে ৰচিত। ইয়াৰপৰা ধাৰণা হয় বৈদিক যুগৰ শেষৰ পিনে আৰ্য্যসমাজৰ চাৰিবৰ্ণৰ সূত্ৰপাত হয়। কিন্তু এই জাতি-বিভাগ আছিল এটা গুণগত আৰু কৰ্মগত সমাজ-বিন্যাস মাথোন। তেওঁলোকৰ মাজত কোনো ভেদা-ভেদ নাছিল। সমাজৰ মাজত এটা অবিচ্ছেদ্য ঐক্য আছিল।

বৈদিক শিক্ষা-পদ্ধতিও আছিল অতি চমৎকাৰ। জীৱনৰ প্ৰভাত-লগ্নত ব্ৰহ্মচৰ্য্য ব্ৰত অৱলম্বন কৰি চিত্তবৃত্তিৰ উৎকৰ্ষ সাধন কৰাই আছিল বৈদিক শিক্ষাৰ মূল লক্ষ্য। ছাত্ৰই গুৰুৰ গৃহত থাকি ব্ৰহ্মবিদ্যা অৰ্জন কৰিছিল। গুৰুৰ ব্যক্তি-গত দৈনন্দিন জীৱনচৰ্য্যা দেখি তাৰ আদৰ্শতেই ছাত্ৰসকলে নিজ জীৱন গঠনত প্ৰবৃত্ত হৈছিল। সেই যুগত শিক্ষা কেৱল পুথিগত জ্ঞান চৰ্চাত সীমাবদ্ধ নাছিল, তাৰ এটা ব্যৱহাৰিক তথা গঠনমূলক দিশো আছিল। আৰ্য্যসকলে ব্ৰহ্মচৰ্য্য সাং কৰি গাৰ্হস্থ্যজীৱনত প্ৰৱেশ কৰাৰ উদ্দেশ্য আছিল বিবাহিত জীৱনত সু-সন্তান লাভ কৰি মানৱ-কল্যাণ সাধন কৰা। ব্ৰহ্মচৰ্য্য, গাৰ্হস্থ্য, বানপ্ৰস্থ আৰু সন্ন্যাস—জীৱনৰ এই চাৰিটা স্তৱক বলা হয় চতুৰাশ্ৰম। পৰৱৰ্তীকালত জাতি-বিভাগ আৰু বৰ্ণাশ্ৰম ধৰ্মই ভাৰতীয় সমাজ-ব্যৱস্থাৰ মূল কাঠামো ৰচনা কৰে।

আৰ্য্যসকলৰ আনন্দ-উপভোগৰ ৰুচিসম্মত বিষয় আছিল সঙ্গীত আৰু নৃত্য-চৰ্চা। বীণাবাদনত তেওঁলোক বিশেষ পাৰদৰ্শী আছিল।

তেওঁলোক আছিল ৰূপসচেতন আৰু সৌন্দৰ্য্যপ্ৰিয়। তেওঁলোকে সোণৰ অলংকাৰ বেচি ব্যৱহাৰ কৰিছিল। বাস, অধিবাস, নিৱি, দ্ৰাপি, পেশ ইত্যাদি তেওঁলোকে পৰিধান কৰিছিল। যৱ, মাংস, সোমৰস ইত্যাদি তেওঁলোকৰ প্ৰিয় খাদ্য।

স্বামীয়ে পত্নীৰ ওচৰত প্ৰণয় নিবেদন কৰাৰ স্বাভাৱিক জীৱনকামনাৰ চিত্ৰ ঋক্ সংহিতাত চিত্ৰিত হৈছে। বিবাহিত জীৱনত পাতিব্ৰত্য আৰু সহধৰ্মিতা

আছিল আৰ্য্যসমাজৰ পৰিবাৰ-জীৱনৰ আদৰ্শ। স্বামী-স্ত্ৰীৰ মিলন যাতে নিবিড় হয় তাৰ বাবে এইদৰে প্ৰাৰ্থনা কৰা আছে—

"অনৃক্ষৰা ঋজবঃ সন্তু পন্থা যেভিঃ সখায়ো যন্তি নো বৰেয়ম্।
সমৰ্যমা সং ভগো নো নিনীয়াৎ সং জাস্পত্যং সুয়মমস্তু দেবাঃ॥"

অৰ্থাৎ,

"যিবোৰ পথেৰে আমাৰ বন্ধুসকলে বিবাহৰ বাবে কন্যা প্ৰাৰ্থনা কৰে, সেইবোৰ পথ যেন সৰল আৰু কণ্টকবিহীন হয়, হে অৰ্যমা আৰু ভগ আমাক উত্তমৰূপে লৈ বলক। হে দেৱগণ! পতি-পত্নী যেন উৎকৃষ্টৰূপে গ্ৰথিত হয়।"

প্ৰেমৰ দৰে সত্যও আছিল বিবাহিত জীৱনৰ আদৰ্শ। সেয়ে বিবাহিতা কন্যাক কোৱা হৈছে—'ঋতস্য যোনৌ সুকৃতস্য লোকংবিষ্টাং ত্বা সহ পত্যা দধামি।' অৰ্থাৎ, '(হে কন্যা) যি সত্যৰ আধাৰ, যি সৎকৰ্মৰ আবাসস্থান-স্বৰূপ, এনেকুৱা ঠাইত তোমাক পতিৰ লগত স্থাপন কৰিছোঁ।'

উদাৰতা আৰু মানৱিক সহানুভূতি ঋক্ বেদকালীন সমাজ-ব্যৱস্থাত বিদ্যমান। বিধবা-বিবাহৰ প্ৰচলন তথা বহু বিবাহৰ সমৰ্থনো পোৱা যায়।[১]

সেই সময়ৰ সমাজৰ অন্ধকাৰ দিশটোও ঋক্‌বেদত চিত্ৰিত কৰিছে। সমাজত প্ৰচলিত মদ্যাসক্তি, জুৱাখেল আৰু যৌন ব্যভিচাৰৰ প্ৰচলনো ঋক্‌বেদত চিত্ৰিত কৰিছে। এনেকি পিতা-কন্যাৰ মাজত আৰু ভাই-ভনীৰ মাজতো যৌনসম্পৰ্ক থকাৰ কথা কোনো কোনো সূক্তত পোৱা যায়। ঋক্‌বেদৰ দশম মণ্ডলৰ দশম সূক্তৰ যম-যমীৰ সংলাপ এই প্ৰসঙ্গত উল্লেখযোগ্য।

ঋক্‌বেদ কালত ৰাষ্ট্ৰবিধি ৰাজতান্ত্ৰিক আৰু সমাজ-ব্যৱস্থা ধৰ্মভিত্তিক হলেও এটা অন্তৰ্নিহিত সাম্য আৰু সমষ্টি চেতনাই আছিল এই সমাজৰ প্ৰকৃত বুনিয়াদ। প্ৰীতিপূৰ্ণ সম্মিলিত জীৱনেই আছিল আৰ্য্যসকলৰ সমাজ-জীৱনৰ মূল আদৰ্শ।

পিতৃ-প্ৰধান আৰ্য্যসমাজত নাৰীৰ স্থানো আছিল অতি উচ্চ। মহিলা ঋষি-সকলৰ ৰচিত মন্ত্ৰবোৰেই তাৰ প্ৰমাণ। এই মন্ত্ৰবোৰত সুখী গাৰ্হস্থ্য-জীৱনৰ কামনা স্বাভাৱিকভাৱেই মূৰ্ত হৈ উঠিছে—'সংদাম্পত্যং সুযমা কৃণুধ্ব।' অৰ্থাৎ, 'আমাৰ দাম্পত্য সম্পৰ্কে সুষমামণ্ডিত কৰক।'

---

১। cf. The Rigveda certainly permits polygamy'.—The History and culture of the Indian people, the vedic Agl. ed. by Majumder, Dr. R C. and Pusalker, Dr. A. D. Tondon, George Allen & Unwin, 1952, p. 390.

বৈদিক মন্ত্ৰসমূহত যম-যমী সংবাদ, পুৰুৰবা-উৰ্বশী সংবাদ আদি কিছুমান আখ্যান-উপাখ্যানৰ ইংগিত পোৱা যায়। পৰৱৰ্তীকালত পুৰাণসমূহত যি কথাবস্তু লিপিবদ্ধ কৰা হৈছে তাৰ উৎসও এই সংবাদ সূক্তবোৰ। সূক্তবোৰত নাটকীয় গুণো বিদ্যমান। সূক্তবোৰত গীতি-কাব্যিক গুণো পৰিলক্ষিত। ঋক্‌বেদত ঋষিসকলে প্ৰকৃতিৰ একো একোটা ৰূপক, কালপ্ৰবাহৰ একো একোটা লগ্নক জীৱনৰ গভীৰ তাৎপৰ্য্যৰ প্ৰতীকৰূপে গ্ৰহণ কৰিছে। যেনে ঋক্‌বেদৰ ঋষিৰ ওচৰত উষা হ'ল বিলীয়মান অতীতৰ অন্ধকাৰৰ পিচত উদীয়মান উজ্জ্বল ভৱিষ্যতৰ চিৰন্তন প্ৰতীক :

"ইদং শ্ৰেষ্ঠং জ্যোতিষাং জ্যোতিৰাগাচ্চিত্ৰঃ প্ৰকেতো-অজনিষ্টঃ বিভ্বা।
যথা প্ৰসূতা সবিতুঃ সবায় এবা ৰাক্ৰ্যুষসে যোনিমাৰৈক্ ॥"

অৰ্থাৎ,

"জ্যোতিসমূহৰ ভিতৰত শ্ৰেষ্ঠ জ্যোতি উষা। তাৰ বিচিত্ৰ যথা জগৎ প্ৰকাশক ৰশ্মিও ব্যক্ত হৈ প্ৰকাশ পাইছে। যিদৰে ৰাত্ৰি সবিতাৰ প্ৰসূত, তেনেদৰে ৰাত্ৰিও উষাৰ উৎপত্তিৰ বাবে জন্মস্থান কল্পনা কৰিছে।"

আধ্যাত্মিক অনুভূতি প্ৰকাশৰ বাবে যুগে যুগে যি 'মিষ্টিক' কাব্যৰ ধাৰা পৰিলক্ষিত হয়, ঋক্‌বেদৰ স্থান তাৰ সকলোৰে ওপৰত।

## ৪। সংহিতা

যুগ যুগ ধৰি মন্ত্ৰসমূহ অবিভক্ত ৰূপে ঋষি সমাজত চলি আহিছে। কালক্ৰমত যেতিয়া যজ্ঞই প্ৰধান স্থান লাভ কৰিলে তেতিয়া যজ্ঞ অনুষ্ঠানৰ বাবে মন্ত্ৰসমূহ বিভিন্ন শ্ৰেণীত বিভক্ত কৰা হয়। হোতা, অধ্বৰ্য্যু, উদ্‌গাতা আৰু ব্ৰহ্মা—এই চাৰিজন ঋত্বিকৰ প্ৰথমতে যজ্ঞত প্ৰয়োজন হয়। তেওঁলোকৰ কাম হ'ল—হোতাই মন্ত্ৰ পাঠ কৰি দেৱতাৰ আবাহন জনোৱা। অধ্বৰ্য্যুই আহুত দেৱতাৰ উদ্দেশ্যে মন্ত্ৰ পাঠ কৰি অগ্নিত আহুতি দিয়া, উদ্‌গাতাই দেৱতাৰ প্ৰীতিৰ বাবে মন্ত্ৰত সুৰ লগাই গায় আৰু এই তিনিজনৰ মন্ত্ৰৰ দোষাদোষ ব্ৰহ্মাই লক্ষ্য কৰে। এই চাৰিজন ঋত্বিকৰ প্ৰথম তিনিজনৰ পাঠ্যমন্ত্ৰবোৰ মন্ত্ৰৰাজিৰ মাজৰপৰা

পৃথক কৰি তিনিভাগত সংগৃহীত কৰা হয় আৰু প্ৰতিটো সংগ্ৰহক 'সংহিতা' বোলা হয়। হোতাৰ পাঠ্য মন্ত্ৰবোৰ সংগৃহীত কৰি ৰখা পুথিখনৰ নাম ঋক্-সংহিতা (হৌত্ৰবেদ), অধ্বৰ্যুৰ পাঠ্য মন্ত্ৰবোৰ সংগৃহীত আৰু 'উদ্গাতা'ৰ পাঠ্যমন্ত্ৰবোৰ সংগৃহীত কৰি ৰখা পুথিদুখনৰ নাম ক্ৰমে 'যজুঃ সংহিতা' (আধ্বৰ্যবেদ) আৰু 'সাম-সংহিতা' (উদ্গাত্ৰবেদ)। কিন্তু সংহিতা তিনিভাগত বিভক্ত হৈছে বুলিয়ে 'বেদ' তিনিখন নহয়। এখন বেদৰ তিনিটা অংশ মাথোন।

**ঋক্-সংহিতা** :—ঋক্, সাম, যজুঃ আৰু অথৰ্ব সংহিতাৰ ভিতৰত ঋক্-সংহিতাই প্ৰাচীন। সংহিতা তিনিভাগত বিভক্ত হ'লেও বেদৰ একত্ব হানি হোৱা নাই। ঋক্-সংতিৰ বহুতো মন্ত্ৰ যজুঃ-সংহিতাৰ অন্তৰ্ভুক্ত হৈছে আৰু সেইবাবে সেইবোৰ যজুৰ্মন্ত্ৰ হৈ যোৱা নাই। আকৌ—

"দেবো বঃ সবিতোৎপুণাতু।
অচ্ছিদ্ৰেণ পবিত্ৰেণ
বসোঃ সূৰ্য্যস্য ৰশ্মিভিঃ।"

এই ঋক্ মন্ত্ৰটি ঋক্-সংহিতাত নাই, কিন্তু যজুঃ-সংহিতাত আছে। ঋক্-সংহিতাত নাই বাবেই ই ঋক্ হব নোৱাৰে আৰু যজুঃ-সংহিতাত আছে বাবেই ই যজুৰ্মন্ত্ৰ—এইবুলি মন্তব্য কৰিব নোৱাৰি। তৈত্তিৰীয় ব্ৰাহ্মণত 'সবিত্ৰিয়র্চা' পদৰ দ্বাৰা ইয়াক ঋক্ বুলি স্বীকাৰ কৰিছে।

ঋক্-সংহিতাক দুই প্ৰকাৰত বিভক্ত কৰা যায়—প্ৰথম বিধ হ'ল মণ্ডল, অনুবাক, সূক্ত আৰু ঋক্। দ্বিতীয় বিধ অষ্টক, অধ্যায়, বৰ্গ আৰু মন্ত্ৰ।

ঋক্‌বেদৰ মন্ত্ৰৰ স্তবকক 'ঋক্' বোলা হয়। কিছুমান ঋকৰ সমষ্টিয়েই 'সূক্ত'। কিছুমান সূক্তৰ সমষ্টি একোটা 'অনুবাক' আৰু কেইটামান অনুবাকৰ সমষ্টিয়েই হ'ল একোটা 'মণ্ডল'। গোটেই ঋক্-সংহিতাত দহটা মণ্ডল, ৮৫টা অনুবাক, ১০১৭টা সূক্ত আৰু ১০৬০০ ঋক্ আছে। দ্বিতীয় বিধৰ বিভাগ অনুযায়ী ঋক্-সংহিতাত ৮টা অষ্টক, ৬৪টা অধ্যায় আৰু ২০০৬টা বৰ্গ অছে। কেইটামান বৰ্গ লগলাগি একোটা অষ্টক গঠিত হৈছে।

ঋগ্‌বেদৰ ঋষিসকল বেলেগ বেলেগ কুটুম্বৰ লগত সম্বন্ধ। এক বংশৰ ঋষিৰ দ্বাৰা দৃষ্ট মন্ত্ৰ এটা মণ্ডলত সংগৃহীত কৰা হৈছে। প্ৰথম আৰু দশম মণ্ডল নানা কুটুম্ব ঋষিৰ মন্ত্ৰ, কিন্তু দ্বিতীয়ৰপৰা সপ্তম মণ্ডললৈ প্ৰত্যেকতে একজন ঋষিৰ দ্বাৰা

দৃষ্ট মন্ত্ৰৰ সংকলন। এই ঋষিসকল ক্ৰমশঃ—১। গৃৎসমদ, ২। বিশ্বমিত্ৰ, ৩। বামদেব ৪। অত্ৰি, ৫। ভৰদ্বাজ, ৬। বশিষ্ঠ। এওঁলোকৰ ক্ৰমশঃ দ্বিতীয় মণ্ডলৰপৰা সপ্তম মণ্ডললৈ সম্বন্ধ। অষ্টম মণ্ডলত কণ্ব বংশ আৰু অঙ্গিৰা গোত্ৰৰ ঋষিসকলৰ মন্ত্ৰ। নবম মণ্ডল সোম-বিষয়ক মন্ত্ৰৰ সংকলন। দশম মণ্ডলৰ মন্ত্ৰত নানা ঋষিকুলৰ সম্বন্ধ। ইয়াত কেৱল দেৱতাৰ স্তুতিয়েই নহয়, আন বিষয়ো সন্নিবেশ হৈছে।

**সামবেদ-সংহিতা** :—'সাম'ৰ অৰ্থ হৈছে—সুন্দৰ, সুখকৰ কথা। সঙ্গীত-বিদ্যাক আটাইতকৈ সুখকৰ আৰু আনন্দদায়ক বিদ্যা হিচাপে স্বীকাৰ কৰা হৈছে। 'সাম'ৰ অৰ্থ সঙ্গীতো অৰ্থাৎ গান।

সামবেদৰ বেছিভাগ মন্ত্ৰই ঋগ্‌বেদত পোৱা যায়। সামবেদ সংহিতাৰ ১৮১০টা মন্ত্ৰৰ ভিতৰত ৭৫টা মন্ত্ৰৰ বাহিৰে আটাইবোৰ ঋগ্‌বেদৰ। কিন্তু এইটোও মনত ৰাখিব লাগিব যে ঋগ্‌বেদৰ মন্ত্ৰসমূহ সামবেদত পুনৰুক্ত হলেও ইয়াৰ ভিতৰত এটা ডাঙৰ পাৰ্থক্য আছে। ঋগ্‌বেদৰ মন্ত্ৰবোৰ সুৰবিহীন, কিন্তু সামবেদৰ মন্ত্ৰবোৰ সুৰযুক্ত। ঋগ্‌বেদৰ মন্ত্ৰবোৰত সুৰ সংযোগ কৰিলেই ই সামৰূপে পৰিগণিত হয়।

গানেই সামসূক্তৰ প্ৰাণ। ঋগ্‌বেদৰ মন্ত্ৰৰ দ্বাৰা দেৱতাৰ আহ্বান আৰু সামবেদৰ মন্ত্ৰৰ দ্বাৰা স্তুতি কৰা হয়। সামবেদৰ শাখা তিনিটা—ৰাণায়নীয়, কৌথুমী আৰু জৈমিনীয়। তাৰ ভিতৰত কৌথুমী শাখাই প্ৰধান। আকৌ সামবেদ-সংহিতা দুই ভাগত বিভক্ত—আৰ্চিক আৰু উত্তৰাৰ্চিক। উত্তৰাৰ্চিকৰ সামমন্ত্ৰসমূহ প্ৰধান প্ৰধান যজ্ঞত গোৱা হয়। আৰ্চিক খণ্ডৰ মন্ত্ৰবোৰ কিছুমান ছন্দ অনুযায়ী আৰু কিছুমান অগ্নি, সোম, বৰুণ, ইন্দ্ৰ আদি দেৱতা অনুযায়ী যুগুত কৰা হয়।

বেদৰ মন্ত্ৰ তিনি প্ৰকাৰৰ—ঋক্, যজুঃ আৰু সামগীতি। ঋক্ দুই প্ৰকাৰৰ—গেয় আৰু অগেয়। সামবেদত গেয় ঋক্ আৰু গেয় যজুঃ দুয়োটা আছে। সামবেদৰ ঋক্‌সমূহক 'আৰ্চিক' আৰু যজুঃসমূহক 'স্তোক' বোলে। আৰ্চিক আৰু স্তোকক সাম বুলি কোৱা হয়। ইয়াতো দেশ, কাল, পাঠ আৰু গুৰু ক্ৰম অনুসাৰে ভেদ আছে। সামবেদৰ গুৰু পৰম্পৰা সম্বন্ধে মহৰ্ষি জৈমিনী সামবেদৰ প্ৰথম দ্ৰষ্টা আছিল বুলি পণ্ডিতসকলে মতপোষণ কৰে। তাৰ পিচত তেওঁ সামবেদৰ শিক্ষা নিজৰ শিষ্য বা পুতেক সুমন্তক, সুমন্তই সুন্বাক আৰু সুন্বাই সুকৰ্মাক দিয়ে। সুকৰ্মাই নিজৰ শিষ্য সূৰ্য্যবৰ্চাসহস্ৰক সামজ্ঞান দিয়ে।

কিন্তু অনধ্যায়ৰ দিনত দীক্ষা গ্ৰহণ কৰা অপৰাধত সূৰ্য্যবৰ্চাসহস্ৰৰ এই জ্ঞান দেৱৰাজ ইন্দ্ৰই নষ্ট কৰি দিয়ে। পুনৰ দেৱৰাজ ইন্দ্ৰই সুকৰ্মাৰ কোপত্ত আন এজন শিষ্য-ধীমান পৌষ্যক বেদাধ্যয়নৰ বৰদান দি সুকৰ্মাক সন্তুষ্ট কৰে। ইয়াৰ পিচত পৰম্পৰাগতভাৱে হিৰণ্যনাভ, প্ৰাচ্যসামগ, লৌগাক্ষি, কুথুমী, কুশীতি আৰু লাংগলী সামবেদ অধ্যয়ন কৰে।

সামবেদৰ প্ৰায় অধিকাংশ ঋক্ গায়ত্ৰী আৰু জগতী ছন্দত লিখা। এই দুই ছন্দৰ ব্যুৎপত্তি 'গো' অৰ্থাৎ গানৰপৰা হৈছে। সেই বাবেই এইটো স্পষ্ট হৈ পৰিছে যে, সামবেদৰ অধিকাংশ ঋক্ গেয় আৰু সঙ্গীতবদ্ধ।

ছান্দোগ্য উপনিষদত সামবেদ সম্বন্ধে এনে এটা কথা বৰ্ণনা আছে—ঋষি অঙ্গিৰসে দৈৱকী পুত্ৰ শ্ৰীকৃষ্ণক বেদান্তৰ উপদেশ দিয়াৰ সময়ত তেওঁক এনেকুৱা সামবেদৰ গানৰ বিধি-নিয়ম বুজায়। এই বিধিৰ নাম 'চালিক্য'। শ্ৰীকৃষ্ণ যেতিয়া এই বিধিত পাৰ্গত হৈ উঠিল তেতিয়া তেওঁ মুৰলীত সামগান গায়।

সামগান বিশেষকৈ সোমৰস বনোৱাৰ সময়ত বা চন্দ্ৰলোকবাসী দেৱীৰ স্তুতিত গোৱা নিয়ম। সেই সময়ৰ বাদ্যযন্ত্ৰ আছিল—দুন্দুভি, বেণু আৰু বীণা। 'শতপথ' ব্ৰাহ্মণত এইদৰে উল্লেখ আছে যে সামগান বিনা যজ্ঞ সিদ্ধি হব নোৱাৰে। সামবেদৰপৰা গান্ধৰ্ববেদৰ উৎপত্তি। গান্ধৰ্ববেদত ১৬ হাজাৰ ৰাগ-ৰাগিনীৰ সৃষ্টি হয়। সংস্কৃত সাহিত্যত ললিতকলা বিষয়ক যিমান সঙ্গীতৰ গ্ৰন্থ ৰচনা হৈছে, আটাইবোৰৰ মূল হ'ল এই ৰাগ-ৰাগিনীবোৰ।

**যজুৰ্বেদ সংহিতা** :—যজ্ ধাতুৰপৰা 'যজুষ্' শব্দ নিষ্পন্ন। 'যজুষ্', শব্দৰ অৰ্থ পূজা আৰু যজ্ঞ। যিদৰে ঋগ্বেদৰ মন্ত্ৰৰ বিষয় দেৱতাক আৱাহন কৰা ঠিক সেইদৰে যজুৰ্বেদৰ মন্ত্ৰবোৰৰ বিষয় হৈছে যজ্ঞবিধি সম্পন্ন কৰা। যজুৰ্বেদ কৰ্মকাণ্ড প্ৰধান। যজ্ঞ অনেক বিধ। দেৱতাৰ স্তুতিৰ বাবে যজ্ঞৰ বিধান। দেৱতাই তুষ্ট হৈ সুবৃষ্টি কৰে, যাৰ দ্বাৰা ধন-ধান্য বৃদ্ধি হৈ মানুহে সুখেৰে কাল কটাব পাৰে। যজ্ঞৰপৰাই কলাৰ উৎপত্তি। কি যজ্ঞত কি কি মন্ত্ৰ ব্যৱহাৰ কৰা উচিত, এই বিধি যজুৰ্বেদত বৰ্ণিত আছে। এনেকুৱা মন্ত্ৰৰ সংগ্ৰহৰ নামেই 'যজুৰ্বেদ সংহিতা'।

যজুৰ্বেদৰ দুটা ভাগ—কৃষ্ণ আৰু শুক্ল। ছন্দোবদ্ধ মন্ত্ৰ আৰু গদ্যাত্মক বিনি-য়োগৰ সংমিশ্ৰণৰ বাবে প্ৰথম ভাগৰ নাম কৃষ্ণ আৰু ছন্দোবদ্ধ মন্ত্ৰ তথা বিনিয়োগ নোহোৱা বাবে দ্বিতীয় ভাগৰ নাম শুক্ল। যজুৰ্বেদৰ সম্বন্ধে এনেদৰে কথিত

আছে যে সূৰ্য্যৰ দ্বাৰা যাজ্ঞবল্ক্য ঋষিৰ দিনৰ ভাগত জ্ঞান প্ৰাপ্ত হোৱা বাবে দ্বিতীয় ভাগৰ নাম শুক্ল যজুৰ্বেদ।

যিবিলাক মন্ত্ৰ ঋক্ আৰু সামত সন্নিবিষ্ট কৰা নাই সেই অৱশিষ্ট বেদমন্ত্ৰসমূহ যজুঃ। ঋক্ আৰু সাম সংহিতাত গদ্য নাই, ই ছন্দোবদ্ধ পদ্যত ৰচিত। কিন্তু যজুঃ-সংহিতাত মন্ত্ৰবোৰ পদ্য-গদ্য উভয়তে ৰচিত। যজুঃ-সংহিতাত কিছুমান ঋক্ মন্ত্ৰ নথকা নহয়, কিন্তু বেছি ভাগেই যজুৰ্বেদৰ নিজস্ব মন্ত্ৰ। যাগ-যজ্ঞ আদিত ঋক্ মন্ত্ৰৰ দ্বাৰা দেৱতাক আবাহন আৰু সাম মন্ত্ৰৰ দ্বাৰা স্তুতিগান কৰা হয়।

কৃষ্ণ আৰু শুক্ল যজুৰ্বেদ সম্বন্ধে বায়ুপুৰাণ আৰু বিষ্ণুপুৰাণত এটা বিস্ময়জনক উপাখ্যান পোৱা যায়। মহৰ্ষি বেদব্যাসে তেওঁৰ প্ৰিয় শিষ্য পৈল, বৈশম্পায়ণ, জৈমিনি আৰু সুমন্তক যথাক্ৰমে ঋক্, যজুঃ, সাম আৰু অথৰ্ববেদ পঢ়াইছিল। বৈশম্পায়ণে যথাসময়ত যজুৰ্বেদত অসীম পাণ্ডিত্য অৰ্জন কৰি নিজ শিষ্য যাজ্ঞবল্ক্য আদি ঋষিসকলক যজুৰ্বেদ পঢ়ায়। সেই সময়ত ঋষিসকলে মেৰুপৰ্বতৰ ওপৰত নিজ নিজ বিদ্যাৰ পাণ্ডিত্য দেখুৱাবলৈ সম্মিলিত হয়। যিয়ে এই মহা সম্মিলনত যোগদান নিদিয়ে সেইজন সাতদিনৰ ভিতৰত ব্ৰহ্মহত্যা পাপত লিপ্ত হ'ব। ব্ৰহ্মহত্যা পাপৰপৰা হাত সাৰিবলৈ ঋষিবৃন্দই যৎপৰোনাস্তি চেষ্টা কৰি হলেও সেই সম্মিলনত যোগদান কৰে। এবাৰ বিশেষ কাৰণ বশতঃ বৈশম্পায়ণে সম্মিলনত যোগদান কৰিব নোৱাৰিলে। সেইবাবে যাতে তেওঁ ব্ৰহ্মহত্যা পাপত লিপ্ত হ'ব লগা নহয় তাৰ বাবে শিষ্যসকলৰ মাজৰপৰা কোনে তেওঁৰ প্ৰতিনিধিত্ব কৰিব সুধিলে। তেতিয়া শিষ্যসকলৰ মাজৰপৰা যাজ্ঞবল্ক্যই তপৰাই মাত লগালে —"গুৰুদেৱ! আপোনাৰ শিষ্যসকলৰ এনেকুৱা তপঃ প্ৰভাৱ নাই যাৰ দ্বাৰা আপোনাৰ ব্ৰহ্মহত্যা পাতক নিবাৰণ হ'ব। ইহঁত আটাইবোৰ হীনবিদ্য আৰু ক্ষীণবীৰ্য্য। অকল ময়েই একনিষ্ঠ কঠোৰ তপস্যাৰ দ্বাৰা আপোনাৰ এই ব্ৰহ্মহত্যা পাপক ৰোধ কৰিবলৈ সক্ষম।" যাজ্ঞবল্ক্যৰ এনেকুৱা দাম্ভিকতাপূৰ্ণ কথাত বৈশম্পায়ণ খঙত জলি-পকি তেওঁক ভৎ'সনা কৰি কলে—"তোমাৰ নিচিনা দাম্ভিক শিষ্যৰ মোৰ কোনো প্ৰয়োজন নাই, তুমি মোৰ সমস্ত বিদ্যা প্ৰত্যাৰ্পণ কৰি অক্তেকতে ইয়াৰপৰা আঁতৰি যোৱা।" যাজ্ঞবল্ক্যই গুৰুৰ আদেশ শিৰোধাৰ্য্য কৰি সমস্ত বিদ্যা বমি কৰি উলিয়াই দিলত আন শিষ্যবৰ্গই গুৰুৰ আদেশ মতে 'তিত্তিৰি' চৰাইৰ ৰূপ ধাৰণ কৰি সেই উদ্গীৰ্ণ বিদ্যা গ্ৰহণ কৰিলে। উদ্গীৰ্ণ বস্তু দূষিত বাবেই যজুৰ্বেদৰ এই সংহিতা খণ্ডক 'কৃষ্ণযজুৰ্ব' সংহিতা বোলা হয় আৰু 'তিত্তিৰি'

চৰাইৰ ৰূপ ধাৰণ কৰি গ্ৰহণ কৰা বাবে ইয়াৰ আন এটা নাম 'তৈত্তিৰীয়-সংহিতা'।

ইপিনে যাজ্ঞবল্ক্যই বিদ্যাহীন হৈ মনঃ কষ্ট ভুগিবলৈ ধৰিলে। বেদবিদ্যাহীন মানুহ ব্ৰাহ্মণ কুলত জন্মা নিৰৰ্থক। গতিকে পুনৰ বিদ্যালাভৰ উপায় চিন্তা কৰিবলৈ ধৰিলে। অৱশেষত তেওঁ সূৰ্য্যদেৱতাৰ ওচৰত বেদ-বিদ্যা শিকিবলৈ দৃঢ় সংকল্প হ'ল। সূৰ্য্যদেৱ তেওঁৰ তপস্যাত তুষ্ট হৈ বাজীৰূপ ধাৰণ কৰি বেদশিক্ষা দান কৰিলে। সূৰ্য্যৰপৰা পোৱা বেদাংশৰ নাম হ'ল শুক্লযজুৰ্বেদ বা 'বাজসনেয়ি' সংহিতা। 'বাজ' শব্দৰ অৰ্থ সূৰ্য্যৰ কিৰণ আৰু 'সনি'ৰ অৰ্থ ধনসম্পদ। এইবাবে সূৰ্য্যৰ কিৰণৰপৰা বিদ্যমান সেই ধন-সম্পদ স্বৰূপ বেদাংশৰ নাম 'বাজসনেয়ি' সংহিতা বা 'শুক্লযজুৰ্বেদ'।

**অথৰ্ববেদ-সংহিতা :**—যি গীতিযুক্ত নহয় আৰু য'ত ঋক্ আৰু যজুঃ এই দুবিধ মন্ত্ৰই দৃষ্ট হয়, সেই সংহিতাই অথৰ্ববেদ সংহিতা। অথৰ্ববেদক সংহিতা হিচাবে গণনা কৰিলে সংহিতা হয় চাৰিখন। ইয়াতে এটা প্ৰশ্ন হয়, বেদক তেনেহ'লে 'ত্ৰয়ী বোলাৰ কাৰণ কি? বেদক যি 'ত্ৰয়ী' বোলা হয় সি সংহিতাৰ সংখ্যানুসাৰে নহয়,—মিতত্ব, অমিতত্ব আৰু স্বৰত্বৰূপে যি তিনিবিধ লক্ষণৰ ওপৰত নিৰ্ভৰ কৰি মন্ত্ৰৰাশিক ঋগাদি তিনি শ্ৰেণীত বিভক্ত কৰা হৈছে, মন্ত্ৰসমূহৰ সেই তিনিবিধ লক্ষণ অনুসাৰে বেদক 'ত্ৰয়ী' বুলি অভিহিত কৰা হৈছে।

অথৰ্ববেদৰ প্ৰাচীন নাম 'অথৰ্বাঙ্গিৰস'। অথৰ্ব আৰু আঙ্গিৰস এই দুটা শব্দৰ যোগত অথৰ্বাঙ্গিৰস নামটো নিষ্পন্ন। 'অথৰ্ব' শব্দই শান্তি, পৌষ্টিক আদি মাঙ্গলিক ক্ৰিয়া আৰু 'আঙ্গিৰস' শব্দই শত্ৰু বধাদিকাৰক অমঙ্গল অভিচাৰ ক্ৰিয়া আদি বুজায়। অথৰ্ববেদৰ ব্ৰাহ্মণৰ নাম গোপথ ব্ৰাহ্মণ। ঋগ্‌বেদৰ দশম মণ্ডলৰপৰা বহু অংশ ইয়াত সন্নিবিষ্ট কৰা হৈছে। ২০ টা কাণ্ডত, ৩৮টা প্ৰ-পাঠক, ৯০টা অনুবাক, ৭৩১টা সূক্তত প্ৰায় ৬,০০০ মন্ত্ৰত অথৰ্ববেদ ৰচিত। গদ্য আৰু পদ্যত ৰচিত হলেও পদ্যৰ প্ৰাধান্যই বেছি।

বিষ্ণুপুৰাণৰ মতে অথৰ্ববেদৰ পাঁচটা খণ্ড—নক্ষত্ৰকল্প, বৈতানকল্প, সংহিতাকল্প, আঙ্গিৰসকল্প আৰু শান্তিকল্প। নক্ষত্ৰকল্পত নক্ষত্ৰাদিৰ পূজাবিধি, বৈতানককল্পত বৈতালিক ব্ৰহ্মবাদি বিৱৰণ, শান্তিকল্পত অষ্টাদশ মহাশক্তি বিধি, আঙ্গিৰসকল্পত অভিচাৰ বিধি লিখা আছে।

অথৰ্ববেদত যি সভ্যতা আৰু সংস্কৃতিৰ উমান পোৱা যায় তাৰপৰা এইটো অনুমান কৰিব পাৰি যে অথৰ্ববেদ ঋগ্‌বেদৰ পৰৱৰ্তীকালৰ। এই যুগতে আৰ্য্য-সকলে সিন্ধু নদীৰ পাৰৰ পৰা পূৱদিলে গঙ্গা-যমুনাৰ পাৰলৈ আগবাঢ়ি আহিছিল। অথৰ্বন্ বা আঙ্গিৰসাখ্য মন্ত্ৰ পুৰোহিতসকলৰ ৰচিত। বিঘ্নশান্তি, মঙ্গলপ্ৰদাদি কৰ্মসমূহ পুৰোহিতৰ। এতেকে দেখা গ'ল পুৰোহিত সম্প্ৰদায়ৰ প্ৰাধান্য অথৰ্ববেদৰ সমাজত সুপ্ৰতিষ্ঠিত।

ভৈষজ্য আৰু চিকিৎসাবিদ্যা সম্পৰ্কে অথৰ্ববেদত পোৱা যায়। বহুব্যাধিক অসুৰৰূপে বৰ্ণনা কৰা হৈছে। ইয়াত নানা ব্যাধিৰ লক্ষণ বৰ্ণনা আৰু তাৰ প্ৰতি-ৰোধক নানা বনজ ঔষধৰ নাম আছে। অগ্নি আৰু বৰুণক ব্যাধিনাশক দেৱতা হিচাপে স্তুতি কৰা হৈছে। অনেক জ্বৰৰ উপসৰ্গ বিশদভাৱে বৰ্ণনা কৰা আছে। জ্বৰক অসুৰৰূপে কল্পনা কৰিছে আৰু সেই অসুৰৰ নামকৰণ কৰিছে 'তক্মন্'। এই 'তক্মন্' বা জ্বৰৰ অসুৰৰ বিনাশসূচক বহুতো মন্ত্ৰ অথৰ্ববেদত আছে। অস্ত্ৰবিদ্যা আৰু অস্থিবিদ্যাৰ বিষয়ে অথৰ্ববেদত পোৱা যায়।

অথৰ্ববেদত বশীকৰণ মন্ত্ৰও অনেক আছে। স্বামীৰ ক্ৰোধ বা অভিমান দূৰ কৰিবলৈ, আন ৰমণীৰ প্ৰতি স্বামীৰ আসক্তি দূৰ কৰিবলৈ, অভীষ্ট পুৰুষ বা নাৰীক বশ কৰিবলৈ নানা অনুষ্ঠান পাতি এই মন্ত্ৰবোৰ পাঠ কৰা হয়।

তদুপৰি আয়ুষ্য মন্ত্ৰ, পৌষ্টিক মন্ত্ৰ, প্ৰায়শ্চিত্ত মন্ত্ৰ, অভিচাৰ মন্ত্ৰ আদি ইয়াত পোৱা যায়।

এই মন্ত্ৰবোৰৰ বাহিৰেও সৃষ্টিতত্ত্ব, সৃষ্টিকৰ্তাৰ তত্ত্ব আৰু অন্যান্য অধ্যাত্ম তত্ত্বও অথৰ্ববেদত অন্তৰ্নিহিত আছে। অথৰ্ববেদৰ আন এটা নাম 'ব্ৰহ্মবেদ'।

## বেদৰ শাখা

বেদৰ মন্ত্ৰবোৰ কিমান যুগ-যুগান্তৰ ধৰি আৰ্য্যসকলৰ মাজত পৰম্পৰাগত-ভাৱে চলি আহিছিল তাক নিৰ্ণয় কৰা অতি কঠিন। অৱশ্যে সভ্যতাৰ পাতনিতে যে লিখা প্ৰথা নাছিল এনে নহয়। মহেঞ্জোদাৰো আৰু হৰপ্পাৰ বুৰঞ্জীয়ে তাৰ প্ৰমাণ দিয়ে। বেদমন্ত্ৰবোৰ এজনৰপৰা আন এজনৰ মুখত পৰি দেশ, কাল

আৰু পাঠভেদে আবৃত্তি ভঙ্গীত, উচ্চাৰণত, পাঠৰীতিত বৈষম্যও দেখা দিয়া স্বাভাৱিক। এই বৈসাদৃশ্যবশতঃই বিভিন্ন শাখাৰ জন্ম। বিষ্ণুপুৰাণ, ভাগৱত পুৰাণ আৰু কূর্মপুৰাণত ঋগ্‌বেদৰ ২১টা, যজুর্বেদৰ ১০০টা, সামবেদৰ ১,০০০টা আৰু অথর্ববেদৰ ৯টা শাখাৰ উল্লেখ থকা পোৱা যায়।

'শৌনক' ঋষি ৰচিত 'চৰণব্যূহ' নামৰ গ্ৰন্থত ঋগ্‌বেদৰ পাঁচটা শাখাৰ উল্লেখ আছে। যেনে—শাকল, বাস্কল, আশ্বলায়ন, শাংখ্যায়ন আৰু মণ্ডুক। আনহাতে তৈত্তিৰীয় প্ৰাতিশাখ্যত কাশিকাবৃত্তি গ্ৰন্থত আৰু কল্পদ্ৰুমত চৌত্ৰিশটা শাখাৰ উল্লেখ থকা দেখা যায়। যেনে—শাকল, মুদ্গল, গালব, শালীয়, বাৎস্য, শৈশিৰি, বাস্কল, বৌধ্য, অগ্নিমাঠৰ, পাৰাশৰ, জাতুকৰ্ণ্য, আশ্বলায়ন, শাংখ্যায়ন, কৌষীতকি, মহাকৌষীতকি, শাম্ব্য, মাণ্ডুকেয়, বহ্বৃচ, পৈঙ্গ, উদ্দালক, গৌতম, শতবলাক, হৌত্ৰিক, ভাৰদ্বাজ, ঐতৰেয়, বশিষ্ঠ, সুলভ, শৌনক, আগ্নিবেশ্য, কাশ্যপ, কাৰ্ষিক, কাৰ্পাশ, ক্ৰৌড় আৰু কাৰুত।

বিষ্ণুপুৰাণ, পতঞ্জলিৰ মহাভাষ্য আদি গ্ৰন্থত সামবেদৰ সাতটা শাখাৰ উল্লেখ আছে। যেনে—ৰাণায়নীয়, শাট্যমুগ্ৰ, কলাপ, মহাকলাপ, শাৰ্দুল, লাঙ্গলায়ন আৰু কৌথুম। উক্ত শাখাসমূহৰ ভিতৰত বৰ্তমান তিনিটা শাখাহে পোৱা যায়—কৌথুম, জৈমিনীয় আৰু ৰাণায়নীয়।

স্কন্দপুৰাণ, ব্ৰহ্মাণ্ডপুৰাণ, মুক্তসংহিতা আদি গ্ৰন্থৰ মতে যজুৰ্বেদত ১০৭টা আৰু পতঞ্জলিৰ মহাভাষ্যৰ মতে ১০০টা শাখা। চৰণব্যূহ গ্ৰন্থত কৃষ্ণযজুৰ্বেদত ২৭টা আৰু শুক্লযজুৰ্বেদত ৪৩টা শাখা থকাৰ উল্লেখ আছে।

অথৰ্ববেদৰ শাখা নটা—পৈপ্পলাদ, তৌদ, মৌদ, শৌনকীয়, জলাল, জলদ, ব্ৰহ্মবদ, দেবদৰ্শ, চাৰণ্যবৈশ্ব। ইয়াৰ ভিতৰত বৰ্তমান দুটা শাখাহে পোৱা গৈছে। সেই দুটা হ'ল—শৌনক আৰু পিপ্পলাদ।

এটা শাখাৰ মন্ত্ৰবোৰ আন এটা শাখাৰপৰা পাৰ্থক্য কেৱল ভাষাগত নাইবা বিন্যাস ক্ৰমাগতই নহয়, ই ব্যাখ্যাগতও। মূলতে এটা মন্ত্ৰকে বেলেগ বেলেগ শাখাত বিভিন্ন ধৰণে ব্যাখ্যা কৰা হৈছে।

## শ্ৰুতি

ব্ৰাহ্মণ, আৰণ্যক, উপনিষদ সকলো এক মত যে, ঋষি মন্ত্ৰ স্ৰষ্টা নহয়—মন্ত্ৰ দ্ৰষ্টা হে। বেদক শ্ৰুতি বোলাৰ একমাত্ৰ কাৰণও এইটোৱে যে ই পৰম্পৰাগত-ভাৱে ঋষিবংশৰপৰা শ্ৰুতজীৱী হৈ সূত্ৰ যুগলৈ আহে। 'শ্ৰুতি' শব্দ যৌগিক অৰ্থত বেদৰ সমগ্ৰ অংশৰ বোধক, যাৰ উদাত্ত, অনুদাত্ত আৰু স্বৰিত বিধিৰ জ্ঞান গুৰুৰ নিৰ্দেশত অৱগত হব নোৱাৰে। এই দৃষ্টিকোণৰপৰা শ্ৰুতিৰ এই যৌগিক অৰ্থত অন্তৰ্গত সংহিতা, ব্ৰাহ্মণ, আৰণ্যক আৰু উপনিষদ্ সকলো আঁহি যায়।

শ্ৰুতিৰ অৰ্থ 'শুনা'। এই বেদবিদ্যাৰ ঋষিসকলে পৰমাত্মাৰপৰা শুনা আৰু জীৱৰ কল্যাণাৰ্থে ইয়াৰ প্ৰচাৰ কৰিছে। বেদৰ অৰ্থ জ্ঞান। এই বেদৰ দৰ্শন পোন প্ৰথমে যি মহাপুৰুষে কৰিলে, তেওঁৱেই ঋষি।

যাস্কৰ মতে কঠোৰ ব্ৰতাবলম্বী মহৰ্ষিসকল হৈছে সাক্ষাৎ কৃতধৰ্মা। তেওঁলোকে শিষ্যবৰ্গক তেওঁলোকৰ লব্ধ মন্ত্ৰসমূহ মুখে মুখে দান কৰিছিল আৰু যেতিয়া তেওঁলোকৰ স্মৃতিশক্তি কালক্ৰমত লোপ হবলৈ ধৰিলে তেতিয়া বেদ-বেদাঙ্গ ৰচনা কৰিবলৈ ধৰিলে। এইদৰে গুৰু-শিষ্যৰ মুখে মুখে পৰম্পৰাগতভাৱে মন্ত্ৰ-সমূহ যুগ-যুগান্তৰ ধৰি চলি আহাৰ পিচত কোনো এটা সময়ত সেইবোৰ বেদ-বেদাঙ্গ ৰূপে লিপিবদ্ধ কৰা হয়। বেদদৰ্শন কৰা ঋষিসকলৰ উপদেশত যিবিলাকে বেদমন্ত্ৰ পালে তেওঁলোক হ'ল 'শ্ৰুতৰ্ষি'। এওঁলোকৰ ঋষিত্ব শ্ৰৱণৰ দ্বাৰাহে। ইয়াৰ পিচতেই বেদ-বেদাঙ্গ ৰচনা কাল। ঋষিকালৰপৰা শ্ৰুতিকাললৈ আৰু শ্ৰুতিকালৰপৰা বেদ-বেদাঙ্গ ৰচনা কালৰ সময়ৰ ব্যৱধান কিমান তাক সহজে নিৰ্ণয় কৰা টান।

মন্ত্ৰদ্ৰষ্টা ঋষি আৰু 'শ্ৰুতি'ৰ ওপৰত অৰবিন্দই এক গৱেষণাত্মক উক্তি ডাঙি ধৰিছে। এওঁৰ মতে 'ঋষি' সূক্তৰ স্বয়ং নিৰ্মাতা নহয়, এক সনাতন সত্য আৰু এক অপৌৰুষেয় জ্ঞানৰ এওঁলোক দ্ৰষ্টা।

## ঋষি, ছন্দ ঃ দেৱতা, বিনিয়োগ

মন্ত্ৰৰ সম্যক্ জ্ঞানৰ বাবে অকল মন্ত্ৰৰ অৰ্থ জানিলেই নহয়, প্ৰত্যেক মন্ত্ৰৰ ঋষি, ছন্দ কি, দেৱতা কোন আৰু যজ্ঞত তাৰ বিনিয়োগ কেনেকুৱা তাক ভালদৰে জানিব লাগিব। বেদৰ-মন্ত্ৰৰ সম্যক্ জ্ঞানৰ বাবে এইবোৰ জ্ঞান আহৰণ কৰা নিতান্ত দৰকাৰ ; ঋষি, ছন্দ, দেৱতা বিনিয়োগ নাজানি যি পাঠ কৰে তাক 'মন্ত্ৰকণ্টক' বোলা হয়—

"ঋষিচ্ছন্দো দৈৱতানি ব্ৰাহ্মণাৰ্থং স্বৰাত্তপি।
অবিদিত্বা প্ৰযুঞ্জানো মন্ত্ৰকণ্টক উচ্যতে॥"

অৰ্থাৎ যিয়ে বেদমন্ত্ৰৰ ঋষি, ছন্দ, দেৱতা, ব্ৰাহ্মণবাক্যৰ অৰ্থ আৰু স্বৰ প্ৰক্ৰিয়াদি নজনাকৈ মন্ত্ৰ প্ৰয়োগ কৰে তাক 'মন্ত্ৰকণ্টক' বোলে।

'ঋষিদৰ্শনাৎ'—অৰ্থাৎ যিয়ে দৰ্শন কৰিলে সিয়েই ঋষি। বেদৰ উৎপত্তি বা বিনাশ নাই। ই অনাদি অনন্ত। পৰমেশ্বৰও বেদ স্ৰষ্টা নহয়। আকুল ইচ্ছাৰে ঋষিসকলে তপস্যা কৰিলত পৰমেশ্বৰৰ কৃপাত তেওঁলোকৰ অন্তঃকৰণত বেদমন্ত্ৰ স্বতঃস্ফূৰ্তভাৱে ওলাই আহিল। যাৰ ওচৰত যি যি মন্ত্ৰ আবিৰ্ভূত হৈছিল তেওঁ সেই সেই মন্ত্ৰৰ দ্ৰষ্টা বা ঋষি।

মন্ত্ৰৰ চৈতন্য বা অধিষ্ঠাত্ৰী হ'ল দেৱতা। সচ্চিদানন্দ স্বৰূপ আত্ম চৈতন্যই দেৱতাবৃন্দৰ প্ৰকৃত স্বৰূপ। বিভিন্ন নাম আৰু ৰূপত প্ৰকাশ দেৱতাবৃন্দ সেই এক অব্যক্ত অদৃশ্য ব্ৰহ্মাৰ বেলেগ বেলেগ প্ৰকাশ মাত্ৰ। যাস্কৰ মতে মূলতঃ দেৱতাৰ সংখ্যা তিনিটা—অগ্নি, বায়ু বা ইন্দ্ৰ আৰু সূৰ্য্য। সেই তিনিটা দেৱতাই কৰ্মানুযায়ী বেলেগ বেলেগ অৱস্থাত বেলেগ বেলেগ নাম পাইছে।

মন্ত্ৰৰ অক্ষৰ পৰিমাণক বোলা হয় ছন্দ। বেদত মুঠ সাতটা মুখ্য ছন্দ দৃষ্ট হয়—গায়ত্ৰী, উষ্ণিক, অনুষ্টুপ্, বৃহতী, পঙ্‌ক্তি, ত্ৰিষ্টুপ আৰু জগতী।

যজ্ঞ কৰ্মৰ মন্ত্ৰৰ প্ৰয়োগেই বিনিয়োগ। 'অনেকং তু কৰ্তব্যং বিনিয়োগঃ প্ৰকীৰ্তিতঃ'—অৰ্থাৎ এই মন্ত্ৰৰ দ্বাৰা এই যজ্ঞানুষ্ঠান কৰা হয়। এইযে মন্ত্ৰৰ প্ৰয়োগ, তাৰ নামেই বিনিয়োগ। বিনিয়োগ দুই প্ৰকাৰৰ—সামান্য আৰু বিশেষ। গোটেই সংহিতাৰ ব্ৰহ্মযজ্ঞৰ বিনিয়োগ হ'ল সামান্য বিনিয়োগ আৰু প্ৰতিসূক্তৰ আৰু সূক্তগত মন্ত্ৰৰ আশ্বলায়ন বিনিয়োগ হ'ল বিশেষ বিনিয়োগ।

## বেদাঙ্গ

বেদৰ অঙ্গ ছয়টা—শিক্ষা, কল্প, ব্যাকৰণ, ছন্দ, নিৰুক্ত আৰু জ্যোতিষ। বেদৰ এই অঙ্গ কেইটা বেদজ্ঞানৰ বাবে অপৰিহাৰ্য্য। সেয়েহে কোৱা হয়—ছন্দ বেদৰ পাদদেশ, কল্প বেদৰ দুইহাত, জ্যোতিষ বেদৰ চকু, নিৰুক্ত কাণ, শিক্ষা নাসিকা আৰু ব্যাকৰণ বেদৰ মুখ। এই বেদাঙ্গসমূহৰ সম্যক জ্ঞান নাথাকিলে বেদমন্ত্ৰবোৰৰ অৰ্থ উপলব্ধি কৰিব নোৱাৰি।

ছয় অঙ্গৰ ভিতৰত শিক্ষাকেই প্ৰথম স্থান দিয়া হৈছে। ইয়াত বেদৰ বৰ্ণ, স্বৰ, মাত্ৰা আদিৰ যথাযথ উচ্চাৰণ আৰু প্ৰয়োগবিধি লিপিবদ্ধ কৰা আছে।

যাৰ দ্বাৰা যজ্ঞাদি কল্পিত হয় সেয়ে কল্প। বেদৰ ব্ৰাহ্মণ গ্ৰন্থৰ যজ্ঞানুষ্ঠান প্ৰক্ৰিয়া আদিলৈ সূত্ৰ আকাৰে যিবোৰ গ্ৰন্থ ৰচিত হৈছে সেইবোৰেই কল্প। কল্পসমূহৰ প্ৰধানতঃ দুটা ভাগ—শ্ৰৌত আৰু গৃহ্যসূত্ৰ। ব্ৰাহ্মণ গ্ৰন্থত বৰ্ণিত শ্ৰৌত যাগৰ বিধি, নিয়মাদি যিবিলাক গ্ৰন্থত অন্তৰ্ভুক্ত হৈছে তাৰ নাম শ্ৰৌত সূত্ৰ আৰু গৃহস্থৰ কৰণীয় পঞ্চমহাযজ্ঞ আৰু গৰ্ভাধানৰপৰা প্ৰেতকৃত্য অৱধি সকলোবিধ সংস্কাৰৰ বিধান যি গ্ৰন্থত আছে তাৰ নাম গৃহ্যসূত্ৰ।

বেদাঙ্গসমূহৰ ভিতৰত নিৰুক্তৰ স্থান অতি গুৰুত্বপূৰ্ণ। 'নিৰ্' নিঃশেষৰূপে পদসমূহ য'ত উক্ত হৈছে সিয়েই নিৰুক্ত। নিৰুক্তৰ তিনিটা ভাগ—নৈঘণ্টুক কাণ্ড, নৈগম কাণ্ড আৰু দৈৱত কাণ্ড।

কোনো এটা ভাষাত পূৰ্ণৰূপে পাণ্ডিত্য লাভ কৰিবলৈ হলে সেই ভাষাৰ ব্যাকৰণৰ জ্ঞানৰ আৱশ্যক। প্ৰকৃতি, প্ৰত্যয়, সন্ধি, সমাস, শব্দৰূপ, ধাতুৰূপ আদি ব্যাকৰণগত নিয়মবোৰৰ সম্যক্ জ্ঞান নজন্মিলে কোনো এটা ভাষাত পাণ্ডিত্য লাভ কৰাটো দুঃসাধ্য। "মুখং ব্যাকৰণং স্মৃতম্"—সেই বাবেই ব্যাকৰণক বেদৰ মুখ বোলা হৈছে।

আটাই কেইখন বেদৰ সৰহভাগ মন্ত্ৰই ছন্দোবদ্ধ। নিৰ্ভুলভাৱে যজ্ঞত বেদমন্ত্ৰ পাঠ কৰিবলৈ ছন্দ-জ্ঞানৰ আৱশ্যকতা অপৰিহাৰ্য্য।

যাগ্-যজ্ঞাদি সম্পাদন কৰিবলৈ যথাযথ কাল নিৰ্ণয়ৰ বাবে জ্যোতিষজ্ঞানৰ আৱশ্যক। বৈদিক যাগ্-যজ্ঞাদি অনুষ্ঠানৰ বাবে তিথি, নক্ষত্ৰ আদিৰ জ্ঞান থকা অতি দৰ্কাৰ।

## দেৱতা

বৈদিক দেৱতাৰ বিষয়ে প্ৰধানকৈ শৌনিকৰ 'বৃহদ্দেৱতা' নামৰ গ্ৰন্থত আৰু যাস্কৰ 'নিৰুক্ত' গ্ৰন্থৰ দৈৱতকাণ্ডত উল্লেখ আছে। বেদত অগ্নি, বায়ু, ইন্দ্ৰ, সূৰ্য্য, বিষ্ণু, সোম, বৰুণ, পূষা, মৰুৎ, ৰুদ্ৰ, সৱিতা, আৰ্য্যমা অপাংনপাৎ, অশ্বিন, আদিত্য, দ্যৌ, ঋভু, যম, মিত্ৰ আদি দেৱতাৰ আৰু উষা, ৰাত্ৰি, অদিতি, বাক্, পৃথিৱী, সৰস্বতী, শ্ৰী, ধিষণা আদি দেৱীৰ নাম পোৱা যায়। বৈদিক দেৱীসকলৰ ভিতৰত 'উষা'ৰ কল্পনা অতি কবিত্বপূৰ্ণ।

যাস্কই স্থান ভেদে তিনিজন দেৱতাৰ কথা কৈছে—অগ্নি, বায়ু বা ইন্দ্ৰ আৰু সূৰ্য্য। অগ্নি ভূলোকৰ অন্তৰ্গত। ইন্দ্ৰ বা বায়ু অন্তৰীক্ষ স্থানগত আৰু সূৰ্য্য হ'ল দ্যুলোকৰ অন্তৰ্গত। আন আন যিবিলাক দেৱতাৰ নাম ঋগ্‌বেদত পোৱা যায় সেই আটাইবোৰ এই তিনিজন দেৱতাৰেই বিভিন্ন অভিব্যক্তি মাত্ৰ। এক দেৱতাৰ যে বহুনাম পোৱা যায় তাৰ মুখ্য কাৰণ হ'ল, সেই দেৱতাৰ কৰ্মভেদ। অগ্নি, ইন্দ্ৰ আৰু সূৰ্য্যক মূলতঃ প্ৰধান দেৱতা হিচাপে ধৰি লৈ ঋষি শৌনকে কৰ্মভেদ অনুসাৰে দেৱতাসকলৰ বিভিন্ন নাম দিছে। কৰ্মভেদ অনুসাৰে অগ্নিৰ নাম ৫টা। ইন্দ্ৰ বা বায়ুৰ নাম ২৬টা আৰু সূৰ্য্যৰ নাম ৭টা পোৱা যায়। বৈদিক গ্ৰন্থত সাধাৰণতঃ দেৱতাৰ সংখ্যা তেত্ৰিশজন বুলি ধৰা হৈছে। তাৰ ভিতৰত ভূলোক, অন্তৰীক্ষ আৰু দ্যুলোকৰ ১১টাকৈ দেৱতাৰ উল্লেখ আছে। শতপথ ব্ৰাহ্মণত তেত্ৰিশজন দেৱতাৰ উল্লেখ আছে যদিও ঋগ্‌বেদত তাতকৈ বেছি দেৱতাৰ উল্লেখ পোৱা যায়। এইবোৰৰপৰা এইটো অতি সহজে অনুমান কৰিব পাৰি যে বৈদিক ঋষিসকলে বহুদেৱতা বিশ্বাস কৰিছিল। কিন্তু সূক্ষ্মভাৱে বিচাৰ কৰি চালে দেখা যায় যে মুখ্য দেৱতা তিনিজনও সৰ্বব্যাপী সৰ্বশক্তিমান এক পৰমাত্মাৰ তিনিটা ভিন্ন অভিব্যক্তিহে। অৰ্থাৎ আটাইবোৰ দেৱতাৰ মূলতে হৈছে এক পৰমাত্মা বা পৰমব্ৰহ্ম। তেওঁৰেই বিভিন্ন ৰূপত ভিন্ ভিন্ দেৱতা।

অৱশ্যে দেৱতা বুলিলে যে অলৌকিক অভিব্যক্তিয়েই হব পাৰে এনে নহয়। সূক্তৰ বৰ্ণিত বিষয়বস্তুৱেই দেৱতা। এটা সূক্ত ঋষি যি বিষয়ৰ সম্বন্ধে বৰ্ণনা কৰিছে সেই বিষয়টোৱেই সেই সূক্তৰ 'দেৱতা'। যি সূক্তত অশ্বৰ সম্বন্ধে বৰ্ণনা কৰা আছে, তাৰ দেৱতা অশ্ব। যি সূক্তত ইন্দ্ৰৰ সম্বন্ধে লিখা আছে, সেই সূক্তৰ দেৱতা ইন্দ্ৰ। আকৌ, যি সূক্তত ঋষি নিজৰ বিষয়ে লিখিছে, সেই সূক্তৰ দেৱতা ঋষি নিজেই।

## যজ্ঞ

হোম, ইষ্টি, পশু, সোম আৰু সত্ৰ—এই পাঁচ প্ৰকাৰ যজ্ঞ বেদত পোৱা যায়। প্ৰকৃতি আৰু বিকৃতি ভেদে বৈদিক যাগ্ দ্বি-বিধ। প্ৰকৃতি যাগক প্ৰধান যাগও বোলা হয়। একোটা প্ৰকৃতি যাগক বহুত বিকৃতি দেখা যায়। সেই প্ৰকৃতি যাগক আদৰ্শৰূপে ধৰি লৈ বিকৃতি যাগবোৰ অনুষ্ঠিত হয়। বিকৃতিৰ আন এটা নাম 'অঙ্গযোগঃ'। হোম যাগৰ প্ৰকৃতি অগ্নিহোত্ৰ, ইষ্টিৰ প্ৰকৃতি দৰ্শপূৰ্ণমাস, পশুযাগৰ প্ৰকৃতি দৈক্ষ্য প্ৰজাপত্য পশু, সোমযাগৰ প্ৰকৃতি অগ্নিষ্টোম আৰু সত্ৰ জাতীয় যাগৰ প্ৰকৃতি গবাময়ণ।

হোম যাগত প্ৰতিদিনে প্ৰাতঃ আৰু সন্ধ্যাকালত অগ্নিকুণ্ডত দধি, দুগ্ধ, পুৰোডাশ আদি আহুতি দিয়া হয়। সূৰ্য্য আৰু অগ্নি এই যাগৰ দেৱতা। প্ৰাতঃকালত সূৰ্য্যক আৰু সন্ধ্যাকালত অগ্নিক উদ্দেশ্য কৰি মন্ত্ৰপাঠ কৰি আহুতি দিয়া হয়। হোমযাগৰ প্ৰকৃতি অগ্নিহোত্ৰ।

ইষ্টিযাগৰ প্ৰকৃতি যাগৰ নাম 'দৰ্শপূৰ্ণমাস'। অমাবস্যা আৰু পূৰ্ণিমাত এই যজ্ঞ অনুষ্ঠিত হয়। এই যাগৰ চাৰিজন পুৰোহিত—হোতা, অধ্বৰ্য্যু, অগ্নীধ্ৰ আৰু ব্ৰহ্ম। ইষ্টিযাগত চাৰিজন পুৰোহিতৰ সমান অধিকাৰ। ইষ্টিযাগত তিনিটা আহুতিয়েই মুখ্য। প্ৰথম আহুতিত অগ্নিদেৱতাৰ উদ্দেশ্যে 'পুৰোডাশ' অৰ্পণ কৰা হয়।

দ্বিতীয়তে, আহুতিত বিষ্ণু, প্ৰজাপতি, অগ্নি আৰু সোম—এই চাৰিজন দেৱতাৰ একজনক নিবেদন কৰি আহুতি অৰ্পণ কৰা হয় আৰু ইয়াকে 'উপাংশুযাগ' বোলে। তৃতীয় আহুতিত অগ্নি আৰু সোম দেৱতাক 'পুৰোডাশ' অৰ্পণ কৰা হয়। ইষ্টি-যাগৰ সমাপ্তিৰ সময়ত অগ্নিদেৱতাক যি আহুতি প্ৰদান কৰা হয় তাৰ নাম 'অগ্নিস্বিষ্ট কৃৎ'।

পশুযাগৰ আহুতি দ্ৰব্য পশু। সেইবাবে ইয়াৰ নাম 'পশুযাগ'। পশুযাগৰ দেৱতা প্ৰজাপতি, সূৰ্য্য ইন্দ্ৰ আৰু অগ্নি। এই যাগৰ প্ৰকৃতি 'অগ্নিষ্টোম'। ইয়াক 'জ্যোতিষ্টোমও' বোলে। এই যাগত সোমৰসেই প্ৰধান আহুতি দ্ৰব্য। এই যাগৰ পুৰোহিত ১৬ জন।

সত্ৰৰ প্ৰকৃতি 'গবাময়ণ'। যিবিলাক যজ্ঞৰ অনুষ্ঠান দ্বাদশ দিনৰ অধিক কাল থাকে তাক 'সত্ৰ' বোলে। যজ্ঞৰ স্বৰূপ অনুযায়ী সত্ৰৰ অনুষ্ঠান কালক্ৰমে একবছৰ, দশবছৰ, একশবছৰ আৰু সহস্ৰ বছৰ। গবাময়ণ যাগ সম্পন্ন কৰিবলৈ এক সংবৎসৰ

অৰ্থাৎ ৩৬১ দিন লাগে। গবাময়ণ সোমযাগৰ অন্তৰ্গত। এজেকে সোমযাগৰ প্ৰকৃতি অগ্নিষ্টোমত যিমান পুৰোহিত আৰু আহুতি দ্ৰব্যৰ আৱশ্যক, গবাময়তো সিমানেই।

## পুৰোহিত

যজ্ঞৰ অনুষ্ঠানত ১৬ জন পুৰোহিতৰ আৱশ্যক। তাৰ ভিতৰত মূল পুৰোহিত চাৰিজন। হোতা ঋগ্‌বেদীয় পুৰোহিত, উদ্গাতা সামবেদীয় পুৰোহিত, অধ্বৰ্যু যজুৰ্বেদীয় পুৰোহিত আৰু ব্ৰহ্মা ত্ৰিবেদবিৎ পুৰোহিত। পুৰোহিতসকলৰ ভিতৰত ব্ৰহ্মাই বেছি সন্মানিত। ব্ৰহ্মাই নিজৰ তত্বাৱধানত যজ্ঞৰ সকলো কাম পৰিচালনা কৰে। প্ৰতিজন পুৰোহিতৰ তিনিজনকৈ সহকাৰী পুৰোহিত থাকে। মৈত্ৰাবৰুণ, অচ্ছাবাক্ আৰু গ্ৰাবস্তুৎ। এই তিনিজন পুৰোহিত হোতাৰ সহকাৰী। প্ৰস্তোতা, প্ৰতিহৰ্তা আৰু সুব্ৰহ্মণ্য—এই তিনিজন উদ্গাতাৰ সহকাৰী। প্ৰতিপ্ৰস্থাতা, নেষ্টা, উন্নেতা—এই তিনিজন অধ্বৰ্যুৰ সহকাৰী আৰু ব্ৰাহ্মণাচ্ছংসী, অগ্নীধ্ৰ আৰু পোতা—এই তিনিজন ব্ৰহ্মাৰ সহকাৰী।

হোতাই ঋক্ মন্ত্ৰৰ দ্বাৰা দেৱতাক আহ্বান জনায়, উদ্গাতাই সামবেদৰ মন্ত্ৰৰ দ্বাৰা স্তুতিগান কৰে আৰু অধ্বৰ্যুই যজ্ঞৰ সকলো কাম সম্পাদন কৰে। যজ্ঞৰ বেদী নিৰ্মাণ, হোমকুণ্ড নিৰ্মাণ, পুৰোডাশাদি হব্যদ্ৰব্য পাক, আহুতি অৰ্পণ আদি সকলো কাম অধ্বৰ্যুৰ দ্বাৰা সম্পাদিত হয়। সেইবাবেই যজ্ঞত যজুৰ্বেদীয় পুৰোহিতৰ এক বিশিষ্ট স্থান আছে। ব্ৰহ্মা ঋক্-সাম্-যজু ত্ৰিবেদবিৎ। ব্ৰহ্মাই তিনিও বেদৰ পুৰোহিতৰ ভুল-ত্ৰুটিলৈ লক্ষ্য ৰাখি সুচাৰুৰূপে যজ্ঞৰ কাম পৰিচালনা কৰে।

## বেদৰ অপৌৰুষেয়ত্ব

বেদ্ পৌৰুষেয় নে অপৌৰুষেয় অৰ্থাৎ পুৰুষৰ দ্বাৰা ই ৰচিত হয় নে নহয় তাক সহজে নিৰ্ণয় কৰিব নোৱাৰি। বেলেগ বেলেগ দৰ্শনত পৌৰুষেয়ত্ব আৰু অপৌৰুষেয়ত্ব দুয়োটাই বিভিন্নভাবে ব্যাখ্যা কৰিছে। কোনো কোনোৰ মতে বেদ্ ঈশ্বৰকৃত অনাদি আৰু অপৌৰুষেয়। ঋষি ইয়াৰ দ্ৰষ্টা, শ্ৰষ্টা নহয়। আন পক্ষৰ মতে বেদ ঋষিকৃত।

ব্ৰাহ্মণ, আৰণ্যক, উপনিষদ, কল্পসূত্ৰ, দৰ্শন আৰু ধৰ্মশাস্ত্ৰ সকলোবোৰ এটা সিদ্ধান্তত উপনীত যে বেদ নিত্য অৰ্থাৎ সৃষ্টিৰ পূৰ্বতে বেদ বিদ্যমান। এইবোৰৰ মতে বেদ অনাদি অৰ্থাৎ ইয়াৰ কোনো নিৰ্দিষ্ট সৃষ্টিৰ কাল নাই আৰু ই অপৌৰুষেয় অৰ্থাৎ ই কোনো পুৰুষৰ দ্বাৰা ৰচিত নহয়। বেদ স্বয়ং ভূত, স্বয়ং প্ৰকাশ আৰু স্বয়ং প্ৰমাণ।

নৈয়ায়িকসকলে বেদৰ প্ৰামাণ্য স্বীকাৰ কৰে, কিন্তু অপৌৰুষেয়ত্ব স্বীকাৰ নকৰে। তেওঁলোকে কৰবলৈ প্ৰয়াস কৰে যে বেদ পৰমপুৰুষৰ দ্বাৰা ৰচিত। গতিকে বেদ পৌৰুষেয়।

মীমাংসাদৰ্শন আৰু বেদান্তদৰ্শনে বেদৰ অপৌৰুষেয়ত্ব প্ৰতিপন্ন কৰিছে। বৃহদাৰণ্যকোপনিষদত কৈছে—"অস্য মহতো ভূতস্য নিঃশ্বসিতং যৎ ঋগ্বেদো যজুৰ্বেদঃ সামবেদঃ।" অৰ্থাৎ ঋগ্বেদ যজুৰ্বেদ আৰু সামবেদ ব্ৰহ্মৰ নিঃশ্বসিত। স্মৃতিৰ মতে ব্ৰহ্মাৰপৰা আৰম্ভ কৰি মন্ত্ৰদ্ৰষ্টা ঋষিসকল স্মৰণকৰ্তাহে, বেদকৰ্তা নহয়।

বেদক মহেশ্বৰৰ নিঃশ্বাসৰূপে বৰ্ণনা কৰি 'সায়ণাচাৰ্য্যই' বেদৰ অপৌৰুষেয়ত্ব স্বীকাৰ কৰিছে। পৰমেশ্বৰ বেদৰ আধাৰ, ৰচক নহয়। নিত্যসিদ্ধ যি বেদ তাক তেওঁ প্ৰতিকল্পত স্মৰণ কৰে।

সাংখ্য দৰ্শনেও বেদৰ অপৌৰুষেয়ত্ব স্বীকাৰ কৰে। ঋষিসকল বেদলব্ধ, ৰচক নহয়। বেদৰ প্ৰামাণ্য কোনো পুৰুষৰ ব্যক্তিগত অভিজ্ঞতাৰ ওপৰত নিৰ্ভৰ নকৰে বুলিয়েই ই অপৌৰুষেয়।

"ন পৌৰুষেয়ত্ব তৎ কৰ্তুঃ পুৰুষস্য অভাবাৎ।"

বহুত বাক্-বিতণ্ডাৰ তৰ্কজালৰ মেৰপাকৰ ভিতৰত নোসোমাই আমি এইটোৱে কব পাৰো, ন্যায়দৰ্শনৰ মতে বেদ পৌৰুষেয় আৰু পূৰ্বমীমাংসা, সাংখ্য আৰু বেদান্ত মতে অপৌৰুষেয়।

## বেদৰ কাল

'বেদ' ৰচনাৰ কাল সম্বন্ধে পণ্ডিতসকলৰ মাজত মতভেদ দেখা যায়। বেদৰ ব্যাপকতা বহুত। 'বেদ' বুলিলে সংহিতা, ব্ৰাহ্মণ, আৰণ্যক আৰু উপনিষদসমূহক বুজা যায়। উক্ত গ্ৰন্থসমূহৰ ৰচনা কাল বেলেগ বেলেগ তাত অকণো সন্দেহ নাই।

ভাৰতীয় বিশ্বাস মতে বেদ অনাদি আৰু ঈশ্বৰকৃত। গতিকে বেদৰ ৰচনা কালৰ কোনো নিৰ্ধাৰিত সময় নাই। আনপিনে পাশ্চাত্যৰ পণ্ডিতসকলে বেদক ঋষি নিৰ্মিত পৌৰুষেয় বুলি মন্তব্য কৰি ইয়াৰ ৰচনাকাল নিৰূপণ কৰিছে। কিন্তু এওঁলোকেও এটা শেষ সিদ্ধান্তত উপনীত হ'ব পৰা নাই।

জাৰ্মান সংস্কৃত পণ্ডিত মেক্সমূলাৰৰ মতে বেদৰ ৰচনা কাল বৌদ্ধ ধৰ্মৰ আবিৰ্ভাৱ হোৱাৰ আগত। বৈদিক সাহিত্যৰ আটাইতকৈ শেষ ভাগ সূত্ৰগ্ৰন্থৰ ৰচনা কাল মেক্সমূলাৰে ৬০০-২০০ খ্ৰীঃ পূঃত বুলি নিৰ্ধাৰিত কৰিছে। এইদৰে ব্ৰাহ্মণ গ্ৰন্থৰ ৰচনা কাল ৮০০-৬০০ খ্ৰীঃ পূঃ মন্ত্ৰভাগৰ ১০০০-৮০০ খ্ৰীঃ পূঃ আৰু ঋগ্‌বেদৰ প্ৰাচীনতম ঋক্‌বোৰৰ ৰচনা কাল ১২০০-১০০০ খ্ৰীঃ পূঃত বুলি এওঁ মত পোষণ কৰে। অৱশ্যে মেক্সমূলাৰৰ এই মত অনুমানৰ ওপৰত প্ৰতিষ্ঠিত। এওঁ নিজেই স্বীকাৰ কৰিছে যে বেদৰ ৰচনা কাল নিৰ্ণয় কৰা অতি কঠিন। বেদ সম্বন্ধে কোৱা হয়—ই বিশ্ব-সাহিত্যৰ আদিগ্ৰন্থ আৰু বিশ্বত জ্ঞানৰ উদয় হোৱাৰ লগে লগে বেদৰো অভ্যুদয় হয়।

পাশ্চাত্য সংস্কৃত পণ্ডিত কোলব্ৰুক, উইলচন্, কীথ আৰু মেক্‌দনাল্ড আদিয়ে যদিও পোন প্ৰথমে মেক্সমূলাৰৰ মতক বৈজ্ঞানিক মত বুলি স্বীকাৰ কৰিছে, তথাপি এই সিদ্ধান্ত উপযুক্ত প্ৰমাণৰ ওপৰত প্ৰতিষ্ঠিত নহয়। এওঁৰ এই কাল নিৰ্ণয় অতি ত্ৰুটিপূৰ্ণ।

খ্ৰীঃ পূঃ ১৪০০-ৰ তুৰ্কীৰ কিছুমান প্ৰাচীন লিপিত বৈদিক সংস্কৃতি আৰু বৈদিক দেৱ-দেৱীৰ নাম পোৱা যায়। এইটো কাৰণতেই প্ৰাচ্য আৰু পাশ্চাত্য পণ্ডিতসকলে মেক্সমূলাৰৰ এই সিদ্ধান্ত মানি নলয়।

জাৰ্মান পণ্ডিত উইনটাৰনিৎসৰ মতে বেদৰ ৰচনা কাল ১৫০০-২০০ খ্ৰীঃ পূঃত। কিন্তু তেওঁ নিজেই এই মতৰ ওপৰত সন্দিহান।

বালগঙ্গাধৰ তিলকৰ মতে বেদৰ কাল খ্ৰীঃ পূঃ ৬০০-ৰ পৰা খ্ৰীঃ পূঃ ৪০০০-লৈ। তিলক আৰু যেকবী দুয়োজনে নিজস্বভাৱে সংহিতা আৰু ব্ৰাহ্মণৰ জ্যোতিষ সংক্ৰান্তীয় গৱেষণা কৰি একেটা মতত উপনীত হৈছে। এওঁলোকৰ মতে বেদৰ ৰচনা কাল খ্ৰীঃ পূঃ ৪৫০০ বছৰ পূৰ্বে। তিলকৰ মতে ব্ৰাহ্মণ, আৰণ্যক আৰু উপনিষদৰ ৰচনা কাল খ্ৰীঃ পূঃ ২৫০০ৰ পৰা খ্ৰীঃ পূঃ ১৪০০ৰ ভিতৰত। পণ্ডিত ব্ৰুমফিল্ডৰ মতে বৈদিক যুগৰ আৰম্ভ কাল খ্ৰীঃ পূঃ ৪৫০০।

জাপানী পণ্ডিত কাকায়ু ওকাকুৰাৰ (Kakasu Okakurs) মতে বেদৰ

কাল খ্ৰীঃ পূঃ ৪৫০০-ত আৰম্ভ হৈ খ্ৰীঃ পূঃ ৭০০-ত সমাপ্তি হয়। তেওঁৰ মতে উপনিষদসমূহ ২০০ৰ পৰা খ্ৰীঃ পূঃ ৭০০ৰ ভিতৰত ৰচিত।

যাস্কৰ নিৰুক্তৰপৰা জনা যায় ঋক্‌বেদৰ আৰম্ভকাল প্ৰায় ৩০০০ খ্ৰীঃ পূঃ আৰু সমাপ্তিকাল ১৫০০ খ্ৰীঃ পূঃ।

চিন্তামণি বৈদ্যৰ মতে বেদৰ ৰচনা কাল ৪৫০০ খ্ৰীঃ পূঃ-ৰপৰা ৮০০ খ্ৰীঃ পূঃৰ ভিতৰত। জ্যোতিষ বিজ্ঞানী কেট্‌কাৰে তৈত্তিৰীয় ব্ৰাহ্মণৰ এটা বচনৰ সহায়ত গবেষণা কৰি কৈছে যে তিষ্য নক্ষত্ৰক ঢাকি পেলোৱা সময়ছোৱাতে বৃহস্পতি গ্ৰহ আৱিষ্কৃত হৈছিল। তেওঁ গণনা কৰি কৈছে যে ৪৬৫০ খ্ৰীঃ পূঃত এইটো হৈছিল। গতিকে সংহিতাৰ ৰচনা কাল ৪৬৫০ খ্ৰীঃ পূঃৰ আগত।

এইদৰে প্ৰাচ্য আৰু পাশ্চাত্যৰ মাজত বেদৰ কাল নিৰূপণ কৰা সম্বন্ধে অমিল দেখা যায়, যদিও সৰ্বশেষত উইনটাৰনিৎসে খ্ৰীঃ পূঃ ২০০ বা ২৫০০ বছৰ পূৰ্বে বেদ ৰচনা হয় বুলি সিদ্ধান্তত উপনীত হৈছে।

## আৰণ্যক আৰু উপনিষদ

আধ্যাত্মবিদ্যা, আত্মতত্ত্ব, ব্ৰহ্মতত্ত্ব, সৃষ্টিৰহস্য আদিয়েই আৰণ্যকৰ প্ৰতিপাদ্য বিষয়বস্তু। ব্ৰহ্মচাৰীসকলে সমাবৰ্তন হোৱাৰ আগতে অৰণ্যৰ মাজত গুৰুৰ ওচৰত থাকি যি বিদ্যা অৰ্জন কৰে সিয়েই আৰণ্যক। ক্ৰিয়াবহুল আৰু ব্যয়বহুল যাগ্-যজ্ঞৰ ঠাইত জ্ঞান-যজ্ঞৰ দ্বাৰা অৰণ্যৰ আশ্ৰমত বহি অধ্যাত্ম-চৰ্চাত ৰত হয়।

ঋগ্‌বেদৰ আৰণ্যক দুখন ঐতৰেয় আৰু শাংখায়ন। শুক্লযজুৰ্বেদৰ আৰণ্যকৰ নাম বৃহদাৰণ্যক আৰু কৃষ্ণযজুৰ্বেদৰ আৰণ্যকৰ নাম তৈত্তিৰীয়। সামবেদৰ ব্ৰাহ্মণবোৰৰ আৰু অথৰ্ববেদৰ গোপথ ব্ৰাহ্মণত কোনো আৰণ্যক থকা পোৱা নাযায়। কিন্তু সামবেদৰ পঞ্চবিংশ ব্ৰাহ্মণ বা তাণ্ড্যমহাব্ৰাহ্মণৰ প্ৰথম অংশটো মূলতঃ আৰণ্যকধৰ্মী।

**উপনিষদ** :—মানৱ জাতিৰ গৌৰৱ আৰ্য্যসকলে ভাৰত ভূমিত জীৱন-তৰী মেলি দিয়াৰ লগে লগে ইয়াৰ প্ৰাকৃতিক গাম্ভীৰ্য্য আৰু মনোমোহা দৃশ্যাৱলী দেখি মন্ত্ৰমুগ্ধ সাপৰদৰে ধ্যানমগ্ন হৈ সৃষ্টিকৰ্তাৰ সৃষ্টিতত্ত্ব সম্বন্ধে জানিবলৈ ব্যাকুল হৈ পৰিল। জীৱমাত্ৰেই সৃষ্টিকৰ্তা নিত্যানন্দ দিব্য পুৰুষজন নো কোন তাক জানিবলৈ অনুসন্ধিৎসু হৈ পৰে। ই এটা মানৱজাত প্ৰবৃত্তি। আৰ্য্যসকলো

এই প্ৰবৃত্তিত আসক্ত হৈ ইতিহাসে চুকি নোপোৱা মানৱ সভ্যতাৰ পাতনিতে সংস্কৃত ভাষাত নিজ চিন্তালব্ধ, ধ্যান প্ৰসূত জ্ঞানভাণ্ডাৰ ঋক্, যজুঃ, সাম, অথৰ্ব-বেদাদি ৰচনা কৰি মানৱ সমাজক চমৎকৃত কৰি তোলে।

এতিয়া প্ৰশ্ন হ'ল উপনিষদ কি? অজ্ঞতা নাশ কৰি যি বিদ্যা বা জ্ঞানে জীৱক ব্ৰহ্ম প্ৰাপ্তিৰ বাবে বাট দেখুৱাই দিয়ে, পৰমব্ৰহ্ম প্ৰাপ্তি সাধন ৰূপ সেই ব্ৰহ্মবিদ্যাৰ নামেই উপনিষদ। ঋষিসকলে বুজিলে যে ব্ৰহ্মপ্ৰাপ্তি আৰু মানুহৰ স্থায়ী কল্যাণ জ্ঞানৰ পোহৰৰ দ্বাৰাহে সম্ভৱ।

উপনিষদৰ মূলভাৱ হ'ল—ব্ৰহ্ম সত্য, জগৎ মিথ্যা। 'তত্ত্বমসি' অৰ্থাৎ তুমিয়েই সেই। তুমি আৰু ব্ৰহ্ম অভিন্ন। তৈত্তিৰীয় উপনিষদত আছে—জীৱ সৎচিৎ আনন্দজাত। আনন্দই তাৰ জীৱন। জীৱ প্ৰথমে আনন্দময়, ছন্দোময়, নৃত্যগীত আদিৰ প্ৰতি আসক্ত হৈ পিচত লাহে লাহে হৃদয়ৰ গভীৰ নিভৃততম কোণত ব্ৰহ্মময় আনন্দৰ বাবে উন্মুখ হয়।

এই আত্মজাগৰণৰ ফল পৰমানন্দৰ লাভৰ বাবে ব্ৰাহ্মণ, উপনিষদ আদিৰ ক্ৰমঃবিকাশ হ'ল। এই আত্মজাগৃতিৰ বাবে কৰ্ম, ধৰ্ম আৰু ব্ৰহ্ম অনুশীলন অপৰিহাৰ্য্য আৰু ইয়াৰ প্ৰয়োজনৰ আৱশ্যক—অহিংসা, সত্য আৰু ব্ৰহ্মচৰ্য্যৰ। ব্ৰহ্মপ্ৰাপ্তিয়েই জীৱৰ চৰম লক্ষ্য আৰু জ্ঞানৰ দ্বাৰাই ব্ৰহ্মপ্ৰাপ্তি সম্ভৱ।

আত্মা এক। 'একম্ বা ইদমগ্ৰ আসীৎ'; 'একদেবো সৰ্বভূতেষু গূঢ়ঃ', 'একো দেৱঃ অজায়মানো বহুধা বিজায়তে' আদি উক্তিয়ে তাকে প্ৰমাণ কৰে। এই আত্মা জড়, চেতন সকলোতে সমভাৱে বিদ্যমান।

উপনিষদ বৈদিক সাহিত্যৰ শেষভাগত হোৱা বাবেই 'বেদান্ত' নামে প্ৰসিদ্ধ। উপনিষদ গ্ৰন্থত আত্মজ্ঞান, মোক্ষজ্ঞান আৰু ব্ৰহ্মজ্ঞানৰ প্ৰধানতা থকা হেতু ইয়াক আত্মবিদ্যা, মোক্ষবিদ্যা আৰু ব্ৰহ্মবিদ্যা বুলিও কোৱা হয়। বেদান্ত দৰ্শনৰ তিনিটা স্তৰ—উপনিষদ, গীতা আৰু ব্ৰহ্মসূত্ৰ। উপনিষদ হৈছে শ্ৰৱণাত্মক, গীতা নিদিধ্যাসনাত্মক আৰু ব্ৰহ্মসূত্ৰ মননাত্মক।

শঙ্কৰাচাৰ্য্যই ব্ৰহ্মসূত্ৰভাষ্যত মৈত্ৰায়নীয় আৰু মাণ্ডুক্য উপনিষদৰ বাবে ১২ খন উপনিষদৰ কথা উল্লেখ কৰিছে; উপনিষদবোৰ কোনো এক নিৰ্দিষ্ট কালত ৰচিত নহয়। সময়ৰ বেলেগ বেলেগ স্তৰ ইয়াৰ ৰচনা কাল। সৰ্বমুঠ ১২ খন উপনিষদৰ হিচাব আমি পাওঁ। যেনে—ঐতৰেয়, কৌষীতকী, বৃহদাৰণ্যক,

তৈত্তিৰীয়, ছান্দোগ্য, কেনোপনিষদ, কঠোপনিষদ, শ্বেতাশ্বতৰ মাণ্ডুক্য, ঈশ, মুণ্ডক আৰু প্ৰশ্ন।

তলত উপনিষদ কেইখনৰ চমু বিবৰণ দিয়া হ'ল—

১। **ঐতৰেয় উপনিষদ** :—ঋগ্‌বেদৰ ঐতৰেয় ব্ৰাহ্মণৰ শেষভাগ 'ঐতৰেয় আৰণ্যক'। ঐতৰেয় আৰণ্যকৰ পাঁচটা ভাগ আৰু তাক পঞ্চ আৰণ্যক বোলা হয়। দ্বিতীয় আৰণ্যকৰ চতুৰ্থৰপৰা ষষ্ঠ অধ্যায়লৈকে এই তিনি ভাগক ঐতৰেয় উপনিষদ বোলে। ইয়াত সৃষ্টি, জীৱ আৰু ব্ৰহ্ম এই তিনিজনৰ তত্ত্ব বিচাৰ লিপিবদ্ধ কৰা আছে।

২। **কৌষীতকী উপনিষদ** :—এইখন আটাইতকৈ প্ৰাচীন উপনিষদ। ঋগ্‌বেদৰ কৌষীতকী ব্ৰাহ্মণৰ প্ৰথম ভাগ আৰণ্যক। ইয়াত ১৫টা অধ্যায় আছে। এই আৰণ্যকৰ তৃতীয় আৰু ষষ্ঠ অধ্যায়ক কৌষীতকী উপনিষদ বোলা হয়। ইয়াৰ আন এটা নাম কৌষীতকী ব্ৰাহ্মণোপনিষদ।

৩। **বৃহদাৰণ্যকোপনিষদ** :—শুক্ল যজুৰ্বেদৰ দুয়োটা শাখাৰ ব্ৰাহ্মণ গ্ৰন্থৰ নাম 'শতপথ'। এই দুই ব্ৰাহ্মণৰ শেষৰ ছয় অধ্যায়ৰ নাম 'বৃহদাৰণ্যক'। ব্ৰাহ্মণ আৰু উপনিষদ দুয়ো মিলি বৃহদাৰণ্যকোপনিষদ হৈছে। ইয়াত উপনিষদ ভাগ আৰণ্যকতকৈ বেছি। ই উপনিষদ গ্ৰন্থবোৰৰ ভিতৰত আকাৰত ডাঙৰ। সৃষ্টি আৰু ব্ৰহ্মৰ বিচাৰেই এই উপনিষদৰ বিষয়বস্তু।

৪। **তৈত্তিৰীয় উপনিষদ** :—কৃষ্ণ যজুৰ্বেদৰ তৈত্তিৰীয় সংহিতাৰ ব্ৰাহ্মণ গ্ৰন্থৰ শেষৰ ভাগৰ নাম তৈত্তিৰীয় আৰণ্যক। এই আৰণ্যকত দহটা প্ৰপাঠক আছে। ইয়াৰ সাতৰপৰা নলৈকে প্ৰপাঠকবোৰক তৈত্তিৰীয় উপনিষদ বোলা হয়। এই তিনি প্ৰপাঠকক ক্ৰমে শিক্ষাবল্লী, ব্ৰহ্মানন্দবল্লী আৰু ভৃগুবল্লী বোলা হয়। প্ৰথম শিক্ষাবল্লীত ওঁ-কাৰ মাহাত্ম্যৰ লগত ধাৰ্মিক বিধানৰ বৰ্ণনা, দ্বিতীয় বল্লীত ব্ৰহ্মতত্ত্বৰ বিচাৰ আৰু তৃতীয় বল্লীত বৰুণৰ দ্বাৰা নিজৰ পুত্ৰেকক দিয়া উপদেশৰ বৰ্ণনা দিয়া আছে।

৫। **ছান্দোগ্য উপনিষদ** :—সামবেদৰ কৌথুম শাখাৰ তিনিওখন ব্ৰাহ্মণ গ্ৰন্থৰ নাম ক্ৰমে তাণ্ড্য, ষড়বিংশ আৰু মন্ত্ৰ। ই ৩২টা অধ্যায়ত ৰচিত। কৌথুম সংহিতাৰ ব্ৰাহ্মণ গ্ৰন্থত ৪০টা অধ্যায়। যি আঠটা অধ্যায় বাকী থাকে তাৰ নাম 'ছান্দোগ্য উপনিষদ'। কৌথুম ব্ৰাহ্মণৰ শেষৰ দহ অধ্যায়ক 'ছান্দোগ্য ব্ৰাহ্মণ'ও বোলা হয়। এই ব্ৰাহ্মণ গ্ৰন্থৰ নাম 'ছান্দোগ্য উপনিষদ'।

৬। **কেনোপনিষদ :**—সামবেদৰ জৈমিনীয় শাখাৰ ব্ৰাহ্মণ-গ্ৰন্থৰ নৱম অধ্যায়ৰ নাম 'কেনোপনিষদ'। ইয়াৰ আন নাম 'ব্ৰাহ্মণোপনিষদ'। জৈমিনীয় ব্ৰাহ্মণৰ প্ৰথম আঠ অধ্যায়ত অন্তৰ শুদ্ধিৰ বাবে কৰ্ম আৰু উপাসনাৰ ওপৰত গুৰুত্ব দিয়া হৈছে। ইয়াৰ বাহিৰে নৱম অধ্যায়ত অৰ্থাৎ 'কেনোপনিষদ'ত ব্ৰহ্মতত্ত্ব প্ৰতিপাদন কৰা হৈছে। কেনোপনিষদৰ প্ৰতিপাদ্য বিষয় হ'ল—যিয়ে ব্ৰহ্মতত্ত্ব জ্ঞান লাভ কৰে তেওঁ সাংসাৰিক সমস্ত পাপৰপৰা মুক্ত হৈ মোক্ষ লাভ কৰে।

৭। **কঠোপনিষদ :** ই কৃষ্ণ যজুৰ্বেদৰ কঠশাখাৰ অংশ। ইয়াৰ দুটা অধ্যায়। ঋষি উদ্দালকৰ বিশ্বজিৎ যজ্ঞৰ কথা লৈয়েই ইয়াৰ বিষয়বস্তু আৰম্ভ। ব্ৰাহ্মণ অতিথি নাচিকেতাই যমৰাজৰপৰা প্ৰাৰ্থনা কৰা তিনিটা বৰ এই উপনিষদত অতি মৰ্মস্পৰ্শীভাৱে আলোচনা কৰিছে। নাচিকেতাই তৃতীয় বৰ মাগিছিল ব্ৰহ্মবিদ্যা। যমৰজাই নাচিকেতাক দিয়া ব্ৰহ্মবিদ্যাৰ উপদেশেই ইয়াৰ প্ৰতিপাদ্য বিষয়।

৮। **শ্বেতাশ্বতৰোপনিষদ :**—কৃষ্ণ যজুৰ্বেদৰ 'শ্বেতাশ্বতৰ ব্ৰাহ্মণ'ৰ এটা ভাগৰ নাম 'শ্বেতাশ্বতৰোপৰিষদ'। 'শ্বেতাশ্বতৰোপনিষদ'ৰ ছয়টা অধ্যায়। ইয়াত ব্ৰহ্মবিদ্যা বিষয়ক গভীৰ কথা অতি সহজ সৰল ভাষাত বৰ্ণনা কৰা আছে।

৯। **মাণ্ডুক্যোপনিষদ :**—অথৰ্ববেদৰ ই এখন সৰু গ্ৰন্থ। ইয়াত ১২টা মন্ত্ৰ আছে। ইয়াত ওঁ-কাৰৰ ত্ৰিকালব্যাপী মহত্বৰ প্ৰতিপাদন কৰি তাৰ উপলব্ধিৰ বিষয় বৰ্ণনা কৰিছে।

১০। **ঈশাবাস্য :**—শুক্ল যজুৰ্বেদৰ মাধ্যন্দিন সংহিতাৰ শেষ চল্লিচ অধ্যায়ৰ নাম 'ঈশাবাস্যোপনিষদ'। 'ব্ৰহ্মবিদ্যাৰ' ওপৰত সংক্ষিপ্ত আকাৰত অতি সুললিত ভাষাত ই ৰচিত। সেইবাবেই উপনিষদ-সাহিত্যত ইয়াৰ স্থান প্ৰথম।

১১। **মুণ্ডকোপনিষদ :**—ই অথৰ্ববেদৰ শৌনক সংহিতাৰপৰা ৰচিত। গোটেই উপনিষদখন তিনিটা মুণ্ডকত আৰু প্ৰত্যেকটি মুণ্ডক দুটা খণ্ডত বিভক্ত। সৃষ্টিৰ উৎপত্তি আৰু ব্ৰহ্মতত্ত্বৰ বিচাৰ এই গ্ৰন্থৰ প্ৰতিপাদ্য বিষয়।

১২। **প্ৰশ্নোপনিষদ :**—অথৰ্ববেদৰ পিপ্পলাদ সংহিতাৰ ব্ৰাহ্মণ গ্ৰন্থৰ এটা ভাগৰ নাম 'প্ৰশ্নোপনিষদ'। পিপ্পলাদ সংহিতাৰ ব্ৰাহ্মণ আৰু আৰণ্যক দুখন এতিয়া পোৱা নাযায়। এই উপনিষদত পিপ্পলাদ নামৰ ঋষিৰ দ্বাৰা ভৰদ্বাজৰ পুত্ৰ সুকেশা, শিবিৰ পুত্ৰ সত্যবান, 'কোশলবাসী আশ্বলায়ন, বিদৰ্ভবাসী ভাৰ্গব,

কাত্যায়ন আৰু কবন্ধী নামৰ ছয়জন ঋষিয়ে ব্ৰহ্মবিদ্যা বিষয়ক প্ৰশ্ন সুধি প্ৰশ্নৰ উত্তৰ দিছে। ই গদ্য প্ৰধান। গোটেই প্ৰশ্নৰ বিষয় হৈছে ব্ৰহ্মতত্ত্ব বিচাৰ।

উপনিষদবোৰৰ মতবোৰৰ ভিতৰত দুটা মতেই প্ৰধান—কৰ্মফলবাদ আৰু জন্মান্তৰবাদ। পৰবৰ্তীকালত এই মতবাদ দুটাই ভাৰতীয় দৰ্শনত এক বিশিষ্ট স্থান অধিকাৰ কৰিছে। কৰ্মফলবাদ নীতিবাদৰ লগত ওতঃপ্ৰোতঃভাৱে জড়িত। তৈত্তিৰীয় আৰু বৃহদাৰণ্যক উপনিষদত ক্ৰমে এই নীতিবাদেই প্ৰকাশ পাইছে। উপনিষদৰ মহান শ্ৰেষ্ঠতা এই তথ্যতেই নিহিত আছে। ইয়াৰ বিচাৰধাৰা এক সংগঠিত ৰচনা, এক সম্বদ্ধ ব্যৱস্থা। ব্ৰহ্মশ্ৰেষ্ঠ তথা অন্তৰস্থ—দুয়োটাই সামাজিক ব্যৱস্থাৰ ধৰ্ম হৈছে ধাৰণা কৰা। ই ব্ৰাহ্মণপৰা ওলোৱা। ব্ৰহ্মৰেই এইটো শক্তি, যি সামাজিক ন্যায় হিচাপে ৰচিত হৈছে। ধৰ্মৰ এনেকুৱা শক্তিয়েই ৰাজনীতি শক্তিকো নিয়ন্ত্ৰিত কৰিব পাৰে। ধৰ্মতকৈ শ্ৰেষ্ঠ একোৱেই নাই। ধৰ্মৰ সহায়ত দুৰ্বল ব্যক্তিও সবল ব্যক্তিক সহজে পৰাভূত কৰিব পাৰে।

উপনিষদৰ শ্ৰেষ্ঠতা ইয়াতেই নিহিত আছে যে ই বেদৰ কবিত্বময় দৃষ্টিকোণ আৰু কলাত্মক সংবেদনশীলতা এতিয়াও ৰক্ষা কৰি আহিছে। সুন্দৰ সাহিত্যিক পটভূমিত অতি উৎকৃষ্ট উপদেশবোৰ কথাৰ ৰূপত বৰ্ণনা কৰিছে।

উপনিষদৰ তত্ত্বজ্ঞানৰ ভিতৰত আচাৰ, কৰ্তব্য আৰু ব্যৱহাৰ অনেক উপযোগী কথা আছে। মধ্যকালীন যুগত ভাৰতীয় জাতীয় জীৱনত উপনিষৰ যথেষ্ট প্ৰভাৱ পৰিছে। মধ্যযুগত আকবৰে ৰামায়ণ, মহাভাৰত, যোগবাশিষ্ট আৰু গীতা আদি সংস্কৃত গ্ৰন্থসমূহ ফাৰ্চী ভাষালৈ অনুবাদ কৰায়। সেই কাল-ছোৱাৰ ভিতৰত কিছুমান উপনিষদো অনুবাদ কৰা হয়। ইয়াৰ পিছত শাহ-জাহানৰ পুতেক দাৰাই উপনিষদবোৰ ফাৰ্চীলৈ অনুবাদ কৰাই 'সিৰে অকবৰ' নামৰ গ্ৰন্থত সংকলিত কৰে।

১৭৭৫ খ্ৰীঃত এম্ গেটিলে বিখ্যাত ফৰাচী পৰিব্ৰাজক এন্‌ক্‌ব্ৰেটিল ডুপেৰণ-লৈ দাৰাৰ দ্বাৰা সম্পাদিত উপনিষদৰ ফাৰ্চী অনুবাদ এটা পঠায়। ডুপেৰণে ইয়াক ফৰাচী আৰু লেটিন ভাষালৈ অনুবাদ কৰি ভাৰতীয় জ্ঞানতত্ত্ব গোটেই ইউৰোপত প্ৰচাৰ কৰে। ১৮০১—২ খ্ৰীঃত লেটিন অনুবাদ 'ঔপনেখত' (Oup-nekhat) পেৰিচত প্ৰকাশিত হয়, কিন্তু ফৰাচী অনুবাদখন ছপা নহ'ল। এই গ্ৰন্থ দুখনে ইউৰোপৰ বিদ্বান পণ্ডিতসকলৰ মাজত এনেকুৱা কৌতূহলৰ সৃষ্টি কৰিলে যে তেওঁলোকে মূল উপনিষদ গ্ৰন্থসমূহ পঢ়িবলৈ অতি ব্যগ্ৰ হৈ পৰিল।

ফলস্বৰূপে সংস্কৃত সাহিত্যৰ অধ্যয়ন আৰু ইয়াত নিহিত জ্ঞান-ভাণ্ডাৰৰ বহুত গোটেই বিশ্বতে বিয়পি পৰিল।

ভুপেৰণৰ দ্বাৰা লেটিন ভাষালৈ অনূদিত এই গ্ৰন্থখনৰ ওপৰত সংস্কৃতবিদ্ জাৰ্মান পণ্ডিত উইনটাৰনিৎসে এইদৰে মন্তব্য কৰিছে—"যদিও অনুবাদৰ কিছুমান অৰ্থ অস্পষ্ট, অপূৰ্ণ আৰু ন্যূনতাৰে পৰিপূৰ্ণ, তথাপি এইটো স্বীকাৰ্য্য যে ভাৰতীয় তত্বজ্ঞানত পাণ্ডিত্য লাভ কৰা শেলিঙ্গ আৰু শোপেনহাৰ ইয়াৰ ওচৰত যথেষ্ট ঋণী। আৰ্থাৰ শোপেনহাৰে মুক্তকণ্ঠে স্বীকাৰ কৰিছে—"বিশ্বৰ বিচাৰ ধাৰাৰ পথ প্ৰদৰ্শক হিচাপে উপনিষদ জ্ঞান এক জ্যোতি। উপনিষদ অধ্যয়নে মোক এই জীৱনতেই কেৱল শান্তি দিয়া নাই, মৃত্যুৰ পিচতো ই শান্তি প্ৰদান কৰিব।

১৮০৮ খ্ৰীঃত ভুপেৰণৰ লেটিন অনুবাদখন জাৰ্মান ভাষাত প্ৰকাশিত হয়। ইয়াৰ অধ্যয়নৰ ফলত জাৰ্মান জ্ঞান-অনুসন্ধিৎসু পণ্ডিতসকলে উপনিষদ আৰু বৈদিক সাহিত্যৰ বিষয়ে জীৱনলৈ আগ্ৰহশীল হৈ পৰিল। পশ্চিমীয়া দেশবোৰত উপনিষদ জ্ঞানৰ প্ৰতি বিদ্বান্ পণ্ডিতসকলৰ উৎসুকতা বাঢ়িল আৰু পত্ৰিকাবোৰত উপনিষদ বিষয়ক অতি গভীৰ ভাৱমূল লিখনি প্ৰকাশ পালে।"

১৮২০-১৮৩০ খ্ৰীঃতৰ এই কালছোৱাৰ ভিতৰত ওথ্মৰ ফ্ৰাংকে (Othmar Fronk) উপনিষদসমূহৰ সংক্ষিপ্ত সংস্কৰণ প্ৰকাশ কৰে। ইয়াৰ দ্বাৰা জ্ঞান-পিপাসু মানৱৰ উপনিষদ-জ্ঞানৰ প্ৰতি উৎসুকতা দুগুণে বাঢ়িল। জে. ডি. লং জুইনাসে ডুপৰেণৰ লেটিন অনুবাদখন সম্পূৰ্ণৰূপে ফৰাচী ভাষাত প্ৰকাশ কৰি ইয়াৰ নাম ৰাখে 'ভাৰতীয়ৰ ভাষা, বাঙ্ময়, ধৰ্ম তথা তত্বজ্ঞান সম্বন্ধীয় অন্বেষণ'।

লব্ধপ্ৰতিষ্ঠ প্ৰাচ্য বিদ্যা-বিশাৰদ বেবৰে জাৰ্মান ভাষাত 'ইণ্ডিস্কেন ষ্টুডিয়ন' নামৰ গ্ৰন্থ এখন লিখি ইয়াৰ প্ৰথমভাগত 'সিৰে অকবৰ'ৰ উপনিষদ গ্ৰন্থসমূহ সংকলিত কৰি তাৰ প্ৰথম ভাগ ১৮৫০ খ্ৰীঃত আৰু দ্বিতীয় ভাগ ১৮৫২ খ্ৰীঃত ক্ৰমে বাৰ্লিনত প্ৰকাশ কৰে।

১৮৭৯-১৮৮৪ খ্ৰীঃত মেক্সমূলাৰে উপনিষদ ১২ খন জাৰ্মান ভাষাত অতি সুন্দৰ আৰু শুদ্ধভাৱে প্ৰকাশ কৰে।

ইয়াৰ পিচত জাৰ্মান পণ্ডিত এফ, মিশল (F. Mischel) আৰু ও. বোটলিংকে (O. Bohatlink) ক্ৰমে ১৮৮২ খ্ৰীঃত আৰু ১৮৮৯ খ্ৰীঃত জাৰ্মান ভাষাত প্ৰকাশ কৰে। ১৮৯৭ খ্ৰীঃত পাল ড্যসনে (Paul Daussen) লেটিন অনুবাদ সংগ্ৰহৰ লগতে ১০ খন আথৰ্বন উপনিষদ গ্ৰন্থ জাৰ্মান ভাষাত প্ৰকাশ কৰে।

অৱশেষত ১৯২৭ খ্ৰীঃত আৰ. ই. হিউমে অক্সফোৰ্ডৰপৰা ১৩ খন গ্ৰন্থৰ এক প্ৰামাণিক সংস্কৰণ প্ৰকাশ কৰে।

১৮১৬-১৯ খ্ৰীঃৰ ভিতৰত পোন প্ৰথমে ভাৰতত ৰাজা ৰামমোহন ৰায় উপনিষদ গ্ৰন্থসমূহ ইংৰাজীলৈ অনুবাদ কৰে। ইয়াৰ পিচত ১৮৫৩ খ্ৰীঃত ই- ৰোঅৰ ( E. Roer ) আৰু ৰাজা দ্বিজেন্দ্ৰলাল মিত্ৰই শাংকৰভাষ্যযুক্ত ১২ খন উপনিষদৰ অনুবাদ কলিকতাত প্ৰকাশ কৰে আৰু ইয়াৰ পিছৰ সংস্কৰণ তুকাৰামে বোম্বাইত প্ৰকাশ কৰে। শ্ৰীসীতাৰাম শাস্ত্ৰী আৰু ডাঃ গঙ্গানাথ ঝা দেৱেও আঠখন উপনিষদ গ্ৰন্থৰ অনুবাদ ১৮৯৮-১৯০১ খ্ৰীঃৰ ভিতৰত বোম্বাইত প্ৰকাশ কৰে।

'আৰ্ষেয়', 'প্ৰণৱ', 'শৌনক' আৰু 'নৃসিংহোত্তৰতাপনী' এই চাৰিখনৰ ডঃ শ্ৰীপাদকৃষ্ণ বেলভেলকৰে ইংৰাজীৰ অনুবাদৰ সৈতে প্ৰকাশ কৰে।

উপনিষদ্ সঁচাকৈয়ে এক আধ্যাত্মিক মানস-সৰোবৰ। ইয়াৰপৰা ভিন্ ভিন্ জ্ঞান-নিজৰা ওলাই পুণ্যভূমি আৰ্য্যাবৰ্ত্ততে মানুহ মাত্ৰেৰেই সাংসাৰিক অভ্যুদয় তথা পাৰলৌকিক-কল্যাণৰ বাবে চিৰ-প্ৰবাহিত হৈ আছে।

**আৰণ্যক আৰু উপনিষদত সামাজিক চিত্ৰণ:** ব্ৰাহ্মণ-আৰণ্যক উপনিষদ ৰচনা কাল ৮০০ খ্ৰীঃ পূঃ ৰ পৰা ৫০০খ্ৰীঃ পূঃ ৰ ভিতৰত। ব্ৰাহ্মণগ্ৰন্থ- সমূহৰ মাজত কৰ্মকাণ্ডৰ যাগ-যজ্ঞৰ যি প্ৰাধান্য দেখা গৈছিল, তাৰ প্ৰতি স্বাভাৱিকতে সমাজ-জীৱনত এক প্ৰতিক্ৰিয়া সৃষ্টি হৈছিল। আৰণ্যক আৰু উপনিষদত সমাজৰ এই প্ৰতিক্ৰিয়া প্ৰতিফলিত হোৱা দেখা যায়।

উপনিষদবোৰ আৰণ্যকৰ সমসাময়িক ৰচনা। উপনিষদসমূহৰ ভিতৰত আটাইতকৈ প্ৰাচীন উপনিষদ হ'ল ঐতৰেয়, কৌষীতকি, বৃহদাৰণ্যক, তৈত্তিৰীয় আৰু ছান্দোগ্য উপনিষদ। ইয়াৰ উপৰিও বহুকাল ধৰি আন আন বহুতো উপনিষদ ৰচিত হৈছিল।

উপনিষদৰ সামাজিক আচাৰ-ব্যৱহাৰ, ৰীতি-নীতি বেদকালীন সামাজিক ব্যৱস্থাৰপৰা বহুত পৃথক। উপনিষদৰ যুগত বৈদিক দেৱতাৰ প্ৰাধান্য ভালেখিনি কমি আহিছিল। সমাজত ব্ৰাহ্মণ, পুৰোহিত আৰু যজ্ঞৰ আনুষ্ঠানিক দিশৰ প্ৰাধান্য বাঢ়ি গৈছিল যদিও ধ্যানপ্ৰৱণ তত্ত্বজিজ্ঞাসুসকলৰ মাজত যজ্ঞ আৰু ব্ৰাহ্মণৰ প্ৰাধান্য নাছিল। লোক আৰু পৰলোকৰ ৰহস্য সন্ধানেই আছিল তেওঁলোকৰ মূল লক্ষ্য। সেইসময়ত গাঁৱলীয়া সমাজৰ লগে লগে নাগৰিক সভ্যতাৰো সূত্ৰপাত

হৈছিল। সেই সময়ত হিন্দুসমাজত গুণানুসাৰে বৃত্তিৰ বিশেষীকৰণ দেখা দিয়ে। সেই কালত আৰ্য্যসমাজ পাৰ্থিব সমৃদ্ধি আৰু আধ্যাত্মিক উৎকৰ্ষসাধন দুয়োটাতেই আগবঢ়া আছিল। কৰ্মৰ বিশেষীকৰণৰ ফলত সমাজত শ্ৰেণী ভেদৰ প্ৰবৰ্তন হৈছিল। বৈষয়িক সমাজৰ শ্ৰেণী-বিন্যাসত ব্ৰাহ্মণৰ শ্ৰেষ্ঠত্ব প্ৰতিষ্ঠিত হলেও, আধ্যাত্ম-জিজ্ঞাসাত ব্ৰাহ্মণেতৰ বৰ্ণৰ, আনকি নাৰীৰো অধিকাৰ আছিল সমাজ-স্বীকৃত। বৃহদাৰণ্যক উপনিষদত বাচক্নুৰ কন্যা গাৰ্গী জনক ৰজাৰ ৰাজসভাত ব্ৰহ্মজ্ঞ পণ্ডিত যাজ্ঞবল্ক্যক ব্ৰহ্মৰ স্বৰূপ সম্পৰ্কে প্ৰশ্ন কৰিছিল। যাজ্ঞবল্ক্যৰ পত্নী মৈত্ৰেয়ী স্বামীৰ ওচৰত আত্মতত্ত্ব জ্ঞান লাভ কৰে। স্বামীয়ে সন্ন্যাস গ্ৰহণ কৰি দুই পত্নী মৈত্ৰেয়ী আৰু কাত্যায়নীৰ মাজত ভাগ-বতৰা কৰিবলৈ ওলোৱাত মৈত্ৰেয়ীয়ে এইদৰে প্ৰশ্ন কৰিছিল, 'হে প্ৰভু, পৃথিৱীৰ সকলো সম্পদৰ অধিকাৰিণী হলেও তাৰ দ্বাৰা মই অমৰত্ব লাভ কৰিব পৰিমনে?" যাজ্ঞবল্ক্যই তাৰ দ্বাৰা অমৰত্ব লাভ কৰিব নোৱাৰি বুলি কোৱাত মৈত্ৰেয়ীয়ে কলে—"যেনেহলে মৃত্যুৰ উৰ্দ্ধলৈ যিয়ে মোক উঠাব নোৱাৰিব সেই সম্পদৰে মই কি কৰিম। হে প্ৰভু, মৃত্যুৰ সিপাৰে যি জীৱন তাৰ বিষয়ে মোক কওঁক।" ইয়াতে যাজ্ঞবল্ক্যই পৰমাত্মাৰ স্বৰূপ ব্যাখ্যা কৰিবলৈ গৈ যি তথ্য উদঘাটন কৰিছে উপনিষদত তাক লিপিবদ্ধ কৰা আছে।

ছান্দোগ্য উপনিষদত আছে জনশ্ৰুতি নামে এজন শূদ্ৰই ৰৈক নামৰ এজন ব্ৰাহ্মণৰ ওচৰত বিদ্যাশিক্ষা লাভৰ আগ্ৰহ প্ৰকাশ কৰিলে। মাননি স্বৰূপে জনশ্ৰুতিয়ে ৰৈকক এহেজাৰ গাই, এডাল সোণৰ হাৰ আৰু খচ্চৰে টনা এখন ৰথ দিয়া সত্ত্বেও তেওঁ শূদ্ৰ হোৱা বাবে শিক্ষা দান কৰিবলৈ সন্মত নহ'ল। পিচত পত্নীৰ যোগেদি ৰৈকই জনশ্ৰুতিক ব্ৰহ্মবিদ্যা দান কৰে। ছান্দোগ্য উপনিষদৰ সত্যকাম পতিতা জাবালৰ সন্তান হৈয়ো ব্ৰহ্মজিজ্ঞাসু হৈছে। গুৰুই সত্যকামক কৈছে—'তুমি সত্যজিজ্ঞাসু, মই তোমাক দীক্ষা দিম, তুমি অনধিকাৰী নোহোৱা।

সেই সময়ত সকলো শ্ৰেণীৰ লোকে অধ্যাত্মবিদ্যা শিকিবৰ সুযোগ লাভ কৰিছিল। কিন্তু অধ্যাত্ম জিজ্ঞাসুসকলৰ আটায়ে গৃহত্যাগী সন্ন্যাসী নাছিল। এওঁলোকৰ ত্যাগ আছিল বিষয়ত আসক্তিত্যাগ, বিষয় ত্যাগ নহয়। উপনিষদৰ ঋষিসকলৰ বেছিভাগেই আছিল বিবাহিত গৃহী, কিন্তু মুক্ত ব্ৰহ্মজ্ঞানী।

উপনিষদত আখ্যানবোৰৰ মাজেদি সমৃদ্ধ অধ্যাত্ম-উপলব্ধি আৰু পৰাবিদ্যা ব্যাখ্যা কৰা হৈছে। তৈত্তিৰীয় উপনিষদৰ ভৃগুভৃগুৰ কাহিনীত আনন্দ ব্ৰহ্মৰ

তত্ব; কঠোপনিষদৰ যম-নচিকেতাৰ কাহিনীত মৃত্যু তত্ব, বৃহদাৰণ্যক উপনিষদৰ যাজ্ঞবল্ক্য-মৈত্ৰেয়ীৰ কাহিনীত অমৃত বিদ্যাৰ শ্ৰেষ্ঠত্ব অতি সুন্দৰভাৱে গল্প আকাৰে প্ৰকাশ কৰা হৈছে।

## সূত্ৰ : শ্ৰৌতসূত্ৰ, গৃহ্যসূত্ৰ আৰু ধৰ্মসূত্ৰ

বুৰঞ্জীবিদসকলৰ মতে কল্পগ্ৰন্থ বেদাঙ্গ সাহিত্যৰ প্ৰাচীনতম গ্ৰন্থ। কিছুমান পণ্ডিতৰ মতে কল্পগ্ৰন্থ বৈদিক সাহিত্যৰ একেবাৰে নিকটবৰ্তী আৰু অভিন্ন। কিন্তু বৈদিক সাহিত্য অপৌৰুষেয় আৰু বেদাঙ্গ সাহিত্য পুৰুষকৃত হোৱা বাবে এইটো মানি লোৱাটো সমীচীন নহব। এইটো অৱশ্যে স্বীকাৰ্য্য যে কল্পগ্ৰন্থ বেদাঙ্গৰ প্ৰাচীনতম গ্ৰন্থ আৰু বৈদিক সাহিত্যৰ অতি নিকটবৰ্তী।

কেৱল বিষয়বস্তুৰ ফালৰপৰাই নহয়, এটা নতুন যুগৰ সূচনাৰ দৃষ্টিকোণৰ ফালৰপৰাও সংস্কৃত সাহিত্যত কল্পসূত্ৰৰ এক বিশিষ্ট স্থান আছে। উত্তৰ বৈদিক যুগত ৰচিত গ্ৰন্থসমূহৰ বৰগুণি যোগায় সূত্ৰ গ্ৰন্থবোৰে। কল্পসূত্ৰৰ ৰচনা কালৰ পিচৰপৰা ভাৰতীয় সাহিত্যৰ বুৰঞ্জীত এক নতুন যুগৰ সূচনা হয়; কল্পসূত্ৰৰ ৰচনাৰ এক বিশেষ উদ্দেশ্য আছিল। বৈদিক সাহিত্য কঠিন, দুৰ্বোধ্য আৰু ৰহস্যময়ী হোৱা বাবে ইয়াক বোধগম্য কৰা অতি কঠিন। এই জটিলতা দূৰ কৰিবৰ বাবে বৈদিক বিধিৰ সূত্ৰবোৰ সংক্ষিপ্ত আৰু সহজ ভাষাত লিখিবৰ আৱশ্যক হয়। কম শব্দত বেছি ভাব প্ৰকাশ কৰাটোৱেই সূত্ৰবোৰৰ বিশেষত্ব।

ভাব, ভাষা, বিচাৰশৈলী আৰু ৰচনা বিধানৰ দৃষ্টিকোণৰ ফালৰপৰাও সূত্ৰ-গ্ৰন্থত অনেক পৰিবৰ্তন দৃষ্টিগোচৰ হয়। ভাষাৰ যি ৰূপ বৈদিক সাহিত্যত পোৱা যায়, ভাবাভিব্যঞ্জক আৰু ৰচনা বিধানৰ দৃষ্টিকোণৰ ফালৰপৰা যি ৰচনাশৈলীৰ প্ৰয়োগ বেদৰপৰা আৰম্ভ কৰি উপনিষদলৈ প্ৰৱাহিত আছিল, সূত্ৰগ্ৰন্থৰ ৰচনাৰ পিচত তাৰ আমূল পৰিৱৰ্তন দেখা যায়।

কল্পসূত্ৰৰ প্ৰধান বিষয়বস্তু হৈছে কৰ্মৰ প্ৰতিপাদন, সংস্কাৰৰ ব্যাখ্যা আৰু যজ্ঞৰ বিধান বৰ্ণনা। যজ্ঞৰ শ্ৰেষ্ঠতা 'যজ্ঞপৰিভাষা সূত্ৰত' প্ৰতিপাদন কৰিছে। ইয়াত দুই প্ৰকাৰ বৈদিক যজ্ঞৰ বিধান আছে—শ্ৰৌত আৰু গৃহ্য। এই দুইবিধ যজ্ঞাত্মক ব্যাখ্যা ক্ৰমে শ্ৰৌত সূত্ৰ আৰু গৃহ্যসূত্ৰত বৰ্ণিত আছে। শ্ৰৌত যজ্ঞৰ দুটা ভাগ—সোম সংস্থা আৰু হবিঃ সংস্থা। গৃহ্যযজ্ঞক পাকসংস্থা নামেও জনাজাত। এই যজ্ঞসমূহৰ সাতটাকৈ ভাগ। অগ্নিষ্টোম, অত্যগ্নিষ্টোম, উক্থ্য ষোড়শী,

বাজেয়, অভিবাত্র, আপ্তোপমি,—এইকেইটা হবিসংস্থা যজ্ঞ; সায়ংহোত্র, প্রাতিহোত্র, স্থালীপাক, নবযজ্ঞ, বৈশ্বদেব, পিতৃযজ্ঞ আৰু অষ্টকা—এইকেইটা পাকসংস্থা যজ্ঞ। 'যজ্ঞপৰিভাষা সূত্ৰ'ৰ ২২টা সূত্ৰত এই যজ্ঞৰ বিধান, ব্যৱস্থাপন আৰু নিয়মৰ বিস্তৃর্ণভাৱে বৰ্ণনা আছে।

কল্পসূত্ৰ প্ৰাচীন ভাৰতৰ কৰ্মপৰায়ণ সাত্ত্বিক জীৱনৰ পৰিচায়ক গ্ৰন্থ। ইয়াত জীৱনৰ উন্নতিৰ উপায় আৰু সমাজৰ সদব্যৱস্থাৰ বিধি লিখা আছে।

কল্পসূত্ৰৰ প্ৰধানকৈ তিনিটা ভাগ—শ্ৰৌতসূত্ৰ, গৃহ্যসূত্ৰ আৰু ধৰ্মসূত্ৰ। বৰ্তমান ৪০ খন কল্পসূত্ৰ পোৱা গৈছে। ইয়াত ১৪টা শ্ৰৌতযজ্ঞ, ৭টা গৃহ্যযজ্ঞ, ৫টা মহাযজ্ঞ আৰু ১৬টা সংস্কাৰ; সৰ্বমুঠ ৪২টা কৰ্মৰ প্ৰতিপাদন কৰা আছে।

কল্পসূত্ৰবোৰৰ আৰু ব্ৰাহ্মণ গ্ৰন্থবোৰৰ বিষয়বস্তু একে। ঋগ্‌বেদৰ শাংখ্যায়ন ব্ৰাহ্মণ ব্ৰাহ্মণগ্ৰন্থৰ বৈশিষ্ট্য বৰ্জিত। ইয়াৰ বেছি ভাগেই সূত্ৰ আকাৰত ৰচিত। সামবেদৰ 'সামবিধান ব্ৰাহ্মণ' সূত্ৰগ্ৰন্থ। ঐতৰেয় আৰণ্যকখন নামত আৰণ্যক হলেও ই সম্পূৰ্ণ সূত্ৰধৰ্মী। কৰ্মকাণ্ডই যেতিয়া সমাজত বিশেষ প্ৰাধান্য লাভ কৰিছিল, তেতিয়া তাৰ বিধি নিয়মবোৰ যাতে সহজে মনত ৰাখিব পৰা হয় তাৰ বাবে সংক্ষেপে সূত্ৰ আকাৰে ৰচনা কৰি এই কল্পসূত্ৰৰ সৃষ্টি কৰে। কল্পসূত্ৰৰ শ্ৰৌতযাগাদি বৰ্ণনা কৰা অংশৰ নাম শ্ৰৌতসূত্ৰ আৰু গৃহস্থৰ দৈনন্দিন জীৱনৰ কৰ্মৰ উপদেশ বৰ্ণনা থকা অংশৰ নাম গৃহ্যসূত্ৰ।

**শ্ৰৌত গ্ৰন্থ** :—শ্ৰৌত গ্ৰন্থত যদিও ব্ৰাহ্মণগ্ৰন্থত বৰ্ণিত কৰ্মকাণ্ড সম্বন্ধীয় বিধানৰ নিৰ্দেশ আছে, তথাপি ই ব্ৰাহ্মণগ্ৰন্থ আৰু বৈদিক সাহিত্যৰ অন্তৰ্গত নহয়। বৈদিক সাহিত্যত যি যাগ্‌-যজ্ঞৰ বিধান আছে তাৰ সাৰভাগ ইয়াত সংকলিত আছে। শ্ৰৌতসূত্ৰত শ্ৰুতি প্ৰতিপাদিত চৈধ্যটা যজ্ঞৰ বিধান বৰ্ণনা কৰা আছে। প্ৰধান শ্ৰৌত সূত্ৰবোৰ হ'ল—আশ্বলায়ন, শাংখ্যায়ন, মানৱ, বৌধ্যয়ন, আপস্তম্ব, হিৰণ্যকেশী, কাত্যায়ন, লাট্যায়ন, দ্ৰাহ্যায়ন, জৈমিনীয় আৰু বৈতান।

**গৃহ্যসূত্ৰ** :—গৃহ্যসূত্ৰত গাৰ্হস্থ্যজীৱন-বিষয়ক ধাৰ্মিক বিধিৰ বিধান আছে। গৃহস্থৰ দৈনন্দিন জীৱনৰ কৰ্মৰ উপদেশ বৰ্ণনা কৰা আছে। গৰ্ভাধানৰপৰা আৰম্ভ কৰি গৃহস্থৰ আটাইবোৰ সংস্কাৰ, পঞ্চমহাযজ্ঞ, গৃহনিৰ্মাণ, বস্তুশোধন, পশুপালন, কৃষি আদি গৃহ্যসূত্ৰত আলোচনা কৰা আছে। যিদৰে বৈদিক যজ্ঞৰ সংখ্যা ১৪টা সেইদৰে গৃহযজ্ঞৰ সংখ্যা ৭টা। যেনে—পিতৃযজ্ঞ, পাৰ্বণযজ্ঞ, অষ্টকযজ্ঞ, শ্ৰাৱণী-

যজ্ঞ, অষ্টকাযজ্ঞ, আগ্ৰহায়ণীযজ্ঞ আৰু চৈত্ৰযজ্ঞ। ইয়াৰ উপৰিও আৰু পঞ্চ-মহাযজ্ঞ আছে—দেৱযজ্ঞ, ভূতযজ্ঞ, পিতৃযজ্ঞ, ব্ৰহ্মযজ্ঞ আৰু মনুষ্যযজ্ঞ।

গৃহ্যসূত্ৰত পুংসবন, জাতকৰ্ম, নামাকৰণ, নিষ্ক্ৰমণ, উপনয়ন, সমাবৰ্ত্তন; ব্ৰাহ্ম, দৈব, আৰ্ষ, প্ৰাজাপাত্য, অসুৰ, গান্ধৰ্ব, ৰাক্ষস, পৈশাচ—এই আঠ প্ৰকাৰৰ বিয়া; অন্ত্যেষ্টিক্ৰিয়া আৰু সংস্কাৰৰ বিধিবিধান বৰ্ণিত আছে।

কৌশিক গৃহ্যসূত্ৰত চিকিৎসা তথা দৈৱিক বিপত্তি নিবাৰণৰ মন্ত্ৰও আছে। এই গৃহ্যসূত্ৰৰ এটা মহত্ব এই যে হিন্দুধৰ্মৰ তৎকালীন গাৰ্হস্থ্য জীৱনৰ পবিত্ৰতা আৰু কৰ্মকাণ্ডবিষয়ক বিশ্বাসৰ ওপৰত সমৰ্থন কৰিছে। প্ৰধান গৃহ্য সূত্ৰকেইখন হ'ল—আশ্বলায়ন, শাংখায়ন, মানব বৌধায়ন, আপস্তম্ব, হিৰণ্যকেশী, ভৰদ্বাজ, পাৰস্কৰ, দ্ৰাহ্যায়ন, গোভিল, খাদিৰ আৰু কৌশিক।

**ধৰ্মসূত্ৰ:** - বৈয়ক্তিক আৰু পাৰিবাৰিক জীৱনৰ পবিত্ৰতা আৰু আধ্যাত্মিক উন্নতিৰ বাবে গৃহ্যসূত্ৰই যিদৰে ধাৰ্মিক ক্ৰিয়া-কৰ্মৰ বিধান কৰিছে, ধৰ্মসূত্ৰই সেইদৰে সামাজিক জীৱনৰ ৰীতি-নীতি নিয়ম-প্ৰথাৰ ভিতৰত সমাজৰ পাৰম্পৰিক কৰ্তব্য প্ৰকাশ কৰিছে। ধৰ্মসূত্ৰত পাৰলৌকিক, সামাজিক, নৈতিক ক্ৰিয়া-কলাপৰো প্ৰতিপাদন কৰা আছে।

ধৰ্মসূত্ৰত সামাজিক আচাৰ-বিচাৰ আৰু বৰ্ণাশ্ৰম ধৰ্মৰ বিস্তৃত বৰ্ণনা আছে। ইয়াৰ বাহিৰেও ৰাজ্যশাসন ব্যৱস্থা, আইন-কানুন আদি ধৰ্মসূত্ৰত বৰ্ণিত আছে। ধৰ্মসূত্ৰৰপৰা জনা যায় যে ৰজাসকল আছিল প্ৰজাবৎসল। ৰজা-প্ৰজাৰ ভিতৰত বৰ ভেদাভেদ নাছিল। বশিষ্ঠ ধৰ্মসূত্ৰ, মানব ধৰ্মসূত্ৰ, বৌধায়ন ধৰ্মসূত্ৰ, আপস্তম্ব ধৰ্মসূত্ৰ আৰু গৌতম ধৰ্মসূত্ৰ—এই কেইখনেই হ'ল প্ৰধান ধৰ্মসূত্ৰ।

**ৰচনাকাল:**—বৈদিক জ্ঞানৰ পৰম্পৰা সুৰক্ষিত কৰিবলৈ আৰু জ্ঞানৰ নৱ আবিৰ্ভূত সৌতৰ গতিবদ্ধ কৰিবলৈ উত্তৰ বৈদিক যুগৰ আবিৰ্ভাৱ হয় আৰু ইয়াৰ আৰম্ভ হয় সূত্ৰগ্ৰন্থত। সূত্ৰগ্ৰন্থৰপৰাই ভূৰ্জপত্ৰত ধৰ্মগ্ৰন্থ লিখাৰ আৰম্ভ হয়। পণ্ডিতসকলৰ মতে 'সূত্ৰকাল' আৰম্ভ হয়—বৌদ্ধধৰ্মৰ আবিৰ্ভাৱৰ লগে লগে নাইবা ইয়াৰ কিছুকাল পূৰ্বে। ইয়াৰপৰা এইটো অনুমান কৰিব পাৰি যে সূত্ৰ সাহিত্য ৬০০-৩০০ খ্ৰীঃ পূঃৰপৰা ২৮০ খ্ৰীঃ পূঃৰ ভিতৰত ৰচিত।

পাণিনিৰ অষ্টাধ্যায়ীৰপৰা কল্পসূত্ৰ সম্বন্ধে এটা নতুন কথা পৰিলক্ষিত হয়।

অষ্টাধ্যায়ীৰ এটা সূত্ৰত অকল কল্পসূত্ৰৰ নামেই উল্লেখ কৰা নাই, ইয়াৰ প্ৰাচীন আৰু নতুন দুয়োটা ভাগৰ উল্লেখো কৰিছে।

.কাশিকাকাৰে প্ৰাচীন কল্পৰ শ্ৰেণীত পৈঙ্গ তথা অৰুণপৰাজ আৰু নতুন কল্পৰ শ্ৰেণীত আশ্মৰথৰ উদ্ধৃত কৰিছে। কুমাৰিল ভট্টৰ "অৰুণ পৰাশৰ শাখাব্ৰাহ্মণস্য কল্পৰূপত্বাৎ"ৰূপৰ কাশিকাকাৰৰ কথাৰ প্ৰামাণিকতা সিদ্ধ। বৌধায়ন শ্ৰৌত সূত্ৰটো এক 'পৈঙ্গলায়নি' ব্ৰাহ্মণ উদ্ধৃত আছে। পাণিনিৰ আন এটা সূত্ৰত 'কাশ্যপ' আৰু 'কৌশিক' গ্ৰন্থৰ উল্লেখ আছে। কাত্যায়নকৃত 'মহাভাষ্য বাৰ্ত্তিক'ত 'কাশ্যপ' আৰু 'কৌশিক' কল্পসূত্ৰৰ প্ৰামাণিকতাৰ সমৰ্থন আছে।

গৃহপতি শৌনিক পাণিনিৰ সমকালীন নাইবা কিছু আগৰ আছিল। শৌনকৰ আশ্বলায়ন নামে এজন শিষ্য আছিল। এওঁ আশ্বলায়ন আৰু গৃহ্যসূত্ৰৰ প্ৰবচন কৰে। শৌনকৰ আন এজন শিষ্য আছিল কাত্যায়ন। এওঁ কাত্যায়ন শ্ৰৌত আৰু গৃহ্যসূত্ৰ ৰচনা কৰে।

কল্পসূত্ৰৰ ৰচনা হয় ঋষি আশ্ৰমত। পাণিনিয়ে 'অষ্টধ্যায়ীত' ধৰ্মসূত্ৰকাৰৰ এটা চৰণৰ উল্লেখ কৰিছে। এই সূত্ৰৰ ব্যাখ্যা কৰি সুপ্ৰসিদ্ধ ভাষ্যকাৰ পতঞ্জলিয়ে কাঠক, কালাপক, মৌদক, পৈপ্পলাদ আৰু আথৰ্বন নামক প্ৰাচীন ধৰ্মসূত্ৰৰ উল্লেখ কৰে। সম্প্ৰতি এই ধৰ্মসূত্ৰ কেইখন লুপ্ত হৈছে যদিও ইয়াৰ ৰচনাকাল ৭০০ খ্ৰীঃ পূঃ। ধৰ্মসূত্ৰত গৌতম, বৌধায়ন, আপস্তম্ব আৰু বশিষ্ঠৰ নাম প্ৰসিদ্ধ। ধৰ্ম-সূত্ৰৰ ৰচনাকাল লৈ পণ্ডিতসকলৰ মাজত মতানৈক্য আছে। কোনো কোনো পণ্ডিতৰ মতে গৌতমৰ কাল আছিল ৫০০ খ্ৰীঃ পূঃ। বৌধায়নও প্ৰায় সম-সাময়িক। ডঃ জে. জী. বুলৰে ১৮৭১ খ্ৰীঃত 'আপাস্তম্ব সূত্ৰ'ৰ সম্পাদন কৰি ইয়াৰ ৰচনাকাল ৪০০ খ্ৰীঃ পূঃ বুলি কৈছে। বুৰঞ্জীবিদসকলৰ মতে বশিষ্ঠ, গৌতম আৰু আপস্তম্বৰ পিচত। বৌধায়ন আৰু আপস্তম্ব দুয়ো দাক্ষিণাত্যৰ আৰু বশিষ্ঠ উত্তৰ ভাৰতৰ আছিল। এই ধৰ্মসূত্ৰকাৰসকলৰ সূত্ৰগ্ৰন্থৰ অতিৰিক্ত এক মহত্বপূৰ্ণ গ্ৰন্থ 'মানৱধৰ্ম সূত্ৰ'ৰও উল্লেখ থকা পোৱা যায়। বৰ্তমান অৱস্থে ই দুষ্প্ৰাপ্য। ডঃ জোলীৰ মতে 'গৌতম ধৰ্মসূত্ৰ' সূত্ৰগ্ৰন্থৰ ভিতৰত আটাইতকৈ প্ৰাচীন। ইয়াৰ ৰচনাকাল ৬০০ বা ৫০০ খ্ৰীঃ পূঃ বুলি নিৰ্ধাৰণ কৰিছে। ইয়াৰ পিচত ডঃ জোলী 'বৌধায়ন সূত্ৰৰ' ৰচনাকাল বুলি কয়। 'আপস্তম্ব সূত্ৰৰ' ৰচনাকাল সম্বন্ধে এওঁ 'বুলৰ' লগত একমত হৈ ৫০০ বা ৪০০ খ্ৰীঃ পূঃ বুলি কৈছে। 'বশিষ্ঠ সূত্ৰ' একেবাৰে শেষত হোৱা বুলি এওঁ মতপোষণ কৰে।

ডঃ জয়সবালৰ মতে 'গৌতম ধৰ্মসূত্ৰ'ৰ ৰচনাকাল ৩৫০—৩০০ খ্ৰীঃ পূঃৰ ভিতৰত।

'পাৰস্কৰ গৃহ্যসূত্ৰ' আৰু 'বৌধায়ন ধৰ্মসূত্ৰ'ৰ ৰচনাকাল ১০০ খ্ৰীঃ পূঃ। 'আপস্তম্ব'ৰ ৰচনাকাল সম্বন্ধে এওঁ ডঃ জোলীৰ লগত একমত। বৌধায়ন আৰু আপস্তম্ব দুয়ো ৫০০ খ্ৰীঃ পূঃৰ। দুয়ো শ্ৰৌত, গৃহ্য ধৰ্ম আৰু শুল্বসূত্ৰবোৰ ৰচনা কৰে। সংস্কৃতজ্ঞ পণ্ডিত বুলৰ মতে বৌধায়নৰ কাল আপস্তম্বতকৈ দুই শ বছৰ আগৰ। এই কালৰপৰা 'আপস্তম্ব ধৰ্মসূত্ৰ'ৰ ৰচনাকাল ৩০০ খ্ৰীঃ পূঃ আৰু বৌধায়ন ধৰ্মসূত্ৰৰ ৰচনাকাল ৪০০ বা ৫০০ খ্ৰীঃ পূঃৰ। ভাৰতীয় বুৰঞ্জীবিদ্ তিলক আদিয়ে সূত্ৰগ্ৰন্থৰ ৰচনাকাল ইয়াৰো আগত বুলি কয়।

চিন্তামণি বিনায়ক বৈদ্যই ইয়াৰ ৰচনাকাল ১৩০০ খ্ৰীঃ পূঃৰ বুলি মতামত দিয়ে। ডঃ গোৰখ প্ৰসাদৰ মতে বৌধায়ন শ্ৰৌতসূত্ৰৰ সময়ত 'শ্ৰোণ' আৰু 'কৃত্তিকা' একে দিশত উদয় হৈছিল। ইয়াৰপৰা অনুমান হয় যে 'বৌধায়ন শ্ৰৌতসূত্ৰ'ৰ ৰচনাকাল প্ৰায় ১৩০০ খ্ৰীঃ পূঃত। কিন্তু সূত্ৰগ্ৰন্থৰ ৰচনাকাল ইমান প্ৰাচীন নহয় বুলি বহুত পণ্ডিতে কয়।

## ব্ৰাহ্মণ গ্ৰন্থ

ব্ৰাহ্মণ গ্ৰন্থত হিন্দুধৰ্মৰ আদি প্ৰবাহ আৰু ধৰ্মৰ অতি প্ৰাচীন ব্যাখ্যান থকা হেতু মানৱ-জাতিৰ প্ৰথম ধৰ্ম গ্ৰন্থ বুলিব পাৰি। ব্ৰাহ্মণ গ্ৰন্থ বেদৰ সমকক্ষ আৰু সমকালীন বুলি ধৰা হয়। বেদভাষ্যকাৰ আপস্তম্ব ঋষিৰ মতে মন্ত্ৰ-সংহিতাবোৰ আৰু ব্ৰাহ্মণ গ্ৰন্থবোৰ উভয়েই বেদ। কাৰণ সংহিতা গ্ৰন্থ আৰু ব্ৰাহ্মণ গ্ৰন্থ উভয়ে যজ্ঞৰ প্ৰমাণ স্বৰূপ। "মন্ত্ৰ ব্ৰাহ্মণো যজ্ঞস্য প্ৰমাণম্।" আপস্তম্ব ঋষিৰ এই বাক্যৰ-পৰা জনা যায় যে বেদমন্ত্ৰৰ স্থিতি ব্ৰাহ্মণ গ্ৰন্থৰ বাহিৰে আন একো নহয়। বৈদিক সংহিতা আৰু ব্ৰাহ্মণ গ্ৰন্থক বেদ বুলি অভিহিত কৰা গ্ৰন্থসমূহৰ ভিতৰত সূত্ৰ গ্ৰন্থ, মীমাংসা গ্ৰন্থ, বেদান্ত গ্ৰন্থ বাৰ্তিক গ্ৰন্থ আৰু স্মৃতি গ্ৰন্থসমূহেই প্ৰধান।

ব্ৰাহ্মণ গ্ৰন্থসমূহৰ বিষয়বস্তু হৈছে যজ্ঞৰ প্ৰতিপাদন আৰু ইয়াৰ বিধি ব্যাখ্যা। 'শতপথ ব্ৰাহ্মণত' যজ্ঞক প্ৰজাপতি আৰু প্ৰজাপতিক ব্ৰহ্ম বোলা হৈছে : এষ বৈ প্ৰত্যক্ষং যজ্ঞো যো প্ৰজাপতি।" ব্ৰহ্ম অৰ্থাৎ যজ্ঞবিষয়ক প্ৰতিপাদক গ্ৰন্থ হোৱা বাবে ইয়াক 'ব্ৰাহ্মণ' বোলা হয়।

বিষয়বস্তুৰফালৰপৰা ব্ৰাহ্মণ গ্ৰন্থ চাৰিভাগত বিভক্ত—বিধিভাগ, অৰ্থবাদ ভাগ, উপনিষদ ভাগ আৰু আখ্যান ভাগ। বিধিভাগত মুখ্যতঃ কৰ্মকাণ্ড সম্বন্ধীয় বিধানৰ বৰ্ণনা আছে। ইয়াৰ লগতে বেদমন্ত্ৰৰ অৰ্থ মীমাংসা আৰু বৈদিক শব্দৰ নিষ্পত্তিও প্ৰথম ভাগৰ বিষয়। দ্বিতীয় অৰ্থবাদ ভাগত প্ৰৰোচনাত্মক বিষয় বৰ্ণিত আছে। যজ্ঞবিধি জানিবৰ বাবে অৰ্থবাদক বুজাৰ আৱশ্যক। যজ্ঞৰ বিধান উল্লেখ থকা অৰ্থবাদক নিৰ্দেশ বাক্য বোলে। কি যজ্ঞ কৰিলে কি ফল পায়, কি যজ্ঞৰ বাবে কি বিধিৰ আৱশ্যক এই সকলোবোৰৰ নিৰ্দেশ অৰ্থবাদ ভাগত বৰ্ণিত আছে। মীমাংসাকাৰ মহৰ্ষি জৈমিনিয়ে অৰ্থবাদক তিনিভাগত বিভক্ত কৰিছে। যেনে—গুণবাদ, অনুবাদ আৰু ভূতাৰ্থানুবাদ। ভূতাৰ্থানুবাদক আকৌ সাত ভাগত বিভক্ত কৰিছে—স্তুত্যৰ্থবাদ, ফলাৰ্থবাদ, সিদ্ধাৰ্থবাদ, নিৰৰ্থবাদ, পৰকৃতি, পুৰাকল্প আৰু মন্ত্ৰ। বিধিৰ অনুকৰণ আৰু নিষেধৰ নিন্দা কৰা ব্যাখ্যাসমূহেই অৰ্থবাদ।

ব্ৰাহ্মণ গ্ৰন্থৰ তৃতীয় উপনিষদ ভাগত ব্ৰহ্মৰ বিষয় বিচাৰ কৰিছে। চতুৰ্থ আখ্যান ভাগত প্ৰাচীন ঋষিসকলৰ বংশ, আচাৰ্য্যসকলৰ বংশ আৰু ৰাজবংশৰ কথা বৰ্ণনা কৰা আছে। ব্ৰাহ্মণ গ্ৰন্থৰ এটা বিশেষ বৈশিষ্ট্য এই যে, ঐতিহাসিক দৃষ্টিকোণৰপৰা হিন্দুসকলৰ সামাজিক, ধাৰ্মিক আৰু নৈতিক জীৱন বিকাশৰ পৰম্পৰাৰ বাবে ইয়াত অনুসন্ধানোপযোগী অপৰ্য্যাপ্ত প্ৰামাণিক সামগ্ৰী সিঁচৰিত হৈ আছে।

**ঋগ্‌বেদ সংহিতাৰ ব্ৰাহ্মণ :**—প্ৰত্যেক বেদৰ ব্ৰাহ্মণ বেলেগ বেলেগ। ঋগ্‌বেদ সংহিতাৰ ব্ৰাহ্মণগ্ৰন্থ দুখন—ঐতৰেয় আৰু কৌষীতকী। ঐতৰেয় ব্ৰাহ্মণত ৪০টা অধ্যায়। ঐতৰেয় ব্ৰাহ্মণখন 'ইতৰা' নামৰ এক শূদ্ৰা দাসীৰ পুতেক মহীদাসৰ ৰচনা বুলি জনা যায়। এই ব্ৰাহ্মণ গ্ৰন্থৰ শেষৰ দহ অধ্যায়ৰ লগত আগৰ ত্ৰিশ অধ্যায়ৰ তুলনা কৰি পাৰস্পৰিক ভিন্নতাৰ বাবে কিছুমান পণ্ডিতে ইয়াক বহুতো ব্যক্তিৰ দ্বাৰা ৰচিত বুলি অনুমান কৰে। এই দহ অধ্যায় ঐতিহাসিক আখ্যানেৰে ভৰপূৰ। ঐতৰেয় ব্ৰাহ্মণৰ মুখ্য দেৱতা ৩৩ জন, তাৰ ভিতৰত ইন্দ্ৰই সৰ্বশ্ৰেষ্ঠ।

**ঐতৰেয় ব্ৰাহ্মণৰ ৰচনাকাল :**—ঐতৰেয় ব্ৰাহ্মণৰ ৰচনাকাল সম্বন্ধে ডঃ জয়সবালে কয় যে, "এই বৈদিক ব্ৰাহ্মণ গ্ৰন্থৰ ৰচনাকাল প্ৰায় ১০০০ খ্ৰীঃ পূঃ। ইয়াৰ শেষৰ ফালে ৰজা পৰীক্ষিতৰ পুত্ৰ ৰজা জনমেজয়লৈকে উল্লেখ আছে। ইয়াত দিয়া উত্তৰ-কুৰুসকলৰ ইতিহাসৰপৰাও এইটো ধাৰণা হয় যে, ইয়াৰ ৰচনাকাল অতি প্ৰাচীন।

গোবিন্দস্বামী আৰু সায়ণাচাৰ্য্যৰ ঐতৰেয় ব্ৰাহ্মণৰ ওপৰত প্ৰামাণিক ভাষ্য আছে। সম্প্ৰতি সায়ণ ভাষ্যৰ চাৰিটা সম্পাদিত সংস্কৰণ পোৱা যায়। মাৰ্টিন হাগে পোনপ্ৰথমে ১৮৬৩ খ্ৰীঃত ইংৰাজী অনুবাদৰ সৈতে সম্পাদন কৰি প্ৰকাশ কৰে। দ্বিতীয় সংস্কৰণৰ সম্পাদন ১৮৭৯ খ্ৰীঃত থ্যুৰ্ফৰ আউফৰেক্টনে, তৃতীয় সংস্কৰণ ১৮৯৬ খ্ৰীঃত পণ্ডিত কাশীনাথ শাস্ত্ৰী আৰু চতুৰ্থ সংস্কৰণ এ. বি. কীথে সম্পাদিত কৰে।

ঋক্‌বেদ সংহিতাৰ আনখন ব্ৰাহ্মণৰ নাম কৌষীতকী বা শাখায়ন। ইয়াৰ ৩০টা অধ্যায়। যজ্ঞৰ শ্ৰেষ্ঠতা তথা শাস্ত্ৰীয় ব্যাখ্যাৰ বিস্তৃতি প্ৰতিপাদন কৰাই ইয়াৰ বিষয়। কুষীতকী ঋষিৰ পুত্ৰ কৌষীতক এই ব্ৰাহ্মণৰ মুখ্য উপদেষ্টা। কৌষীতকী ব্ৰাহ্মণৰ ওপৰত মাধৱৰ পুতেক বিনায়ক পণ্ডিতৰ প্ৰামাণিক ভাষ্য আছে। সম্প্ৰতি ইয়াৰ দুটা প্ৰকাশিত সংস্কৰণ পোৱা যায়। প্ৰথম সংস্কৰণৰ সম্পাদক লিন্দনৰ আৰু দ্বিতীয় সংস্কৰণৰ সম্পাদক কীথ। ১৮৮৭ খ্ৰীঃত আৰু ১৯২০ খ্ৰীঃত ক্ৰমে দুয়োটা সস্কংৰণ প্ৰকাশ পায়।

এই দুয়োখন ব্ৰাহ্মণ গ্ৰন্থ সমান ধৰ্ম-কৰ্মী আৰু পাৰম্পৰিক ঘনিষ্ঠ সম্বন্ধ থাকিলেও স্থানভেদে বিৰোধ বিচাৰৰ প্ৰতিপাদন হয়। তুলনাত্মক দৃষ্টিৰপৰা এই দুয়োখনত পোৱা যায় যে কৌষীতকীত বিষয় প্ৰতিপাদন কৰিবলৈ যি ক্ষমতা বিদ্যমান, তাক ঐতৰেয় ব্ৰাহ্মণত দেখা নাই। দুয়োখনত ঐতিহাসিক, ভৌগোলিক আৰু বৈজ্ঞানিক দৃষ্টিৰপৰা উপযোগী শোধপূৰ্ণ সামগ্ৰী বিদ্যমান। ইয়াত আখ্যান, অভিযজ্ঞ, গাথা আৰু কি মন্ত্ৰৰ, কি সময়ত, কি বিধিৰ দ্বাৰা আবিৰ্ভাব হৈছে তাক কাৰিকাৰপৰা জনা যায়।

**যজুৰ্বেদ সংহিতাৰ ব্ৰাহ্মণ** :—কৃষ্ণ যজুৰ্বেদৰ ব্ৰাহ্মণ গ্ৰন্থৰ নাম মৈত্ৰায়ণী, কাঠক আৰু তৈত্তিৰীয় ব্ৰাহ্মণ। তৈত্তিৰীয় ব্ৰাহ্মণৰ ওপৰত সায়ণাচাৰ্য্য আৰু ভাস্কৰাচাৰ্য্যৰ প্ৰামাণিক ভাষ্য আছে। ইয়াৰ ১৮৯১ খ্ৰীঃত পুণাৰপৰা আৰু ১৮৯০ খ্ৰীঃত কলিকতাৰপৰা ক্ৰমে দুটা সংস্কৰণ প্ৰকাশ পায়। তৈত্তিৰীয় ব্ৰাহ্মণৰ তিনিটা ভাগ, ২৫টা প্ৰপাঠক আৰু ৩০৮টা অনুবাক আছে। ইয়াত পুৰুষমেধ, চতুৰ্বৰ্ণ, চতুৰ্বিধ আশ্ৰমৰ ব্যৱস্থা আৰু ইয়াৰ কৰ্তব্যৰ কথা বহলভাৱে প্ৰতিপাদন কৰা আছে।

শুক্ল যজুৰ্বেদৰ ব্ৰাহ্মণৰ নাম 'শতপথ ব্ৰাহ্মণ'। ইয়াত এশ অধ্যায় থকা বাবেই ইয়াৰ নাম শতপথ। ইয়াত ১৪টা কাণ্ড আছে। হৰিস্বামী, সায়ন আৰু কবীন্দ্ৰই

'শতপথ' ব্ৰাহ্মণৰ ওপৰত ভাষ্য লিখে। এই ভাষ্যবোৰৰ ওপৰত অনেক টীকাও লিখা আছে। শতপথ-ব্ৰাহ্মণত ৮ জন বসু, ১১ জন ৰুদ্ৰ, ১২টা আদিত্য, ১ খন আকাশ আৰু ১ খন পৃথিৱী, মুঠ ৩৩টা দেৱতাৰ উল্লেখ আছে।

১৮৫৫ খ্ৰীঃত বেবৰ চাহাবে সায়ণভাষ্য, হৰিস্বামী ভাষ্য আৰু গঙ্গাচাৰ্য্য টীকাৰ সৈতে শতপথ ব্ৰাহ্মণৰ এক সুসম্পাদিত সংস্কৰণ প্ৰকাশ কৰে।

শতপথ ব্ৰাহ্মণৰ ঐতিহাসিক মূল্য যথেষ্ট। শতপথ ব্ৰাহ্মণত বাৰ হেজাৰ ঋক্, আঠহেজাৰ যজু আৰু চাৰি হেজাৰ সাম আছে।

মহাভাৰতৰ অনেক উপাখ্যানৰ মূল এই ব্ৰাহ্মণ গ্ৰন্থ। বামৰ কথা, কদ্ৰু-সুপৰ্ণাৰ যুদ্ধকথা, পুৰুৰবা-উৰ্বশীৰ প্ৰেমাখ্যান আৰু অশ্বিনীকুমাৰৰ কথাৰ বাহিৰেও আৰু কিছুমান ঐতিহাসিক মহত্বৰ প্ৰাচীনতম উল্লেখ এই গ্ৰন্থত পোৱা যায়। সংস্কৃত সাহিত্যৰ কাব্য, নাটক আৰু চম্পূ প্ৰভৃতি অনেক গ্ৰন্থৰ নিৰ্মাণ-সূত্ৰ শতপথ ব্ৰাহ্মণত বিদ্যমান।

'পাৰগী' আৰু 'তিলকৰ' মতে 'শতপথ ব্ৰাহ্মণ'ৰ ৰচনাকাল ২৫০০ খ্ৰীঃ পূঃ। কিন্তু জ্যোতিৰ্বিদ শ্ৰীশঙ্কৰ বালকৃষ্ণ দীক্ষিতৰ মতে ইয়াৰ ৰচনাকাল ৩১০০ শকৰ আগত।

**সামবেদ সংহিতাৰ ব্ৰাহ্মণ ঃ**—সামবেদৰ কৌথুমীয় সংহিতাৰ ব্ৰাহ্মণ গ্ৰন্থ ৪০ অধ্যায়ত বিভক্ত। ইয়াৰ ব্ৰাহ্মণ পাঁচখন ঃ পঞ্চবিংশ ব্ৰাহ্মণ বা তাণ্ড্য ব্ৰাহ্মণ, ষড়বিংশ ব্ৰাহ্মণ, অদ্ভুত ব্ৰাহ্মণ, মন্ত্ৰ ব্ৰাহ্মণ আৰু চান্দোগ্য ব্ৰাহ্মণ। প্ৰথম পঁচিশ অধ্যায়ক 'পঞ্চবিংশ ব্ৰাহ্মণ', ২১-ৰ পৰা ৩০-লৈ এই ছয় অধ্যায়ক 'ষড়বিংশ ব্ৰাহ্মণ', ৩০ অধ্যায়ৰ শেষভাগ 'অদ্ভুত ব্ৰাহ্মণ', ৩১ আৰু ৩২ অধ্যায়ক 'মন্ত্ৰ ব্ৰাহ্মণ' আৰু শেষৰ আঠ অধ্যায়ক 'ছান্দোগ্য ব্ৰাহ্মণ' বোলে। ছান্দোগ্য ব্ৰাহ্মণৰ এক অংশ দৈৱত ব্ৰাহ্মণ নামেৰেও প্ৰচলিত।

সামবেদৰ জৈমিনীয় সংহিতাৰ ব্ৰাহ্মণ দুখন জৈমিনীয় ব্ৰাহ্মণ আৰু জৈমিনীয় উপনিষদ ব্ৰাহ্মণ। এই ব্ৰাহ্মণ দুখনক ক্ৰমে আৰ্ষেয় ব্ৰাহ্মণ আৰু ছান্দোগ্য ব্ৰাহ্মণও বোলা হয়।

সামবেদৰ ব্ৰাহ্মণ আঠভাগত প্ৰকাশিত হৈছে। আটাইবোৰৰে সায়ণচাৰ্য্যৰ ভাষ্য আছে। ১৮৭৪ খ্ৰীঃত সায়ণৰ ভাষ্যৰ সৈতে এ. চি. বেদান্তবাগীশে 'তাণ্ড্য ব্ৰাহ্মণ' কলিকতাৰপৰা প্ৰকাশ কৰে। 'ষড় বিংশ' ব্ৰাহ্মণখন কে. ক্লেম্ভে আৰু এচ্. এফ্. এলচিজে ক্ৰমে ১৮৯৪ আৰু ১৯০৮ খ্ৰীঃত আৰু সত্যব্ৰত সামশ্ৰমীয়ে

১৮৭০ খ্ৰীঃত 'মহাব্ৰাহ্মণ'খন প্ৰকাশ কৰে। ১৮৫৮ খ্ৰীঃত 'অদ্ভুত ব্ৰাহ্মণ'খন বেবৰ চাহাবে বাৰ্লিনত প্ৰকাশ কৰে। ১৮৮৯ খ্ৰীঃত ও. বোটলিঙ্ক চাহাবে ছান্দোগ্য উপনিষদ ব্ৰাহ্মণ প্ৰকাশ কৰে। 'দৈবত ব্ৰাহ্মণ'খন ১৮৭৩ খ্ৰীঃত কৰ্ণেল চাহাবে আৰু আন এটা সংস্কৰণ সত্যব্ৰত সামশ্ৰমীয়ে প্ৰকাশ কৰে। কৰ্ণেল চাহাবে ১৮৭৩ খ্ৰীঃত 'আৰ্ষেয় ব্ৰাহ্মণ'খনো প্ৰকাশ কৰে। কেলণ্ড চাহাবেও আৰ্ষেয় ব্ৰাহ্মণৰ এটা সংস্কৰণ প্ৰকাশ কৰে। 'বংশ ব্ৰাহ্মণ'খন বাংলা অনুবাদৰ সৈতে সামশ্ৰমীয়ে আৰু ইয়াৰ আন এটা সংস্কৰণ বেবৰ চাহাবে আৰু তৃতীয় সংস্কৰণ ১৮৭৩ খ্ৰীঃত কৰ্ণেল চাহাবে প্ৰকাশ কৰি উলিয়ায়। কৰ্ণেল চাহাবে আকৌ 'সংহিতা উপনিষদ'খন ১৮৭৭ খ্ৰীঃত আৰু 'সামবিধান ব্ৰাহ্মণ'খন ১৮৭৩ খ্ৰীঃত সায়ণভাষ্যৰ সৈতে প্ৰকাশ কৰে।

কৰ্ণেল চাহাবে ১৮৭৮ খ্ৰীঃত 'জৈমিনীয় আৰ্ষেয় ব্ৰাহ্মণ'খন আৰু ১৯২১ খ্ৰীঃত এচ. এটলে 'জৈমিনীয় উপনিষদ ব্ৰাহ্মণ'খন প্ৰকাশ কৰে। কেলেণ্ড চাহাবে 'জৈমিনীয় আৰ্ষেয়' ব্ৰাহ্মণখনৰ 'ডাচ' ভাষাত এটা সংস্কৰণ প্ৰকাশ কৰি উলিয়ায়।

**অথৰ্ববেদ সংহিতাৰ ব্ৰাহ্মণ :**—অথৰ্ববেদ সংহিতাৰ ব্ৰাহ্মণ গ্ৰন্থখন হৈছে 'গোপথ ব্ৰাহ্মণ'। ই দুই খণ্ড আৰু ১১ অধ্যায়ত বিভক্ত। প্ৰথম খণ্ডত পাঁচ অধ্যায় আৰু দ্বিতীয় খণ্ডত ছয় অধ্যায়। আচলতে 'গোপথ ব্ৰাহ্মণ' বেদান্ত শ্ৰেণীত গ্ৰন্থ। ইয়াৰ কিছু অংশ 'শতপথ' আৰু 'তাণ্ড্য'ৰ পৰা উদ্ধৃত আৰু কিছু অংশ বহুদিন পিছত ৰচনা হোৱা।

**ব্ৰাহ্মণ গ্ৰন্থৰ প্ৰয়োজনীয়তা :**—ব্ৰাহ্মণ গ্ৰন্থত এপিনে সংসাৰিক ক্ৰিয়া-কলাপৰ বৰ্ণনা আৰু আনপিনে আধ্যাত্মিক বিষয়ৰ গভীৰ পৰ্য্যালোচনা সন্নিহিত আছে। সেইবাবেই বৈদিক সাহিত্যৰ ব্ৰাহ্মণ গ্ৰন্থসমূহ অধ্যয়নৰ কালে পণ্ডিত-সকলে মনোনিবেশ কৰি গভীৰ জ্ঞানভাণ্ডাৰ সঞ্চিত কৰে। পাশ্চাত্যৰ পণ্ডিতসকলে অক্লান্ত পৰিশ্ৰম কৰি ব্ৰাহ্মণ গ্ৰন্থসমূহ সমগ্ৰ বিশ্বতে প্ৰকাশ কৰিবলৈ প্ৰয়াস কৰে। ভাৰত এই বিদেশী পণ্ডিতসকলৰ ওচৰত চিৰদিন ঋণী।

"যজ্ঞো বৈ শ্ৰেষ্ঠতম কৰ্ম"—ব্ৰাহ্মণ গ্ৰন্থত যজ্ঞক শ্ৰেষ্ঠতম কৰ্ম বুলি কৈছে; লগতে ইয়াকো বৰ্ণনা কৰিছে যে যজ্ঞ কৰ্তাজনে সকলো পাপৰপৰা বিমুক্ত হয়। যজ্ঞ কৰাৰপৰা বৈয়ক্তিক আত্মোন্নতিৰ বাহিৰেও সামাজিক কল্যাণো হয়। যজ্ঞৰ হোমৰ ধোঁৱা আকাশত ব্যাপী গৈ সূৰ্য্যৰ ওচৰ পায় গৈ আৰু মেঘৰ লগত মিলি

বৰষুণ ৰূপে ধৰাতলত পৰে। বৰষুণৰপৰা শস্য উৎপন্ন হয় আৰু ধন-ধান্য সম্পদ বৃদ্ধি হৈ প্ৰজাসকলে সুখেৰে জীৱন যাপন কৰে। হবিৰপৰা দেৱতাসকল সুপ্ৰসন্ন হয় আৰু প্ৰজাসকলৰ কল্যাণ সাধন কৰে। মন্ত্ৰৰপৰা ঐহিক বিপত্তিও নাশ হয় আৰু মানুহ জন্ম-মৰণৰ অসীম কষ্টৰপৰাও মুক্তি পায়।

ব্ৰাহ্মণ গ্ৰন্থই সত্যৰ মহিমাৰ জয়গান গাইছে। ইয়াতে স্পষ্টভাৱে কোৱা আছে, যি মিথ্যা কয় তেওঁ নিজৰ পবিত্ৰতা নষ্ট কৰি নিজৰেই অনিষ্ট সাধন কৰে। আৰ্য্যসকলৰ মনত ব্ৰাহ্মণ গ্ৰন্থ সাক্ষাৎ দেৱতা স্বৰূপ। সেইবাবেই তেওঁলোকে ব্ৰাহ্মণ গ্ৰন্থক 'প্ৰাণ সৰ্বস্ব' ৰূপত পূজা কৰে। ইয়াত প্ৰাচীন ভাৰতৰ জ্ঞান-বিজ্ঞান একেলগে সমবিষ্ট কৰা আছে। আৰ্য্যসকলৰ ভাষা, সংস্কৃতি আৰু ইয়াৰ ব্যাপক সাহিত্যৰ সূত্ৰও ইয়াত সুৰক্ষিত আছে।

---

## দ্বিতীয় অধ্যায়

# মহাকাব্যৰ উৎস

মহাকাব্যৰ পাতনি কেতিয়া, কোন কালছোৱাত, কেনেকুৱা পৰিবেশৰ মাজত আৰম্ভ হয়, তাক ঠিংবাকৈ কোৱা যদিও সহজ নহয়, তথাপি পণ্ডিতসকলে কব বিচাৰে যে মহাকাব্যৰ সূত্ৰপাত হয় প্ৰাচীন বৈদিক সাহিত্যসমূহতেই। বৃহদ্দেৱতাৰ ৰচক ঋষি শৌনকে ঋগ্‌বেদৰ মন্ত্ৰবোৰক কেইবা শ্ৰেণীতো অন্তৰ্ভুক্ত কৰিছে যদিও তাৰ ভিতৰত সংবাদ সূক্ত, আখ্যান সূক্ত, দানস্তুতি আৰু নাৰাশংসীয়েই লেখত লবলগীয়া। ঋগ্‌বেদৰ এই চাৰিপ্ৰকাৰৰ মন্ত্ৰসমূহ আৰু অথৰ্ববেদৰ কুন্তাপ সূত্ৰবোৰেই মহাকাব্যৰ বীজ স্বৰূপ। বিশেষকৈ সংবাদ সূক্তবোৰ পৰবৰ্তীকালৰ নাট্যকাব্যৰ আৰু আন আন মহাকাব্যৰ আদি ৰূপ। মহাভাৰতখন ভালকৈ চালি-জাৰি চালে দেখা যায়, ই বাহ্যিক গঠনৰ ফালৰপৰা নাটক আৰু ভিতৰত বৰ্ণিত বিষয়বস্তুৰ ফালৰপৰা কাব্য। ব্ৰাহ্মণ সাহিত্যবোৰৰ ভিতৰত আখ্যান, উপাখ্যান, ইতিহাস, পুৰাণ, গাথা, শ্লোক, নাৰাশংসী প্ৰভৃতি বিভিন্ন ধৰণৰ ৰচনাৱলীৰ নিদৰ্শন পোৱা যায়। বৈদিককালত শ্ৰৌত আৰু গৃহ্য অনুষ্ঠানবোৰত এনেকুৱা ধৰণৰ কাহিনী বা আখ্যান শুনাটো ধৰ্মানুষ্ঠানৰ এটা প্ৰধান অঙ্গৰূপে ব্যৱহাৰ হৈছিল। মহাভাৰতত পোৱা যায় যে ৰজা দ্যুমৎসেনে ৰাম, নল আদি ৰজাসকলৰ কাহিনী শুনি মনত সান্ত্বনা লভিছিল। তদুপৰি মহাভাৰতৰ পাত লুটিয়াই চালে দেখা যায় ইয়াত দিব্যকথা, আখ্যান, উপাখ্যান আদিৰ উল্লেখ আছে। বৈদিক যুগৰ শেষৰ পিনে ৰচিত সুৰ্পণাখ্যান, কদ্ৰু আদি প্ৰাচীন কাহিনীৰ ওপৰত ভিত্তি কৰি ৰচিত আৰু ইয়েই মহাকাব্যৰ আদিৰূপ।

বৈদিক যুগত সমাজৰ মাজত এনে কিছুমান ধাৰণা আছিল যে ইতিহাস, পুৰাণ আদি পাঠ কৰিলে দেৱতাসকল প্ৰসন্ন হয়। পুৰাণসমূহ নকল কৰি দান কৰা জন মহাপুণ্যবান হয় বুলি পুৰাণসমূহত উল্লেখ আছে। সেইবাবেই সম্ভৱ ইতিহাস আৰু পুৰাণক 'পঞ্চম বেদ' নামেৰে নামাকৰণ কৰা হৈছে। ইতিহাস নাইবা পুৰাণৰ ভেটিয়েই ৰামায়ণ আৰু মহাভাৰতৰ সৃষ্টি।

**মহাকাব্যৰ স্বৰূপ :** "ৰসাত্মকং বাক্যং কাব্যম্" অর্থাৎ ৰসাত্মক বাক্যই কাব্য। ৰসপূর্ণ বাক্য বুলিলে গদ্য আৰু পদ্য দুয়োটাই কাব্যৰ অন্তর্গত। দৃশ্য আৰু শ্ৰব্য ভেদে কাব্য দৃশ্য আৰু শ্ৰব্য এই দুইশ্ৰেণীত বিভক্ত। শ্ৰব্য কাব্য আকৌ তিনিটা ভাগত বিভক্ত—পদ্য, গদ্য আৰু চম্পূ। পদ্য কাব্য আকৌ তিনি শ্ৰেণীত বিভক্ত—মহাকাব্য, খণ্ডকাব্য আৰু মুক্ত কাব্য।

ৰামায়ণ আৰু মহাভাৰতেই প্ৰাচীন সংস্কৃত সাহিত্য জগতৰ আদি মহাকাব্য। এই মহাকাব্যৰ স্বৰূপ সম্পৰ্কে বিশ্বনাথ কবিৰাজৰ সাহিত্য দর্পণ, ভামহৰ 'কাব্যালংকাৰ', আৰু ৰজা ভোজৰ 'সৰস্বতী কণ্ঠাভৰণ', অগ্নিপুৰাণ আদি গ্ৰন্থসমূহত মহাকাব্যৰ লক্ষণ প্ৰসঙ্গত বিস্তৃত আলোচনা কৰা দেখা যায়।

বিশ্বনাথ কবিৰাজৰ সাহিত্যদর্পণৰ মতে কাব্যৰ লক্ষণ তলত দিয়া ধৰণৰ :

সর্গবন্ধো মহাকাব্যং তত্ৰৈকো নায়কঃ সুৰঃ।
সদ্বংশঃ ক্ষত্ৰিয়ো বাপি ধীৰোদাত্ত গুণান্বিতঃ॥
একবংশভবাঃ ভূপাঃ কুলজা বহবোঽপি বা।
শৃঙ্গাৰবীৰশান্তানামেকোঽঙ্গীৰস ইষ্যতে॥
অঙ্গানি সর্বেঽপি ৰসাঃ সর্বেনাট কসন্ধয়ঃ।
ইতিহাসোদ্ভবং বৃত্তমন্যদ্বা সজ্জনাশ্ৰয়ম্॥
চত্বাৰস্তস্য বর্গাস্তেষেকঞ্চ ফলং ভবেৎ।
আদৌ নমস্ক্ৰিয়াশীর্বা বস্তুনির্দেশ এব বা।
কচিন্নিন্দা খলাদীনাং সতাঞ্চ গুণকীর্তনম্।
একবৃত্তময়ৈঃ পদ্যৈৰৱসানেঽন্যবৃর্তকৈঃ॥
নাতিস্বল্পাঃ নাতিদীর্ঘাঃ সর্গা অষ্টাধিকা ইহ।
নানাবৃত্তময়ঃ কাপি সর্গঃ কশ্চন দৃশ্যতে॥
সর্গান্তে ভাবিসর্গস্য কথায়াঃ সূচনং ভবেৎ।
সন্ধ্যাসূর্য্যেন্দুৰজনীপ্ৰদোষধ্বান্তবাসৰাঃ॥
প্ৰাতর্মধ্যাহ্নমৃগয়াশৈলর্তুবন সাগৰাঃ।
সম্ভোগবিপ্ৰলম্ভৌ চ মুনিস্বর্গ পুৰাধ্বৰাঃ।
ৰণপ্ৰয়াণোপমন-মন্ত্ৰপুত্ৰোদয়াদয়ঃ।
বর্ণনীয়াঃ যথাযোগং সাঙ্গোপাঙ্গা অমীহ॥

উক্ত শ্লোকৰপৰা এইটো বুজা যায়, মহাকাব্য হবলৈ হলে পদ্যকাব্য

'সৰ্গবন্ধাত্মক' হ'ব লাগে। মহাকাব্যৰ সৰ্গসমূহ বেছি দীঘল নাইবা বেছি চুটিও হ'ব নালাগে। সাধাৰণতে, আঠৰপৰা ত্ৰিশলৈ সৰ্গ থাকিব লাগে। অৱশ্যে ইয়াৰ ব্যতিক্ৰমো হোৱা দেখা যায়। প্ৰতি সৰ্গৰ শ্লোক সংখ্যা হ'ব লাগে ত্ৰিশৰপৰা দুইশলৈকে। প্ৰত্যেক সৰ্গৰ শেষত দুটা বা তিনিটা শ্লোক বেলেগ ছন্দৰ হ'ব পাৰে। ইয়াত এজন নায়কৰ চৰিত্ৰ বিশেষভাৱে অঙ্কিত হ'ব লাগিব। তেওঁ দেৱতা, সৎবংশজাত বা ক্ষত্ৰিয় হ'ব লাগে। নায়কজন হ'ব লাগিব বীৰ আৰু ধীৰোদাত্ত গুণসম্পন্ন। কেতিয়াবা একে ৰাজবংশৰ বহুতো ৰজাৰ কথাও থাকিব পাৰে।

ৰসবোৰৰ ভিতৰত শৃঙ্গাৰ, বীৰ, শান্ত ৰসৰ যিকোনো এবিধ ৰস মহাকাব্যত প্ৰধান আৰু আনবোৰ ৰস অঙ্গী হিচাপে ব্যৱহাৰ হ'ব লাগিব। নাটকৰ সকলো সন্ধি মহাকাব্যত থাকিব লাগে। ঐতিহাসিক সজ্জনৰপৰা উদ্ভূত লোক প্ৰসিদ্ধ বৃত্ত বৰ্ণনা হ'ব।

ধৰ্ম, অৰ্থ, কাম, মোক্ষ—এই চতুৰ্বৰ্গ প্ৰাপ্তিৰ বৰ্ণনাৰ কথা প্ৰধান হ'ব।

মহাকাব্যৰ বিষয়-বস্তুবিলাক হ'ব লাগিব—দুৰ্জনৰ নিন্দা, সজ্জনৰ প্ৰশংসা, সন্ধ্যাকাল, সূৰ্যোদয়, ৰাতি, প্ৰদোষ, দুপৰীয়া, মৃগয়া, পৰ্বত, ঋতু, বন, উপবন, সমুদ্ৰ, বিপ্ৰলম্ভ শৃঙ্গাৰ, মুনি, সৰ্গ, নগৰ, যজ্ঞ, যুদ্ধ, যাত্ৰা, বিৰহ, মন্ত্ৰৰ উপদেশ, পুত্ৰজন্ম ইত্যাদিৰ বৰ্ণনা।

মহাকাব্যৰ শ্লোকবোৰ একেটা ছন্দতেই ৰচিত হ'ব লাগে, কিন্তু সৰ্গৰ শেষৰ পিনে ছন্দৰ সলনি কৰিব পাৰি। অৱশ্যে কোনো কোনো কাব্যত ইয়াৰ ব্যতিক্ৰমো নোহোৱা নহয়।

মহাকাব্যখন নমস্কাৰ, আশীৰ্বাদ বা বস্তুনিৰ্দেশাত্মক কথাৰে আৰম্ভ কৰিব লাগে। মহাকাব্যৰ নামাকৰণ, সংস্কাৰ, কবি, বৰ্ণবিষয়, নায়ক বা অন্য প্ৰসিদ্ধ কিন্তু সম্বন্ধিত ব্যক্তিৰ নামেৰে হ'ব লাগিব।

সন্ধ্যাদি প্ৰাকৃতিক বৰ্ণনা সাঙ্গোপাঙ্গ হ'ব লাগিব; জলকেলি, মধুপান আদি কাল আৰু স্থানভেদে, মানুহৰ ক্ৰিয়া, যাৰদ্বাৰা বিনোদ হয়, তাৰ বৰ্ণনা থাকিব লাগে।

এইদৰে ছন্দময় শ্লোকেৰে যেতিয়া বিস্তৃত কাহিনী ঘাত-প্ৰতিঘাতৰ মাজেৰে পৰিণতিৰ ফালে আগবাঢ়ে তাকে মহাকাব্য বুলি আখ্যা দিব পাৰি।

সৰ্গক আখ্যান বুলিও কোৱা হয়। আলংকাৰিক আনন্দবৰ্দ্ধনৰ মতে মহাভাৰত "মহাকাব্যাত্মক শাস্ত্ৰ।" "অস্মিন্ মহাকাব্য—যথা মহাভাৰতম্।"

প্ৰাকৃত ভাষাত মহাকাব্যৰ সৰ্গৰ পৰিবৰ্তে "আশ্বাস" লিখা হয়। "প্ৰাকৃতৈ নিৰ্মিতে অস্মিন্ সৰ্গ আশ্বাস সংজ্ঞকাঃ।" অপভ্ৰংশ ভাষাত মহাকাব্যৰ সৰ্গৰ সলনি লিখা হয় "কুড়বক"। অপভ্ৰংশ নিবন্ধে অস্মিন্ সৰ্গাঃ কড়বকাভিধাঃ।"

সৰস্বতী কণ্ঠাভৰণৰ মতে—

কাব্যংশাস্ত্ৰেতিহাসৌ চ কাব্যশাস্ত্ৰং তথৈব চ।
কাব্যেতিহাসঃ শাস্ত্ৰেতিহাসস্তদপি ষড়বিধম্॥

অৰ্থাৎ, কাব্যৰ হেতু ছয়বিধ—কাব্য, শাস্ত্ৰ, ইতিহাস, কাব্যশাস্ত্ৰ, কাব্যেতিহাস আৰু শাস্ত্ৰ ইতিহাস।

কাব্যশাস্ত্ৰত আলংকাৰিকসকলে মহাকাব্যক তলত দিয়া ধৰণে আকৌ ভাগ কৰিছে—

**বিকশনশীল**—মহাভাৰত, ৰামায়ণ।

**অলংকৃত**—অশ্বঘোষৰ সৌন্দৰানন্দ আৰু বুদ্ধচৰিত। কালিদাসৰ ৰঘুবংশ আৰু কুমাৰসম্ভৱ।

**অলংকৃত মহাকাব্যৰ বিভাগবোৰ**—পৌৰাণিক, ঐতিহাসিক, ৰোমাঞ্চক, ৰূপকথাত্মক, শাস্ত্ৰীয়। ঐতিহাসিক কাব্যৰ শ্ৰেণীত পৰে চৰিতকাব্য আৰু প্ৰশস্তি কাব্য। যেনে—বুদ্ধচৰিত, কহ্লনৰ ৰাজতৰংগিণী, বিহ্লনৰ বিক্ৰমাঙ্গদেৱ চৰিত।

**ৰোমাঞ্চক**—কথা চৰিত সাগৰ আৰু ভট্টিকাব্য।

সাহিত্যদৰ্পণ আৰু কাব্যাদৰ্শত কোৱা আছে যে মহাকাব্যত উপস্থাপ্য মূলকাহিনীৰ লগে লগে পৰিবেশৰ অনুকূলত নৈসৰ্গিক দৃশ্যৰ মনমোহা বৰ্ণনা থাকিব লাগে। অগ্নিপুৰাণমতেও মহাকাব্যত নগৰ, পৰ্বত, পাহাৰ, ঋতু, চন্দ্ৰমা আৰু সূৰ্য্য আদিৰ বৰ্ণনা থাকিব লাগে। মহাকাব্যৰ মূল কাহিনীৰ অগ্ৰগতিৰ লগত যি যি পৰিবেশৰ সৃষ্টি হয় তাৰ অনুকূলতহে ৰসৰ অভিব্যক্তি ঘটে। মহাকাব্যৰ নামাকৰণ কাহিনীৰ মূল তত্ত্বৰ আধাৰত বা নায়কৰ নাম অনুসৰিও হ'ব পাৰে।

## ৰামায়ণ

ব্ৰহ্মাৰ উপদেশ মতে দুৰ্বৃত্ত ৰত্নাকৰে আসুৰিক স্বভাৱ পৰিত্যাগ কৰি কঠোৰ তপস্যাত মগ্ন হৈ মহৰ্ষি উপাধিৰে বিভূষিত হৈ মহৰ্ষি বাল্মীকি নামেৰে নতুন জীৱন লাভ কৰি নিজ মহিমাৰে মহিমামণ্ডিত হৈ কাব্য কাননৰ অমূল্য গ্ৰন্থ ৰামায়ণ ৰচনা কৰে। আধ্যাত্ম ৰামায়ণত কবিজনাৰ নিজৰ অতীত জীৱনৰ কাহিনী অতি সাৱলীল ভাষাত স্পষ্টভাৱে বৰ্ণনা কৰিছে। ক্ৰৌঞ্চ মিথুনৰ এটা ব্যাধৰ শৰত বিদ্ধ হৈ সি্ মি যন্ত্ৰণাত চাটি-ফুটি হৃদয়-বিদাৰক বিননি কৰিছিল, সেই বিননিত কবিজনাৰ হৃদয়ৰ নিভৃততম কোণত শোকে খুন্দামাৰি ধৰিলে আৰু স্বতঃ-স্ফূৰ্তভাৱে ওলাই আহিল তেওঁৰ মুখেৰে এফাঁকি শ্লোক :

"মা নিষাদ প্ৰতিষ্ঠাং ত্বমগমঃ শাশ্বতী সমাঃ।
যৎ ক্ৰৌঞ্চমিথুনাদেকমবধীঃ কামমোহিতম্॥"

এনেদৰে শোক সাগৰত বুৰ গৈ থকা অৱস্থাত ব্ৰহ্মাৰ আদেশমতে ৰামায়ণ ৰচনা কৰিবলৈ প্ৰয়োগ কৰে। ৰামায়ণখন মূলতঃ সাতটা কাণ্ডত আৰু পাঁচ শ অধ্যায়ত বিভক্ত। ইয়াত সৰ্বমুঠ ২৪,০০০ টা শ্লোক আছে।

**ভাৰতীয় জাতীয় জীৱনত ৰামায়ণৰ প্ৰভাৱ :**—ৰামায়ণে ভাৰতীয় জাতীয় জীৱনত যিদৰে প্ৰভাৱ বিস্তাৰ কৰিছে, পৃথিৱীৰ আন কোনো গ্ৰন্থই কোনো জাতিৰ জাতিয় জীৱনত সিমান প্ৰভাৱ পেলাব পৰা নাই। ব্ৰহ্মাই বাল্মীকিক কৈছিল—

"যাৱৎ স্থাস্যন্তি গিৰিয়ঃ সৰিতশ্চ মহীতলে।
তাৱৎ ৰামায়ণ কথা লোকেষু প্ৰচৰিষ্যতি।"

অৰ্থাৎ, যিমান দিন পৃথিৱীত পৰ্বত আৰু নদীসমূহ বৈ থাকিব, সিমান দিন ৰামায়ণৰ কাহিনী পৃথিৱীত চলি থাকিব। ৰামায়ণৰ কাহিনীৰ চিৰনতুনত্বলৈ চাই ব্ৰহ্মাৰ এই আশীৰ্বাদ বাণী প্ৰকৃতপক্ষে কাৰ্য্যত পৰিণত হৈছে। খৃষ্টাব্দ একাদশ শতাব্দীৰ পৰৱৰ্তীকালত এই ৰামায়ণ ভাৰতৰ প্ৰায় আটাইবোৰ প্ৰান্তীয় ভাষাতেই অনুবাদ হৈছে। ভালদৰে পৰ্য্যবেক্ষণ কৰি চালে এইটো সহজে ওলাই পৰে যে পিতৃভক্ত পুত্ৰ হিচাপে, প্ৰজানুৰঞ্জক ৰজা হিচাপে, বৰ্তমানলৈ পৃথিৱীৰ কোনো আদৰ্শই ৰামচন্দ্ৰৰ আদৰ্শক ম্লান কৰিব পৰা নাই।

ভ্ৰাতৃৰ আদৰ্শৰূপে লক্ষ্মণ আৰু ভৰতৰ চৰিত্ৰ, সেৱক আদৰ্শৰূপে হনুমানৰ

চৰিত্ৰ, সাধ্বী আৰু পতিব্ৰতা নাৰী হিচাপে সীতাৰ আদৰ্শ আবাহমান কালৰপৰা ভাৰতবাসীৰ মাজত চিৰনতুন আদৰ্শৰ প্ৰতীক। ৰামচন্দ্ৰ ভাৰতবাসীৰ মনত বিষ্ণুৰ অৱতাৰ।

পৰৱৰ্তীকালৰ কবিসকলে যে ৰামায়ণৰ প্ৰভাৱত প্ৰভাৱান্বিত হৈছে তাত অকণো সন্দেহ নাই। মহাভাৰত, ভাগৱত, আধ্যাত্ম ৰামায়ণ, পদ্মপুৰাণ, স্কন্দপুৰাণ, বিষ্ণুপুৰাণ, বায়ুপুৰাণ আদি গ্ৰন্থসমূহত ৰামায়ণৰ প্ৰভাৱ যথেষ্ট পৰিমাণে পৰিছে। প্ৰাচীন ভাৰতৰ প্ৰসিদ্ধ কবি অশ্বঘোষ, কালিদাস, ভৱভূতি, ভাস আদি কবিসকলেও ৰামায়ণক অৱলম্বন কৰিয়েই ৰচনা কৰিছিল তেওঁলোকৰ ৰচনাশৈলী। তদুপৰি ৰাজশেখৰৰ নাটকত, ভৱভূতিৰ উত্তৰ ৰামচৰিতত, ভট্টিকাব্যত, কুমাৰদাসৰ জানকীহৰণত, ক্ষেমেন্দ্ৰৰ ৰামায়ণ মঞ্জুৰীত ৰামায়ণৰ প্ৰভাৱ বাৰুকৈয়ে পৰিছে।

মহাকবি কালিদাসে ৰঘুবংশত ৰামায়ণক 'কবি প্ৰথম পদ্ধতি' আৰু বাল্মীকিক 'আদিকবি' হিচাপে আখ্যা দিছে। কালিদাসৰ ৰচনাৱলীৰ ৰচনা-কৌশল, শব্দৰ ব্যৱহাৰ, উপমা আদি মূলতঃ ৰামায়ণৰপৰাই ধাৰ কৰা। অভিজ্ঞান শকুন্তলা নাটকৰ "ৰিং এপিচোদ" অৰ্থাৎ আঙুঠিৰ ঘটনাৰপৰাই লোৱা। মেঘদূত সুন্দৰাকাণ্ডত হনুমানে ৰামৰ ওচৰৰপৰা সীতাৰ ওচৰলৈ যোৱা আৰু প্ৰত্যাহ্বান মেঘক হনুমানৰ লগত তুলনা কৰা ঘটনাৰ প্ৰভাৱ পৰিছে। কুমাৰ সম্ভৱৰ তৃতীয় সৰ্গৰ বসন্ত বৰ্ণনা আৰু কিষ্কিন্ধ্যাৰ প্ৰথম অধ্যায়ৰ বসন্তবৰ্ণনাৰ ভিতৰত বহুতো সাদৃশ্য থকা দেখা যায়।

ৰামায়ণৰ নায়ক আদৰ্শবাদী ৰামচন্দ্ৰ। ৰামচন্দ্ৰই নিজকে সাধাৰণ মানুহ বুলি পৰিচয় দিলেও নিজৰ অভিমানৰ সত্তাক যে একেবাৰে পাহৰি যোৱা নাছিল, সেই কথা তেওঁ মাজে মাজে কৰা উক্তিয়েই প্ৰমাণ।

ৰামায়ণত বাল্মীকিয়ে প্ৰত্যেক ক্ষেত্ৰতে ভাৰতৰ আদৰ্শ কি হোৱা উচিত তাৰ ইঙ্গিত দিছে। ৰামচন্দ্ৰৰ বিষয় তেওঁ যি লিখিছে, তাত ৰজাৰ আদৰ্শ পৰিস্ফুট হৈ উঠিছে।

"ৰক্ষিতা যস্য বৃত্তস্য স্বজনস্য চ ৰক্ষিতা।
ৰক্ষিতা জীৱলোকস্য ধৰ্মস্য চ পৰন্তপঃ॥"

সুন্দৰাকাণ্ড—৩১, ৭।

জীৱনক সমৃদ্ধ আৰু পবিত্ৰ কৰিবলৈ হলে মানুহক যি কেইটা গুণ জীৱনত পৰিপূৰ্ণভাৱে পালন কৰিব লাগে তাৰ বিষয়ে লিখিছে—

সত্যং চ ধৰ্মং চ পৰাক্ৰমং চ ভূতানুকম্পাং
প্ৰিয় বাদিত্যাং চ।
দ্বিজাতিদেবাতিথি পূজনং চ পন্থানমাহু
স্ত্ৰিদিবস্য মাৰ্গঃ ॥

ধৰ্মই মানুহৰ জীৱনৰ লক্ষ্য হোৱা উচিত আৰু অৰ্থাদি ত্ৰিবৰ্গ ধৰ্মভিত্তিক আৰু ধৰ্মবিৰোধী হৈ নিজেই মানুহৰ হস্তগত হয়।

"ধৰ্মাদৰ্থঃ প্ৰভৱতি ধৰ্মাৎ প্ৰভৱতে সুখম্।
ধৰ্মেণ লভতে সৰ্বং ধৰ্মসাৰমিদং জগৎ ॥"

অৰণ্য—৯, ৩০।

নাৰীজাতিৰ আদৰ্শ কি হোৱা উচিত, তাৰ সম্বন্ধেও বাল্মীকিয়ে বহুত কথা লিখিছে। পতি গুণবানেই হওঁক বা গুণহীনেই হওঁক তিৰোতাৰ তেওঁৱেই পৰম দেৱতা।

"ভৰ্ত্তা তু খলু নাৰীণাং গুণবান্ নিৰ্গুণোঽপি বা।
ধৰ্মং বিমৃশমানানাং প্ৰত্যক্ষং দেৱী দৈৱতম্ ॥"

অযোধ্যা—৬২, ৮।

ৰামায়ণ ভাৰতীয় সভ্যতাৰ প্ৰতীক। ভাৰতীয় সভ্যতাৰ প্ৰতিষ্ঠা গৃহস্থাশ্ৰম। গতিকে এই আশ্ৰমৰ অভিব্যক্তি পূৰণ কৰাটোৱেই আদি কবিৰ প্ৰধান উদ্দেশ্য বুলি দেখা যায়।

সেইবাবেই উইনটাৰনিৎসে মন্তব্য কৰিছে—ৰামায়ণে ভাৰতীয়ৰ জাতীয় জীৱনত যুগে যুগে যি প্ৰভাৱ বিস্তাৰ কৰি আহিছে পৃথিবীৰ আন কোনো সাহিত্যই কোনো জাতিৰ ওপৰত সিমান প্ৰভাৱ বিস্তাৰ কৰিব পৰা নাই।

**ৰামকথাৰ উদ্ভাৱনা**ঃ—ৰামায়ণৰ অস্তিত্ব অতি প্ৰাচীন। ভাৰতীয় সাহিত্যৰ প্ৰাচীন গ্ৰন্থ বেদ-ব্ৰাহ্মণ, আৰণ্যক আৰু উপনিষদ আদি সকলোতে ৰামৰ কথা ব্যাপকভাৱে বৰ্ণনা কৰা আছে। ৰামায়ণৰ মূল উদ্ভাৱনৰ সম্বন্ধে পণ্ডিত-সকলৰ মাজত মতভেদ হোৱা দেখা যায়। ডঃ ৱেবৰ চাহাবে ৰামায়ণ সম্বন্ধে মন্তব্য কৰে যে বৌদ্ধগ্ৰন্থ 'দশৰথ জাতক'ত বৰ্ণিত ৰামৰ কথাৰপৰা ধাৰ কৰি

আদি কবিয়ে নিজৰ ভাষাত বিস্তাৰিতভাৱে 'ৰামায়ণ' লিখে। বেবৰ চাহাবৰ মতে বৌদ্ধ গ্ৰন্থত নথকা সীতাহৰণৰ কাহিনী সম্ভৱত বাল্মীকিয়ে হোমাৰৰ কাব্যৰ পেৰিসৰ দ্বাৰা, হেলেনৰ অপহৰণ প্ৰসঙ্গৰপৰা আৰু লঙ্কা যুদ্ধ সম্ভৱতঃ গ্ৰীক সেনাৰ দ্বাৰা 'ট্ৰয় নগৰ অৱৰোধ' প্ৰসঙ্গৰ অৱলম্বনত লিখা। পিছে বেবৰ চাহাবৰ এই মত ভ্ৰান্তিমূলক বুলি প্ৰমাণিত হৈছে।

ডঃ যেকবীয়ে ৰামায়ণৰ ওপৰত বহুবছৰ গৱেষণা কৰি ইয়াক দুই ভাগত বিভক্তি কৰিছে। যেনে—অযোধ্যাৰ ঘটনা, যাৰ কেন্দ্ৰ হৈছে দশৰথ আৰু দণ্ডকাৰণ্য আৰু ৰাৱণ বধ সম্বন্ধীয় ঘটনা।

ৰামকথাৰ অস্তিত্ব বাল্মীকি মুনিৰও আগত। ই সূতবিলাকে আৰু লৱকুশে গোৱা গীতৰ ৰূপত সমাজত প্ৰচলিত আছিল। ইয়াৰ বিৱৰণ 'হৰিবংশ পুৰাণ'ত পোৱা যায়। 'হৰিবংশত' কোৱা আছে যে ৰামায়ণৰ ৰচনাৰ পূৰ্বে ৰামকথা চাৰণ, সূত বা কুশীলৱৰ দ্বাৰা গোৱা হৈছিল। 'মহাভাৰততো' এনেকৈ গোৱা গাথাবোৰৰ উল্লেখ আছে।

বৈদিক সাহিত্যৰ পৌৰাণিক আখ্যানৰ উল্লেখ সকলোতে পোৱা যায়। ব্ৰাহ্মণ গ্ৰন্থসমূহতো প্ৰাচীন আখ্যান, গাথা আৰু নৰাশংসৰ যথেষ্ট নিদৰ্শন পোৱা যায়। সংস্কৃত সাহিত্যৰ গোটেই কাব্য-বিভাগ এই বেদ-ব্ৰাহ্মণত থকা আখ্যান, গাথা আৰু জন-প্ৰশস্তিৰ ওপৰত প্ৰতিষ্ঠিত আৰু লৌকিক সংস্কৃতিৰ আদিকাব্য ৰামায়ণ আৰু মহাভাৰতৰ কথাবস্তুৰ প্ৰেৰণা সূত্ৰও উক্ত আখ্যানবোৰেই।

ৰাম সম্বন্ধীয় গাথা সাহিত্যৰ উৎপত্তি হয় ইক্ষ্বাকু বংশৰ দ্বাৰাই আৰু সূতৰ দ্বাৰা কবিতা আৰু গীতৰ ৰূপত ৰচিত হৈ সূতবিলাকে মুখে মুখে গাই ফুৰিছিল। মহাভাৰতৰ বনপৰ্বৰ ৰামোপাখ্যান এক অতি প্ৰাচীন ঐতিহাসিক কথাৰ ৰূপত পোৱা যায়। তাৰপৰা জনা যায় যে মহাভাৰত কাললৈকে ৰামায়ণী কথাই নিজ ঐতিহাসিক মহত্ত্ব ধাৰণ কৰি আছিল।

প্ৰথমতে সূত আৰু লৱ-কুশে গোৱা বাল্মীকি মুনিৰ ৰামসম্বন্ধীয় কথা সংকলন কৰি আন কোনোৱা ঋষি-মুনিয়ে ৰামায়ণ কাব্য ৰচনা কৰে। সম্ভৱ এই মুনি, জনৰ নাম আছিল ভাৰ্গৱ চ্যৱন। মহাভাৰতৰ মতে এওঁ মহৰ্ষি ভৃগুৰ পুত্ৰ। অশ্বঘোষৰ 'বুদ্ধচৰিত'ৰপৰা মহাভাৰতৰ উক্ত কথাৰ সত্যতা এইদৰে প্ৰমাণ হয় যে চ্যৱন মহৰ্ষি যি ৰাম কথা ৰচনাত সফলতা লাভ কৰিব নোৱাৰিলে, তাক বাল্মীকিয়ে পূৰণ কৰে। সেই বাবেই ভুলবশতঃ চ্যৱন আৰু বাল্মীকিক একেজন মানুহ হিচাপে ধৰা হৈছে।

ঐতিহাসিকসকলৰ মতেও বাল্মীকি মুনি ভৃগুবংশীয় আৰু এওঁৰ পূৰ্ববংশধৰৰ দ্বাৰা ৰামকথাৰ ৰচনা হোৱাৰ উল্লেখ আছে। ৰামচন্দ্ৰৰ সমসাময়িক বাল্মীকি নামৰ ভৃগুবংশৰ এজন মুনি আছিল। এওঁ নাইবা এওঁৰ বংশৰ কোনোবাই প্ৰথমতে ৰামচন্দ্ৰৰ উপাখ্যান শ্লোকবদ্ধ কৰে। এই ৰচনাৰ ৰূপৰেখাতেই তিত্তি কৰি পিচত স্বকীয় ভাষাত বাল্মীকিয়ে ৰামায়ণ ৰচনা কৰে।

যথোচিত প্ৰমাণৰ অভাৱত যদি এই কথা মনা যায় যে বাল্মীকি মুনিৰ আগতে ভাৰ্গৱ চ্যৱনে ৰামকথাক কাব্যৰূপত নিবদ্ধ কৰে আৰু বাল্মীকি মুনিয়ে পিচত নিজস্ব ৰূপত 'ৰামায়ণ' ৰচনা কৰে, তেন্তিয়া হলে এইটো অনুচিত নহব। যদি চ্যৱন মুনিয়ে প্ৰথমে ৰামকথাৰ কাব্যৰূপ দিছে, তেন্তিয়া হলে ইয়াক 'আদি ৰামায়ণ' হিচাপে আখ্যা দিব পাৰি।

যিদৰে বাল্মীকিৰপৰা ৰামকথা মুখে মুখে প্ৰচলিত আছিল, সেইদৰে বহুকাল ধৰি বাল্মীকি 'ৰামায়ণো' মুখে মুখে প্ৰচলিত আছিল। বাল্মীকিৰ দ্বাৰা 'ৰামায়ণ' কাব্যৰ ৰূপত ৰচনা হোৱাৰ পিচত সৰ্বপ্ৰথম লৱ-কুশে গাই শুনায় আৰু পিচত লোকজনৰ বাবেই লৱ-কুশে মুখস্থ কৰি বহু বছৰ ইয়াক মৌখিক ৰূপত জীৱিত কৰি ৰাখে।" লৱ-কুশে গোৱা ৰামকথাৰ বৰ্ণনা 'ৰামায়ণত' দেখিবলৈ পোৱা যায়। 'ৰামায়ণ' অধ্যয়নৰপৰা জনা যায় যে ইয়াক বাল্মীকিয়েই লিপিবদ্ধ কৰে। আনকি এইটো স্পষ্টভাৱে জনা যায় যে বাল্মীকি-কৃত ৰামকথা পোন প্ৰথমে লৱ-কুশে গায়।

বাল্মীকি ৰামায়ণৰ কথা যে বহুদিন ধৰি মুখে মুখে চলি আহিছিল তাৰ প্ৰমাণ আমি বাল্মীকিৰ সংস্কৰণত পাওঁ। ৰামায়ণৰ উপলব্ধ সংস্কৰণৰ বিশ্লেষণ কৰি পণ্ডিত-সকলে ইয়াৰ যথেষ্ট পাঠভেদ দেখুৱাইছে। ইয়াৰ কাৰণ এইটোৱেই যে বাল্মীকি ৰামায়ণ প্ৰথমতে মুখে মুখে প্ৰচলিত আছিল আৰু বিভিন্ন পৰম্পৰা অনুসাৰে ইয়াৰ সংস্কৰণ বিভিন্ন ৰকমে যুগুত হয়।

পিচৰ কালত মূল ৰামায়ণত যোগ দিয়া অংশ :—ৰামায়ণৰ কথাৰ তুলনাত্মক বিশ্লেষণ কৰি আৰু ইয়াত থকা বিভিন্ন প্ৰসঙ্গৰ ঐতিহাসিক সমীক্ষণ কৰি পণ্ডিতসকলে এই সিদ্ধান্তত উপনীত হৈছে যে সময়ে সময়ে ৰামায়ণত প্ৰক্ষিপ্ত অংশ যোগ দিয়া হৈছে। ৰামায়ণৰ যি ঋষ্যশৃঙ্গ, বিশ্বামিত্ৰ, অহল্যা, ৰাৱণ, হনুমান, গঙ্গাৱতৰণ আদিৰ কথা বালকাণ্ড আৰু উত্তৰাকাণ্ডত আছে, যাৰ মুখ্য কথাৰ প্ৰত্যক্ষ ৰূপত কোনো সম্বন্ধ নাই, সেই কাহিনীবোৰৰ লেখক নিশ্চয় আন কোনোবা আছিল। গতিকে ৰামায়ণৰ এই অংশ প্ৰক্ষিপ্ত।

পৰৱৰ্ত্তীকালত মূল ৰামায়ণত সপ্তম কাণ্ড আৰু প্ৰথম কাণ্ড যোগ দিয়ে বুলি বহুত পণ্ডিতে মত পোষণ কৰে। ৰচনাৰ কৌশল, ভাষাৰ লালিত্য আৰু বিষয়-বস্তুৰ ধাৰণপৰা চালে এইটো সুন্দৰভাৱে ওলাই পৰে যে দ্বিতীয় কাণ্ডৰপৰা ষষ্ঠ কাণ্ডৰ লগত প্ৰথম আৰু সপ্তম কাণ্ডদুটাৰ যথেষ্ট অমিল আছে। প্ৰথম কাণ্ডত বৰ্ণিত বিষয়বস্তুৰ লগত আনবোৰৰ সামঞ্জস্য নাই যাৰেই ই মূল ৰামায়ণৰ বাহিৰত। পণ্ডিতসকলৰ মতে দ্বিতীয় কাণ্ডৰপৰা ষষ্ঠ কাণ্ডলৈকে মূল ৰামায়ণ।

প্ৰথম আৰু সপ্তম কাণ্ডত ৰামক বিষ্ণুৰ অৱতাৰ বুলি বৰ্ণনা কৰিছে। কিন্তু মূল ৰামায়ণত তাৰ কোনো উল্লেখ নাই। মূল ৰামায়ণৰ বৰ্ণিত বিষয়বস্তুৰ ভিতৰত ইটোৰ লগত আনটোৰ মিল আছে; কিন্তু প্ৰথম আৰু সপ্তম কাণ্ডত সেই মিল ৰক্ষা কৰিব পৰা নাই। সম্ভৱ জনসাধাৰণৰ মনত ঈশ্বৰ ভক্তি গাঢ় কৰি তোলাৰ উদ্দেশ্যে পৰৱৰ্ত্তীকালত ৰামক বিষ্ণুৰ অৱতাৰ বুলি প্ৰতিপন্ন কৰি প্ৰথম কাণ্ড মূল ৰামায়ণত যোগ দিয়ে।

মায়াবী ৰাক্ষসসকলৰ অত্যাচাৰ-উৎপীড়নত ভং লেপাই দেৱতাসকলে তাৰ প্ৰতিকাৰ বিচাৰি বিষ্ণুৰ ওচৰলৈ গ'লত, বিষ্ণুৱে স্বয়ং ইয়াৰ প্ৰতিকাৰৰ বাবে ব্যৱস্থা হাতত লব বুলি অঙ্গীকাৰ কৰিলে। তেওঁ ৰাক্ষস নিধনৰ বাবে দশৰথৰ ঘৰত ৰামৰূপে জন্ম ললে। ৰামৰ এই অলৌকিক জন্ম-বৃত্তান্তৰ লগত সঙ্গতি ৰখাৰ উদ্দেশ্যে সপ্তম কাণ্ড ৰচিত।

**ৰামায়ণত বৌদ্ধৰ প্ৰভাৱ :**—ৰামায়ণত বৌদ্ধৰ প্ৰভাৱ কিমানদূৰ পৰিছে তাক অতি সূক্ষ্মভাৱে বিচাৰ কৰি চোৱাৰ আৱশ্যক। 'দশৰথ জাতক'ত উল্লেখিত বৌদ্ধ তপস্যা আৰু ভিক্ষুময় জীৱনৰ আলম লৈ আদি কবিয়ে হিন্দুগৃহস্থৰ আদৰ্শ আমাৰ মাজত ভাঙি ধৰে। সম্পূৰ্ণ ৰামকথাত ব্ৰাহ্মণ আৰু বৌদ্ধসকলৰ সংঘৰ্ষ প্ৰতীকাত্মক ৰূপত বৰ্ণিত আছে। ফাদাৰ কামিল বুল্কৰ মতে সম্ভৱ বৌদ্ধ-ধৰ্মৰ অসীম খ্যাতিৰ বাবে বাল্মীকি মুনিয়ে বৌদ্ধৰ আদৰ্শৰ দ্বাৰা প্ৰভাৱিত হয়; কিন্তু ৰামৰ চৰিত্ৰত যি সৌম্যতা, শান্তি আৰু কোমলতা আদি দেখুৱায় তাৰপৰা বুজা যায় যে বাল্মীকিয়ে ৰামৰ এই গুণবোৰ বৌদ্ধ আদৰ্শৰপৰা ধাৰ নকৰি ৰামৰ স্বভাৱৰ মৌলিকতাৰপৰা গ্ৰহণ কৰা।

ৰামচন্দ্ৰই ৰামায়ণত এবাৰ হে বৌদ্ধৰ কথা উল্লেখ কৰা দেখা যায়। ৰামচন্দ্ৰই বুদ্ধক 'চোৰ' আৰু 'নাস্তিক' বুলি অভিহিত কৰিছে। ৰামচন্দ্ৰই পিতৃবাক্য শিৰোধাৰ্য্য কৰি লক্ষ্মণ আৰু সীতাসহ বনলৈ যোৱাত পুত্ৰশোকত বজা দশৰথে মৃত্যু বৰণ কৰে। মাক কৈকেয়ীৰ ইচ্ছাৰ বিৰুদ্ধে ৰাজসিংহাসন গ্ৰহণ নকৰি

ৰামভক্ত ভৰতে ৰামচন্দ্ৰক ঘূৰাই আনিব গ'ল। নানা জনে নানা ভাৱে বুজোৱা সত্ত্বেও ৰামচন্দ্ৰই পিতৃবাক্য উলংঘা কৰি অযোধ্যালৈ ঘূৰি আহিবলৈ সন্মত নহ'ল। সেই সময়ত জাবালিয়ে ৰামক যি যুক্তি দেখুৱাই উপদেশ দিছে, সেই উপদেশবোৰ বৌদ্ধ মতবাদৰ প্ৰভাৱৰ দ্বাৰা প্ৰভাৱান্বিত।

যেকবীৰ মতে এইখিনি ৰামায়ণৰ প্ৰক্ষিপ্ত অংশ। ৰামে বুদ্ধৰ বিষয়ে যি উক্তি কৰিছে, সেইবোৰ ৰামায়ণৰ আটাইবোৰ সংস্কৰণত নাই বাবে তাৰ ওপৰত বিশেষ গুৰুত্ব আৰোপ কৰা হোৱা নাই। বেবৰ চাহাবে কৰলৈ বিচাৰে যে পূৰ্বভাৰতত বৌদ্ধধৰ্মই খোপনি পতাৰ পাছত ৰামায়ণ ৰচনা হয়। গতিকে ৰামায়ণত বৌদ্ধৰ প্ৰভাৱ পৰা স্বাভাবিক। ৰামৰ উপাখ্যান মূলতঃ বৌদ্ধ উপাখ্যান আৰু ৰামায়ণৰ মাজেৰে বৌদ্ধধৰ্মৰ আদৰ্শ আৰু নীতি প্ৰচাৰৰ চেষ্টা কৰা হৈছে। কিন্তু বেবৰৰ এই ধাৰণা ভ্ৰান্ত।

ভাষাৰ ফালৰপৰা চালে দেখা যায় ৰামায়ণ লৌকিক সংস্কৃত ভাষাত ৰচিত। সাধাৰণতঃ কাব্যসমূহ ৰচনা হয় সৰ্বসাধাৰণৰ মনোৰঞ্জনৰ বাবে। এতেকে কাব্যৰ ভাষাও হব লাগিব সৰ্বসাধাৰণৰ ভাষাত। গতিকে এইটো অনুমান হয় যে, যি সময়ত ৰামায়ণ ৰচনা হয়, সেই সময়ত জনসাধাৰণৰ মাজত প্ৰচলিত ভাষা আছিল সংস্কৃত। কিন্তু বুদ্ধৰ বাণীসমূহ সংস্কৃত ভাষাত লিপিবদ্ধ কৰা নহয়। ইয়াৰপৰা জনা যায় যে বুদ্ধৰ সময়ত আৰু অশোকৰ ৰাজত্ব কালত সংস্কৃত কথিত ভাষা হিচাপে প্ৰচলন নাছিল। অশোকৰ শিলালিপিবোৰেও তাৰ প্ৰমাণ দিয়ে। কিন্তু যি সময়ত সংস্কৃত আছিল ভাৰতৰ কথিত ভাষা, সেই কালত ৰচনা হয় ৰামায়ণৰ। ইয়াৰপৰা বুজা যায় ৰামায়ণ প্ৰাক্-বৌদ্ধ যুগৰ। কিন্তু এই যুক্তিও একেবাৰে অখণ্ডনীয় নহয়। বহুত পণ্ডিতে মত প্ৰকাশ কৰে যে ৰামায়ণ প্ৰথমতে কোনো প্ৰান্তীয় ভাষাত ৰচিত হৈ পিছৰ কালত সংস্কৃত ভাষালৈ অনূদিত হয়।

খ্ৰীঃ পূঃ ১০০ বছৰ আগৰ যিবিলাক লিপি পোৱা যায় সেইবোৰ প্ৰান্তীয় ভাষাত লিখা। কিন্তু সেই কালছোৱাত সংস্কৃত সাহিত্যৰো প্ৰভাৱ কম নাছিল। বৌদ্ধ সাহিত্যিকসকলৰ লিখনিত সংস্কৃত সাহিত্যৰ চাপ যথেষ্ট পৰিমাণে পৰা দেখা যায়। বৌদ্ধসকলে কাব্য-সাহিত্যত যে সংস্কৃত ভাষা ব্যৱহাৰ কৰিছিল, বৌদ্ধ সাহিত্য অশ্বঘোষৰ ৰচনাৱলীয়ে তাৰ প্ৰমাণ। ৰামভক্ত হনুমানে ৰামৰ আশীৰ্বাদ লৈ সীতাৰ অন্বেষণত গৈ লঙ্কাপুৰীত নিশা ৰাৱণক মহিষীসকলৰ দ্বাৰা পৰিবেষ্টিত অৱস্থাত শুই থকা দেখিবলৈ পায়। বহুতে মত প্ৰকাশ কৰে

যে এই অংশৰ বৰ্ণনা অশ্বঘোষৰ বুদ্ধচৰিতক অনুকৰণ কৰি লিখা। ৰামৰ উপাখ্যানৰ বীজ বৌদ্ধ সাহিত্যিকসকলেও নিজ নিজ সাহিত্যকাননত ৰোপণ কৰিছে।

**ৰচনাকাল ঃ**—জনশ্ৰুতি মতে বেদৰ ৰচনাৰ পিছত 'ৰামায়ণ' ৰচনা হয় আৰু ইয়াৰ কলেৱৰ বৃদ্ধিৰ বাবে প্ৰায় ৫০০ খ্ৰীঃ পূঃলৈকে অনেক কথা যোগ দিয়া হয়। পণ্ডিতসকলে এক পৰম্পৰা ৰাম আৰু বাল্মীকিক সমকালীন বুলি মানি লয়। শ্ৰীচিন্তামণি বিনায়ক বৈদ্যৰ মতে ঋগ্‌বেদৰ দশম মণ্ডলত যি ৰামৰ উল্লেখ আছে, ই দাশৰথী ৰামৰ বাহিৰে আন কোনো নহয়। এই দশম মণ্ডল ৰচনা সম্বন্ধে পণ্ডিতসকলৰ মাজত মতভেদ আছে। কিছুমান পাশ্চাত্য পণ্ডিতে ইয়াৰ ৰচনাকাল ১৫০০ খ্ৰীঃ পূঃ বুলি কব বিচাৰে। লোকমান্য তিলকৰ মতে ঋগ্‌বেদৰ দশম মণ্ডল ৪০০ খ্ৰীঃ পূঃৰ আগৰ। এই দৃষ্টিভঙ্গিৰ কালৰ ৰামকথাৰ অস্তিত্ব ৪০০ খ্ৰীঃ পূঃতকৈও আগত।

ৰচনাকাল সম্বন্ধে শ্ৰীচন্দ্ৰশেখৰ পাণ্ডে তলত দিয়া সিদ্ধান্ত কেইটা দাঙি ধৰিছে—

(১) ৰামায়ণৰ বালকাণ্ড আৰু উত্তৰকাণ্ডৰ ৰচনা আৰু অযোধ্যাকাণ্ডৰপৰা যুদ্ধকাণ্ডলৈকে ৰচনাৰ কালগত ব্যৱধান আছে। বালকাণ্ড আৰু উত্তৰকাণ্ড প্ৰক্ষিপ্ত অংশ। ইয়াত বাল্মীকিক এক পৌৰাণিক ব্যক্তিৰ ৰূপত দেখা যায়। ইয়াৰপৰা জনা যায় যে বাল্মীকি-কৃত 'ৰামায়ণ'ত বালকাণ্ড আৰু উত্তৰকাণ্ড নাই।

(২) 'মহাভাৰত'ৰ কোনো আখ্যান ৰামায়ণৰ ওপৰত ভিত্তি কৰি ৰচিত আৰু মহাভাৰতত বাল্মীকিৰ উল্লেখ এক পৌৰাণিক মুনিৰ ৰূপত পোৱা যায়। ইয়াৰপৰা জনা যায় যে, যি সময়ত 'মহাভাৰতে' বৰ্তমান ৰূপ পায় তাৰ আগতে ৰামায়ণ প্ৰাচীন গ্ৰন্থ হিচাপে লেখত পৰে।

(৩) মহাভাৰতৰ অন্তিম সংস্কৰণ ৪০০ খ্ৰীঃ আৰু ৰামায়ণৰ ইয়াৰ পূৰ্বে ২০০ খ্ৰীঃত পূৰা হয়।

(৪) মহাভাৰতৰ কথা বেদৰপৰা আৰম্ভ কৰি বৌদ্ধ সাহিত্যলৈকে আছে; ৰামচৰিতত নাই।

(৫) বৌদ্ধ ত্ৰিপিটকত ৰামচৰিত সম্বন্ধীয় ইয়াৰ প্ৰাচীনতম ৰূপ বিদ্যমান, যিবোৰ চাৰণসকলে মুখে মুখে গাইছিল।

(৬) ৰামায়ণৰ মূলকথা বৌদ্ধ ধৰ্মৰ আবিৰ্ভাৱৰ পূৰ্বৰ আৰু ইয়াৰ ৰচনা কাল প্ৰায় ৫০০ খ্ৰীঃ পূঃ।

ৰামায়ণৰ ৰচনাকাল সম্বন্ধে পাশ্চাত্য পণ্ডিতসকলে পৰ্য্যাপ্ত বিশ্লেষণ কৰি নানা মত আগবঢ়াই থৈছে। এ শ্লেগল আৰু জি. গোৰেসিয়োৰ মতে ৰামায়ণৰ ৰচনাকাল ক্ৰমে ১১০০ খ্ৰীঃ পূঃ আৰু ১২০০ খ্ৰীঃ পূঃ। কিন্তু হবীল আৰু বেবৰ চাহাবে ৰামায়ণৰ ওপৰত বৌদ্ধৰ প্ৰভাৱ পৰা বুলি এই মন্তব্য কৰে যে, ৰামায়ণৰ ৰচনাকাল ইয়াতকৈ বহুত পিছত। কিছুমান পণ্ডিতৰ মতে প্ৰচলিত ৰামায়ণ মূল ৰামায়ণতকৈ ভিন্ন আৰু ইয়াৰ ৰচনাকাল কমেও ৩০০ খ্ৰীঃ পূঃ। যেকোবী চাহাবে মূল ৰামায়ণৰ ৰচনা ৫০০—৮০০ খ্ৰীঃ পূৰ্বৰ ভিতৰত বুলি অনুমান কৰে। মেক্‌ডোনেল চাহাবৰ মতে ৰামায়ণৰ মুখ্য ভাগৰ ৰচনাকাল ৫০০ খ্ৰীঃ পূঃ। মহাভাৰততো ৰামায়ণ আৰু বাল্মীকিৰ স্পষ্ট উল্লেখ থকা হেতু ৰামায়ণৰ ৰচনাকাল নিশ্চয় মহাভাৰতৰ আগত। যেকোবী আৰু মেক্‌ডোনেলৰ মত খণ্ডন কৰি কীথ চাহাবে এইটো সিদ্ধান্তত উপনীত হয় যে আদি ৰামায়ণৰ ৰচনাকাল ৪০০ খ্ৰীঃ পূঃ।

হাপকিন্স, স্মিথ, মেক্‌ডোনেল আৰু মোনিয়ৰ উইলিয়ম আদিৰ সিদ্ধান্তক আলোচনা কৰি শ্ৰীচিন্তামণি বিনায়ক বৈদ্যই মহাভাৰতৰ দৰে ৰামায়ণৰ দুটা ৰূপ মানে। এওঁৰ মতে ৰামায়ণৰ প্ৰাচীনতম ৰূপৰ ৰচনাকাল ১২০০ খ্ৰীঃ পূৰ্বে 'ভাৰত' আৰু 'মহাভাৰতৰ' ৰচনাৰ মাজত আৰু দ্বিতীয় ৰূপৰ ৰচনাকাল ৫০০ খ্ৰীঃ পূৰ্ব। বৈদ্যৰ এই অসঙ্গতি পোদাৰে খণ্ডন কৰে।

কিছুমান পণ্ডিতৰ মতে বাল্মীকি ৰামৰ সমকালীন ত্ৰেতা যুগৰ। ত্ৰেতা যুগৰ সীমা ৮৬৭১০০ খ্ৰীঃ পূঃ। মহাভাৰত ৩১০০ খ্ৰীঃ পূৰ্বত ৰচিত আৰু ৰামায়ণৰ ৰচনা হয় ইয়াৰ বহুত আগত। এই মতানুসাৰে বাল্মীকিৰ স্থিতিকাল লক্ষবছৰ আগৰ। কিন্তু এইটো মত অতিৰঞ্জকপূৰ্ণ।

যদিও ৰাম আৰু বাল্মীকি সমকালীন হোৱাৰ ক্ষেত্ৰত ৰামায়ণ, মহাভাৰত, অধ্যাত্ম ৰামায়ণ আৰু কৃত্তিবাস ৰামায়ণ আদি অনেক গ্ৰন্থই নিজ নিজ মন্তব্য দিয়ে, তথাপি এই গ্ৰন্থসমূহৰ বিৱৰণৰ চিৰ-সত্যতা প্ৰমাণ আৰু বিশেষকৈ ত্ৰেতা যুগৰ সীমাক যথাযথভাৱে নিৰ্ধাৰণ কৰিবলৈ নতুন গৱেষণাৰ আৱশ্যক।

'যৱন' শব্দৰ অৰ্থ বিদেশী। এই শব্দটো ৰামায়ণত দুবাৰ ব্যৱহাৰ কৰা দেখা গৈছে। এই যৱন শব্দটোৱে অকল গ্ৰীক্ সকলোকেই বুজোৱা নাই; উত্তৰ-পশ্চিম ভাৰতত যিবিলাক বিদেশীয়ে আক্ৰমণ চলাইছিল সেই আটাইবোৰ জাতিকে বুজাইছে।

মেগাস্থিনিছৰ টোকাৰপৰা গোৱা যায়, খ্ৰীঃ পূঃ চতুৰ্থ শতাব্দীত পাটলিপুত্ৰ,

নগৰ স্থাপিত হয়। খ্ৰীঃ পূঃ ৩৫০-ত ই মগধৰ ৰাজধানী হিচাপে পৰিগণিত হয়। এইটো মন কৰিবলগীয়া কথা যে পাটলিপুত্ৰৰ ওচৰে-পাজৰে থকা কিছুমান সৰু সৰু নগৰৰ নাম ৰামায়ণত পোৱা যায়। কিন্তু এই প্ৰসিদ্ধ নগৰ পাটলিপুত্ৰৰ কোনো উল্লেখ নাই।

ৰামায়ণত 'কোশল' ৰাজ্যৰ ৰাজধানীৰ নাম 'অযোধ্যা'। বৌদ্ধযুগত ইয়াৰ নাম আছিল 'সাকেত'। ইয়াৰপৰা এইটো অনুমান হয় যে বৌদ্ধযুগৰ বহুত আগতে ৰামায়ণ ৰচনা কৰা হয়।

ৰামায়ণত উল্লেখ কৰা মতে মিথিলা আৰু বিশালা নামেৰে দুখন পৃথক নগৰ আছিল। বুদ্ধৰ সময়ত দুয়োখন ৰাজ্য চামিল হৈ 'বৈশালী' নাম লয়। ইয়াৰপৰাও সহজে অনুমান কৰিব পাৰি যে ৰামায়ণ বৌদ্ধযুগৰ আগত ৰচিত।

ভাৰতৰ দক্ষিণ অংশ এক বিৰাট অৰণ্যৰ ৰূপত অঙ্কিত কৰা হৈছে। ই বান্দৰ, ভালুক আৰু অসভ্য বা অৰ্ধসভ্য জাতিৰ বাসস্থান। আৰ্য্যসভ্যতা প্ৰচাৰ হোৱাৰ আগতে এই ঠাই এনেকুৱা আছিল। এতেকে দক্ষিণ ভাৰতত আৰ্য্যসভ্যতা বিস্তাৰ হোৱাৰ আগতে ৰামায়ণ ৰচনা হয়।

ইয়াৰ ওপৰত ভিত্তি কৰি এইটো সিদ্ধান্তত উপনীত হব পাৰি যে ৰামায়ণ বুদ্ধ জন্মৰ আগত ৰচিত। অৰ্থাৎ ৰামায়ণৰ ৰচনাকাল ৫০০ খ্ৰীঃ পূঃৰ আগত বুলি থিৰাং কৰিব পাৰি।

**ৰামায়ণৰ বৰ্তমান সংস্কৰণ** :—মহামুনি বাল্মীকিৰ বৰ্তমান ৰামায়ণ সাত-খণ্ড আৰু ২৪০০০ শ্লোকত পোৱা যায়। ৰামায়ণৰ যি প্ৰাচীন হস্তলিখিত পুথি পোৱা যায় তাৰ লগত ৰিজাই চালে বৰ্তমান ৰামায়ণৰ কলেবৰ বিস্তাৰ ঠিক ৰূপত পোৱা নাযায়। ৰামায়ণৰ সম্প্ৰতি চাৰিটা প্ৰামাণিক সংস্কৰণ প্ৰচলিত আছে—

১। **ঔদীচ্য** :—গুজৰাট প্ৰিণ্টিং প্ৰেছ বোম্বাই আৰু নিৰ্ণয় সাগৰ প্ৰেছ বোম্বাইৰপৰা প্ৰকাশিত। এইখন অধিক প্ৰচলিত আৰু প্ৰামাণিক। ইয়াৰ ওপৰত নাগেশ ভট্টৰ 'ৰামীয়া ব্যাখ্যা' টীকা আছে।

২। **গৌড়ীয়** :—এই সংস্কৰণ ডঃ জি. গোৰেসিয়ো চাহাবে ১৮৪৩-৬৭ খ্ৰীঃৰ ভিতৰত কলিকতাত সংস্কৃত চিৰিজৰপৰা প্ৰকাশ কৰে আৰু এওঁ এইখন ইটালীয়ান ভাষাত অনুবাদ কৰি পেৰিচৰপৰা প্ৰকাশ কৰে। ইয়াৰ ঠাই বিশেষে গোৰেসিয়ো চাহাবে পাণ্ডিত্যপূৰ্ণ টোকাও লিখে।

৩। **পশ্চিমোত্তৰীয়** :—ইয়াক কাশ্মীৰী সংস্কৰণ বোলা হয়। এইখন

১৯২৩ খ্রীঃত ডী. এ. বি. কলেজ, লাহোৰৰপৰা প্ৰকাশ হয়। উত্তৰ-পশ্চিমাঞ্চলত ইয়াৰ প্ৰচলন বেছি।

৪। দাক্ষিণাত্য :—চতুৰ্থ দাক্ষিণাত্য সংস্কৰণ মাধব বিলাস বুকডিপো কুম্ভকোণম্, মাদ্ৰাজৰপৰা ১৯২৯-৩০ খ্রীঃৰ ভিতৰত প্ৰকাশ পায়।

এই চাৰিও সংস্কৰণ সম্বন্ধে পণ্ডিতসকলৰ মাজত বেলেগ বেলেগ ধাৰণা। এই সংস্কৰণবোৰৰ পাঠ অনুসন্ধান কৰাৰপৰা জানিবপৰা গৈছে যে ইয়াৰ মাজত যথেষ্ট ভিন্নতা আছে। ইয়াৰ ভিতৰত কোনখন বেছি প্ৰামাণিক তাক সঠিককৈ কব নোৱাৰি। বহুতো পণ্ডিতৰ মতে বোম্বাই আৰু কলিকতাৰ সংস্কৰণকে অধিক প্ৰামাণিক বুলি মানি লয়।

দাক্ষিণাত্য, ঔদীচ্য আৰু গৌড়ীয়—এই তিনিখনৰ শ্লোক সংখ্যা আৰু সৰ্গসংখ্যা একে নহয়। বাল কাণ্ডৰপৰা উত্তৰ কাণ্ডলৈকে সৰ্গবোৰৰ সংখ্যা বিভিন্ন পাঠত এনেকুৱা—দাক্ষিণাত্য পাঠৰ মতে ৬৪৩ সৰ্গ, ঔদীচ্য পাঠৰ মতে ৬৬৪ সৰ্গ আৰু গৌড়ীয় পাঠৰ মতে ৬৬৬ সৰ্গ।

পণ্ডিতসকলৰ এইটো অভিমত যে, উদীচ্য পাঠ দাক্ষিণাত্য পাঠৰপৰা খ্ৰীষ্টীয় প্ৰথম শতাব্দীৰপৰা বেলেগ হয় আৰু গৌড়ীয় তথা পশ্চিমোত্তৰী পাঠৰ স্বতন্ত্ৰ স্থিতি ৫০০ খ্রীঃৰপৰা ৰচনা হয়। উক্ত তিনি সংস্কৰণৰ অসমান পাঠ্যাংশৰ তুলনাত্মক বিশ্লেষণ 'কামিল বুল্কে' কৰে।

**ৰামায়ণত সামাজিক চিত্ৰণ :** আৰ্য্যসকলে সিন্ধুৰ তীৰত পদাৰ্পণ কৰাৰ পিছতে সমাজজীৱনৰ বিভিন্ন স্তৰত নিৰ্মাণৰ পৰ্ব আৰম্ভ হয় বৈদিক সাহিত্য-যুগত। এই সামাজিক গঠনৰ প্ৰাথমিক কৰ্ম শেষ হোৱাৰ সময়ৰ কাব্য হ'ল ৰামায়ণ আৰু মহাভাৰত।

ৰামায়ণ-যুগত আৰ্যসকলৰ প্ৰধান জীৱিকা আছিল কৃষি, পশুপালন, বাণিজ্য আৰু কুটীৰ শিল্প। বিশাল খেতিপথাৰৰ মাজত একো একোখন গাওঁ গঢ়ি উঠাৰ আভাস পোৱা যায়। মাটি চহাৰ একমাত্ৰ আহিলা আছিল নাঙল। গম, যৱ, ধান, তিল, মাহ আদি আছিল শস্যৰ ভিতৰত প্ৰধান শস্য। উৎপন্ন শস্যৰ এক-ষষ্ঠাংশ ৰজাক ৰাজহ হিচাপে দিব লাগিছিল। পশুপালন এটা ডাঙৰ বৃত্তি আছিল।

খাদ্যশস্য, পশুধন, কুটীৰ শিল্প, খনিজ দ্ৰব্য আদিৰ ব্যৱসায়-বাণিজ্য আৰ্য্য-সকলৰ মাজত প্ৰচলিত আছিল। কুটীৰ-শিল্পৰ ভিতৰত সোণ-ৰূপৰ অলংকাৰৰ

কাম, কাঁহ-পিতলৰ কাম, কাঁচৰ কাম, বস্ত্ৰবয়ন আৰু চিলাই আদি উল্লেখযোগ্য। অন্যান্য বৃত্তিধাৰী লোকৰ ভিতৰত বাদ্যবিদ, গায়ক, নৃত্যৰত, চাৰণ-কবি, স্তুতিপাঠক, বৈদ্য আদি প্ৰধান।

আৰ্যসকলৰ আটাইবোৰ সম্পূৰ্ণ নিৰামিষ ভোজী নাছিল। তেওঁলোকে বিভিন্ন জীৱ-জন্তুৰ মাংস ভক্ষণ কৰিছিল। হৰিণৰ মাংস আছিল অতি প্ৰিয় খাদ্য। সীতাৰ লগত বনবাসলৈ যোৱাৰ সময়ত বৎস দেশত উপস্থিত হৈ ৰাম আৰু লক্ষ্মণে বৰাহ, ঋষ্য, পৃষত আৰু মহাৰুৰু নামে চাৰিটা হৰিণ চিকাৰ কৰি মাংস ভক্ষণ কৰাৰ কথা উল্লেখ আছে। মাছৰ ব্যৱসায়ো বিশেষ শ্ৰেণীৰ মাজত প্ৰচলিত আছিল। যৌন-সম্ভোগ আৰু যুদ্ধক্ষেত্ৰত উত্তেজনা বৃদ্ধিৰ বাবে সুৰাপানৰ ৰীতি থাকিলেও ভদ্ৰসমাজত সুৰাপান নিন্দিত অভ্যাস বুলি নিষিদ্ধ আছিল।

ৰাজনৈতিক জীৱনো আছিল যথেষ্ট উন্নত। ৰাজবংশৰ জ্যেষ্ঠ সন্তানজনে উত্তৰাধিকাৰীসূত্ৰে শাসনভাৰ গ্ৰহণ কৰি প্ৰজাৰ মংগলৰ বাবে সদায় ৰত আছিল। ৰজা আছিল প্ৰজাৰ ওচৰত মহৎ জীৱনৰ আদৰ্শস্বৰূপ। "যদ্‌বৃত্তাঃ সন্তি ৰাজান-স্তদ্‌বৃত্তাঃ সন্তি হি প্ৰজাঃ ॥" অৰ্থাৎ ৰজাৰ আচৰণ যেনেকুৱা হয় প্ৰজাৰো আচৰণ তেনেকুৱা হৈ থাকে।

ৰজাই জনমতক যথেষ্ট শ্ৰদ্ধা কৰে। তাৰ প্ৰমাণ ৰামায়ণত পোৱা যায়—ৰামে ৰাক্ষস পুৰীৰপৰা সীতাক উদ্ধাৰ কৰি আনিলে সীতাৰ প্ৰতি থকা ৰামৰ অতি ভালপোৱাৰ বাবে, আৰু সেই সীতাকেই তেওঁ নিৰ্বাসন দিলে প্ৰজাক সন্তুষ্ট কৰাৰ বাবে। ৰজা আছিল 'ধৰ্মস্য গোপ্তাঃ' অৰ্থাৎ ধৰ্মৰ ৰক্ষাকাৰী। দুষ্টক দমন আৰু শান্তক পালন আছিল তেওঁলোকৰ পৰম পবিত্ৰ কৰ্তব্য। ব্ৰাহ্মণসকলে যি সমাজ বিধান প্ৰণয়ন কৰিছিল, ৰজাই তাকে কাৰ্যকৰী কৰি তুলিছিল।

সামাজিক কাঠামো আছিল অতি সুপৰিকল্পিত। পৰিয়ালৰ অভ্যন্তৰীণ অৱস্থা আছিল প্ৰীতিপূৰ্ণ। পিতৃ-সত্য পালনৰ বাবে পুত্ৰৰ স্বেচ্ছায় বনবাস গ্ৰহণ, ভ্ৰাতৃপ্ৰেমৰ বাবে বনবাসী অগ্ৰজৰ প্ৰতি অনুজৰ আনুগত্য, ভাৰতীয় ৰমণীৰ একনিষ্ঠ পতিভক্তি আদি পাৰিবাৰিক আদৰ্শসমূহ আছিল জীৱন্ত শক্তি। ৰাম আছিল আদৰ্শত দৃঢ় আৰু মানৱতাৰ আদৰ্শনিষ্ঠ সাধকৰ প্ৰতীক। ৰামায়ণৰ যুগতেই হিন্দু-সমাজৰ আদৰ্শ পৰিবাৰ-জীৱন সুগঠিত হৈ উঠে। এই সুগঠিত সমাজ-জীৱনৰেই কাব্য হ'ল ৰামায়ণ।

কবিয়ে ৰামায়ণত যি পূৰ্ণমানৱতাৰ আদৰ্শ দাঙি ধৰিছে, সি আৱহমান-কালধৰি ভাৰতীয় সমাজক প্ৰভাবিত কৰিছে। কবিয়ে মহৎ আদৰ্শ যেনেকৈ ৰূপায়িত কৰিছে তেনেকৈ ৰূঢ় কঠিন কুৎসিৎ বাস্তৱকো ভুলি যোৱা নাই। বৰং আদৰ্শৰ লগত বাস্তৱ ৰূঢ় দিশ চিত্ৰিত কৰা বাবে আদৰ্শৰ ৰূপটো আৰু সুস্পষ্ট হৈ উঠিছে। পাৰিবাৰিক-সামাজিক আদৰ্শৰ বাবে ৰামৰ ব্যক্তিস্বাৰ্থ ত্যাগৰ লগতে কবিয়ে কৈকেয়ীৰ নিষ্ঠুৰ স্বাৰ্থান্ধতা চিত্ৰিত কৰিছে। সীতাৰ পাতিব্ৰত্য যেনেকৈ চিত্ৰিত কৰিছে, তেনেকৈ অহল্যাৰ পদস্খলনো অংকন কৰিছে। কবিয়ে ৰামৰ তপোনিষ্ঠ সাত্ত্বিক ৰূপৰ লগতে বহুৰমনীসহ ৰাৱণৰ মদ্য-মাংস-কাম-সম্ভোগৰ ৰাজসিক চিত্ৰও অংকন কৰিছে। যসত অন্ধকাৰৰ লগত পোহৰৰ দৰে, ক'লাৰ লগত বগাৰ দৰে, বাস্তৱৰ লগত নিৰ্মল আদৰ্শ ৰূপটো আৰু সুস্পষ্টভাৱে প্ৰকাশ পাইছে।

তলৰ শ্লোকত বাল্মীকি মুনিয়ে ৰামৰ সত্যনিষ্ঠা, আস্তিক্যবোধ আৰু আদৰ্শবাদী দৃষ্টিভঙ্গী দাঙি ধৰাত কৃতকাৰ্য্য হৈছে :

সত্যমেবানৃশংসঞ্চ ৰাজবৃত্তং সনাতনম্।
তস্মাৎ সত্যাত্মকং ৰাজ্যং সত্যে লোকঃ প্ৰতিষ্ঠিতঃ ॥

অৰ্থাৎ, সত্য বাক্য আৰু সকলো জীৱৰ প্ৰতি দয়াই ৰজাসকলৰ চিৰন্তন আদৰ্শ, সেয়েহে এই ৰাজ্য সত্যময়। সত্যতেই সমস্তলোক প্ৰতিষ্ঠিত হৈ আছে।

আকৌ, দত্তমিষ্টং হুতং চৈৱ তপ্তানি চ তপাংসি চ।
বেদাঃ সত্যপ্ৰতিষ্ঠানাস্তস্মাৎ সত্যপৰোভৱেৎ ॥

অৰ্থাৎ, দান, যজ্ঞ, হোম, তপশ্চৰ্য্যা আৰু বেদশাস্ত্ৰাদি সত্যতেই প্ৰতিষ্ঠিত। সেয়েহে, মানুহমাত্ৰেই সত্যপৰায়ণ হোৱা উচিত।

সেই কালত সমাজত নাস্তিকবাদী দৃষ্টিভংগীও প্ৰচলিত যে আছিল তাৰ উমান পোৱা যায়। জাবালিয়ে ৰামক বনবাসৰপৰা নিবৃত্ত হ'বলৈ যি যুক্তি আগবঢ়াইছিল তাত ভোগবাদী আদৰ্শহীন দৃষ্টিভংগীৰ আভাস পোৱা যায় :

দানসংবননা হ্যেতে গ্ৰন্থা মেধাবিভিঃ কৃতাঃ।
যজস্ব দেহি দীক্ষস্ব তপস্তপ্যস্ব সন্ত্যজ।
স নাস্তি পৰিমিত্যেতৎ কুৰু বুদ্ধিং মহামতে।
প্ৰত্যক্ষং যৎ তদা তিষ্ঠ পৰোক্ষং পৃষ্ঠতঃ কুৰু ॥

অৰ্থাৎ, "দেৱপূজা কৰা, অন্ন দান কৰা, যজ্ঞীত দীক্ষা গ্ৰহণ কৰা, তপস্যা কৰা, সন্ন্যাস গ্ৰহণ কৰা—এইবোৰ নানা প্ৰকাৰৰ উপদেশৰ একমাত্ৰ উদ্দেশ্য হ'ল কৌশল কৰি মানুহক বশীভূত কৰি দান কৰিবলৈ বাধ্য কৰা আৰু তাৰেই উপায়স্বৰূপ বেদ আদি শাস্ত্ৰসমূহ কিছুমান ধূৰ্ত মেধাবীলোকে প্ৰচাৰ কৰিছে। মূৰ্খসকলক বঞ্চিত কৰি সিইতৰ ধন-গ্ৰহণ কৰাই এইসকলো শাস্ত্ৰ প্ৰচাৰৰ উদ্দেশ্য। হে মহামতি তুমি বিচাৰ কৰি চোৱা, ইহলোকৰ বাহিৰে পৰলোক বুলি একো নাই। যি প্ৰত্যক্ষ তাৰ অনুষ্ঠান কৰা, যি পৰোক্ষ তাক উপেক্ষা কৰা।"

ৰামে জাবালিৰ এই যুক্তি খণ্ডন কৰিছে। শেষলৈ কবিয়ে আদৰ্শবাদী জীৱনদৃষ্টিকেই প্ৰতিষ্ঠিত কৰিছে। কিন্তু সমাজত আদৰ্শবাদৰ বাহিৰে যে আন একপ্ৰকাৰ দৃষ্টিভংগী আছিল, কবি তাৰ প্ৰতি সচেতন।

ৰামায়ণত তৎকালীন সমাজৰ ধৰ্মীয় বিশ্বাস আৰু সংস্কাৰৰ চিত্ৰও চিত্ৰিত হৈছে। সমাজত অন্ধ নীতি-নিয়মৰ প্ৰচলন দেখা যায়। ৰামায়ণত সমাজৰ বিবিধ ধৰ্মাচৰণৰ লগতে নানা লোকাচাৰৰ চিত্ৰণ বাঢ়ি ধৰিছে। মহাকাব্যখনত উৰন্ত কাউৰীৰ কৰ্কশ মাত, উল্কাপাত আদি অমঙ্গলসূচক ইংগিত বুলি কোৱা আছে। ৰামায়ণত সামাজিক আৰু পাৰিবাৰিক নীতি-বিধানৰ কথাও পোৱা যায়। বালীয়ে সুগ্ৰীৱৰ পত্নীয়েকক গ্ৰহণ কৰাৰ অপৰাধ প্ৰসঙ্গত ৰামে যি কথা কৈছে তাতে তৎকালীন সমাজৰ বিধি-বিধানৰ ইংগিত পোৱা যায় :

"ঔৰসীং ভগিনীং বাপি ভাৰ্য্যাং বাপ্যনুজস্য যঃ।
প্ৰচৰেত নৰং কামাৰ্তস্য দণ্ডো বধঃ স্মৃতঃ ॥"

অৰ্থাৎ, কামাৰ্তহৈ যি লোকে দুহিতা, ভনী নাইবা কনিষ্ঠ ভ্ৰাতৃৰ পত্নীত উপগত হয়, তাৰ প্ৰাণদণ্ডই শাস্ত্ৰৰ বিধান।

সমাজত ব্ৰাহ্মণসকলৰ প্ৰাধান্য প্ৰতিষ্ঠীত হোৱাৰ কথা পোৱা যায়। অধ্যয়ন-অধ্যাপনা আৰু পুৰোহিততালি ক্ৰমে ব্ৰাহ্মণসকলে বৃত্তি হিচাপে গ্ৰহণ কৰে। কিছুমান সামাজিক অনুষ্ঠানত ব্ৰাহ্মণক দান-দক্ষিণা কৰাৰ প্ৰথা প্ৰচলিত আছিল। বনলৈ যোৱাৰ সময়ত ৰামে মাঙ্গলিক কাৰ্য্য হিচাপে ব্ৰাহ্মণক বহুতো ধন-বস্ত্ৰ যে দান কৰিছিল তাৰ উল্লেখ ৰামায়ণৰ অযোধ্যা কাণ্ডত এইদৰে আছে :

জাতৰূপময়ৈৰ্ম্মুখৈ্যৰঙ্গদৈঃ কুণ্ডলৈঃ শুভৈঃ।
সহেমসূত্ৰৈৰ্মণিভিঃ কেয়ূৰৈৰ্ব্বলয়ৈৰপি ॥
অন্যৈশ্চ ৰত্নৈৰ্বহুভিঃ কাকুৎস্থঃ প্ৰত্যপূজয়ৎ।
সুযজ্ঞঃ স তদোবাচ ৰামঃ সীতা প্ৰচোদিতঃ ॥

হাৰঞ্চ হেমসূত্ৰঞ্চ ভাৰ্য্যায়ৈ সৌম্য হাৰয়।
ৰশনাং চাথ সা সীতা দাতুমিচ্ছতি তে সখী ॥
অঙ্গদানি চ চিত্ৰাণি কেয়ূৰাণি শুভানি চ।
প্ৰযচ্ছতি সখী তুভ্যং ভাৰ্যায়ৈ গচ্ছতী বনম্ ॥

অৰ্থাৎ, ৰামে বেদজ্ঞ ব্ৰাহ্মণ সুযজ্ঞক সোণেৰে নিৰ্মিত উত্তম অঙ্গদ, সুন্দৰ কুণ্ডল, স্বৰ্ণসূত্ৰত গঠা মণিমালা, কেয়ূৰ, বলয় আৰু অন্যান্য বহুত ৰত্নেৰে পূজা কৰিলে। তাৰ পিছত সীতাৰ কথামতে ৰামে সুযজ্ঞক ক'লে—সৌম্য, আপোনাৰ সখী সীতা দেৱী মোৰ লগত বনলৈ যাব, সেয়ে আপোনাৰ ভাৰ্য্যাক হাৰ, হেমসূত্ৰ, কাঞ্চী, বিচিত্ৰ অঙ্গদ, সুন্দৰ সুন্দৰ কেয়ূৰ দান কৰিছে।

এইবোৰ শ্ৰদ্ধাৰ অৰ্ঘ্য হিচাপে দাতাই ব্ৰাহ্মণক দান কৰিছিল। সমাজত ব্ৰাহ্মণসকলৰ স্থান আছিল অতি উচ্চ।

সেই সময়ত ৰাজতন্ত্ৰ সুপ্ৰতিষ্ঠিত আছিল। ৰজা আছিল ৰাজ্যৰ সৰ্বময় কৰ্তা। ৰজাই প্ৰজাৰ মনোৰঞ্জনৰ বাবে যে নিজৰ প্ৰিয়বস্তুকো ত্যাগ কৰিবলৈ কুণ্ঠাবোধ নকৰে, ৰামে তেওঁৰ প্ৰিয়তমা সীতাক ত্যাগ কৰি বনবাসলৈ পঠিয়াই দিয়াটোৱেই তাৰ জ্বলন্ত উদাহৰণ।

**আদিকাব্য ৰামায়ণ :** তামস-হাৰিণী তমসা নদীত স্নান কৰি, বল্কল পৰিধান কৰি শান্তবনত ভ্ৰমণ কৰি থাকোঁতে ক্ৰৌঞ্চীৰ করুণ স্বৰত বাল্মীকিৰ দয়াদৃষ্টি আকৰ্ষিত হ'ল। হঠাৎ ক্ৰৌঞ্চৰ মৃত শৰীৰটো শৰবিদ্ধ হৈ তেওঁৰ সন্মুখত পৰিল। এই দৃশ্য দেখি ঋষিৰ কোমল হৃদয়ত নৈসৰ্গিকী করুণাৰ সোঁত প্ৰবাহিত হবলৈ ধৰে—সুপ্ত করুণা এই দৃশ্যৰে হঠাৎ জাগি উঠিল। হঠাৎ তেওঁৰ মুখৰপৰা এই শ্লোকটো ওলাই আহিল :

'মা নিষাদ প্ৰতিষ্ঠাং ত্বমগমঃ শাশ্বতীঃ সমাঃ।
যৎ ক্ৰৌঞ্চমিথুনাদেকমবধীঃ কামমোহিতম্ ॥

সম-অক্ষৰযুক্ত চাৰি পাদ মণ্ডিত শ্লোকৰ জন্ম হ'ল। সংস্কৃত কাব্য-কুমাৰৰ এয়েই উদয়। মহাকাব্যৰ ভাবিনী পৰম্পৰাৰ এই মূলস্ৰোত।

মহৰ্ষি বাল্মীকি আদি কবি আৰু বাল্মীকীয় ৰামায়ণ আদি মহাকাব্য। কবিৰ প্ৰকৃত ৰূপৰ কল্পনা আমি বাল্মীকিৰপৰা পাওঁ আৰু মহাকাব্যৰ মহত্ত্ব আমি ৰামায়ণৰপৰা গ্ৰহণ কৰোঁ। কাব্যৰ বিশুদ্ধ ৰূপ হ'ল আদিকবিৰ পৰম পাৱন, মাননীয় তথা মননীয় আদিকাব্য ৰামায়ণ। কবিৰ অৰ্থ ক্ৰান্তদৰ্শী। 'কবয়ঃ

ক্রান্তদর্শিনঃ' অর্থাৎ চকুৰ অগোচৰ, অতীত আৰু ভবিষ্যতৰ পদাৰ্থক যথাৰ্থৰূপে দেখা পুণ্যাত্মা পুৰুষ।

বস্তু-তত্ত্বৰ দৰ্শন হলে ঋষিত্ব প্রাপ্তি হয়, কিন্তু যেতিয়াই ই নিজ-অনুভূত বস্তু-তত্ত্বক শব্দেৰে ব্যক্ত নকৰে, তেতিয়ালৈকে ইয়াক 'কবি' বুলিব নোৱাৰি। কবিৰ কল্পনাত 'দৰ্শন'ৰ লগত বৰ্ণনাৰো মনোৰম সামঞ্জস্য আছে আৰু এই কল্পনাৰ 'জনক' স্বয়ং মহর্ষি বাল্মীকি। 'মানিষাদ' শ্লোকৰ উচ্চাৰণ কৰি ব্ৰহ্মা স্বয়ং ঋষিৰ সন্মুখত উপস্থিত হৈ ক'লে—"হে মহর্ষি! আর্ষ চক্ষু বা প্রাতিভ চক্ষু এতিয়া মেল খালে। তুমি আদি কবি।" ভৱভূতিৰ ভাষাত—"ঋষে প্রবুদ্ধোহসি বাগাত্মনি ব্রহ্মণি। তদ্ ব্রূহি ৰামচৰিতম্। অব্যাহতজ্যোতিৰার্ষং তে চক্ষুঃ প্রতিভাতি। আদ্যঃ কবিৰসি।"

সংস্কৃত কাব্য-ধাৰাৰ দিশ এই সময়ত নিৰূপিত কৰা হৈছে, যেতিয়া প্রেমপৰায়ণ সহচৰৰ আকস্মিক বিয়োগত সন্তপ্ত ক্ৰৌঞ্চীৰ করুণ নিনাদ শুনি বাল্মীকিৰ হৃদয়ৰ শোক শ্লোকৰূপত নিগৰি ওলাইছে। কাব্যৰ আত্মা ৰস। এই কথা কবিসকলে তেতিয়া শিকিলে, যেতিয়া আদিকবিৰ আদি কবিতাৰ ৰসামৃত তেওঁলোকে পান কৰিলে। পৰৱৰ্তীকালৰ কবিসকলে এই কাব্যত ৰসৰ নিগূঢ় তত্ত্ব বিচাৰি পায়।

সমাক্ষৰৈশ্চতুর্ভির্যঃ পাদৈর্গীতো মহর্ষিণা।
সোঽনুব্যাহৰণাদ্ ভূয়ঃ শোকঃ শ্লোকত্বমাগতঃ। (১।২।৪০)

'প্রতীয়মান' অর্থৰ সামান্যৰূপ কাব্যত মুখ্য হলেও আনন্দবৰ্দ্ধনে ৰসক কাব্যৰ আত্মা বুলি স্বীকাৰ কৰিছে।

'কাব্যস্যাত্মা স এবাৰ্থস্তথা চাদিকবেঃ পুৰা।
ক্ৰৌঞ্চদ্বন্দ্ববিয়োগোত্থঃ শোকঃ শ্লোকত্বমাগতঃ॥

(ধ্বন্যালোক ১।৫)।

আদিকবিৰ এই সমগ্ৰ কাব্যই কবিতাৰ প্রকৃতৰূপত প্রকট হৈছে। বাল্মীকীয় ৰামায়ণ মনোৰম উপমা তথা উৎপ্রেক্ষাৰ এক বিৰাট ভব্যপ্রাসাদ। কিন্তু ইয়াৰ বাহ্য আৱৰণত বিশুদ্ধ ৰসময় হৃদয় উজ্জ্বল হৈ উঠিছে।

মহাকাব্যৰ প্ৰথম তথা ভব্য নিদর্শন এই বাল্মীকি-ৰামায়ণ। ৰামায়ণৰ বিশ্লেষণ কৰি আলংকাৰিক সকলে মহাকাব্যৰ লক্ষণ প্রস্তুত কৰিছে। 'সর্গবন্ধো

মহাকাব্যৰ' লক্ষণৰ প্ৰথম তথা আটাইতকৈ সুন্দৰ লক্ষ্য হৈছে ৰামায়ণ। দণ্ডীৰ এই প্ৰসিদ্ধ লক্ষণ ৰামায়ণক আদৰ্শ হিচাপে লৈ লিখিছে—

'অলংকৃতমসংক্ষিপ্তং ৰসভাবনিৰন্তৰম্।
সৰ্গৈৰনতিবিস্তীৰ্ণৈঃ শ্ৰব্যবৃত্তৈঃ সুসন্ধিভিঃ॥
সৰ্বত্ৰ ভিন্নবৃত্তান্তৈৰুপেতং লোকৰঞ্জনম্।
কাব্যং কল্পান্তৰস্থায়ি জায়েত সদলংকৃতি॥

আনন্দবৰ্দ্ধনে স্পষ্টতঃ করুণৰসক ৰামায়ণৰ মুখ্য ৰস বুলিছে। ৰামায়ণৰ আৰম্ভ করুণ ৰসেৰে হৈছে আৰু ৰামৰ সন্মুখত সীতাৰ পাতাল প্ৰৱেশ দৃশ্যৰে ৰামায়ণৰ অন্তও করুণেৰে হৈছে—'ৰামায়ণে হি করুণো ৰসঃ স্বয়মাদিকবিনা সূচিতঃ শোকঃ শ্লোকত্বমাগতঃ ইত্যেৱংবাদিনা। নিৰ্ব্যূঢ়শ্চ স এৱ সীতাত্যন্তবিয়োগ পৰ্য্যন্তমেৱ স্বপ্ৰবন্ধমুপৰচয়তা।' (ধ্বন্যালোক পৃ ২৩৭)।

বাল্মীকি সমগ্ৰ কবি সমাজৰ উপজীব্য। বিশেষকৈ কালিদাস আৰু ভৱভূতিৰ। এই মহাকবি দুজনে ৰামায়ণৰ গাঢ় অনুশীলন কৰিছে আৰু এওঁলোকৰ কবিতাত যি ৰস পোৱা যায়, সেইবোৰ ৰামায়ণৰ প্ৰভাৱ। কালিদাস শৃংগাৰ ৰসৰ কবি। কিন্তু এওঁৰ করুণ ৰস কম প্ৰভাৱশালী নহয়। পত্নীৰ বাবে পতিৰ করুণাৰ ৰূপ আমি ৰঘুবংশৰ অজবিলাপত পাওঁ আৰু পতিৰ বাবে পত্নীৰ করুণ পৰিবেদনা ৰতিবিলাপৰ ৰূপত পাওঁ। তাপ পালে লো ঢিলা হয়, সেইদৰে কোমলহৃদয় মানৱচিত্ত সন্তাপেৰে মৃদু হয়। 'অভিতপ্তময়োঽপি মাৰ্দৱং ভজতে কৈৱ কথা শৰীৰিষু।' কালিদাসৰ এই করুণ বৰ্ণনাত মানৱহৃদয়ক প্ৰভাৱিত কৰাৰ ক্ষমতা আছে, কিন্তু ভৱভূতিৰ উত্তৰৰামচৰিতত ই মানৱ হৃদয়ত প্ৰৱেশ কৰিছে। ভৱভূতিৰ বৰ্ণনাত সীতাৰ বিয়োগত ৰামক কন্দা দেখি পাথৰেও কান্দিছে আৰু বজ্ৰৰ হৃদয়কো বিদীৰ্ণ হোৱা দেখুৱাইছে। 'অপি গ্ৰাৱা ৰোদিত্যপি দলতি বজ্ৰস্য হৃদয়ম্।'

বাল্মীকি ৰামায়ণ মহাকাব্য মাটিৰ তলৰপৰা গজালিমেলি ওলাই অহা এক বিশাল বট-বৃক্ষ। ইয়াৰ শীতল ছাঁত সমগ্ৰ ভাৰতবাসীক আশ্ৰয় দি প্ৰকৃতিৰ বিশিষ্ট বিভূতিৰ সমান নিজ শিৰ উৰ্দ্ধ কৰি ঠিক হৈ আছে। মহাকাব্য প্ৰধানতঃ বীৰৰস প্ৰধান। ইয়াৰ যুদ্ধৰ ঘোষণা, বিজয়-দুন্দুভিৰ শব্দ তথা সৈনিকৰ তৰ্জন-গৰ্জন আদিয়ে মানৱ হৃদয়ত উৎসাহ আৰু স্ফূৰ্তি প্ৰদান কৰে। কিন্তু ৰামায়ণৰ মাহাত্ম্য বীৰৰস প্ৰদৰ্শনত নহয়। কোনো দেৱ-চৰিত্ৰ বৰ্ণনাতো ৰামায়ণৰ গৌৰৱ নহয়,

কাৰণ মহৰ্ষি বাল্মীকিয়ে যেতিয়া আদৰ্শ গুণমণ্ডিত কোনো ব্যক্তিৰ পৰিচয় সুধে, তেতিয়া নাৰদে এজন মানৱকেই এই অনুপম গুণৰ অধিকাৰী বুলি কৈছে— "ত্রৈর্য্যুক্তঃ শ্রূয়তাং নৰঃ।" ই নৰ-চৰিতৰ কীৰ্তন। ভাৰতীয় গাৰ্হস্থ্য-জীৱনৰ বিস্তৃত চিত্ৰণ ৰামায়ণৰ মুখ্য উদ্দেশ্য বুলি প্ৰতীত হৈছে। আদৰ্শ পিতা, আদৰ্শ মাতা, আদৰ্শ ভাই, আদৰ্শ পতি, আদৰ্শ পত্নী—আদি যিমানবোৰ আদৰ্শ এই অনুপম মহাকাব্যত আদি কবি শব্দতুলিকাত সংবদ্ধ কৰিছে, এই আটাইবোৰ গৃহধৰ্মৰ পটত চিত্ৰিত কৰা হৈছে। আনকি ৰাম-ৰাৱণৰ ভয়ানক যুদ্ধও এই মহাকাব্যৰ মুখ্য উদ্দেশ্য নহয়। ই ৰাম-সীতা, পতি-পত্নীৰ পৰস্পৰ বিশুদ্ধ প্ৰীতিক পুষ্ট কৰাৰ এক উপকৰণ মাথোন। আৰু এইটো হোৱা স্বাভাবিক। ৰামায়ণ ভাৰতীয় সভ্যতাৰ প্ৰতীক।

আদি কবিয়ে তেওঁৰ কাব্য-মন্দিৰৰ পীঠত প্ৰতিষ্ঠা কৰিছে—মৰ্য্যাদাপুৰুষোত্তম মহামানৱ ৰামচন্দ্ৰক। বিভিন্ন প্ৰতিকূল পৰিস্থিতিৰ মাজত ব্যক্তিয়ে নিজ শীলৰ সৌন্দৰ্য্য কিদৰে ৰক্ষা কৰিব পাৰে, তাক বাল্মীকিয়ে আমাক শিকাইছে। আদিকবিয়ে এই চৰিত্ৰ চিত্ৰণ যদি নকৰিলেহেঁতেন, তেনেহলে আমি মঞ্জুল গুণৰ সামঞ্জস্যৰ পৰিচয় কত পালোহেঁতেন? ভাৰতবাসী মানৱৰ আদৰ্শ চৰিত্ৰ শুনিবলৈ লালায়িত। বাল্মীকিয়ে এই চৰিত্ৰ সম্মুখত দাঙি ধৰিছে। ৰামায়ণ যিমানে বাৰে বাৰে পঢ়া যায় সিমানেই নতুন নতুন কথা পোৱা যায়।

ৰাম আদৰ্শৰ প্ৰতীক। তেওঁ চিৰদিন অন্যায়ৰ বিৰুদ্ধে সংগ্ৰাম কৰি গৈছে। ৰামৰ চৰিত্ৰত কবিয়ে মানুহৰ সকলো অনুভূতিয়েই সঞ্চাৰিত কৰিছে। বাল্মীকিৰ ৰাম পূৰ্ণাঙ্গ আৰু জীৱন্ত মানুহ, কেৱল আদৰ্শৰ নীৰস প্ৰতীক বা অৱতাৰ পুৰুষ নহয়।

ৰামৰ চৰিত্ৰ অতি মধুৰঃ

'দদ্যান্ন প্ৰতিগৃহ্ণীয়ান্ন ব্ৰূয়াৎ কিঞ্চিদপ্ৰিয়ম্।

অপি জীৱিতহেতোৰ্বা ৰামঃ সত্যপৰাক্ৰমঃ॥' (৫/৩৩/৩৬)

অৰ্থাৎ, "এওঁ সদায় দান কৰে, কাৰোপৰা কেতিয়াও প্ৰতিদান গ্ৰহণ নকৰে। এওঁ অপ্ৰিয় কথা কেতিয়াও নকয়। সাধাৰণ পৰিস্থিতিৰতো কথাই নাই, প্ৰাণ-সঙ্কটৰ সময়তো ৰামে এই নিয়ম কেতিয়াও উলঙ্ঘন নকৰে।"

আত্মীয়ৰ প্ৰতি ৰামৰ ব্যৱহাৰ অতি কোমল আৰু সহানুভূতিপূৰ্ণ। সীতাৰ প্ৰতি ৰামৰ প্ৰেম বৰ্ণনাত আদিকবিয়ে মানস-তত্ত্বৰ অতি সূক্ষ্ম নিৰীক্ষণ প্ৰস্তুত

কৰিছে। ৰামে সীতাৰ বিয়োগত চাৰিটা কাৰণত সন্তপ্ত। ধৰ্মশাস্ত্ৰত স্ত্ৰীক ৰক্ষা কৰিবলৈ উপদেশ দিছে, কিন্তু ৰামে তাক পালন কৰিব নোৱাৰিলে, সেয়ে তেওঁ অবলা নাৰীক ৰক্ষা কৰিব নোৱাৰা বাবে কাৰুণ্যৰে সন্তপ্ত। বনত সীতা ৰামৰ আশ্ৰিতা, কিন্তু ৰামে নিজৰ আশ্ৰিতাক ৰক্ষা কৰিব নোৱাৰিলে; সেয়ে আনৃশংস্য-আশ্ৰিত জনৰ সংৰক্ষণ-স্বভাৱৰদ্বাৰা সন্তপ্ত। সীতা ৰামৰ পত্নী, সহধৰ্মিনী, সংগৰী। তেওঁ ভ্ৰষ্ট হোৱাত ৰামৰ ধৰ্ম পালন কেনেকৈ হ'ব, সেয়ে শোকেৰে সন্তপ্ত। সীতা ৰামৰ প্ৰিয়তমা। পৰম সুখ সাধিকা। পৰম লাৱণ্যময়ী সীতাৰ বিনাশে ৰামৰ হৃদয়ত অতীতৰ আনন্দময় জীৱনৰ মধুৰ স্মৃতি জগাই তোলে —সেইকাৰণে প্ৰেমেৰে সন্তপ্ত।

ইয়ং সা যৎকৃতে ৰামশ্চতুৰ্ভিঃ পৰিতপ্যতে।
কাৰুণ্যেনানৃশংস্যেন শোকেন মদনেন চ॥
স্ত্ৰী প্ৰণষ্টেতি কাৰুণ্যাদাশ্ৰিতেত্যানৃশংস্যতঃ।
পত্নী নষ্টেতি শোকেন প্ৰিয়েতি মদনেন চ॥ (৫/১৫/৪৮-৪৯)।

লক্ষ্মণে শক্তিশেলত পৰাত ৰামে ভাতৃপ্ৰেমৰ বিষয়ে যি উদ্গাৰ কৰিছে, এনেকুৱা নিদৰ্শন পৃথিৱীৰ কোনো সু-সভ্য জাতিৰ সাহিত্যতে পোৱা নাযায়—

দেশে দেশে কলত্ৰাণি দেশে দেশে চ বান্ধবাঃ॥
তং তু দেশং ন পশ্যামি যত্ৰ ভ্ৰাতা সহোদৰঃ॥

অৰ্থাৎ, "মানুহে দেশে ভাৰ্য্যা আৰু বন্ধু পাব পাৰে, কিন্তু মই এনেকুৱা দেশ দেখা নাই য'ত সহোদৰ ভাই পোৱা যায়।"

জনক-নন্দিনী সীতাৰ শীল-সৌন্দৰ্য্যৰ জ্যোৎস্নাই কাৰ হৃদয়ত শীতল শান্তি প্ৰদান নকৰিব? জানকীৰ চৰিত্ৰ ভাৰতীয় ললনাৰ মহান আদৰ্শৰ প্ৰতীক। ৰাৱণক বাৰে বাৰে অনুৰোধ কৰাৰ পিচত সীতাই যি অৱহেলা-সূচক কথা কৈছে, ই ভাৰতীয় নাৰীৰ গৌৰৱ সদায় উদ্‌ঘোষিত কৰি ৰাখিব। সীতাই ৰাৱণৰ প্ৰতি কৰা উক্তিয়েই তাৰ প্ৰমাণ—

চৰণেনাপি সব্যেন ন স্পৃশেয়ং নিশাচৰম্।
ৰাৱণং কিং পুনৰহং কাময়েয়ং বিগৰ্হিতম্॥ (৫/২৬/১০)।

অৰ্থাৎ, "এই নিশাচৰ ৰাৱণৰ লগত প্ৰেম কৰাতো দূৰৰে কথা, মই ইয়াক ভৰিৰে—নহয়, নহয়, বাওঁ ভৰিৰেও নুচুওঁ।"

করুণ কোমল মানৱীয় উপাদান প্ৰেমানুভূতিৰ বৰ্ণনাত কবি যিমান সিদ্ধহস্ত,

অনেকৈ কঠিন দৃঢ়ভাৱ চিত্ৰ উপস্থাপনতো সুনিপুণ। সীতাক উদ্ধাৰ কৰি ৰামে যেতিয়া সীতাৰ চৰিত্ৰৰ সম্পৰ্কে প্ৰজাসকলৰ মাজত সন্দেহৰ আভাস পালে, তেতিয়া প্ৰজানুৰঞ্জনৰ বাবে সীতাক তিৰস্কাৰ কৰে।

"কঃ পুমাংস্তু কুলে জাতঃ স্ত্ৰিয়াং পৰগৃহোষিতাম্।
তেজস্বী পুনৰাদদ্যাৎ সুহৃল্লোভেন চেতসা॥
ৰাৱণাঙ্ক-পৰিক্লিষ্টাং দৃষ্টাং দুষ্টেন চক্ষুষা।
কথং ত্বাং পুনৰাদদ্যাং কুলং ব্যপদিশন্মহৎ॥

অৰ্থাৎ, যি তিৰোতা বহুকাল আনৰ ঘৰত বাস কৰে, কোন সদ্বংশজাত তেজস্বী পুৰুষে প্ৰেমৰ লোভত সেই তিৰোতাক পুনৰ গ্ৰহণ কৰিব পাৰে? ৰাৱণে তোমাক কু-দৃষ্টিৰে চাইছে, কোলাত তুলিছে, গতিকে তোমাক পুনৰ গ্ৰহণ কৰি মই নিজৰ সুমহান বংশক কলঙ্কিত কৰিব নোৱাৰোঁ॥"

সীতাই তাৰ প্ৰতিবাদত কৈছে—
ত্বয়া তু নৰশাৰ্দূল ক্ৰোধমেবানুবৰ্ত্ততা।
লঘুনেৱ মনুষ্যেণ স্ত্ৰীত্বমেৱ পুৰস্কৃতম্॥
ন প্ৰমাণীকৃতঃ পাণিৰ্বাল্যে বালেন পীড়িতঃ।
মম ভক্তিশ্চ শীলং চ সৰ্বং তে পৃষ্ঠতঃ কৃতম্॥

অৰ্থাৎ,

"হে নৰ-শাৰ্দূল! আপুনি মানৱ শ্ৰেষ্ঠ; কিন্তু খঙৰ আবেগত আপোনাৰ এই কথা সাধাৰণ মানুহৰ সমান। আপুনি মোৰ স্ত্ৰীত্ব দোষাৰোপ কৰিবলৈ আগবাঢ়িছে, কিন্তু আপুনি এই কথালৈ অলপো লক্ষ্য কৰা নাই যে বাল্যকালতে আপুনি মোৰ পাণিগ্ৰহণ কৰিছে, মই আপোনাৰ শাস্ত্ৰ অনুমোদিত ধৰ্মপত্নী। মই আপোনাক ভক্তি কৰো আৰু মোৰ স্বভাৱ নিশ্চল আৰু পবিত্ৰ। আচৰিত! আপুনি যেনেকুৱা নৰ-শাৰ্দূলই মোৰ স্বাভাৱিক ভক্তি তথা পাণিগ্ৰহণক পিচলৈ ঠেলি দিছে, কেৱল স্ত্ৰীত্বক আগত ৰাখিছে।"

সহজ-সৰল কপটহীন এই উক্তি ওজোস্বিতাপূৰ্ণ। অনাদৃতা ভাৰতীয় ললনাৰ এই হৃদয়োদ্গাৰ কিমান হৃদয়-বিদাৰক। শুনিলেই সহৃদয় মানৱৰ চকুৰপৰা সহানুভূতিৰ চকুলো নিগৰি ওলায়।

ৰাম আৰু সীতাৰ নিৰ্মল চৰিত্ৰ বাল্মীকিৰ কোমল কাব্য-প্ৰতিভাৰ মনোৰম নিদৰ্শন। ৰামায়ণ আমাৰ জাতীয় মহাকাব্য। ই ভাৰতীয় হৃদয়ৰ উচ্ছ্বাস। বাল্মীকি আমাৰ প্ৰতিনিধি কবি।

পৰৱৰ্তীকালৰ কবি সকলে কবিতা লিখিবলৈ ৰামায়ণৰপৰা প্ৰেৰণা পায়। অনুৰূপ অলংকাৰৰ সুষমাই কাব্যক নিতান্ত ৰসময় কৰি তোলে। কালিদাসো উপমাৰ বাবে প্ৰসিদ্ধ। কিন্তু এই কলা ভেওঁ বাল্মীকিৰ পৰা ধাৰ কৰা অযোধ্যাকাণ্ডত ( ১১৪ সৰ্গ ) দশৰথ-বিহীন নগৰৰ দয়নীয় অৱস্থা মালোপমাৰে কৰা বৰ্ণনা অতি ৰমণীয়। সুন্দৰ কাণ্ডত ( ১৯ সৰ্গ ) অশোক বনত বাস কৰা সীতাৰ অৱস্থা তথা স্বৰূপ বৰ্ণন ২৭টা উপমাৰে ভব্য ৰূপত চিত্ৰিত কৰিছে।

সুন্দৰকাণ্ড কমনীয় কল্পনাৰ, উজ্জ্বল উৎপ্ৰেক্ষাৰ তথা বিশদ বৰ্ণনাৰ মনোৰম আগাৰ। সাহিত্যিক সৌন্দৰ্য্যৰ বাবে ইয়াক সকলো কাণ্ডৰ ভিতৰতে 'সুন্দৰ' বুলি কোৱা হয়। নানা প্ৰকাৰ অলংকাৰৰ প্ৰয়োগ বাল্মীকি কাব্যৰ বিশেষতা। ঋতুবৰ্ণনাতো ৰামায়ণ কবি সকলৰ পথ-প্ৰদৰ্শক। অৰণ্য-কাণ্ডত ( ১৬ সৰ্গ ) হেমন্ত বৰ্ণনা, কিষ্কিন্ধাত ( ২৮ সৰ্গ ) বৰ্ষা তথা শৰতৰ বৰ্ণনা অতি মনোৰম।

## তৃতীয় অধ্যায়

# মহাভাৰত

মহাভাৰতৰ বক্তা সঞ্জয়। সঞ্জয় গোটেই মহাভাৰতখন ধৃতৰাষ্ট্ৰৰ আগত কৈছে। মহাভাৰতৰ ১৮টা খণ্ড বা পৰ্ব। যেনে—(১) আদি, (২) সভা, (৩) বন, (৪) বিৰাট, (৫) উদ্যোগ, (৬) ভীষ্ম, (৭) দ্ৰোণ, (৮) কৰ্ণ, (৯) শল্য, (১০) সৌপ্তিক, (১১) স্ত্ৰী, (১২) শান্তি, (১৩) অনুশাসন, (১৪) অশ্বমেধ, (১৫) আশ্ৰমবাসী, (১৬) মৌষল, (১৭) মহাপ্ৰস্থানিক আৰু (১৮) স্বৰ্গাৰোহণ।

আদিপৰ্বত চন্দ্ৰবংশৰ বিস্তৃত ইতিহাস তথা কৌৰৱ-পাণ্ডৱসকলৰ উৎপত্তিৰ বৰ্ণনা; সভাপৰ্বত দ্যূতক্ৰীড়া; বনপৰ্বত পাণ্ডৱসকলৰ বনবাস; বিৰাটপৰ্বত পাণ্ডৱ-সকলৰ অজ্ঞাতবাস; উদ্যোগপৰ্বত শ্ৰীকৃষ্ণ দূত হিচাপে কৌৰৱসকলৰ সভালৈ যোৱা আৰু শান্তিৰ প্ৰস্তাৱ দিয়া; ভীষ্মপৰ্বত অৰ্জুনক গীতাৰ উপদেশ, যুদ্ধৰ আৰম্ভ, ভীষ্মৰ যুদ্ধ আৰু শৰশয্যাত পৰা; দ্ৰোণপৰ্বত অভিমন্যুবধ, দ্ৰোণাচাৰ্য্যৰ যুদ্ধ আৰু বধ; কৰ্ণপৰ্বত কৰ্ণৰ যুদ্ধ আৰু বধ; শল্যপৰ্বত শল্যৰ পৰিচালনাত যুদ্ধ আৰু শেষত মৃত্যু; সৌপ্তিকপৰ্বত বনত পাণ্ডৱৰ শুই থকা পুত্ৰক ৰাতি অশ্বত্থামাৰ দ্বাৰা বধ; স্ত্ৰীপৰ্বত তিৰোতাসকলৰ বিলাপ, শান্তিপৰ্বত ভীষ্মৰ পিতামহৰ যুধিষ্ঠিৰক মোক্ষ ধৰ্মৰ উপদেশ; অনুশাসনপৰ্বত ধৰ্ম তথা নীতি কথা; অশ্বমেধপৰ্বত যুধিষ্ঠিৰৰ অশ্বমেধ যজ্ঞ; আশ্ৰমবাসীপৰ্বত ধৃতৰাষ্ট্ৰ, গান্ধাৰী আদিৰ বানপ্ৰস্থ আশ্ৰমত প্ৰৱেশ; মৌষলপৰ্বত যাদৱসকলৰ মুষলৰ দ্বাৰা বিনাশ; মহাপ্ৰস্থানিক পৰ্বত পাণ্ডৱসকলৰ হিমালয়যাত্ৰা আৰু স্বৰ্গাৰোহণ পৰ্বত পাণ্ডৱসকলৰ স্বৰ্গ যাত্ৰাৰ বৰ্ণনা আছে। ইয়াৰ বাহিৰেও কিছুমান নীতিমূলক তথা শিক্ষাপ্ৰদ উপাখ্যান মহাভাৰতত দেখিবলৈ পোৱা যায়।

**শকুন্তলা উপাখ্যান:**—ৰজা দুষ্মন্ত আৰু শকুন্তলাৰ পুত্ৰ ভৰতৰ নাম অনুসাৰেই মহাভাৰত আৰু ভাৰতবৰ্ষ। মহাভাৰতৰ দুষ্মন্ত আৰু শকুন্তলাৰ কাহিনী অন্যতম। পৰৱৰ্তীকালত মহাকবি কালিদাসে এই উপাখ্যানৰ আলমত যি বিখ্যাত 'অভিজ্ঞান শকুন্তলা' নাটক লিখে, তাৰ লগত মহাভাৰতৰ উপাখ্যানৰ যথেষ্ট অমিল দেখা যায়। দুৰ্বাসাৰ অভিশাপ, শকুন্তলাৰ আঙুঠি হেৰোৱা আদি কাহিনী মূল

মহাভাৰতত নাই। ই কালিদাসৰ নিজস্ব উদ্ভাৱন। দুষ্মন্ত আৰু শকুন্তলাৰ কথোপকথনৰ মাজেৰে প্ৰাচীন ভাৰতৰ সমাজৰ নৈতিক আচাৰ-ব্যৱহাৰ আৰু সংস্কৃতিৰ সম্ভেদ পোৱা যায়।

**যযাতিৰ উপাখ্যান**:—ৰজা যযাতিৰ উপাখ্যানত পোৱা যায় যে দৈত্যৰাজৰ কন্যা শৰ্মিষ্ঠাই দৈত্যগুৰু শুক্ৰাচাৰ্য্যৰ কন্যা দেৱযানীক অপমান কৰাত, শুক্ৰাচাৰ্য্যই ৰজাক পৰিত্যাগ কৰিবলৈ সিদ্ধান্ত কৰে। পিচত ৰজা যযাতিৰ লগত দেৱযানীৰ বিয়া হয়। যযাতি দেৱযানীৰ ওচৰত প্ৰতিজ্ঞাবদ্ধ হৈ ক'লে যে তেওঁ কেতিয়াও শৰ্মিষ্ঠাক দৰ্শন নকৰে। কিন্তু কালক্ৰমত যযাতিয়ে সেই প্ৰতিজ্ঞা ৰাখিব নোৱাৰিলে আৰু দেৱযানীৰ পিতাক শুক্ৰাচাৰ্য্যই যযাতিক অকালতে জৰাগ্ৰস্ত হবলৈ অভিশাপ দিলে। যযাতিৰ অনুৰোধ ক্ৰমে তেওঁৰ কনিষ্ঠ পুত্ৰ পুৰুই নিজৰ যৌৱন পিতাকক দি পিতাকৰ বাৰ্দ্ধক্য গ্ৰহণ কৰিলে। যযাতি যৌৱন লাভ কৰি পুনৰ ভোগ-বিলাসত লিপ্ত হয়। শেষত তেওঁৰ জ্ঞান জন্মিল যে বিষয় ভোগৰ দ্বাৰা বিষয়-বাসনাৰ নিবৃত্তি নহয়।

**নল আৰু দময়ন্তীৰ উপাখ্যান**:—এই আখ্যানটো মহাভাৰতৰ আদি-পৰ্বৰ। পাণ্ডৱসকলে বনবাসত থকা সময়ত এদিন দুখত নিমগ্ন হৈ থকা অৱস্থাত মহৰ্ষি বৃহদশ্ব তেওঁলোকৰ ওচৰত উপস্থিতি হ'ল গৈ আৰু পাণ্ডৱসকলক সান্ত্বনা দিবলৈ নল আৰু দময়ন্তীৰ দুৰ্দশাৰ কথা বৰ্ণনা কৰিলে। পাশা খেলত হাৰি কেনেকৈ পত্নী দময়ন্তীৰ লগত নিৰ্বাসন বৰণ কৰে, কেনেকৈ বনৰ মাজত পত্নীক পৰিত্যাগ কৰি বহুবছৰ কাল দুখ-কষ্টৰ মাজত কাল কটাবলগীয়া হয়, এইবোৰেই উপাখ্যানৰ মূল কথা।

**ৰামোপাখ্যান**:—এই উপাখ্যানটোও বনপৰ্বৰ। বাল্মীকিৰ ৰামায়ণ কথাৰ ই সংক্ষেপ মাত্ৰ। সান্ত্বনা দিবলৈ মাৰ্কেণ্ডেয়ই এই উপাখ্যান যুধিষ্ঠিৰক শুনাইছে।

**শিবি উপাখ্যান**:—এই উপাখ্যানটো বনপৰ্বত পোৱা যায়। উশীনৰ ৰজা শিবিয়ে নিজৰ প্ৰাণ দিও শৰণাগত কপৌচৰাই এটাক বাজচৰাই এটাৰ-পৰা ৰক্ষা কৰিছিল। এইয়েই ইয়াৰ কথাবস্তু।

**সাবিত্ৰী উপাখ্যান**:—ভাৰতীয় তিৰোতাৰ বাবে আদৰ্শৰূপ সাবিত্ৰীৰ কথা বনপৰ্বত পোৱা যায়। মহাৰাজ দ্যুমৎসেনৰ পুত্ৰ সত্যবান আৰু বোৱাৰী সাবিত্ৰীৰ উপাখ্যান পতিব্ৰত ধৰ্মৰ নিদৰ্শন।

ইয়াৰ বাহিৰেও ঋষ্যশৃঙ্গৰ উপাখ্যান, অগস্ত্যৰ সমুদ্ৰ শোষণৰ উপাখ্যান আৰু বশিষ্ঠ আৰু বিশ্বমিত্ৰক লৈও বহুত উপাখ্যান আছে।

**হৰিবংশ :**—হৰিবংশ মহাভাৰতৰেই অংশ। ইয়াৰ বক্তা ব্যাস। বিষ্ণুৰ মহিমা কীৰ্ত্তনৰ নানা প্ৰকাৰ আখ্যান, উপাখ্যান আৰু স্তব-স্তুতি ইয়াত পোৱা যায়। বৃষ্ণিবংশজাত ভগৱান শ্ৰীকৃষ্ণৰ উৎপত্তি বিষয়ে জানিবলৈ শৌনকে আগ্ৰহ কৰাত উগ্ৰশ্ৰবাই যাদবসকলৰ কথা বৰ্ণনা কৰে। তাৰপৰাই হৰিবংশৰ উৎপত্তি। ই ১৬০০০ টা শ্লোকৰ সমষ্টি আৰু তিনিটা পৰ্বত বিভক্ত—

(১) **হৰিবংশ পৰ্ব**—ইয়াত কৃষ্ণৰ পূৰ্বজসকলৰ বৰ্ণনা আছে।

(২) **বিষ্ণুপাঠ**—ইয়াত কৃষ্ণৰ লীলা বিস্তৃতভাৱে বৰ্ণনা কৰা আছে।

(৩) **ভবিষ্য পুৰাণ**—ইয়াত কলিযুগৰ প্ৰভাৱৰ কথা বৰ্ণিত আছে।

কৌৰৱ আৰু পাণ্ডৱসকলৰ ইতিহাস বৰ্ণনা কৰাই এই মহাকাব্যৰ উদ্দেশ্য নহয়। ইয়াত হিন্দু ধৰ্মৰ বিস্তৃত আৰু পূৰ্ণ চিত্ৰ পোৱা যায়। মহাভাৰতৰ শান্তিপৰ্বত জীৱনৰ সমস্যাবোৰৰ সমাধানৰ ব্যৱস্থা হাজাৰ হাজাৰ বছৰ আগৰপৰা কৰি আহিছে। সেইবাবেই এই ইতিহাস গ্ৰন্থক আমি ধৰ্মগ্ৰন্থ হিচাপে মানো, যাৰ পঠন-পাঠন, শ্ৰৱণ-মনন সৰ্বপ্ৰকাৰে আমাৰ কল্যাণকাৰক। সাংস্কৃতিক মূল্যও ইয়াৰ যথেষ্ট। এই গ্ৰন্থ অধ্যয়ন কৰিহে আমাৰ সংস্কৃতিৰ স্বৰূপ পৰিচয় পাব পাৰোঁ। ভাৰতীয় সাহিত্যৰ সৰ্বশ্ৰেষ্ঠ গ্ৰন্থ ভগৱদ্গীতা মহাভাৰতৰেই এটা অঙ্গ। ইয়াৰ বাহিৰেও বিষ্ণু সহস্ৰ নাম, অনুগীতা, ভীষ্মস্তৱৰাজ, গজেন্দ্ৰমোক্ষ আদি আধ্যাত্মিক তথা ভক্তিপূৰ্ণ গ্ৰন্থ ইয়াৰপৰাই উৎপত্তি। এই পাঁচগ্ৰন্থক 'পঞ্চৰত্ন' বোলা হয়।

এই গুণৰ বাবেই 'মহাভাৰত' পঞ্চম বেদ নামে বিখ্যাত। বাল্মীকিৰ নিচিনাকৈ ব্যাসেও সংস্কৃত কবিসকলৰ বাবে উপজীব্য। মহাভাৰতৰ উপাখ্যানক অৱলম্বন কৰি পৰৱৰ্তীকালত কবিসকলে কাব্য, নাটক, গল্প, পদ্য আখ্যায়িকা আদি সাহিত্যৰ সৃষ্টি কৰে। আনকি সুদূৰ জাভা, সুমাত্ৰা আদিৰ সাহিত্যতো মহাভাৰত বিদ্যমান। ইয়াৰ মানুহবোৰেও ভাৰতৰ দৰে মহাভাৰতৰ পাণ্ডৱসকলৰ চৰিত্ৰ অভিনয় কৰি মনোৰঞ্জন পায়। যি নীতি-ৰীতি দৈনন্দিন জীৱনত পতি-পত্নী, পিতা-পুত্ৰৰ মাজত থকা উচিত তাকো উপাখ্যানবোৰৰ জৰিয়তে মহাভাৰতত বিদ্যমান। গোটেই মহাভাৰতত নীতি, ধৰ্ম আৰু মোক্ষ বিষয়ক আলোচনা বিস্তাৰিত হৈ আছে। প্ৰাচীন ৰাজনীতি জানিবলৈ হলে মহাভাৰতৰ আশ্ৰয় লব লাগিব। মুঠতে ঐতিহাসিক, ধাৰ্মিক, ৰাজনৈতিক ফালৰপৰা মহাভাৰত এখন গৌৰৱপূৰ্ণ গ্ৰন্থ।

মহাভাৰতৰ কাহিনীৰ মূল উদ্ভৱ আৰু ইয়াৰ মূল ৰূপ কি আছিল আৰু কি-

হয়ে ইয়াৰ বিকাশ হ'ল, সেই সম্বন্ধে পণ্ডিতসকলৰ ভিন্ ভিন্ মত। সুপ্ৰসিদ্ধ পাশ্চাত্য পণ্ডিত উইণ্টৰনিৎসে এই বিষয়ে মন্তব্য কৰিছে যে মহাভাৰতৰ কাহিনীৰ মূল ৰূপ পোন প্ৰথমে কেৱল বীৰ গীতৰ ৰূপত প্ৰচলিত আছিল। এই বীৰ গীতবোৰ সংকলন, সংশোধন আৰু ব্যৱস্থাপন কৰি কৃষ্ণদ্বৈপায়ণ বেদব্যাসে মহাভাৰত ৰচনা কৰে। ইয়াৰ হাজাৰ বছৰ পাছত সূত আৰু চাৰণবিলাকৰ দ্বাৰা আন বীৰ-গাথা আৰু গীত যোগ দিয়ে আৰু লগে লগে ইয়াৰ কলেবৰ বৃদ্ধি পায়।

ইয়াৰ বাহিৰেও মহাভাৰতৰ উপাখ্যানবোৰত যি ত্যাগ, বৈৰাগ্য, ক্ষমা, দয়া, দাক্ষিণ্য, কৰুণা, উদাৰতা, পশু-পক্ষী, দেৱ-দানৱ, ভূত-প্ৰেত আৰু সাধু-সন্তৰ বিষয়ে কথা পোৱা যায়, এইবোৰবো নিজ ঐতিহাসিক মহত্বপূৰ্ণ। এই নতুন মনোৰঞ্জক আখ্যানবোৰ যোগ দিয়া বাবে মহাভাৰতৰ কলেবৰ আৰু বৃদ্ধি পায়।

মহাভাৰতৰ পূৰ্বকথা কুৰুবংশীয় ৰজাসকলৰ আশ্ৰিত সূত আৰু চাৰণসকলৰ দ্বাৰা গোৱা বাবে ইয়াত কুৰুবংশৰ প্ৰশংসা আৰু পিচত পাণ্ডৱ-বংশৰ প্ৰভুত্ব বিস্তাৰ হোৱা বাবে পাণ্ডৱ বংশীয় ৰজাসকলৰ আশ্ৰিত সূত আৰু চাৰণসকলে গোৱা পাণ্ডৱ বংশীয় ৰজাসকলৰ যশগুণ পোৱা যায়।

মহাভাৰতত বিষয় বৃদ্ধিৰ ইও এটা কাৰণ যে, ইয়াত সাধাৰণ চাৰণ, সূত, বিদ্বান, পুৰোহিত আৰু বৈৰাগ্য সাধু-সন্যাসীৰ বিচিত্ৰমুখী বাণীসমূহ সংগৃহীত হয়। ঘৰ, পৰিবাৰ আৰু সমাজৰপৰা আৰম্ভ কৰি নিৰ্জন অৰণ্যলৈকে সকলো প্ৰকাৰৰ কথা একলগে মহাভাৰতত পোৱাৰ কাৰণো এইটোৱেই।

কালক্ৰমত মহাভাৰতৰ মহত্ত্ব অকল কৌৰৱ-পাণ্ডৱ যুদ্ধলৈকে সীমিত নাছিল, বৰং ই ভাৰতীয় জীৱনৰ এখন এনেকুৱা বিশ্বকোষ হৈ পৰিল যে, ইয়াত অনায়াসে দৰ্শন, ধৰ্ম, পুৰাণ, ইতিহাস স্মৃতি আৰু কাব্য প্ৰভৃতিৰ বিষয়ো সমাবেশ হ'ল। মহাভাৰতৰ এই বৃহৎ বিশ্বকোষৰ ৰূপত সমস্ত পাশ্চাত্যৰ পণ্ডিতসকল মুগ্ধ।

**গীতা আৰু মহাভাৰত:**—গীতা মহাভাৰতৰেই এটা অংশ। কুৰুক্ষেত্ৰৰ যুদ্ধত কুল বিনাশ আৰু আত্মীয়স্বজন সকলৰ বিনাশ দেখি সন্যাস ধৰ্ম গ্ৰহণ কৰিবলৈ প্ৰবল ইচ্ছা কৰাত, এই মনোভাব দূৰ কৰিবলৈ অৰ্জুনক কৰ্মমাৰ্গত প্ৰবৃত্ত কৰিবৰ উদ্দেশ্যে ভগবান শ্ৰীকৃষ্ণই যি উপদেশ দিলে, সিয়েই গীতাৰূপত বৰ্ণিত আছে। গীতাত কোৱা আছে, বুদ্ধিক সাম্যাৱস্থাত ৰাখি স্বধৰ্মানুসাৰে যি কৰ্ম কৰা যায়, সিয়েই মোক্ষ প্ৰদান কৰিব পাৰে। এইয়েই 'গীতাৰ' বাণী আৰু এই উপদেশ দি শ্ৰীকৃষ্ণই অৰ্জুনক যুদ্ধত পুনৰ প্ৰবৃত্ত কৰে।

শঙ্কৰাচাৰ্য্যই গীতা-ভাষ্যত উল্লেখ কৰা মতে গীতাৰ শ্লোক সাতশ। এই শ্লোকবোৰৰ ভিতৰত ১টা শ্লোক ধৃতৰাষ্ট্ৰৰ, ৪০টা সঞ্জয়ৰ, ৮০টা অৰ্জুনৰ আৰু ৫৭৯টা শ্ৰীকৃষ্ণৰ। কিন্তু বোম্বাইৰপৰা প্ৰকাশিত গণপত কৃষ্ণজীৰ সংস্কৰণত শ্ৰীকৃষ্ণৰ ৬২০টা, অৰ্জুনৰ ৫৭টা, সঞ্জয়ৰ ৬৭টা আৰু ধৃতৰাষ্ট্ৰৰ ১টা, মুঠ ৭৪৫টা শ্লোক আছে। মাদ্ৰাজৰ সংস্কৰণতো শ্লোকৰ সংখ্যা বোম্বাই সংস্কৰণৰ সামনেই। কিন্তু কলিকতা সংস্কৰণত ৪৫টা শ্লোক প্ৰক্ষিপ্ত বুলি কৈছে। এই ৪৫টা শ্লোক কেতিয়া মূলত যোগ দিয়া হ'ল, এই কথা কোৱা টান। কিন্তু এইটো নিশ্চিত যে গীতাৰ মূল শ্লোক সাতশটা।

ভগৱদ্গীতা মহাভাৰতৰেই এটা ভাগ। মহাভাৰতৰ কোনো অংশত এই কথাৰ স্পষ্টীকৰণ কৰি কৈছে যে গীতাত মোক্ষ-ধৰ্ম বুজাই শ্ৰীকৃষ্ণই অৰ্জুনৰ মনৰ মোহ দূৰ কৰি দিয়ে। শান্তিপৰ্বৰ কোনো কোনো অংশত গীতা আৰু মহাভাৰত এই বিষয়ৰ উল্লেখ বহুত বিস্তৃতভাৱে থকা দেখা যায়।

তুলোধন গ্ৰন্থৰ অৰ্থ-সাদৃশ্য বিবেচনা কৰি লোকমান্য তিলকে কয় যে, 'গীতা' বৰ্তমান মহাভাৰতৰ এটা অংশ আৰু যি পুৰুষে বৰ্তমান মহাভাৰতৰ ৰচনা কৰিছে, এওঁ বৰ্তমান 'গীতা'ও বৰ্ণনা কৰিছে।

তিলকে পূৰ্ববৰ্তী প্ৰামাণিক পণ্ডিত শ্ৰীচিন্তামণি বৈদ্যৰ মতকে সমৰ্থন কৰি স্পষ্ট কৰিছে যে শ্ৰীকৃষ্ণ এক ঐতিহাসিক পুৰুষ আছিল আৰু পাণ্ডৱসকলৰ তথা কুৰুক্ষেত্ৰৰ যুদ্ধৰ সময় কলিযুগত আৰম্ভ হয়। অৰ্থাৎ পুৰাণৰ মতে ৫০০০' বছৰ পূৰ্বত।

**মহাভাৰতৰ কলেবৰ** :—মহাভাৰত এটা নিৰ্দিষ্ট সময়ত ৰচিত হোৱা নাই। ই বিভিন্ন যুগত ৰচনা হৈ পৰিবৰ্দ্ধিত হৈ থাকে আৰু কালান্তৰত আটাইবোৰ অঙ্গ-প্ৰত্যঙ্গ যোগ হৈ একৰূপত নিবদ্ধ কৰা হয়। ইয়াত যোগ দিয়া সম্বন্ধৰূপ একলাখ অনুষ্টুপ ছন্দত পোৱা যায়। সেই বাবেই ইয়াৰ 'নাম শতসাহস্ৰী সংহিতা'। গুপ্তযুগৰ ১৯৭ সংবৎৰ এক শিলালিপিত মহাভাৰতৰ এই 'শতসাহস্ৰী সংহিতা'ৰ উল্লেখ আছে। ইয়াৰপৰা জনা যায়, সেই সময়লৈকে ইয়াৰ এই বৃহৎ কলেবৰে ঐতিহাসিক ৰূপ ধাৰণ কৰিছিল। ইয়াৰপৰা এই কথা মানিলোৱা সমীচীন যে বিক্ৰমীয় পাঁচশ শতাব্দীৰ পিচত 'মহাভাৰত'ত নতুন কথা যোগ দিয়া হয়। উপাখ্যান তথা যুদ্ধ আদিৰ দীঘলীয়া বৰ্ণনা পিচত কেতিয়াবা লোৱা, কিন্তু পাণ্ডৱ-সকলৰ মূলকথা আৰু যুদ্ধৰ সময়ৰ গ্ৰহ-নক্ষত্ৰ সংযোগ কল্পিত নহয়।

মেক্‌ডোনেল চাহাবৰ মতে 'মহাভাৰতৰ' শ্লোক বিশ হাজাৰ আৰু বিভিন্ন

যুগত ক্ৰমবৰ্ধন হৈ বৰ্তমান ৰূপলৈ আহিছে। বেবৰ আৰু মেক্‌ডোনেলৰ মতে বৈশম্পায়ন প্ৰোক্ত 'মহাভাৰত'ত কেৱল ৮৮০০টা শ্লোক আছিল। শ্ৰীচিন্তামণি বিনায়ক বৈদ্যই গবেষণা কৰি এইটো সিদ্ধান্তত উপনীত হয় যে, বৈশম্পায়নে কোৱা গ্ৰন্থত ২৪ হাজাৰ শ্লোক আছিল আৰু পিচত উগ্ৰশ্ৰবাই পৌৰাণিক মনোৰঞ্জক কথাৰ ৭৬ হাজাৰ শ্লোক যোগ দি 'ভাৰত'ক 'মহাভাৰত' ৰূপ দিয়ে।

বৰ্তমান মহাভাৰতৰ দুটা মুখ্যৰূপ পোৱা যায়। এটা উত্তৰীয় আৰু আনটো দাক্ষিণাত্য। উত্তৰ ভাৰতৰ সংস্কৰণত পাঁচটা স্বৰূপ আৰু দক্ষিণ ভাৰতৰ সংস্কৰণৰ তিনিটা স্বৰূপ প্ৰচলিত আছে। মহাভাৰতৰ দুটা প্ৰামাণিক সংস্কৰণ প্ৰকাশিত হয়—এটা বোম্বাই আৰু আনটো এশিয়াটিক চোচাইটিৰপৰা। বোম্বাই সংস্কৰণত একলাখ তিনি হাজাৰ পাঁচশ পঞ্চাশটা শ্লোক আৰু কলিকতা সংস্কৰণত একলাখ সাত হাজাৰ চাৰিশ শ্লোক আছে। ভাণ্ডাকাৰ ৰিচাৰ্চ ইনষ্টিটিউট, পুণাৰপৰাও মহাভাৰতৰ প্ৰামাণিক সংস্কৰণ প্ৰকাশিত হয়।

**মহাভাৰতৰ ৰচক আৰু বক্তা :**—যিহেতু মহাভাৰতৰ ৰচনাকাল এটা নহয়, এতেকে ইয়াৰ ৰচকো এজন নহয় বুলি সহজে মানি লব পাৰি। ই সময়ে সময়ে—প্ৰাদুৰ্ভূত বিভিন্ন প্ৰতিভাৰ সামূহিক প্ৰয়াস। এই দৃষ্টিকোণৰপৰা মহাভাৰত অধ্যয়ন কৰিবলৈ হলে, ইয়াৰ সম্বন্ধে তিনিটা কথা জনাৰ দৰকাৰ। প্ৰথম কথা হ'ল মহাভাৰত একসময়ত ৰচিত নহয়। দ্বিতীয়তে, ইয়াৰ ৰচকো এজন নহয়, তৃতীয়তে, ইয়াৰ অন্ত্যেষ্টি বহুত শতাব্দীৰ পিচত হয়। ভাব, ভাষা আৰু বিষয়ৰ দৃষ্টিকোণৰপৰা মহাভাৰতৰ তুলনাত্মক অধ্যয়ন কৰি জনা যায়, ইয়াৰ কথা আৰু উপকথাবোৰত যথেষ্ট ব্যৱধান। কালক্ৰমৰ ফালৰপৰাও বিষয়-সামগ্ৰী ক্ৰমবদ্ধ নহয়। কাৰণ মহাভাৰতৰ কিছু আখ্যান অতি পুৰণি আৰু কিছুমান বহুত পিছৰ।

মহাভাৰতৰ বৰ্তমান স্থিতি চাই ইয়াৰ বিভিন্ন মূল কৰ্তাসকলক ধৰিব পৰাটো অসম্ভৱ। ইয়াৰ কলেবৰ ক্ৰমক আগত ৰাখি ইয়াৰ মূল কৰ্তাসকলৰ নিৰ্ণয়ৰ বাবে ইয়াৰ অজ্ঞাতনামা চাৰণ-সূত, ব্ৰাহ্মণ-পুৰোহিত আৰু সাধু-সন্ন্যাসীক উল্লেখ কৰিব লাগিব, যাৰ ব্যক্তিত্বৰ চাপ আংশিক হিচাপেও আজি মহাভাৰতত নাই। সেই বাবেই মহাভাৰতৰ প্ৰকৃত ৰচকসকলৰ নাম আজিও অবিদিত। হাপকিন্সে মহাভাৰতৰ এই প্ৰসঙ্গৰ সম্বন্ধে কয় যে প্ৰকৃততে এই মহান গ্ৰন্থৰ এজন লেখকৰ নহয়। ব্যাস আচলতে লিখক নহয়, সম্পাদকহে।

মহাভাৰতৰপৰা এইটো বিদিত যে মহাভাৰতৰ কথা প্ৰবচন কৰে তিনিজন

ব্যক্তিয়ে। ইয়াৰ প্ৰথম বক্তা আছিল কৃষ্ণদ্বৈপায়ন বেদব্যাস। এওঁ পোন প্ৰথমতে বায়াৰণৰ সম্পূৰ্ণ কথা বৈশম্পায়ণক শুনায়, বৈশম্পায়ণে জন্মেজয়ৰ নাগ যজ্ঞৰ পিছত জন্মেজয়ক শুনায় আৰু লোমহৰ্ষণৰ পুত্ৰ সৌতি এই আখ্যান শৌনকাদি ঋষিসকলক শুনায়।

এইদৰে মহাভাৰতৰ কথা তিনিজন বেলেগ বেলেগ ব্যক্তিৰ দ্বাৰা তিনিবাৰ পুনৰাবৃত্তি হয়। মূলকথাৰ প্ৰথম বক্তা ব্যাস আৰু এই বিশ্ৰুত কথাৰ প্ৰবক্তা শৌনকাদি ঋষিসকল।

এটা কথা মন কৰিবলগীয়া যে মহাভাৰতৰ প্ৰমূখ বক্তা সঞ্জয় আৰু সৌতি। এওঁলোক কৌৰৱপক্ষীয়। গতিকে সম্ভৱতঃ কৌৰৱপক্ষীয় হোৱা বাবে পাণ্ডৱপক্ষৰ প্ৰশংসাত্মক কিছু কথাত উক্ত প্ৰৱক্তাসকলে কিছু হেৰ-ফেৰ কৰিছে।

বৈশম্পায়ণো ভাৰত কথাৰ প্ৰৱক্তা। এই আছিল পাণ্ডৱপক্ষীয়। এওঁৰ কথাত পাণ্ডৱসকলৰ প্ৰশংসাৰ প্ৰাধান্যতা দেখা যায়।

মহাভাৰতৰ কথাত যি উক্ত তিনিটা পৰিৱৰ্তন দেখা যায়, তাৰো নিজা ইতিহাস আছে। পণ্ডিতসকলৰ গৱেষণানুসাৰে কৃষ্ণদ্বৈপায়নে যি কথা কৈছে, তাৰ নাম 'জয়'। এই নামও ঐতিহাসিক। পাণ্ডৱসকলৰ বিজয়ৰ কাৰণে সম্ভৱতঃ এই কথাৰ এনেকুৱা নামকৰণ কৰে, লগতে এইটোও উল্লেখ থকা দেখা যায়, কৃষ্ণদ্বৈপায়ন প্ৰোক্ত এই 'জয়' নামৰ গ্ৰন্থত ৮,৮০০ টা শ্লোক আছিল। বৈশম্পায়ণে যি কথা কৈছে তাৰ নাম 'ভাৰত' আৰু ইয়াৰ শ্লোক সংখ্যাও বাঢ়ি ২৪,০০০ হয় গৈ। শ্লোকবোৰৰপৰা জনা যায়, 'ভাৰত গ্ৰন্থ' আখ্যান উপাখ্যানেৰে ভৰপূৰ। কিন্তু শেষত সৌতিয়ে যি কথা শৌনকাদি ঋষিসকলক শুনাইছিল, তাত বিভিন্ন আখ্যান-উপাখ্যান আৰু পৰিশিষ্ট ৰূপত 'হৰিবংশ' যোগ দিয়ে আৰু ই আকাৰত বৃহৎ হয়। সেই বাবে এই গ্ৰন্থক 'মহাভাৰত' বুলি অভিহিত কৰে।

মহাভাৰতৰ আদিপৰ্বত পোৱা যায়, মহৰ্ষি ব্যাসে সাতলাখ শ্লোকৰ এখন বৃহৎ গ্ৰন্থ লিখে। ইয়াৰ তিনি লাখ শ্লোক দেৱতাৰ বাবে, ১৫ লাখ পিতৃপুৰুষ সকলৰ বাবে, ১৪ লাখ গন্ধৰ্বসকলৰ বাবে আৰু এক লাখ শ্লোক মানুহৰ বাবে লিখা হৈছিল। মানুহৰ বাবে লিখা এক লাখ শ্লোক থকা কোন গ্ৰন্থ আছিল তাৰ কোনো স্পষ্টীকৰণ নাই।

মহাভাৰতৰ মূল কথানক আৰু ইয়াৰ ঐতিহ্যৰ ওপৰত বুৰঞ্জীবিদ্ পণ্ডিত সকলে গৱেষণা কৰি মত প্ৰকাশ কৰে যে মহাভাৰতৰ মূল ৰূপ বৰ্তমানৰ ৰূপতকৈ

ভিন্ন। তেওঁলোকৰ মতে ব্যাস ৰচিত মূল 'ভাৰতগ্ৰন্থ' পিচত উত্তৰকালীন পণ্ডিতসকলৰ দ্বাৰা সময়ে সময়ে পৰিবৰ্দ্ধিত কৰা হয়। ইয়াতো এচাম পণ্ডিতৰ অভিমত যে, মহাভাৰতৰ পাণ্ডৱসকলৰ চৰিত্ৰ কাল্পনিক আৰু তাক ব্যাসৰ দ্বাৰা পিচত যোগ দিয়া হৈছে। কিছুমান পণ্ডিতৰ মতে আকৌ কুৰুক্ষেত্ৰ যুদ্ধও কাল্পনিক।

শ্ৰীচিন্তামণি বিনায়ক বৈদ্যৰ মতে মহাভাৰতৰ অনেক কথা আৰু হস্তিনাপুৰত ভগবান শ্ৰীকৃষ্ণৰ বিৰাট ৰূপ-দৰ্শন সৌতিৰ নিজা ৰচনা। বৈদ্য মহাভাৰতৰ সৌতিৰ দ্বাৰা বৰ্ধিত অংশৰ ওপৰতো বিস্তৃতভাৱে আলোচনা কৰিছে। এওঁ মহাভাৰতৰ দুটা ৰূপ স্বীকাৰ কৰে—এক ভগবান ব্যাসকৃত 'ভাৰত' আৰু আনটো নৈমিষাৰণ্যত সৌতিৰ দ্বাৰা শৌনকাদি ঋষিসকলক শুনোৱা পৰিবৰ্ধিত বৰ্তমান 'মহাভাৰত'। এওঁৰ মতে ব্যাসকৃত 'ভাৰতৰ' ৰচনাকাল ৩১০০ খ্ৰীঃ পূঃ আৰু সৌতিৰ দ্বাৰা পৰিবৰ্ধিত মহাভাৰতৰ ৰচনাকাল ২,০০০ খ্ৰীঃ পূঃ।

**ৰচনাকাল :**—মহাভাৰতৰ ৰচনাকাল সম্বন্ধে পণ্ডিতসকলৰ মত বেলেগ বেলেগ। কোনো এক নিৰ্দ্দিষ্ট কালত ইয়াৰ সংকলন আৰম্ভ হৈ শেষ হৈ যোৱা নাই। সাধাৰণতে ইয়াৰ ৰচনা ১০০০ খৃঃ পূঃৰপৰা ৪০০ খৃঃলৈকে এই সুদীৰ্ঘ কাল ধৰা হয়।

১। বৌদ্ধধৰ্ম বিষয়ক সংস্কৃতৰ চীনা ভাষাত অনূদিত হোৱা কিছু কিতাপ পোৱা গৈছে। ভাৰত-চীনৰ এই সংস্কৃতিক মৈত্ৰী সম্বন্ধৰ সময় প্ৰায় খৃঃ পূঃ দ্বিতীয় শতাব্দী। পণ্ডিতসকলৰ মতে খৃঃ পূঃ তৃতীয় শতাব্দীত মহাভাৰত চীনত প্ৰচাৰ হয়।

২। গুপ্তকালীন চেদি সংবৎ ১৯৭ত (৫০২ বিক্ৰমীত) পোৱা এক শিলালিপিৰপৰা জনা যায়, মহাভাৰত একলাখ শ্লোকৰ সমষ্টি। গতিকে মহাভাৰতৰ ৰচনাকাল ইয়াতকৈও বহুত আগৰ।

৩। শালিবাহন শকৰ আৰম্ভণিত সংস্কৃত পণ্ডিত বৌদ্ধ মহাকবি অশ্বঘোষ কণিষ্কৰ ৰাজসভাৰ পণ্ডিত আছিল। এওঁ 'সৌন্দৰানন্দ' আৰু বৌদ্ধচৰিত এই দুখন মহাকাব্যৰ বাহিৰেও 'বজ্ৰসূচকোপনিষদ' নামৰ আন এখন গ্ৰন্থ লিখে। এই গ্ৰন্থখন ৱেবৰ চাহাবে ১৮৬০ খ্ৰীঃত জাৰ্মানত প্ৰকাশ কৰে। এই গ্ৰন্থখনত 'হৰিবংশ' আৰু 'মহাভাৰতৰ' শ্লোক উদ্ধৃত কৰা আছে। অশ্বঘোষৰ সময় খৃষ্টীয় প্ৰথম শতাব্দী।

৪। প্ৰায় বিক্ৰমী সংবৎ ৫৩৫ আৰু ৬৩৫-ত জাভা আৰু বালী দ্বীপত

'মহাভাৰতৰ' অনুবাদ প্ৰাচীনতম কবিভাষাত পোৱা যায়। কবিভাষাত অনূদিত আদি, বিৰাট, উদ্যোগ, ভীষ্ম, আশ্ৰমবাসী, মূষল, প্ৰস্থানিক আৰু স্বৰ্গাৰোহণ এই আঠপৰ্ব আজিও ইয়াত সুৰক্ষিত। ইয়াৰপৰা অনুমান হয় সাত শতাব্দীলৈকে মহাভাৰতৰ এনেকুৱা কাহিনী পোৱা যায়, যিবোৰ বিদেশত প্ৰচাৰ হয়। ইয়াৰ পিচত মহাভাৰত তিব্বতীয় ভাষালৈ অনুবাদ হয়।

৫। অষ্টাধ্যায়ী ব্যাকৰণত পাণিনিয়ে যুধিষ্ঠিৰ, ভীম, বিদুৰ আদি কুৰুক্ষেত্ৰ যুদ্ধৰ চৰিত নায়কসকলৰ তথা মহাভাৰত গ্ৰন্থৰ উল্লেখ ব্যাকৰণ সম্মত ব্যুৎপত্তিৰ লগত কৰিছে। পাণিনিৰ স্থিতি কাল খ্ৰীঃ পূঃ পাঁচ শতাব্দী। পণ্ডিতসকলে ইয়াৰপৰা এইটো সিদ্ধান্তত উপনীত হব বিচাৰে যে, পাণিনিৰ সময়তে 'মহাভাৰত' আছিল। মহাভাষ্যকাৰ পতঞ্জলিও কুৰুক্ষেত্ৰ যুদ্ধৰ বৰ্ণনা বহলভাৱে বৰ্ণনা কৰিছে। পতঞ্জলি 'অষ্টাধ্যায়ীৰ' প্ৰামাণিক ভাষ্যকাৰ আৰু পতঞ্জলিৰ সময় ২০০ খ্ৰীঃ পূঃ।

৬। কল্পসূত্ৰত 'মহাভাৰত' সম্বন্ধে বৰ্ণনা পোৱা যায়। 'শাংখ্যয়ন' শ্ৰৌতসূত্ৰতো কুৰুক্ষেত্ৰ যুদ্ধত হোৱা কৌৰৱসকলৰ পৰাজয়ৰ কথা উল্লেখ আছে। আশ্বলায়ন গৃহ্যসূত্ৰতো 'ভাৰত' আৰু 'মহাভাৰতৰ' নাম বেলেগ বেলেগকৈ উল্লেখ আছে। তদুপৰি সুমন্ত, জৈমিনি, বৈশম্পায়ণ আদি ব্যাখ্যাকাৰ সকলৰো নাম পোৱা যায়। ভাষা বুৰঞ্জীৰ ফালৰপৰা এইটো সিদ্ধান্তত উপনীত হব পাৰি, আশ্বলায়ন পাণিনিতকৈ আগৰ।

'বিষ্ণুসহস্ৰনাম' আৰু 'ভগবদ্গীতা' দুয়োখন মহাভাৰতৰেই অংশ। বৌধায়ন গৃহ্যসূত্ৰত দুয়োখন গ্ৰন্থৰ শ্লোক উদ্ধৃত আছে।

অৱশ্যে 'বুলৰ' চাহাবে কল্পসূত্ৰৰ এই কথা প্ৰামাণিক নহয় বুলি মতপোষণ কৰিছে যদিও শ্ৰীত্ৰ্যংবক গুৰুনাথ কাণেৰ লিখনিৰপৰা প্ৰমাণ হয়, ধৰ্মসূত্ৰকাৰ সকল মহাভাৰতৰ প্ৰভাৱৰ দ্বাৰা প্ৰভাবান্বিত। এই প্ৰসঙ্গত বুলৰ চাহাবে বৌধায়ন ধৰ্মসূত্ৰৰ ৰচনাকাল ৪০০ খ্ৰীঃ পূঃ বুলি মানি লয়। ইয়াৰ দ্বাৰা মহাভাৰতৰ প্ৰাচীনতম অস্তিত্ব সহজে নিৰ্ণয় কৰিব পাৰি।

৭। সংস্কৃত নাট্যকাৰ ভাসৰ প্ৰায় আটাইবোৰ নাটকেই মহাভাৰতৰ দ্বাৰা প্ৰভাবান্বিত। ভাস কালিদাসতকৈ ৩০০—৪০০ খ্ৰীঃ পূঃ আগৰ। ইয়াৰপৰা এইটো প্ৰতীয়মান হয় যে মহাভাৰতৰ অস্তিত্ব ভাসৰ আগত।

৮। বৈদিক মন্ত্ৰ সংহিতাত 'ভাৰত' বা 'মহাভাৰতৰ' উল্লেখ নাই, কিন্তু উত্তৰ বৈদিক সাহিত্য ব্ৰাহ্মণ আৰু আৰণ্যক গ্ৰন্থত কুৰু আৰু পঞ্চাল নামৰ দুটা

আনুষঙ্গী আৰ্য্যজাতিৰ স্পষ্ট বিৱৰণ পোৱা যায়। এই প্ৰসঙ্গত কুৰুক্ষেত্ৰ, পৰীক্ষিত, জনমেজয় আৰু তদুপৰি 'মহাভাৰত'ৰ চৰিত-নায়কসকলৰ নাম উল্লেখ আছে। ইয়াত কুৰুক্ষেত্ৰক দেৱপূজাৰ পুণ্যভূমি আৰু প্ৰাণীৰ উৎপত্তিস্থান বুলি অভিহিত কৰিছে। মহাভাৰতৰ মূলকথা আৰু ইয়াত বৰ্ণিত কিছুমান আখ্যানৰ ঐতিহাসিক বিশ্লেষণ কৰি ইয়াৰ প্ৰাচীনতা উত্তৰ বৈদিক সাহিত্যত (১০০০ খ্ৰীঃ পূঃ) বুলি সিদ্ধান্ত কৰিছে।

ইয়াৰ বাহিৰেও পণ্ডিতসকলে মহাভাৰতৰ শেষকাল সম্বন্ধে তলত দিয়া মতবোৰ ডাঙি ধৰিছে—

১। তলত দিয়া কথা চাৰিটাৰপৰা ইঙ্গিত পোৱা যায় যে, মহাভাৰত খৃষ্টাব্দ চতুৰ্থ শতাব্দীত ৰচিত নহয়, ইয়াৰ কিছু আগৰ।

সুপ্ৰসিদ্ধ দাৰ্শনিক কবি কুমাৰিল ভট্টই নিজ ৰচনাৱলীত 'মহাভাৰত'ৰ প্ৰায়বোৰ পৰ্বৰ উল্লেখ কৰিছে আৰু ইয়াক ব্যাসৰ দ্বাৰা ৰচিত এখন বিশাল স্মৃতি গ্ৰন্থ হিচাবে উল্লেখ কৰিছে। কুমাৰিল ভট্টৰ স্থিতিকাল ৭০০ খ্ৰীষ্টাব্দ। এতেকে দেখা যায়, ৭০০ খ্ৰীঃৰ আগত মহাভাৰত বৰ্তমানৰ ৰূপত ৰচিত।

সুবন্ধু আৰু বাণভট্টয়ো তেওঁলোকৰ ৰচনাৱলীত মহাভাৰতৰ কথা উল্লেখ কৰিছে। এই দুইজনা কবিৰ স্থিতিকাল ক্ৰমে ৬০০ খ্ৰীষ্টাব্দ আৰু ৬৫০ খ্ৰীষ্টাব্দ।

কম্বোডিয়াৰ এক প্ৰাচীন শিলালিপিত মহাভাৰতৰ কথা পোৱা গৈছে। এই শিলালিপি ৬০০ খ্ৰীষ্টাব্দৰ। ইয়াৰপৰা জনা যায়, ৬০০ খ্ৰীষ্টাব্দলৈকে মহাভাৰতৰ যশ-গুণ দেশে-বিদেশে বিস্তাৰিত হৈ পৰিছিল।

৪৪২ খ্ৰীষ্টাব্দত গুপ্তকালীন শিলালিপিত মহাভাৰতক 'শতসাহস্ৰী' সংহিতা নামেৰে উল্লেখ আছে।

২। জয়সবালৰ মতে 'মহাভাৰত'ৰ ৰচনাকালৰ শেষ সীমা ৫০০ খ্ৰীষ্টাব্দ।

৩। মহাভাৰত ৰচনা হয় বদৰিকাশ্ৰমত। ইয়াৰ পিচত ভৃগুবংশীয় ব্ৰাহ্মণসকলৰপৰা খ্ৰীঃ পূঃ তৃতীয় শতাব্দীলৈকে সম্পাদিত, পৰিবৰ্ত্তিত আৰু সংশোধিত হৈ বৰ্ত্তমান ৰূপ পাইছে।

৪। শ্ৰীচিন্তামণি বিনায়ক বৈদ্যই মহাভাৰতৰ অন্তঃসাক্ষ্যৰ আধাৰৰ ওপৰত ঠিৰাং কৰিছে যে, মূল মহাভাৰতৰ ৰচনাকাল ৩৫০—৩২০ খ্ৰীঃ পূঃৰ ভিতৰত।

৫। শ্ৰীজয়চন্দ্ৰ বিদ্যালংকাৰৰ মতে 'মহাভাৰত' বা 'ভাৰতকাব্য'ৰ প্ৰথম সংস্কৰণ হয় ৫০০ খ্ৰীঃ পূঃত।

৬। কিছুমান পণ্ডিতৰ মতে মহাভাৰত এখন ঐতিহাসিক কাব্য আৰু ইয়াৰ ৰচনাকাল ৫০০ খ্ৰীঃ পূঃ যদিও ইয়াৰ শেষকাল প্ৰায় ৪০০—৫০০ খ্ৰীষ্টাব্দ।

৭। উইন্‌টাৰনিৎসে মহাভাৰত ৰচনাকাল সম্বন্ধে কেইটামান ঐতিহাসিক কথাৰ উক্তি কৰি বৈদিক সাহিত্য যুগতেই মহাভাৰতৰ আৰম্ভণি বুলি কয়। মহাভাৰতৰ অনেক নীতিমূলক সূক্ত আৰু কথা জৈন-বৌদ্ধ সম্প্ৰদায়ৰ মাজত সংৰক্ষিত আৰু ইয়াৰ সময় প্ৰায় ৩০০ খ্ৰীঃ পূঃ। ইয়াৰ ওপৰত ভিত্তি কৰি উইন্‌টাৰনিৎসে মহাভাৰতৰ ৰচনাকাল ৪০০ খ্ৰীঃ পূঃতকৈও আগত বুলি কৈছে। কিন্তু আধুনিক দৃষ্টিভঙ্গীৰ ফালৰপৰা উইন্‌টাৰনিৎস চাহাবৰ এই কথা অপ্ৰামাণিক আৰু অস্বীকাৰ্য্য।

**ৰামায়ণ আৰু মহাভাৰতৰ তুলনা :**—ৰামায়ণ আৰু মহাভাৰত ভাৰতীয় সাহিত্যৰ সুদীৰ্ঘ পৰম্পৰাৰ দুটা ভিন্ন যুগত বিভাজিত কৰা দুখন যোগসূত্ৰ গ্ৰন্থ। দুয়োখন ভাৰতৰ দীৰ্ঘকালীন সাহিত্য-সাধনৰ দুখন প্ৰতিনিধি গ্ৰন্থ। যিদৰে সমগ্ৰ বৈদিক সাহিত্যৰ আধাৰভূমি মন্ত্ৰ-সংহিতাবোৰ, সেইদৰে লৌকিক সাহিত্যৰ উৎস এই মহাকাব্য দুখন।

বিষয়বস্তুৰ ৰচনাশৈলীৰ ফালৰপৰা লক্ষ্য কৰিলে দেখা যায়, ৰামায়ণ আদি কাব্য আৰু মহাভাৰত ইতিহাস কাব্য। ৰামায়ণ কাব্যিক ৰীতি-নীতিত ৰচিত এখন চমৎকাৰ গ্ৰন্থ। মহাভাৰতত প্ৰাচীনকালৰ অনেক ৰজা-মহাৰজাৰ ইতিবৃত্ত বৰ্ণনা কৰাটোৱেই গ্ৰন্থকাৰৰ লক্ষ। ৰামায়ণৰ মূলকথা হৈছে ৰাম-ৰাৱণৰ যুদ্ধ। ইয়াৰ বাহিৰেও অঙ্গাঙ্গিক কিছুমান সৰু সৰু কাহিনীৰে ৰামায়ণ পৰিপুষ্ট। কিন্তু কবিয়ে মূল কাহিনীক আঁতৰচাই নিবৰ বাবেহে এই কাহিনীবোৰ মূল ঘটনাত যোগ দিছে। মহাভাৰতত প্ৰধান ঘটনা যি কৌৰৱ আৰু পাণ্ডৱসকলৰ যুদ্ধ, তাৰ লগে লগে প্ৰাচীন কালৰ অনেক আখ্যান-উপাখ্যানৰ অবান্তৰ ৰূপত দি ইয়াৰ মহত্ত্ব মূল ঘটনাৰ সমপৰ্য্যায়ৰ কৰি তুলিছে।

ভৌগোলিক অৱস্থিতিৰ ফালৰপৰাও পৰ্য্যবেক্ষণ কৰিলে দেখা যায়, দুয়োখন মহাকাব্যৰ ভৌগোলিক সীমা ভিন্ ভিন্। ৰামায়ণৰ মতে ভাৰতবৰ্ষৰ দক্ষিণ সীমা বিন্ধ্য আৰু দণ্ডক পূব সীমা বিদেশ আৰু পশ্চিম সীমা সৌৰাষ্ট্ৰ। কিন্তু মহাভাৰতৰ সময়ত আৰ্য্যাবৰ্ত্তৰ সীমা অতি বিস্তৃতভাৱে দেখা যায় ইয়াৰ পূব সীমা গঙ্গা আৰু সাগৰৰ সঙ্গমস্থল। দক্ষিণে চোল আৰু মালাবাৰ দেশ। আনকি সুদূৰ লঙ্কাৰ অধিপতিও উপহাৰ লৈ আহি যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞত উপস্থিত হৈছিল।

ৰচনাশৈলীৰ ফালৰপৰাও দুয়োখন কাব্যত প্ৰভেদ পৰিলক্ষিত হয়। ৰামায়ণ এজন কবিৰ কোমল হাতৰ পৰশত গঢ়ি উঠা এখন কাব্য। ৰসৰ সমতা, শব্দ আৰু অৰ্থৰ মধুৰ সামঞ্জস্যৰপৰা স্পষ্ট হৈ পৰে যে ই এক শ্ৰেষ্ঠ কবিৰ সৃষ্টি। কিন্তু মহাভাৰতত এনেকুৱা সামঞ্জস্য প্ৰতিভাত হোৱা দেখা নাযায়। ই হৈছে অনেক শতাব্দীৰ সাহিত্যিক প্ৰচেষ্টাৰ ফল। চন্দ্ৰকলাৰ দৰে আকাৰৰপৰা ই ক্ৰমে বাঢ়ি গৈ লক্ষ শ্লোকাত্মক এক বিশালাকাৰ কাব্যগ্ৰন্থত পৰিণত হৈছে। ৰামায়ণ আৰু মহাভাৰত কোনখন আগৰ এইটোও এটা বিচাৰ্য্যনীয় কথা। জাৰ্মান পণ্ডিত ৱেবৰ চাহাবৰ মতে ৰামায়ণতকৈ মহাভাৰতৰ ৰচনাকাল আগত। ৰামায়ণৰ সুন্দৰ পদবিন্যাস তথা সুবোধ ৰচনাশৈলীক এওঁ অৰ্বাচীনতাৰ পৰিচায়ক বুলি মানে। ভাৰতীয় পণ্ডিত কিছুমানেও ৱেবৰ চাহাবৰ এই কথাটো মানি লব বিচাৰে, কিন্তু ভাৰতীয় সাহিত্যৰ পৰম্পৰা উক্ত মতৰ বিৰোধী।

বাল্মীকি আদি কবি আৰু মহাভাৰত ৰচয়িতা ব্যাস এওঁৰ পশ্চাৎবৰ্ত্তী দ্বিতীয় কবি। বাল্মীকি ত্ৰেতা যুগৰ, ৰামচন্দ্ৰৰ সমকালীন আৰু ব্যাস দ্বাপৰ যুগৰ আৰু পাণ্ডৱসকলৰ সমসাময়িক। ইয়াৰ উপৰি দুয়োখন গ্ৰন্থৰ অনুশীলনৰপৰা স্পষ্টকৈ বুজা যায়, কালক্ৰমৰ ফালৰপৰাও বাল্মীকি ৰামায়ণ মহাভাৰতকৈ পূৰ্বৰ। ইয়াৰ কেইটামান প্ৰমাণসূচক তথ্য তলত উল্লেখ কৰা হ'ল—

(১) ৰামায়ণত আৰ্য্যসভ্যতা বিশুদ্ধ ৰূপত চিত্ৰিত কৰা হৈছে। ইয়াত ম্লেচ্ছ জাতিৰ কথাৰ উল্লেখ থকা দেখা নাযায়, কিন্তু মহাভাৰতত ম্লেচ্ছৰ সম্পৰ্ক পৰ্য্যাপ্ত ৰূপত বিদ্যমান। মহাভাৰতৰ যুদ্ধত দুয়োপক্ষত যুদ্ধ কৰা অনেক ম্লেচ্ছ ৰজাৰ নাম পোৱা যায়। আনকি বিদ্বান লোকসকলে ম্লেচ্ছৰ ভাষাও জানিছিল। বিদুৰে ম্লেচ্ছ ভাষাত যুধিষ্ঠিৰক লাখৰ ঘৰৰ ঘটনাৰ কথা প্ৰথমে ৰাজসভাত ব্যক্ত কৰে। আন সভাসদসকলে যাতে এই কথা বুজি নাপায়, সেই উদ্দেশ্যে এই ভাষাৰ ব্যৱহাৰ কৰে।

(২) মহাভাৰতৰ ঘটনা আৰু চৰিত্ৰসমূহত ব্যৱহাৰিকতাৰ আভাস আছে। জুৱাখেল, খেলত পৰাজিত হোৱা, ৰাজ্য হেৰুৱা আৰু তাৰ বাবে যুদ্ধ কৰা ঘটনাবোৰ ব্যৱহাৰ তথা বিশ্বাসৰ ক্ষেত্ৰৰপৰা বাহিৰত নহয়। কিন্তু ৰামায়ণত এনেকুৱা কিছুমান ঘটনা আছে, যিবোৰ সাধাৰণ মানুহৰো অবিশ্বাস্য। সন্তান লাভৰ বাবে পুত্ৰেষ্টি যজ্ঞ কৰা, বান্দৰৰ সহায়ত যুদ্ধ কৰা, বিশাল সমুদ্ৰৰ ওপৰত শিলৰ দাঁকো বন্ধা, ৰাৱণৰ দহটা মূৰ আদি কথাবোৰে মানৱ সংস্কৃতিৰ আদিম অৱস্থাৰ সঙ্কেত দিয়ে, যি সময়ত এই আশ্চৰ্য্যজনক ঘটনাবোৰ বিশ্বাস কৰা কোনো অস্বাভাৱিক কথা নহয়।

(৩) ভৌগোলিক দৃষ্টিকোণৰ ফালৰপৰা পৰ্য্যবেক্ষণ কৰি চালেও দেখা যায় মহাভাৰত ৰামায়ণৰ পৰৱৰ্তীকালত ৰচিত। ৰামায়ণ ৰচনাৰ সময়ত দক্ষিণ ভাৰতত অনাৰ্য্য জাতিসকলেহে বাস কৰিছিল। সেই সময়ত আৰ্য্যসভ্যতা বিন্ধ্যপৰ্বতলৈকেহে বিস্তৃত আছিল। কিন্তু মহাভাৰতৰ সময়ত দক্ষিণ ভাৰত ৰাজনৈতিক দৃষ্টিৰে ব্যৱস্থিত, সুশাসিত তথা সভ্যতাৰ প্ৰভাৱ পুৰাদমে পৰা দেখা যায়।

(৪) দুয়োখন মহাকাব্যত বৰ্ণিত সামাজিক ব্যৱস্থাও বেলেগ বেলেগ। ৰামায়ণৰ সমাজ আদৰ্শবাদৰ ওপৰত প্ৰতিষ্ঠিত। পিতা পৰিয়ালৰ নেতা আৰু প্ৰতিপালক। ৰাম আদৰ্শ পুত্ৰ, ভৰত ভাতৃপ্ৰেমৰ আকৰ আৰু সুগ্ৰীৱ মিত্ৰতাৰ সাগৰ। মহাভাৰতত সামাজিক ব্যৱস্থাত আদৰ্শবাদৰ স্থান নাই। ভীমে ভৰতৰ নিচিনা পিতৃতুল্য জ্যেষ্ঠ ভ্ৰাতৃৰ আদেশ পালন কৰাটো নিজ কৰ্তব্য বুলি নাভাবে। যেতিয়া ধৰ্মৰাজ যুধিষ্ঠিৰে সন্ধি কৰিবলৈ ইচ্ছুক হয়, তেতিয়া এওঁ ঘোৰ বিৰোধিতা কৰে। বিজয়ৰ লাভৰ বাবে অসত্য কথা কোৱা কোনো প্ৰকাৰৰ পাপ নহয় বুলি ভাবে।

(৫) মহাভাৰতৰ যুদ্ধত যুদ্ধকৌশলৰ বিশেষ অগ্ৰগতি দেখা যায়। দ্ৰৌপদীৰ স্বয়ম্বৰত সীতা স্বয়ম্বৰৰ নিচিনাকৈ কেৱল এখন ধনু ভাঙি বীৰৰ মানদণ্ড জোখা হোৱা নাই বৰং এক বিশিষ্ট ধৰণে লক্ষ্যভেদ কৰি বীৰত্বৰ মাপকাঠি জোখা হৈছে। লঙ্কাযুদ্ধত উভয় পক্ষৰ যুঁজাৰুসকলে পাথৰ আৰু গছৰ ডাল ভাঙি যুদ্ধ কৰিছিল। কিন্তু মহাভাৰতৰ যুদ্ধত সৈনিকসকলে সুদক্ষ সেনাপতিৰ নেতৃত্বত যুদ্ধ কৰিছিল। 'ব্যূহ'ৰ নিৰ্মাণ এই যুদ্ধৰ এক মহৎ বিশেষতা, যাৰ দ্বাৰা কমসংখ্যক সৈনিকে বহু সৈন্যৰ আক্ৰমণকো অতি সহজে বাধা দিব পাৰিছিল। মহাভাৰতকালীন যুদ্ধ-কৌশলৰ বিকাশৰপৰা এইটো প্ৰমাণিত হয় যে মহাভাৰত ৰামায়ণৰ পৰৱৰ্তী কালত ৰচিত।

(৬) ৰামায়ণৰ নৈতিক ভাবনা উচ্চ আদৰ্শৰ ওপৰত প্ৰতিষ্ঠিত; কিন্তু মহাভাৰতত এই আদৰ্শ কিছু পৰিমাণে হ্ৰাস পায়। সীতা আৰু দ্ৰৌপদীৰ তুলনাত্মক চৰিত্ৰৰপৰা এই কথা স্পষ্ট হৈ পৰে। সুন্দৰকাণ্ডত হনুমানে সীতাক পিঠিত তুলি ৰামৰ ওচৰলৈ অহাৰ প্ৰস্তাৱ কৰে, কিন্তু সীতাই পৰপুৰুষৰ শৰীৰ স্পৰ্শ কৰিবলৈ মান্তি নহ'ল। অকল সেয়ে নহয়, ৰাৱণৰ মৃত্যুৰ পাছত সীতাই অগ্নিপৰীক্ষাত উত্তীৰ্ণ হৈ নিজৰ পৱিত্ৰ চৰিত্ৰৰ প্ৰমাণ দিয়ে। মহাভাৰতত দ্ৰৌপদী কাম্যক বনত জয়দ্ৰথৰ দ্বাৰা হৰণ হয়, কিন্তু এওঁক বিনা দ্বিধাই পুনৰ গ্ৰহণ কৰা হয়।

(৭) ৰামায়ণত সতীদাহৰ উল্লেখ নাই, কিন্তু মহাভাৰতত আছে। উদাহৰণ হিচাপে মহাভাৰতত মাদ্ৰীৰ সতী দাহ।

(৮) পণ্ডিত যেকবীৰ মতে ৰামায়ণ মহাভাৰতৰ পূৰ্ববৰ্তী আৰু ৰামায়ণৰ প্ৰভাৱত প্ৰভাৱান্বিত হৈ মহাভাৰতে মহাকাব্য ৰূপত গঢ় লয়। কিন্তু উইন্‌টাৰনিৎসে যেকবীৰ এই কথাৰ বিৰোধিতা কৰি কয় যে মহাভাৰতত যি বৰ্ণনাভঙ্গী পোৱা যায় তাত প্ৰাচীনত্বৰ চিন সুস্পষ্ট।

মহাভাৰতত বৰ্ণিত যুদ্ধ আৰু যোদ্ধাবিলাকৰ ভিতৰত যি ঘৃণাভাৱ প্ৰকট হৈছে সি আদিম যুগৰ আদিম জাতিৰ অসংযত প্ৰকৃতিৰ নিদৰ্শন। ভীম আৰু দুৰ্য্যোধনৰ বিদ্বেষ আৰু হিংসাৰ যি দাবানল জ্বলি থকা দেখা পোৱা যায়, ৰাম আৰু ৰাৱণৰ কথা-বতৰাত তেনেকুৱা বিদ্বেষ ভাৱ প্ৰকাশ পোৱা নাই। মহাভাৰতৰ ক্ষত্ৰিয় ৰমণী গান্ধাৰী বা কুন্তী ৰাজনীতি আৰু যুদ্ধৰ লগত ওতঃপ্ৰোতভাৱে জড়িত। কিন্তু ৰামায়ণৰ ৰমণী দশৰথৰ ভাৰ্য্যা কৌশল্যা নাইবা কৈকেয়ী সেই বিষয়ে অনভিজ্ঞ।

মহাভাৰতৰ নাৰী দ্ৰৌপদী ক্ৰোধত ক্ৰোধান্বিত, অন্যায়ৰ প্ৰতিকাৰক। কিন্তু ৰামায়ণৰ সীতা ধীৰ-স্থিৰ। এই বৈসাদৃশ্যৰ সম্বন্ধে দুই প্ৰকাৰৰ কথা হব পাৰে। প্ৰথমতে, সি যুগত ৰামায়ণ ৰচিত হয় তাৰ আগত মহাভাৰত ৰচিত। দ্বিতীয়তে, মহাভাৰত পশ্চিম ভাৰতৰ সভ্যতা-সংস্কৃতি আৰু ৰামায়ণ পূৰ্বভাৰতীয় সভ্যতা সংস্কৃতিৰ মাজত ৰচিত। দুয়োখনৰ মাজত সময়ৰ ব্যৱধান নাই বুলি কব পাৰি।

(৯) মহাভাৰতৰ বনপৰ্ব, দ্ৰোণপৰ্ব আৰু শান্তিপৰ্ব আৰু হৰিবংশত ৰামৰ উপাখ্যানৰ উল্লেখ আছে। কিন্তু ৰামায়ণত মহাভাৰতৰ কথাৰ উল্লেখ নাই।

উক্ত প্ৰামাণিক কথাসমূহৰপৰা এইটো প্ৰতিভাত হয় যে কালক্ৰমৰ ফালৰপৰা মহাভাৰত ৰামায়ণৰ পৰৱৰ্তীকালৰ।

**মহাভাৰতৰ সামাজিক চিত্ৰণ :** মহাভাৰত একাধাৰে ভাৰতৰ জাতীয় মহাকাব্য, হিন্দুৰ ধৰ্মগ্ৰন্থ আৰু ভাৰতৰ সামাজিক ইতিহাস। মহাভাৰতৰ বিষয়বস্তু মূলতঃ ৰাজনৈতিক আৰু পাৰিবাৰিক। ভাৰতৰ মূল সামাজিক গাঠনি আছিল বৰ্ণাশ্ৰমৰ ওপৰত প্ৰতিষ্ঠিত। বৃত্তি অনুসৰি ব্ৰাহ্মণ, ক্ষত্ৰিয়, বৈশ্য আৰু শূদ্ৰ—এই চাৰিটা শ্ৰেণীবিভাগ পোৱা যায়। সমাজত ব্ৰাহ্মণৰ স্থান আছিল উচ্চ। মহাভাৰতৰ আদিপৰ্বত কোৱা আছে যে গো-ব্ৰাহ্মণৰ মাহাত্ম্য বৰ্ণনা

কৰাই মহাভাৰতৰ উদ্দেশ্য। ব্ৰাহ্মণসকলে যে সমাজত সন্মানিত স্থানত অধিষ্ঠিত আছিল সেই কথা ইয়াৰ পৰাই বুজা যায়।

"অনেকজননী যত্ৰ কাৰ্ত্তিকেয়স্য সম্ভবঃ।
ব্ৰাহ্মণানাং পৰং চৈৱ মহাত্ম্যং যত্ৰ কীৰ্ত্তাতে॥"

(ম. ভা. আদিপৰ্ব ৬২/৩৫)

অৰ্থাৎ, "যি মহাভাৰতত গো আৰু ব্ৰাহ্মণৰ মাহাত্ম্য কীৰ্ত্তিত হৈছে, সি বেদৰ দৰে; গতিকে ধাৰ্মিকলোকৰ এই মহাভাৰত শ্ৰৱণ কৰা কৰ্তব্য।"

অধ্যয়ন-অধ্যাপনাত ব্যস্ত থকা বাবে ব্ৰাহ্মণসকলক ৰজাই জীৱিকাৰ বাবে আৰ্থিক সাহায্য দিছিল। কিন্তু ব্ৰাহ্মণত্ব বংশানুক্ৰমিক নাছিল। গুণ আৰু কৰ্ম অনুসাৰে যিকোনো ব্যক্তিয়ে ব্ৰাহ্মণত্ব লাভ কৰিব পাৰিছিল।

মহাভাৰতৰ দুই শ্ৰেষ্ঠপুৰুষ বিদুৰ আৰু শ্ৰীকৃষ্ণ ব্ৰাহ্মণ নাছিল। গীতাতো কোৱা আছে—"চাতুৰ্বৰ্ণ্যং ময়া সৃষ্টং গুণকৰ্মবিভাগশঃ।" অৰ্থাৎ ভগৱানে চাৰিবৰ্ণ সৃষ্টি কৰিছে বংশানুক্ৰমে নহয়, গুণ আৰু কৰ্ম অনুসাৰেহে। ব্ৰাহ্মণৰ উপৰিও ক্ষত্ৰিয়সকলেও বেদ অধ্যয়ন কৰিছিল। পাণ্ডৱসকলে ধনুৰ্বিদ্যাৰ লগতে বেদো অধ্যয়ন কৰিছিল। এই কথা মহাভাৰতত পোৱা যায়।

"মৃতে পিতৰি তে বীৰা বনাদেত্য স্বমন্দিৰম্।
নাচিৰাদেৱ বিদ্বাংসো বেদোধনুষি চাভৱন্॥"

(ম. ভা. আদিপৰ্ব ৬১/৬)

অৰ্থাৎ, "পিতৃৰ মৃত্যু হোৱাত পাণ্ডৱসকলে তৎক্ষণাত বনৰপৰা নিজৰাজ্যলৈ উভতি আহে আৰু অলপ ভিতৰতে বেদ আৰু ধনুৰ্বিদ্যাত পাৰদৰ্শিকতা লাভ কৰে।"

ৰাষ্ট্ৰীয় ব্যৱস্থা ৰাজতান্ত্ৰিক হলেও ৰজাই ধৰ্মৰ নিৰ্দেশত শাসন-কাৰ্য্য চলাইছিল। ৰজা কেতিয়াও স্বৈৰচাৰী নাছিল। প্ৰজাৰ সৰ্বতোপ্ৰকাৰে মংগল সাধন কৰাই আছিল ৰজাৰ আদৰ্শ। ৰজা-প্ৰজাৰ মাজত সম্পৰ্ক আছিল পিতা-পুতৰ দৰে। প্ৰজাসকলে যুধিষ্ঠিৰক পিতৃৰ দৰে জ্ঞান কৰিছিল—'এবং গতে ততস্তস্মিন্ পিতৰীবাশ্বসন্ জনাঃ।'

সেই সময়ত সমাজ আছিল মূলতঃ কৃষিজীৱী। ৰজাই খেতিয়কক বিনামূল্যে শস্যৰ বীজ বিতৰণ কৰাৰ লগতে আৰ্থিক সাহায্যও আগবঢ়াইছিল। মহাভাৰতত বিদেশী বণিকৰ উল্লেখ থকাৰপৰা অনুমান হয় সেই সময়ত ভাৰতৰ বিদেশৰ লগত বাণিজ্যৰ লেনদেন আছিল।

সমাজত বহুবিবাহ প্ৰচলন আছিল যদিও তিৰোতাৰ বহুবিবাহ সমাজত স্বীকৃত নাছিল। দ্ৰৌপদীক পঞ্চপাণ্ডৱে বিবাহ কৰিব বুলি যুধিষ্ঠিৰে যেতিয়া প্ৰস্তাৱ কৰে, তেতিয়া দ্ৰুপদে কৈছিল—

"একস্য বহ্ব্যো বিহিতা মহিষ্যঃ কুৰুনন্দন।
নৈকস্যা বহবঃ পুংসঃ শ্ৰূয়ন্তে পতয়ঃ ক্বচিৎ॥"

(ম. ভা. আদিপৰ্ব ১৭৪/২৭)

অৰ্থাৎ, "হে কুৰুনন্দন! একন পুৰুষৰ বহুস্ত্ৰী গ্ৰহণৰ ব্যৱস্থা সমাজত বিহিত আছে, কিন্তু একজনী নাৰীৰ বহুপতি গ্ৰহণৰ ব্যৱস্থা সমাজত শুনা নাযায়।" বহুস্ত্ৰী গ্ৰহণৰ প্ৰথাও সমাজত সহজ স্বাভাৱিক প্ৰথা হিচাপে প্ৰচলিত নাছিল।

মহাভাৰতত ব্ৰহ্মা, বিষ্ণু আৰু মহেশ্বৰৰ মহিমা বিশেষভাৱে প্ৰতিষ্ঠিত হলেও বিষ্ণুই মহাভাৰতৰ মূল নিয়ন্ত্ৰণকাৰী শক্তি।[১] মহাভাৰতত বিষ্ণুৰ অৱতাৰ হ'ল শ্ৰীকৃষ্ণ আৰু মহাভাৰতৰ সমগ্ৰ কাহিনীৰ ওপৰত নেপথ্য নিয়ন্ত্ৰণ দুৰ্লঙ্ঘ্য।

সমাজত প্ৰচলিত নানা লোক বিশ্বাসৰ প্ৰতিফলন ইয়াত দেখা যায়। কোনো বিশেষ সময়ত শগুন, শিয়াল আদিৰ মাত অশুভ লক্ষণ বুলি লোকসমাজত বিশ্বাস। দুৰ্য্যোধনৰ জন্মৰ সময়ত যেতিয়া শগুণ আৰু শিয়ালৰ বিকট চিঞৰ শুনি ব্ৰাহ্মণ সকলে, আনকি মহামতি বিদুৰেও ভাবিছিল যে এই সন্তানৰ জন্ম বংশৰ বাবে সৰ্বনাশৰ কাৰণ হব আৰু এই অশুভ ইঙ্গিতৰ ওপৰত বিশ্বাস কৰিয়েই দুৰ্য্যোধনক জন্মলগ্নতে পৰিত্যাগ কৰিবলৈ চাইছিল। এই অশুভ লক্ষণ দেখি ব্ৰাহ্মণসকলে আৰু মহামতি বিদুৰে কৈছিল—

"যথেমানি নিমিত্তানি ঘোৰাণি মনুজাধিপ।
উত্থিতানি সুতে জাতে জ্যেষ্ঠে তে পুৰুষৰ্ষভ॥
ব্যক্তং কুলান্তকৰণো ভবিতৈষ সুতস্তব॥"

(ম. ভা. আদি ১১০/৩৫—৩৬)

অৰ্থাৎ, "হে মহাৰাজ, আপোনাৰ এই পুত্ৰ জন্মৰ লগে লগে যিবোৰ অশুভ লক্ষণে দেখা দিছে, তাতে এই কথা স্পষ্ট যে আপোনাৰ এই পুত্ৰ কুলনাশক হব।" এনেধৰণৰ অন্যান্য অশুভ ইঙ্গিত আছিল—অশ্বৰ অশ্ৰুপাত, দেব-প্ৰতিমাৰ অহেতুক পতন, তিৰোতাৰ মানৱেতৰ প্ৰাণী প্ৰসৱ ইত্যাদি। ইয়াৰপৰা বুজা যায় এইবোৰ অন্ধবিশ্বাস অকল অশিক্ষিত লোকৰ মাজতে অকল প্ৰচলন নাছিল, শিক্ষিত জ্ঞানীগুণীসকলৰ মাজতো আছিল।

মহাভাৰতৰ কবিৰ দৃষ্টি যে নিছক নীতিবাদী নহয়, মানৱতাবাদী তাৰ শ্ৰেষ্ঠ পৰিচয় দুৰ্য্যোধনৰ চৰিত্ৰ। এই চৰিত্ৰ আজন্ম অশুভ, ষড়যন্ত্ৰকাৰী, ঈৰ্ষাপৰায়ণ, নীচ স্বাৰ্থান্বেষী, কামাসক্ত, নীতিবৰ্জিত। কিন্তু কবিৰ দৃষ্টি মানৱতাবাদী আৰু অন্তৰ্ভেদী বুলি এই চৰিত্ৰক কবিয়ে একপক্ষীয়ভাৱে যান্ত্ৰিক দৃষ্টিৰে চোৱা নাই। মানুহ হিচাপে নিৰীক্ষণ কৰিবলৈ গৈ আৱিষ্কাৰ কৰিছে—মানুহে কেতিয়াও পুৰাপুৰি অমানুহ হ'ব নোৱাৰে সেয়ে দুৰ্যোধনৰ মাজেৰে কবিয়ে অলপ সময়ৰ বাবে আত্মসমীক্ষা জাগ্ৰত কৰিছে। দুৰ্যোধনে কৰ্ণক কৈছে—

"দুৰ্বিনীতাঃ শ্ৰিয়ং প্ৰাপ্য বিদ্যামৈশ্বৰ্যমেৱ চ।
তিষ্ঠন্তি ন চিৰং ভদ্ৰে যথাহং মদগৰ্বিতঃ॥"

(ম. ভা. বনপৰ্ব ২৪৯/১৮)

অৰ্থাৎ, "দুৰ্বিনীত ব্যক্তি শ্ৰী, বিদ্যা আৰু ঐশ্বৰ্য্য লাভ কৰি বেছিদিন সৎপথত থাকিব নোৱাৰে। মদগৰ্বিত মইয়েই তাৰ প্ৰমাণ।"

এই মদগৰ্বিত দুৰ্য্যোধনৰ আত্মবিশ্লেষণ বেছি সময়, স্থায়ী নহ'ল। নিজৰ চৰিত্ৰৰ ক্ৰটি তেওঁ বুজি পায়, কিন্তু নিজৰ জেদৰপৰা অলপো পিচ হুহকি নাহে। কৌৰৱসকলৰ লগত বিবাদ নিষ্পত্তি কৰিবলৈ শ্ৰীকৃষ্ণই পাণ্ডৱসকলৰ বাবে মাত্ৰ পাঁচখন গাওঁ বিচাৰত দুৰ্য্যোধনে কৈছিল—

'ম্ৰিয়মাণে মহাবাহো ময়ি সম্প্ৰতিকেশৱ।
যাৱদ্ধি তীক্ষ্ণয়া সূচ্যা বিধ্যেদগ্ৰেণ কেশৱ।
তাৱদপ্যপ পৰিত্যাজ্যং ভূমেৰ্ণঃ পাণ্ডৱান্ প্ৰতি॥

(ম. ভা. উদ্যোগ ১২৭/২৫)

অৰ্থাৎ, হে কেশৱ। মই মহাবাহু। চোকা বেজীৰ আগেৰে যিমানখিনি মাটি বিদ্ধ হয়, আমাক জয় নকৰাকৈ পাণ্ডৱসকলে সেইখিনি মাটিও নাপাব।

ইয়াতে মহাভাৰতৰ কবিৰ কাব্যশিল্পৰ উৎকৰ্ষ সূচিত হয়। যি চৰিত্ৰ প্ৰথমৰপৰাই দাম্ভিক আৰু স্বাৰ্থান্ধ তাৰ মুখত এই উক্তি স্বাভাৱিক। চৰিত্ৰৰ স্বাভাৱিক পৰিণতি আৰু বিকাশ সাধনত কবি শক্তি অতুলনীয়।

কোনো ক্ষেত্ৰতেই কবিয়ে স্বাভাৱিক বাস্তৱতাৰ ৰূপ চিত্ৰণ কৰোঁতে নিজৰ মহৎ আদৰ্শক পাহৰি যোৱা নাই। যুদ্ধযাত্ৰাৰ প্ৰাক্-মুহূৰ্তত দুৰ্য্যোধনে মাক গান্ধাৰীক প্ৰণাম কৰি যেতিয়া জয়লাভৰ বাবে আশীৰ্বাদ প্ৰাৰ্থনা কৰে, তেতিয়া গান্ধাৰীয়ে দুৰ্য্যোধনৰ মনস্কামনা পূৰ্ণ হ'ব বুলি আশীৰ্বাদ দিয়াৰ পৰিবৰ্তে এইদৰে

কৈছে—'যতোধৰ্মস্ততো জয়ঃ, অৰ্থাৎ, য'ত ধৰ্ম ( তাৰ ) তাতেই জয় হয়।' এই কথা অকল গান্ধাৰীৰ কথা নহয়, ই হৈছে মহাভাৰতৰ কবিৰে আদৰ্শৰ সাৱধান-বাণী।

মহাভাৰতৰ কবি ভাৱ আৰু পৰিস্থিতিৰ উপযুক্ত অলংকাৰেৰে জীৱন্ত ৰূপদানত সিদ্ধহস্ত। যুদ্ধক্ষেত্ৰত পৰাজিত ক্ৰুদ্ধ দুৰ্য্যোধনৰ প্ৰতিচ্ছবি এইদৰে দাঙি ধৰিছে—

"দৃষ্টিং ভ্ৰূসংকটাং কৃত্বা বাসুদেৱে ন্যপাতয়ৎ।
অৰ্ধোন্নতশৰীৰস্য ৰূপামাসীন্নৃপস্য তু॥
ক্ৰুদ্ধস্যাশীবিষস্যেৱ ছিন্নপুচ্ছস্য ভাৰত॥"

( ম. ভা. শল্য. ৬১/২৫—২৬ )

অৰ্থাৎ, "তেতিয়া দুৰ্য্যোধনে শ্ৰীকৃষ্ণৰ পিনে দৃষ্টি নিক্ষেপ কৰিলে। এই সময়ত দুৰ্য্যোধনৰ দেহ অৰ্ধোন্নত আছিল। যি নেগুৰ চিঙা সাপে নিজৰ অৰ্ধদেহৰ ওপৰত বহি দৃষ্টিপাত কৰি থাকে, সেই খঙাল বিষধৰৰ দৰে দুৰ্য্যোধনক দেখা গৈছিল।"

এইদৰে ঠায়ে ঠায়ে কবিৰ বৰ্ণনা-কুশলতাৰ চমৎকাৰিতা দেখা যায়। অৱশ্যে কাব্যৰ মূল কাহিনীৰ লগত নানা প্ৰাসঙ্গিক আৰু অপ্ৰাসঙ্গিক কাহিনী অৱতৰণ কৰাৰ ফলত বিভিন্ন কাহিনীৰ মাজত ভাৱসাম্য বিনষ্ট হৈছে।

ভাৰতৰ জাতীয় জীৱন গঠনত তথা সামাজিক মূল্যবোধৰ নিয়ন্ত্ৰণৰ ক্ষেত্ৰত মহাভাৰতৰ অৱদান সুদূৰপ্ৰসাৰী। একলব্যৰ গুৰুভক্তি, যুধিষ্ঠিৰৰ সত্যনিষ্ঠা, অৰ্জুনৰ বীৰত্ব, ভীষ্মৰ ব্ৰহ্মচৰ্য, কৰ্ণৰ পুৰুষকাৰ, অভিমন্যুৰ দুঃসাহসিকতা, সাবিত্ৰীৰ পাতিব্ৰত্য আদি আদৰ্শসমূহে ভাৰতীয় সামাজিক জীৱনত প্ৰভাৱ পেলাই আহিছে।

## চতুৰ্থ অধ্যায়

# পুৰাণ

**পুৰাণৰ উৎপত্তি :**—বহুতো পুৰাণৰ মতে, পুৰাণসমূহ ব্ৰহ্মাৰ বাণী। মৎস্য পুৰাণত পোৱা যায়, পুৰকালত বিপুলায়তন নামৰ এখন পুৰাণ আছিল। কিন্তু কালক্ৰমত তাক মানুহে বুজিবলৈ কষ্টসাধ্য হোৱাত স্বয়ং ভগৱানে ব্যাসৰ ৰূপত পৃথিৱীত আবিৰ্ভাৱ হৈ প্ৰয়োজন অনুসাৰে তাক চমু কৰি ওঠৰখন পুৰাণ ৰচনা কৰে। কুৰ্মপুৰাণত পোৱা যায়, ২৮ জন ব্যাস পৃথিৱীত জন্মলাভ কৰে আৰু শেষৰ জনৰ নাম কৃষ্ণদ্বৈপায়ন। পৰৱৰ্তীকালৰ পুৰাণসমূহ তেওঁৰেই ৰচিত।'

**মহত্ব :**—ভাৰতীয় সাহিত্যত পুৰাণসমূহৰ এক বিশিষ্ট স্থান আছে। ভাৰতীয় সভ্যতা-সংস্কৃতি জনসাধাৰণৰ মাজত প্ৰচাৰ কৰাৰ একমাত্ৰ বাহন এই পুৰাণবোৰ। হিন্দুধৰ্মৰ মূল আধাৰ এই পুৰাণবোৰেই। প্ৰাচীন ভাৰতীয় সাহিত্যই যুগে যুগে ভাৰতৰ ধৰ্ম-সংস্কৃতি তথা সভ্যতাক নৱ নৱ ৰূপ দি আহিছে। পুৰাণৰ পৰৱৰ্তী-কালৰ আটাইবোৰ ভাৰতীয় সাহিত্যই ইয়াৰ প্ৰভাৱৰপৰা মুক্ত নহয়। দুষ্মন্ত আৰু শকুন্তলাৰ উপাখ্যান, পুৰুৰবা আৰু উৰ্বশীৰ কাহিনী আৰু ৰাম আৰু সীতাৰ বিচ্ছেদ মূলতঃ পুৰাণৰপৰাই ধাৰ কৰা।

"পুৰাণং বেদসম্মতম্"—বেদসমূহক অনুসৰণ কৰিয়েই পুৰাণসমূহ ৰচিত। পুৰাণে বেদৰেই জয়গান গাইছে। বেদজ্ঞ ব্ৰাহ্মণক পুৰাণে লোকশ্ৰেষ্ঠ বুলি আৰু বেদ নিন্দাকাৰীসকলক মহাপাতক বুলি কৈছে।

'পুৰাণমাখ্যানম্—অৰ্থাৎ পুৰাণ শব্দৰ অৰ্থ 'পুৰণি আখ্যান'। অতি প্ৰাচীন গ্ৰন্থ বাবেই সম্ভৱতঃ ই পুৰাণ নামে অভিহিত। পুৰাণসমূহত প্ৰাচীন আখ্যান-বোৰেই বিশেষকৈ পোৱা যায়। ভাৰতীয় সাহিত্যত পুৰাণৰ লগত ইতিহাসবো উল্লেখ থকা দেখা যায়। অতীতত ঘটি যোৱা ঘটনাসমূহৰ বৰ্ণনাই ইতিহাস, কিন্তু পুৰাণৰ বিষয়বস্তু ইতিহাসতকৈ অধিক ব্যাপক আৰু বিস্তৃত। এই মৌলিক পাৰ্থক্যৰ প্ৰতি লক্ষ্য ৰাখি ইতিহাস আৰু পুৰাণৰ নাম পৃথক হিচাপে ৰখা হৈছে।

মৎস্য, বিষ্ণু আৰু ব্ৰহ্মাণ্ড পুৰাণৰ মতে প্ৰতিখন পুৰাণক পাঁচটা লক্ষণত বিভক্ত কৰিব পাৰি।

সৰ্গশ্চ প্ৰতিসৰ্গশ্চ বংশো মন্বন্তৰানি চ।<br>
বংশানুচৰিতং চৈৱ পুৰাণং পঞ্চলক্ষণম্॥

অৰ্থাৎ ১। সৰ্গ বা সৃষ্টি, ২। প্ৰতিসৰ্গ অৰ্থাৎ সৃষ্টিৰ বিস্তাৰ, লয় তথা পুনঃ সৃষ্টি। ৩। বংশ অৰ্থাৎ দেৱতা আৰু ঋষিসকলৰ বংশাৱলী, ৪। মন্বন্তৰ অৰ্থাৎ মনুৰ শাসনকাল, ৫। বংশানুচৰিত অৰ্থাৎ সূৰ্য্য আৰু চন্দ্ৰবংশীয় ৰজা-সকলৰ বৰ্ণনা। এইবোৰেই পুৰাণসমূহৰ বিষয়বস্তু। কিন্তু বৈজ্ঞানিক ভিত্তিত অতি সূক্ষ্মভাৱে পৰ্য্যালোচনা কৰি চালে দেখা যায়, অকল এইবোৰেই পুৰাণৰ বৰ্ণিত বিষয়বস্তু নহয়, ইয়াতকৈও অধিক কথা বৰ্ণিত আছে। আকৌ কিছুমান পুৰাণত এই পাঁচটা লক্ষণ যথাযথভাৱে দেখা নাযায়। ব্ৰহ্মবৈবৰ্ত পুৰাণৰ মতে উক্ত পাঁচটা লক্ষণ মাথোন উপপুৰাণসমূহত পোৱা যায়। মহাপুৰাণ ওঠৰখনৰ লক্ষণ সাধাৰণতঃ দহটা। ভাগৱত পুৰাণত এই দহটা লক্ষণৰ উল্লেখ আছে।

মৎস্য পুৰাণত ওপৰোক্ত পাঁচটা লক্ষণৰ বাহিৰেও তলত দিয়া লক্ষণ ছয়টা পোৱা যায়। সেই কেইটা হ'ল—১। ভুৱন বিস্তাৰ, ২। দান-ধৰ্ম বিধি, ৩। শ্ৰাদ্ধ কল্প, ৪। বৰ্ণাশ্ৰম বিভাগ, ৫। ইষ্টাপূৰ্ত্ত, ৬। দেৱতা প্ৰতিষ্ঠা। ইয়াৰ উপৰিও ব্যাকৰণ, জ্যোতিষ, ভূগোল, পদাৰ্থ বিজ্ঞান, শৰীৰ বিদ্যা, চিকিৎসা বিদ্যা আৰু অস্ত্ৰবিদ্যা আদিও পুৰাণত পোৱা যায়।

পুৰাণ সত্য আৰু আদৰ্শ ইতিহাস ৰূপে প্ৰতিষ্ঠিত। যিহেতু ইয়াৰ কাহিনী সৃষ্টিৰ পাতনিৰপৰা বৰ্তমানলৈকে ক্ৰমবদ্ধ ৰূপত পোৱা যায়; ই মানৱ সমাজৰ এক সুপ্ৰসিদ্ধ ইতিহাস। বুৰঞ্জীবিদসকলে বৈজ্ঞানিক ভিত্তিত অতি সূক্ষ্মভাৱে বিশ্লেষণ কৰি চাই কয় পুৰাণসমূহৰ ভিতৰত প্ৰাচীন ভাৰতৰ যিমানবোৰ ঐতিহাসিক কথা পোৱা যায় আন কোনো গ্ৰন্থতে পোৱা নাযায়। যেতিয়ালৈকে কোনো দেশৰ ঐতিহাসিক কথা সৃষ্টিৰ প্ৰাৰম্ভৰপৰা লিপিবদ্ধ কৰা নাযায়, তেতিয়ালৈকে মানৱ সমাজৰ ইতিহাস হৈ ৰয় আধৰুৱা। ইতিহাসৰ এই বাস্তৱ কল্পনা আমি পুৰাণত পাওঁ।

বৰ্তমান যুগৰ ঐতিহাসিকসকলে ইতিহাস ৰচনাশৈলীত এই প্ৰণালী চিৰদিন উপেক্ষা কৰি আহিছিল যদিও ইংলণ্ডৰ সুপ্ৰসিদ্ধ পণ্ডিত এচ. জি. ৱেল্‌সে 'আউট লাইন অব্‌ হিষ্ট্ৰী' নামৰ পুথিখনত এই পৌৰাণিক প্ৰণালী অনুকৰণ কৰে। ৱেল্‌স্ চাহাবে এই সুপ্ৰসিদ্ধ ইতিহাসখনত মানৱ সমাজৰ ইতিহাস লিখাৰ পূৰ্বে সৃষ্টিৰ পাতনিৰ আৰম্ভৰপৰা মানৱ ক্ৰমবিকাশৰ ইতিহাস লিখে। মানুহে যোনি প্ৰাপ্ত হোৱাৰ আগতে কেনেকুৱা ৰূপ ধাৰণ কৰে, ইয়াৰ ক্ৰমবিকাশ কেনেকৈ হ'ল আদি কথাৰ এক অনুপম বৰ্ণনা ইয়াত ডাঙি ধৰিছে। যদি প্ৰকৃত

মানৱ ইতিহাস লিখা যায়, সৃষ্টিৰ প্ৰাৰম্ভৰপৰাই ইয়াৰ ক্ৰমবিকাশৰ কথা লিখা সমীচীন। ইতিহাস ৰচনাৰ ই এক পৌৰাণিক তথা আদৰ্শৰ প্ৰতীক।

ৰচনাশৈলীত পুৰাণৰ এক বিশেষ বৈশিষ্ট্য আছে। কিছুমান মানুহে পুৰাণত বৰ্ণিত কিছুমান কথা কাল্পনিক আৰু অবাস্তৱ বুলি কবলৈ প্ৰয়াস কৰে। এইটো অৱশ্যে মন কৰিবলগীয়া কথা, আমাৰ শাস্ত্ৰবোৰৰ বিষয়বস্তু তিনি প্ৰকাৰৰ— ১। আলঙ্কাৰিক ভাষাত তথ্য কথন, ২। ৰূপক কথন আৰু ৩। অতিশয়োক্তি কথন। কোনো এটা বিষয়ৰ প্ৰকৃত ৰূপ উদ্‌ঘাটন কৰাটোৱেই হৈছে 'তাৰ তথ্য কথন'। য'ত ৰূপক অলঙ্কাৰৰ আশ্ৰয় কৰি কিবা কিছু কোৱা হয় তাৰ নাম 'ৰূপক কথন'। এই কথন-প্ৰণালী বেদতো পোৱা যায়। বেদত সূৰ্য্যৰ কিৰণত পোৱা সাত ৰঙক ৰঙ্‌ বুলি নকৈ ঘোঁৰাৰ ৰূপক দিয়া হৈছে। পুৰাণত বস্তু-বৰ্ণনাৰ বাবে অতিশয়োক্তি অলঙ্কাৰৰ প্ৰয়োগ কৰা হৈছে। তাত যি বিষয় কোৱা-হৈছে, তাৰ বৰ্ণনা বহুত বিস্তৃতভাৱে পোৱা যায়। যেনে—ইন্দ্ৰ-বৃত্ৰৰ যুদ্ধক বৃত্ৰক বজাৰ ৰূপত কৰা বিস্তৃত বৰ্ণনা। ঠিক সেইদৰে পুৰাণত বিবোৰ কথা বৰ্ণিত আছে, তাক বিস্তৃতভাৱে কৰা আছে। গতিকে পৌৰাণিক কথাৰ বিষয়ে এই কথন-প্ৰণালীৰ ওপৰত লক্ষ ৰাখি বিচাৰ কৰা উচিত। এই দৃষ্টিকোণৰপৰা বিচাৰ কৰিলে পুৰাণ শুদ্ধ আৰু আদৰ্শ ইতিহাস ৰূপে পৰিগণিত হব।

পুৰাণৰ আন এটা বৈশিষ্ট্য হ'ল ধাৰ্মিক দৃষ্টিত ই বেদ বিহিত ধৰ্মৰ নতুন সহজ-সৰল ৰচনা। যেতিয়া জনসাধাৰণৰ বাবে বেদৰ ভাষা দুৰ্বোধ্য হৈ পৰিল, তেতিয়া বেদৰ তত্ত্ব বুজাবলৈ সহজ সৰল ভাষাত পুৰাণৰ সৃষ্টি হ'ল।

পুৰাণৰ সামাজিক মহত্বও কম নহয়। সেই সময়ৰ ভাৰতীয় সমাজৰ স্বৰূপ পুৰাণৰপৰাই উপলব্ধি হয়। পুৰাণ প্ৰাচীন ঐতিহাসিক ঘটনাৰে পৰিপূৰ্ণ। পুৰাণত থকা ঐতিহাসিক ঘটনাৰ কথা মুদ্ৰা, বিদেশী লিখকৰ টোকা, শিলালিপি আদিত পৰ্য্যাপ্ত পৰিমাণে পোৱা যায়। প্ৰাচীন ৰজা-মহাৰজাসকলৰ দৰে প্ৰাচীন ঋষিসকলৰ জীৱন্ত বৃত্তান্ত জানিবলৈ হ'লে পুৰাণৰ আশ্ৰয় লব লাগিব। পুৰাণত হিন্দুৰ তীৰ্থস্থানসমূহৰ বিস্তৃত বৰ্ণনা পোৱা যায়। ৰচনাশৈলীৰ দিনৰপৰাও ই অতিশয়োক্তিপূৰ্ণ।

পুৰাণ গ্ৰন্থত ইতিবৃত্তৰ প্ৰাধান্যতাৰ বাবে ইয়াক ইতিহাস বুলি জনা যায় কিন্তু প্ৰকৃততে ই পুৰাণ হে, ইতিহাস নহয়। ভাৰতীয় সাহিত্যৰ সুপ্ৰসিদ্ধ ভাষ্যকাৰ সায়নাচাৰ্য্য আৰু শঙ্কৰাচাৰ্য্য আদি পণ্ডিতসকলে ইতিহাস আৰু পুৰাণৰ সত্তাক ভিন্ ভিন্ হিচাপে স্বীকাৰ কৰিছে। এওঁলোকৰ মতে বেদত

যি দেৱাসুৰ সংগ্ৰাম আৰু সংবাদৰ বৰ্ণনা পোৱা যায়, ই ইতিহাসৰ অন্তৰ্গত, কিন্তু জগতৰ আৰম্ভৰপৰা সৃষ্টিৰ বিকাশ সাধন কৰা অংশ পুৰাণ। "জগতঃ প্ৰাগৱস্থা-মনুক্ৰম্য সৰ্গপ্ৰতিপাদকং বাক্যজাতং পুৰাণম্।" ইয়াৰপৰা স্পষ্ট হয়, পুৰাণৰ প্ৰধান উদ্দেশ্য আধ্যাত্মিক বিচাৰৰ বিকাশ সাধন কৰা।

ব্ৰহ্মা, বিষ্ণু আৰু মহেশ্বৰ—এই তিনিজন দেৱতাৰ উপসনাৰ ওপৰতে পুৰাণে জোৰ দিছে। যদিও বেদত বহু দেৱদেৱীৰ উল্লেখ পোৱা যায়, তাৰ অন্তৰালত আছে একেশ্বৰবাদ। উপনিষদবোৰেও এই একেশ্বৰবাদেই স্বীকাৰ কৰিছে। পুৰাণৰ ব্ৰহ্মা, বিষ্ণু আৰু মহেশ্বৰৰ অন্তৰালতো আছে, সেই এক ঈশ্বৰবাদৰ নিদৰ্শন।

বিষ্ণুপুৰাণত কোৱা আছে—

"সৃষ্টিস্থিত্যন্তকৰণাদ্ ব্ৰহ্মবিষ্ণুশিৱাত্মিকাম্।
স সংজ্ঞাং যাতি ভগবান্ এক এৱ জনাৰ্দনঃ॥
স্ৰষ্টা সৃজতি চাত্মানং বিষ্ণুঃ পাল্যশ্চ পাতি চ।
উপসংহ্ৰিয়তে চান্তে সংহৰ্তা চ স্বয়ং প্ৰভুঃ॥"

অৰ্থাৎ, "একমাত্ৰ ভগবান জনাৰ্দনেই সৃষ্টি, স্থিতি আৰু লয় কৰাৰ উদ্দেশ্যে ব্ৰহ্মা, বিষ্ণু আৰু শিৱ—এই ধৰণৰ নাম লয়। প্ৰভু বিষ্ণু স্ৰষ্টা হৈ নিজকে সৃজন কৰে, পালক আৰু পাল্য হৈ নিজকেই নিজে পালন কৰে আৰু শেষত সংহাৰকৰ্তা আৰু উপসংহাৰ্য্য হৈ নিজেই উপসংহৃত হয়।"

উইনটাৰনিৎসে কৰলৈ বিচাৰে, একোখন পুৰাণে ব্ৰহ্মা, বিষ্ণু আৰু মহেশ্বৰ এই তিনিজন দেৱতাৰ যিকোনো এজনৰ উপাসনাৰ ওপৰত গুৰুত্ব দিছে আৰু সেই জনকেই আন দুজনতকৈ শ্ৰেষ্ঠ হিচাপে প্ৰতিপন্ন কৰিবলৈ প্ৰয়াস কৰিছে।

মানৱ-ধৰ্মক সুদৃঢ় ভেটিৰ ওপৰত স্থাপন কৰা, মানৱতাৰ জয়গান ৰচনা কৰা পুৰাণৰ অন্যতম প্ৰধান বৈশিষ্ট্য। পুৰাণ সাহিত্যই নানা আখ্যান-উপাখ্যানৰ সহায়ত এই কথাই দৃঢ়কণ্ঠে ঘোষণা কৰিবলৈ বিচাৰিছে যে মানুহ স্বৰূপত সকলো ধৰণৰ বন্ধনৰ পৰা মুক্ত। অজ্ঞানৰপৰা জ্ঞানৰ পিনে, মৰণশীলতাৰপৰা অবিনশ্বৰতাৰ পিনে, অন্ধকাৰৰপৰা পোহৰৰপিনে প্ৰত্যেক মানুহৰ বুদ্ধি যাতে অগ্ৰসৰ হব পাৰে পুৰাণ সাহিত্যই তাৰেই প্ৰয়াস কৰা দেখা যায়। এই কাৰণেই এই পৌৰাণিক ধৰ্মই কোনো বিশিষ্ট দেৱ-দেৱীৰ পূজন, ভজন, উপাসনা, আৰাধনা বা কোনো বিশিষ্ট মতবাদৰূপ বাহ্য আচাৰ গ্ৰহণ কৰিবলৈ কেতিয়াও বাধ্য

নকৰে। বিভিন্ন পুৰাণত সেয়ে দেখা যায় বিভিন্ন সম্প্ৰদায়ৰ অভিভৰ সাধনাৰ ধাৰা, তাৰ বিভিন্ন ধ্যান-ধাৰণা, আচাৰ-অনুষ্ঠান, ক্ৰিয়া-কলাপ, সকলোৱে পৃথক —কিন্তু এই বিভেদৰ মাজতো অন্তৰ্লীন ঐক্যৰ সুৰ ধ্বনিত হৈ আছে।

যিসকল পবিত্ৰচিত্ত মহামানৱৰ জন্মৰ ফলত ভাৰতৰ ধাৰ্মিক, ৰাজনৈতিক, সামাজিক আৰু বৌদ্ধিক জীৱন উন্নতিৰ চৰম শিখৰত আৰোহণ কৰিছে, পুৰাণে সেই সকল শ্ৰদ্ধাৰে স্মৰণ কৰে। কৃষ্ণ, হৰিশ্চন্দ্ৰ, জনক, অৰ্জুন, ভীষ্ম, কৰ্ণ আদি ৰাষ্ট্ৰীয় বীৰসকল বৰ্তমান আৰু অনাগতকালৰ মানৱজাতিৰ বিস্ময় তথা শ্ৰদ্ধাৰ পাত্ৰ। বিশ্বামিত্ৰ, বশিষ্ঠ, মনু, যাজ্ঞবল্ক্য, নাৰদ, কপিল, পৰাশৰ, ব্যাস— এইসকলৰ পূত জীৱনচৰিত, সমাজ সংস্কাৰ, দৰ্শনৰ ৰহস্য উদ্ঘাটন, প্ৰাচীন আখ্যান-উপাখ্যানৰ তাৎপৰ্য্য বিশ্লেষণে যুগ যুগ ধৰি বিদ্বৎ সমাজক আকৃষ্ট কৰে। সীতা আৰু সাবিত্ৰীৰ পতিব্ৰতা, গাৰ্গী আৰু মৈত্ৰেয়ীৰ বৈদগ্ধ্যই ভাৰতীয় মহিলা সমাজৰ আবহমান কালৰপৰাই অনুপ্ৰাণিত কৰি আহিছে। এই সকলো আদৰ্শ পুৰুষ আৰু নাৰীৰ সকলৰ চৰিত্ৰ সম্বলিত বিভিন্ন ৰকমৰ উৎসৱ আৰু ধাৰ্মিক অনুষ্ঠান ভাৰতবৰ্ষৰ সৰ্বত্ৰ পালিত। পুৰাণ কাহিনী সম্বলিত লোক-সংস্কৃতিৰ বিভিন্ন ধাৰা আবহমানকাল ধৰি ভাৰতবৰ্ষৰ সামাজিক, সাংস্কৃতিক আৰু আধ্যাত্মিক ঐক্যক অটুট আৰু সুদৃঢ় কৰি ৰাখিছে।

পৌৰাণিক ধৰ্মৰ অন্যতম উল্লেখযোগ্য বৈশিষ্ট্য হ'ল—ভাৰতৰ বিভিন্ন সাম্প্ৰদায়িক ঐক্যসূত্ৰত বান্ধি ৰখাৰ প্ৰয়াস। বিশাল ভাৰতভূমিৰ বিস্তীৰ্ণ ভূ-খণ্ড জুৰি আছে নানা নগৰ, পৰ্বত, বন, নদ-নদী, উপত্যকা প্ৰভৃতি। পুৰাণে এইবোৰ ঠাইৰ মাহাত্ম্য প্ৰচাৰ কৰি ভাৰতবাসীৰ মনত এইবোৰৰ প্ৰতি মহত্ত্ববোধ আৰু শ্ৰদ্ধাভাৱ জগাই দিছে। শৈৱ, শাক্ত, বৈষ্ণৱ, বৌদ্ধ, জৈন—যিকোনো সম্প্ৰদায়ৰ লোকেই নহওক নিজ অন্তঃকৰণ শুদ্ধিৰ বাবে এই সকলো মাহাত্ম্যমণ্ডিত স্থান দৰ্শন কৰে। এই সম্প্ৰদায়গত সহনশীলতাই ভাৰতক স্বতন্ত্ৰ বৈশিষ্ট্যত সমুজ্জ্বল কৰি ৰাখিছে। কিন্তু এই ঠাইবোৰ তীৰ্থক্ষেত্ৰত পৰিণত হ'ল কেনেকৈ, জনসমাজত এইবোৰৰ মাহাত্ম্য কিদৰে প্ৰচাৰিত হ'ল—পুৰাণ অধ্যয়ন কৰিলে এইবোৰ প্ৰশ্নৰ সদুত্তৰ অনায়াসে পোৱা যায়।

পুৰাণৰ ভৌগোলিক মূল্যও কম নহয়। ভৌগোলিক বৰ্ণনাৰ লগতে ভাৰতৰ কৃষ্টিৰ স্বাতন্ত্ৰ্য আৰু মহিমাৰ আভাসো পুৰাণত পোৱা যায়:—

"উত্তৰং যৎ সমুদ্ৰস্য হিমাদ্ৰেশ্চৈৱ দক্ষিণম্।
বৰ্ষং তদ্ ভাৰতং নাম ভাৰতী যত্ৰ সন্ততিঃ॥

নবযোজনসাহস্রো বিস্তাৰোহস্য মহামুনে ।
কর্মভূমিৰিয়ং স্বর্গমপর্গঞ্চ গচ্ছতাম্ ॥
পূর্বে কিৰাতা যস্য স্যুঃ পশ্চিমে যৱনাঃ স্থিতাঃ ।
ব্রাহ্মণাঃ ক্ষত্রিয়া বৈশ্যা মধ্যে শূদ্রাশ্চ ভাগশঃ ॥
তপস্তপ্যন্তি মুনয়ো জুহ্বতে চাত্র যজ্বিনঃ ।
দানানি চাত্র দীয়ন্তে পৰলোকার্থমাদৰাৎ ॥
অত্র জন্মসহস্রাণাং সহস্রৈৰপি সত্তম ।
কদাচিল্লভতে জন্তুর্মানুষ্যং পুণ্যসঞ্চয়াৎ ॥" ( বিষ্ণুপুৰাণ ) ॥

অর্থাৎ, "যি সমুদ্রৰ উত্তৰ আৰু হিমালয়ৰ দক্ষিণ তাৰ নাম ভাৰতবর্ষ। তাত ভাৰতৰ সন্তানসকলে বাস কৰে। হে মুনিবৰ। ইয়াৰ বিস্তৃতি ন সহস্ৰ যোজন। ই হ'ল স্বৰ্গগামী আৰু মোক্ষকামী পুৰুষৰ কর্মভূমি।"

ইয়াৰ পূবে আছে কিৰাতসকল, পশ্চিমে যৱনসকল, মধ্যস্থানত ব্রাহ্মণ, ক্ষত্রিয়, বৈশ্য আৰু শূদ্ৰসকল।

ইয়াত মুনিসকলে তপস্যা কৰে, যাজ্ঞিকসকলে হোমযজ্ঞ কৰে, আৰু ইয়াতেই মানুহে পৰলোকৰ বাবে সাদৰে দান কৰি থাকে।

হে মহাসত্তম! জীৱে হাজাৰ হাজাৰ জন্মৰ পিচত পুণ্যৰ বলত কদাচিৎ এই ভাৰতভূমিত মনুষ্য জন্ম লাভ কৰে।

ইয়াত স্বদেশৰ গৰ্বৰ লগতে তাৰ কৃষ্টি-সভ্যতাৰ স্বাতন্ত্ৰ্য আৰু জনচিত্তৰ প্ৰৱণতাও সুন্দৰ ভাবে চিত্ৰিত হৈছে।

**পুৰাণৰ বচক :**—বায়ুপুৰাণত পোৱা যায় পুৰাণ ব্ৰহ্মাৰ মুখৰ মহান জ্ঞানভাণ্ডাৰ। বায়ুপুৰাণৰ এক প্ৰসঙ্গত পোৱা যায়, ব্ৰহ্মাই 'মাতৰিশ্বা'ৰ ( বায়ুৰ ) বাবে পুৰাণ ৰচনা কৰে। এই পুৰাণৰপৰা জনা যায়, পুৰাণৰ বিশাল জ্ঞানভাণ্ডাৰ বায়ুৰপৰা 'উশনা' কবিয়ে গ্ৰহণ কৰে। বায়ুয়ে এওঁক বায়ুপুৰাণৰ কথা শিকায়।

বায়ু 'শব্দশাস্ত্ৰ বিশাৰদ' নামে জনাজাত। মীমাংসকসকলে বায়ুৰ ব্যাকৰণ-জ্ঞান সম্বন্ধে বিস্তাৰিতভাৱে বৰ্ণনা কৰিছে। এওঁৰ পুৰাণৰ ওপৰতো পাণ্ডিত্য অসীম।

বায়ুপুৰাণৰ আন এঠাইত উল্লেখ আছে যমৰাজে ইন্দ্ৰক পুৰাণৰ উপদেশ দিয়ে। ইন্দ্ৰই এই উপদেশ তেওঁৰ প্ৰিয় শিষ্য বশিষ্ঠক দিয়ে। ঋষি ভৰদ্বাজকো পুৰাণৰ প্ৰবক্তা বুলি ধৰা হয়। দেৱতাসকলৰ গুৰু বৃহস্পতিও ইতিহাস পুৰাণৰ প্ৰবক্তা

আছিল। বিষ্ণুপুৰাণৰ প্ৰৱক্তা পৰাশৰ। জাতুকৰ্ণই পুৰাণ ৰচনা কৰে। চান্দ্ৰবৃত্তি আৰু 'সৰস্বতীকণ্ঠাভৰণ'ৰ টীকাত কোনো কাশ্যপীয় পুৰাণ সংহিতাৰ উল্লেখ আছে। বায়ুপুৰাণৰ মতে ইয়াৰ প্ৰৱক্তা অকৃতব্ৰণ কাশ্যপ।

শৈৱ সম্প্ৰদায়ৰ 'সূত'-'সংহিতা'ত কপিল নামৰ এজন উপপুৰাণ ৰচকৰ নাম উল্লেখ আছে। ইয়াত কৰিয়ে আন আন পুৰাণসমূহৰ কথা উল্লেখ কৰাৰ উপৰিও উপপুৰাণ-বক্তা মুনিসকলৰ নামাৱলী দিছে আৰু কৈছে যে সপ্তম পুৰাণ কপিলৰ দ্বাৰা উক্ত। 'কৰ্মপুৰাণ'ৰ আৰম্ভণিত ওঠৰখন উপপুৰাণৰ উল্লেখ কৰি 'কপিল' পুৰাণৰ উল্লেখ কৰিছে।

পুৰাণৰ প্ৰণেতা সম্বন্ধে 'বিষ্ণুপুৰাণ'ত এজন ৰচকৰ কথা বৰ্ণিত আছে। এই অনুসাৰে ভগৱান বেদব্যাসে আখ্যান, উপাখ্যান, গাথা আৰু কল্পশুদ্ধি আদিৰ লগে লগে পুৰাণ সংহিতাও ৰচনা কৰে আৰু ইয়াক তেওঁ সূতজাতীয় সুযোগ্য শিষ্য 'লোমহৰ্ষণক' অধ্যয়ন কৰায়। 'লোমহৰ্ষণে' পুৰাণৰ এই মহান জ্ঞান তেওঁৰ কাশ্যপ বংশীয় শিষ্য অকৃতব্ৰণ সাবৰ্ণি আৰু শাংশপায়নক দিয়ে। এওঁলোক তিনিজনে আকৌ মূল সংহিতাৰ ওপৰত তিনিখন পুৰাণ-সংহিতা ৰচনা কৰে। পিচলৈ এওঁলোকৰ শিষ্যসকলে ক্ৰমে ১৮ খন মহাপুৰাণ আৰু বহুতো উপপুৰাণ ৰচনা কৰে। ইয়াৰ ভিতৰত ব্ৰহ্মপুৰাণ আটাইতকৈ আগত ৰচিত। 'বিষ্ণুপুৰাণ'ৰ এই প্ৰসঙ্গত দুটা প্ৰামাণিক কথাৰ অনুসন্ধান পোৱা যায়। প্ৰথমটো হৈছে বেদব্যাসে পুৰাণ-সংহিতা সংগ্ৰহ কৰি ইয়াক ক্ৰমবদ্ধ কৰে; দ্বিতীয়তে, এই সংগ্ৰহকাৰকৰ বহুত পিচত শিষ্যসকলে পৰম্পৰাগতভাৱে ১৮ খন মহাপুৰাণ আৰু উপপুৰাণসমূহ ৰচনা কৰে।

মৎস্যপুৰাণৰ এঠাইত পোৱা যায়, আদিতে মাথোন এখনহে পুৰাণ-সংহিতা আছিল। সম্ভৱতঃ বিষ্ণুপুৰাণৰ পূৰ্বোক্ত কথামতে ব্যাসে এই পুৰাণ সংহিতাৰ শিক্ষা লোমহৰ্ষণক দিয়ে। এই কথা 'শিৱপুৰাণ'তও বিস্তৃতভাৱে বৰ্ণনা কৰা আছে। শিৱপুৰাণত আছে, কল্পৰ শেষত মাথোন এখনেই পুৰাণ আছিল আৰু তাক বেদৰ নিচিনাকৈ ব্ৰহ্মাই ঋষিসকলক কয়। পিচত এই চাৰিলাখ শ্লোকৰ সমষ্টি বৃহৎ পুৰাণ গ্ৰন্থখন ১৮টা ভাগত বিভক্ত কৰে। এই ১৮খন পুৰাণৰ প্ৰৱচন সত্যৱতীৰ পুত্ৰ ব্যাসে কৰে। একমূল সংহিতাৰপৰা ১৮খন পুৰাণৰ বিভাজন আৰু প্ৰৱচনৰ কথা 'দেৱীভাগৱত', 'ভাগৱত', 'বৰাহপুৰাণ' আৰু 'পদ্মপুৰাণ' আদি গ্ৰন্থতো একেৰকমে পোৱা যায়।

আটাইবোৰ পুৰাণৰ প্ৰসঙ্গৰপৰা প্ৰতীয়মান হয় ব্ৰহ্মাই বেদৰ নিচিনাকৈ

পুৰাণৰ কথা স্মৰণ কৰে আৰু ই পৰম্পৰাগতভাৱে ব্যাসলৈকে প্ৰৱাহিত হয়। ঋষিসকলে বৃহৎপুৰাণ সংহিতাক প্ৰথমে তিনিভাগত আৰু পিচত ১৮ ভাগত বিভক্ত কৰে।

মহাপুৰাণ কেইখন অধ্যয়ন কৰি জনা যায়, ইয়াৰ বিষয় ৰচনাশৈলী আৰু পাঠবিধি আদি একে আৰু ইয়ে প্ৰমাণ কৰে ইয়াৰ উৎপত্তি স্থান একেটাই। বৰ্তমান পুৰাণত বিভিন্নতা দেখাৰ কাৰণ হৈছে, ইয়াৰ প্ৰবৰ্তকসকল বেলেগ বেলেগ সম্প্ৰদায়ৰ। পুৰাণৰ এই পৰিবৰ্তন আৰু পৰিবৰ্ধনৰ কাৰণ এই সম্প্ৰদায়ৰ বাবেই পুৰাণৰ যি পাঁচটা লক্ষণ বিষ্ণু, ব্ৰহ্মাণ্ড আৰু মৎস্যৰ অনুসাৰে ওপৰত গণনা কৰি অহা হৈছে, ঠিক সেই কথাৰ প্ৰতিপাদন ইয়াত পোৱা নাই। ইয়াৰ বহুত কথাই পৰৱৰ্তীকালত পৰিস্থিতি অনুসাৰে বহুত সম্প্ৰদায়ৰ দ্বাৰা প্ৰক্ষিপ্ত। ব্ৰাহ্ম, শৈৱ, বৈষ্ণৱ আৰু ভাগৱত প্ৰভৃতি সম্প্ৰদায় বহু পুৰণি নহয়, কিন্তু ব্ৰহ্মপুৰাণ, শিৱ-পুৰাণ, বিষ্ণুপুৰাণ আৰু ভাগৱত পুৰাণৰ নামকৰণ উক্ত সম্প্ৰদায়বিলাকৰ পৰাই হোৱা বুলি অনুমান হয়।

**পুৰাণ আৰু উপপুৰাণৰ সংখ্যা** :—পুৰাণ প্ৰকৃততে কেইখন, ইয়াৰ মূলত কিমান প্ৰক্ষিপ্ত অংশ আছে, ইয়াৰ ৰচনাকাল কি, কি ক্ৰমত ই ৰচিত, এই সকলোবোৰ কথাৰ উত্তৰ বুৰঞ্জীবিদসকলে একে ধৰণে দিয়া নাই। আদিতে পুৰাণ এখন বৃহৎ সংহিতা আছিল। সময়ৰ পৰিৱৰ্তনৰ লগে লগে ইয়াৰ কলেবৰ আৰু আখ্যানসমূহৰ পৰিৱৰ্তন হৈ মহাপুৰাণ তথা উপপুৰাণৰ ৰূপত বৃদ্ধি পায়।

'বিষ্ণুপুৰাণ'ত তলত দিয়া ধৰণে ওঠৰখন পুৰাণৰ ক্ৰম দিয়া হৈছে—১। ব্ৰহ্ম, ২। পদ্ম, ৩। বিষ্ণু, ৪। শিৱ, ৫। ভাগৱত, ৬। নাৰদ, ৭। মাৰ্কণ্ডেয়, ৮। অগ্নি, ৯। ভবিষ্য, ১০। ব্ৰহ্মবৈবৰ্ত, ১১। লিঙ্গ, ১২। বৰাহ, ১৩। স্কন্দ, ১৪। বামন, ১৫। কূৰ্ম, ১৬। মৎস্য, ১৭। বৰুণ আৰু ১৮। ব্ৰহ্মাণ্ড।

এই পুৰাণসমূহ তিনি শ্ৰেণীত বিভক্ত। যি পুৰাণত বিষ্ণুৰ মহিমাই প্ৰাধান্য লাভ কৰিছে সি সত্ত্বৰ অন্তৰ্গত। ভাগৱত, নাৰদীয়, পদ্ম, বৰাহ, গৰুড় আৰু বিষ্ণুপুৰাণ সত্ত্বৰ অন্তৰ্ভুক্ত। যি পুৰাণত ব্ৰহ্মাৰ মাহাত্ম্য প্ৰচাৰ কৰা হৈছে তাৰ নাম ৰাজস্। ব্ৰহ্ম, ব্ৰহ্মাণ্ড, ব্ৰহ্মবৈবৰ্ত, মাৰ্কণ্ডেয়, বামন আৰু ভবিষ্য—এই কেইখন ৰাজসৰ অন্তৰ্গত। য'ত শিৱৰ মাহাত্ম্য প্ৰচাৰ কৰা হৈছে তাৰ নাম তামস্। শিৱ, লিঙ্গ, অগ্নি, স্কন্দ, মৎস্য আৰু কূৰ্ম আদি তামসৰ অন্তৰ্গত।

মুছলমান পণ্ডিত আলবেৰুণীৰ মতেও পুৰাণ ওঠৰখন। কিন্তু ক্ৰম অনুসাৰে

এওঁৰ ক্ৰম উক্ত পুৰাণৰ ক্ৰমৰ লগত মিল থকা দেখা নাযায়। পুৰাণৰ নামকৰণ সম্বন্ধে আলবেৰুণীয়ে কৰৈসে বিচাৰে যে পশু, মানুহ আৰু দেৱতাসকলৰ নামানুসাৰে পুৰাণসমূহৰ নামাকৰণ কৰা হৈছে। যিখনত যি কাহিনী সংকলিত হৈছে তাক সেই নামাকৰণ কৰা হৈছে। আলবেৰুণীৰ মতে ওঠৰখন পুৰাণৰ নাম হ'ল— ১। আদি, ২। মৎস্য, ৩। কূৰ্ম, ৪। বৰাহ, ৫। নৰসিংহ, ৬। বামন, ৭। বায়ু, ৮। নন্দ, ৯। স্কন্দ, ১০। আদিত্য, ১১। সোম, ১২। সাম্ব, ১৩। ব্ৰহ্মাণ্ড, ১৪। মাৰ্কণ্ডেয়, ১৫। তাৰ্ক্ষ্য, ১৬। বিষ্ণু, ১৭। ব্ৰহ্ম আৰু ১৮। ভৱিষ্য।

প্ৰামাণিক দৃষ্টিভঙ্গীৰপৰা আলবেৰুণীৰ তালিকা বিশ্বাসযোগ্য নহয়, কাৰণ গৰুড় পুৰাণত উপপুৰাণৰ যি নাম নিৰ্দেশ কৰা আছে, আলবেৰুণীৰ তালিকাত কিছু ব্যতিক্ৰম দেখা যায়। 'গৰুড় পুৰাণত' উল্লেখ থকা উপপুৰাণ ওঠৰখন হ'ল—১। সনৎ, ২। কুমাৰ, ৩। স্কন্দ, ৪। শিৱধৰ্ম, ৫। আচাৰ্য্য, ৬। নাৰদীয়, ৭। কাপিল, ৮। বামন, ৯। ঔশনস, ১০। ব্ৰহ্মাণ্ড, ১১। বৰুণ, ১২। কালিকা, ১৩। মহেশ্বৰ, ১৪। সাম্ব, ১৫। সৌৰ, ১৬। পাৰাশৰ, ১৭। মাৰীচ, ১৮। ভাৰ্গৱ।

'দেৱীভাগৱতৰ' তালিকা 'গৰুড়পুৰাণ'ৰ উক্ত তালিকাতকৈ কিছু বেলেগ। গৰুড়পুৰাণৰ স্কন্দ, বামন, ব্ৰহ্মাণ্ড, মাৰীচ আৰু ভাৰ্গৱৰ ঠাইত দেৱীভাগৱতত ক্ৰমশঃ শিৱ, মানৱ, আদিত্য, ভাগৱত আৰু বশিষ্ঠ নাম দিয়া হৈছে।

যদিও মহাপুৰাণ ওঠৰখন বুলি ধৰা হয়, বায়ুপুৰাণ আৰু দেৱীভাগৱত লৈ ইয়াৰ সংখ্যা বিশখন। এইদৰে উপপুৰাণৰ সংখ্যাও প্ৰায় ৩০ খন হয় গৈ। পণ্ডিতসকলৰ মতে উপপুৰাণসমূহ মহাপুৰাণৰ পিচত ৰচিত। কিন্তু মৌলিকতা আৰু প্ৰাচীনতাৰ ফালৰপৰা মহাপুৰাণতকৈ উপপুৰাণৰ মহত্ব কোনোগুণে হীন নহয়। উপপুৰাণ ৩০ খন হ'ল—১। সনৎকুমাৰ, ২। নৰসিংহ, ৩। বৃহৎনাৰদীয়, ৪। শিৱধৰ্ম, ৫। দুৰ্বাসস্, ৬। কপিল, ৭। মানৱ, ৮। উশনস্ ৯। বৰুণ, ১০। কালিকা, ১১। সাম্ব, ১২। নন্দকেশ্বৰ, ১৩। সৌৰ, ১৪। পাৰাশৰ, ১৫। আদিত্য, ১৬। ব্ৰহ্মাণ্ড, ১৭। মহেশ্বৰ, ১৮। ভাগৱত, ১৯। বশিষ্ঠ, ২০। কৌৰ্ম, ২১। ভাৰ্গৱ, ২২। আদি, ২৩। মুদ্গল, ২৪। কল্কি, ২৫। দেৱী, ২৬। মহাভাগৱত, ২৭। ব্ৰহদ্ধৰ্ম, ২৮। পৰানন্দ, ২৯। পশুপতি আৰু ৩০। হৰিবংশ।

সম্প্ৰতি উপপুৰাণসমূহৰ কোনো প্ৰামাণিক সিদ্ধান্ত নথকা বাবে ইয়াৰ প্ৰকৃত

সংখ্যা নিৰ্ধাৰণ কৰা আৰু লগতে পুৰাণৰ উক্ত বিভিন্নমুখী গণনাহেতু কোনো এক নিৰ্ধাৰিত ৰূপত পোৱাটো অত্যন্ত কঠিন।

**পুৰাণৰ পৰিচয় :**

১। **পদ্মপুৰাণ :** এই পুৰাণখন ৫ খণ্ডত বিভক্ত। যেনে—সৃষ্টি, ভূমি, স্বৰ্গ, পাতাল আৰু উত্তৰখণ্ড। ইয়াত বহুতো বিচিত্ৰ কাহিনী আৰু নানা ধৰ্মানুষ্ঠানৰ বৰ্ণনা কৰা আছে। গীতাৰ মাহাত্ম্য আৰু ভাগৱতৰ মহাত্ম্যও ইয়াত সন্নিবিষ্ট আছে। ইয়াত জৈলজাৰ জন্মকথা, তাৰকাৰ কাহিনী, যযাতি-উপাখ্যান, অশোক সুন্দৰী কথা, ৰামচন্দ্ৰৰ অশ্বমেধ যজ্ঞৰ বৃত্তান্ত, দুষ্মন্ত-শকুন্তলাৰ কাহিনী, সগৰ ৰজাৰ কাহিনী, আৰু ব্ৰহ্মযজ্ঞ, পিতৃপূজা, ব্ৰত কথা, গয়া-কাশী-প্ৰয়াগৰ মহিমা আদিৰ বৰ্ণনা পোৱা যায়।

২। **বিষ্ণুপুৰাণ :** বিষ্ণুপুৰাণ পঞ্চলক্ষণ সমন্বিত বিশুদ্ধ পুৰাণ। ৰামানুচাৰ্য্যই বেদান্তসূত্ৰৰ টীকাত ইয়াক এখন বৈষ্ণৱ সম্প্ৰদায়ৰ প্ৰামাণ্যগ্ৰন্থৰূপে উল্লেখ কৰিছে। ইয়াত বৰ্ণিত শ্ৰীকৃষ্ণৰ জন্ম-বৃত্তান্ত আৰু ৰাসলীলা বৈষ্ণৱসকলৰ ওচৰত অতি সন্মানিত। কৃষ্ণৰ জীৱন বৃত্তান্তৰ উপৰিও অনেক কাহিনী আৰু উপদেশ ইয়াত সন্নিবিষ্ট আছে। ইয়াত নৰক-বৰ্ণনা, বৰ্ণাশ্ৰম ধৰ্ম, আচাৰ-বিধি, পবিত্ৰতা ৰক্ষা, শ্ৰাদ্ধকৰ্ম, যুগধৰ্ম, কৰ্মবিপাক আদিৰ লগতে সৃষ্টি-কাহিনী, দেৱতা আৰু ঋষিবংশৰ বৰ্ণনা, ধ্ৰুৱ-প্ৰহ্লাদ উপাখ্যান, কণ্ডুমুনিৰ কাহিনী, জড়ভৰতৰ কাহিনী, শিশুনাগ-নন্দ-মৌৰ্যবংশৰ বিৱৰণ আদি পোৱা যায়। কিন্তু সকলো বিষয়বস্তুৰ কেন্দ্ৰীয় ভাব হৈছে বিষ্ণুৰ মাহাত্ম্য প্ৰতিপাদন। বিষ্ণুৰ মাহাত্ম্য প্ৰচাৰ কৰা ঘাই উদ্দেশ্য হলেও ইয়াত কোনো যাগ-যজ্ঞানুষ্ঠানৰ উল্লেখ নাই।

৩। **বায়ুপুৰাণ বা শিৱপুৰাণ :** শিৱৰ উপাসনাই এই পুৰাণৰ মুখ্য বিষয়। পুৰাণৰ পঞ্চলক্ষণ ইয়াত সুস্পষ্ট। পাঞ্চলাক্ষণিক বিষয়ৰ উপৰিও ইয়াত বৰ্ণাশ্ৰম ধৰ্ম, যতি সকলৰ জীৱনচৰ্য্যা, শ্ৰদ্ধাবিধি, নৰক, কৰ্মফল, আৰু গয়া-মাহাত্ম্যৰ কথা বৰ্ণনা কৰা আছে। খ্ৰীঃ চতুৰ্থ শতিকাৰ গুপ্তবংশৰ ৰজাসকলৰ শাসনকালৰ কথাও ইয়াৰপৰা জনা যায়।

৪। **ব্ৰহ্মাণ্ডপুৰাণ :** ইয়াত উপাখ্যান কিছুমানৰ উপৰিও তীৰ্থসমূহৰ বিৱৰণ পোৱা যায়। ইয়াত শিৱ-পাৰ্বতীৰ কথোপকথনৰ মাজেদি আধ্যাত্ম ৰামায়ণৰ বিৱৰণো আছে। ৰামক মুক্তিপথৰ পথ-প্ৰদৰ্শক বুলি ইয়াত উল্লেখ কৰা আছে।

৫। **ভাগৱত পুৰাণ**: পুৰাণসমূহৰ ভিতৰত ভাগৱত পুৰাণ আটাইতকৈ জনপ্ৰিয় আৰু প্ৰসিদ্ধ। বিষ্ণুপুৰাণৰ লগত ভাগৱত পুৰাণৰ বিষয়বস্তুৰ যথেষ্ট মিল আছে। ভাগৱত শ্ৰীকৃষ্ণৰ মহাজীৱনৰ ৰসভাষ্য। মহাভাৰতক যদি শ্ৰীকৃষ্ণৰ দাৰ্শনিক আৰু ৰাজনৈতিক প্ৰতিভাৰ কাহিনী বোলা হয়, তেনেহলে ভাগৱতক তাৰ প্ৰেমময় জীৱনৰ কবিতা বুলিব পাৰি।

ভাগৱত দ্বাদশ স্কন্ধত ৰচিত। ইয়াত পৰিক্ষিতৰ কাহিনী, ধ্ৰুৱৰ কাহিনী, বৃত্ৰাসুৰৰ কাহিনী, প্ৰহ্লাদৰ কাহিনী আদি বৰ্ণনা কৰা আছে। ভাগৱতৰ দশম স্কন্ধত শ্ৰীকৃষ্ণৰ ৰাসলীলা বৰ্ণিত আছে। যদিও ভাগৱতত সৃষ্টিতত্ত্ব আৰু নানা নীতি-উপদেশ আদিৰ কথা পোৱা যায়, তথাপি ভাগৱতৰ মূল প্ৰতিপাদ্য বিষয় হ'ল সৰল অকৃত্ৰিম অন্তৰঙ্গ কৃষ্ণভক্তি, কৃষ্ণপ্ৰেম। এইটো বিশেষভাৱে লক্ষণীয় যে ভাগৱতৰ শ্ৰীকৃষ্ণকথাৰ লগত বিষ্ণুপুৰাণৰ কৃষ্ণকথাৰ সাদৃশ্য আছে। **Pargiter**-ৰ মতে ভাগৱত খ্ৰীষ্টীয় নৱম শতাব্দীত ৰচিত।

৬। **মৎস্যপুৰাণ**: ইয়াত বিষ্ণুৰ মৎস্য-অৱতাৰৰ কথা বৰ্ণিত আছে। পৃথিৱী প্ৰবল পানীত প্লাৱিত হোৱাত বিষ্ণুৱে মৎস্যৰূপ ধাৰণ কৰি নৌকাৰূঢ় মনুক উদ্ধাৰ কৰি হিমালয়ৰ উচ্চতম শৃঙ্গত নৌকাবন্ধন কৰি মনুক ৰক্ষা কৰে। এই কাহিনীৰ অৱলম্বনতেই মৎস্যপুৰাণৰ কাহিনী আৰম্ভ। মনু আৰু মৎস্যৰ কথোপকথনেই ইয়াৰ বিষয়বস্তু। ইয়াত সৃষ্টি, মন্বন্তৰ, তীৰ্থমাহাত্ম্য, শ্ৰাদ্ধকথাদিৰ বৰ্ণনা আছে।

৭। **নাৰদ পুৰাণ**: নাৰদ পুৰাণৰ মুখ্য প্ৰতিপাদ্য বিষ্ণুভক্তি। ইয়াত নাৰদ বিষ্ণুভক্তিৰ প্ৰচাৰক হিচাপে চিত্ৰিত হৈছে। উপকথা কিছুমানৰ জৰিয়তে বিষ্ণুপূজা আৰু বিষ্ণুব্ৰতৰ মহিমা প্ৰকাশ কৰা হৈছে। ইয়াৰ উপৰিও পাপ-পুণ্যৰ কথা, ধৰ্ম, শ্ৰাদ্ধ, প্ৰায়চিত্ত, বৰ্ণাশ্ৰম, ভক্তি আৰু মুক্তিৰ কথা আলোচিত হৈছে।

৮। **মাৰ্কণ্ডেয় পুৰাণ**: মাৰ্কণ্ডেয় পুৰাণ শাক্তসকলৰ প্ৰধান উৎকৃষ্ট ধৰ্ম গ্ৰন্থ। মাৰ্কণ্ডেয় পুৰাণত ৮১-ৰ পৰা ৯৩ অধ্যায়লৈ মহাশক্তিৰ মহালীলাৰ কথা বৰ্ণিত। মাৰ্কণ্ডেয় পুৰাণৰ এই অধ্যায় কেইটাই "শ্ৰীশ্ৰীচণ্ডী"-বা 'দেৱী-সপ্তশতী' গ্ৰন্থ। ইয়াত দেৱীৰদ্বাৰা মধুকৈটভ-বধ, মহিষাসুৰ বধ, শুম্ভ-নিশুম্ভ বধ, চণ্ডমুণ্ড আৰু ৰক্তবীজ-বধ আদি কাহিনীৰ মাজেদি দেৱী মহামায়াৰ মহাশক্তি প্ৰচাৰ ক'ৰা হৈছে।

ৰজা সুৰথ আৰু বৈশ্য সমাধিক সংসাৰ আৰু মায়াৰ সম্পৰ্কে মহামুনি মেধাই দিয়া উপদেশ, ৰাণী মদালসাৰ কাহিনী, মনু-পৰম্পৰাৰ বিবৃতি আদি বহুতো প্ৰসঙ্গ

এই পুৰাণত সন্নিবিষ্ট আছে। পুৰাণৰ পঞ্চলক্ষণ ইয়াত বিদ্যমান। ইয়াৰ কাব্যিক গুণো অপূৰ্ব। দেৱী-মাহাত্ম্যৰ ভাষা যিমান ওজস্বী, সিমান অপূৰ্ব প্ৰেৰণাদায়কাৰী।

৯। **অগ্নিপুৰাণ :** অগ্নিপুৰাণ বিষ্ণুভক্তি প্ৰতিপাদক। ইয়াত তন্ত্ৰৰ আচাৰ-অনুষ্ঠানবো বৰ্ণনা পোৱা যায়। ইয়াত ৰামায়ণ আৰু মহাভাৰতৰ কাহিনীৰ উপৰিও গীতাৰ সাৰাংশ সন্নিবিষ্ট আছে। তদুপৰি জন্ম আৰু পুনৰ্জন্ম, যোগ-যাগ, বিবাহ-বিধি, জ্যোতিষ, ভূগোল, আয়ুৰ্বেদ, তীৰ্থ মাহাত্ম্য, যুদ্ধবিদ্যা, ৰাজ-ধৰ্ম, ছন্দ-ব্যাকৰণ, অলংকাৰ আদি এই পুৰাণত স্থান পাইছে।

অগ্নিপুৰাণৰ ৰচনাকাল সম্বন্ধে পণ্ডিতসকল একমত নহয়। এচ. কে. দে-ৰ মতে অগ্নিপুৰাণৰ অলংকাৰ প্ৰকৰণ দণ্ডী আৰু ভামহৰ পিছত আৰু 'ধ্বন্যালোক'ৰ ৰচক আনন্দবৰ্ধনৰ আগত খ্ৰীঃ নৱম শতাব্দীত ৰচিত। পি. ভি. কানেও মত পোষণ কৰে যে অগ্নিপুৰাণ খ্ৰীঃ ৭ম শতাব্দীত ৰচিত হলেও ইয়াৰ অলংকাৰ অংশ ৯ম শতাব্দীত প্ৰক্ষিপ্ত হব পাৰে।

১০। **ভৱিষ্যপুৰাণ :** ভৱিষ্যপুৰাণ পাঁচটা-পৰ্বত ৰচিত। ইয়াত সূৰ্য্য চৰিত্ৰ, ব্ৰহ্মা মাহাত্ম্য, শিৱমাহাত্ম্য, বিষ্ণুমাহাত্ম্য, সৃষ্টি-লক্ষণ আদি লিপিবদ্ধ কৰা আছে।

১১। **ব্ৰহ্মবৈৱৰ্ত্তপুৰাণ :** ই চাৰিটা খণ্ডত বিভক্ত। ইয়াত সৃষ্টিপ্ৰকৰণ, নাৰদৰ শিৱলোক ভ্ৰমণ আৰু সঙ্গীত শিক্ষা, গণেশ-কাৰ্তিকৰ জন্ম-বৃত্তান্ত, পৰশু ৰামৰ কাহিনী, কৃষ্ণৰ জীৱন-কাহিনী আৰু ৰাসলীলা বৰ্ণিত আছে।

১২। **লিঙ্গপুৰাণ :** ইয়াত শিৱৰ মাহাত্ম্য বৰ্ণিত আছে। শিৱৰ কাহিনী ইয়াৰ প্ৰধান উপজীব্য। ইয়াৰ উপৰিও ইয়াত সৃষ্টি প্ৰকৰণ, কল্প-বৃত্তান্ত, সূৰ্য্য আৰু চন্দ্ৰ বংশৰ কাহিনী বৰ্ণিত আছে। পূৰ্বভাগ আৰু উত্তৰভাগ—এই দুটা ভাগত পুৰাণখন বিভক্ত। সঙ্গীতৰ অধ্যায় এটিও ইয়াত আছে।

১৩। **স্কন্দপুৰাণ :** ইয়াত শিৱৰ কাহিনী, ইন্দ্ৰদ্যুম্নৰ কাহিনী, ৰামচৰিত হৰিশ্চন্দ্ৰ-কথা, বৃত্ৰাসুৰৰ কাহিনী আদিৰ লগত অক্ষয় তৃতীয়া ব্ৰত, তীৰ্থমাহাত্ম্য, শিৱমাহাত্ম্য আদি বৰ্ণিত আছে। এই পুৰাণখন মহেশ্বৰ, বৈষ্ণৱ, ব্ৰহ্ম, কাশী, অৱন্তী, নাগৰ, প্ৰভাস আদি সাতটা খণ্ডত বিভক্ত। ইয়াত সৰ্বমুঠ ৮০,০০০ শ্লোক আছে।

১৪। **বৰাহপুৰাণ :** ইয়াত গৌৰীৰ জন্মকথা, শিৱ-দুৰ্গা কাহিনী, যম-নাচিকেতা কাহিনী, তীৰ্থ-মাহাত্ম্য, বিবিধ ধৰ্ম কথাৰ বৰ্ণনা পোৱা যায়।

১৫। **কূৰ্মপুৰাণ:** কূৰ্মপুৰাণত অন্যান্য পুৰাণতকৈ আখ্যান-উপাখ্যান, কথা-কাহিনী কম। পিছৰ খণ্ডত কথা কাহিনী প্ৰায় একেবাৰেই নাই। পূৰ্ব-ভাগত যিকেইটা গল্প আছে তাৰ ভিতৰত মহাবৰাহৰ পৃথিৱী উদ্ধাৰ, উত্তান-পাদৰ কাহিনী, দক্ষযজ্ঞ আৰু বামণাৱতাৰ আদিয়েই প্ৰধান। কূৰ্মপুৰাণত গল্পতকৈ তথ্যৰ পিনে বেছি দৃষ্টি দিয়া হৈছে। বৰ্ণাশ্ৰম বিভাগ, প্ৰাকৃত সৰ্গ, তমোময় স্বৰ্গ, ৰুদ্ৰসৰ্গ, অৰ্ধনাৰীশ্বৰৰ প্ৰাদুৰ্ভাৱ—এইবিলাক বিষয় যথেষ্ট কৌতূহলোদ্দীপক ভাৱে আলোচিত হৈছে। ইয়াৰ উপৰিও অন্যান্য প্ৰয়োজনীয় তথ্যৰ ভিতৰত এইবোৰ উল্লেখ কৰা যায়—ঋষিবংশ, ইক্ষ্বাকুবংশ, পুৰুৰবাবংশ, জয়ধ্বজ বংশৰ বৰ্ণনা, কাশী, ওঁকাৰলিঙ্গ, কপৰ্দীশ্বৰ লিঙ্গ, মধ্যমেশ্বৰ লিঙ্গ, প্ৰয়োগ আৰু যমুনা মাহাত্ম্য, ভুৱনকোষ। তদুপৰি ভুৱনবিন্যাস সম্পৰ্কে কৰলৈ গৈ উল্লেখ কৰা হৈছে—সপ্তদ্বীপ, গ্ৰহনক্ষত্ৰাদিৰ সন্নিবেশ, দ্বাদশ আদিত্য আৰু তাৰ অধিকাৰ কাল, সূৰ্য্যৰ সাত ৰশ্মি, মৰ্তলোক, সুমেৰুৰ কাহিনী, ব্যাসকীৰ্ত্তন আৰু মহাদেৱৰ অৱতাৰৰ কথা। উত্তৰ খণ্ডত নানা বিধি, তীৰ্থ আৰু উচ্চস্তৰৰ দাৰ্শনিক তত্ত্বই উপজীব্য।

ব্ৰহ্মপুৰাণখন ব্ৰাহ্মী, ভাগৱতী, সৌৰী আৰু বৈষ্ণৱী—এই চাৰিটা সংহিতাত বিভক্ত। ব্ৰাহ্মী সংহিতাত ৬০০০, ভাগৱতী সংহিতাত ৪০০০, সৌৰীত ২০০০ আৰু বৈষ্ণৱীত ৫০০০ শ্লোক আছে। ভাগৱতত কোৱা আছে যে কূৰ্মপুৰাণৰ শ্লোক সংখ্যা সোতৰ হাজাৰ। মৎস্য আৰু ব্ৰহ্মবৈৱৰ্তৰ মতে কূৰ্মপুৰাণৰ শ্লোক সংখ্যা ওঠৰ হাজাৰ। ব্ৰাহ্মী সংহিতাত যে ছয়হাজাৰ শ্লোক কূৰ্মপুৰাণৰ সাক্ষ্যই প্ৰমাণ—

ব্ৰাহ্মী ভাগৱতী সৌৰী বৈষ্ণৱী চ প্ৰকীৰ্তিতাঃ।
চতস্ৰঃ সংহিতাঃ পুণ্যা ধৰ্মাৰ্থকাম মোক্ষদাঃ॥
ইয়ং তু সংহিতা ব্ৰাহ্মী চতুৰ্বেদৈশ্চসম্মতা।
ভৱন্তি ষট্ সহস্ৰাণি শ্লোকানামত্ৰ সংখ্যায়া॥

১৬। **ব্ৰহ্মপুৰাণ:** বিষ্ণুপুৰাণত কোৱা হৈছে যে ব্ৰহ্মপুৰাণেই সকলো পুৰাণৰ ভিতৰত প্ৰথম। ই ২৪৫টা অধ্যায় আৰু ১৩৭৮৩টা শ্লোকৰ সমষ্টি। ব্ৰহ্মাৰ প্ৰাধান্য ইয়াত কীৰ্তিত হৈছে বাবে ইয়াক ৰাজসিক শ্ৰেণীত পেলোৱা হৈছে। ব্ৰহ্মপুৰাণৰ মতে পৃথিৱীৰ ভিতৰত ভাৰতবৰ্ষই শ্ৰেষ্ঠ আৰু ভাৰতবৰ্ষৰ ভিতৰত দণ্ডকাৰণ্য প্ৰধান। এই দণ্ডকাৰণ্যৰ মাজেদি গোদাবৰী নদী প্ৰবাহিত আৰু

এই নদীয়েই নদীৰ ভিতৰত শ্ৰেষ্ঠ। ব্ৰহ্মপুৰাণৰ ৬৯ অধ্যায়ৰপৰা ১৭৫ অধ্যায়লৈকে মুঠ ১০৬টা অধ্যায় জুৰি এই নদীৰ পাৰত অৱস্থিত সমস্ত তীৰ্থক্ষেত্ৰত সম্পূৰ্ণ বিৱৰণ আছে। প্ৰথম অধ্যায়ৰপৰা উনসত্তৰ অধ্যায়লৈ পুৰুষোত্তম ক্ষেত্ৰ (বৰ্তমান পুৰী) কোণাদিত্য (বৰ্তমান কোণাৰক), একাম্ৰক্ষেত্ৰ (বৰ্তমান ভুৱনেশ্বৰ) আদিৰ কথা বৰ্ণিত আছে। ইয়াৰ উপৰিও জগন্নাথৰ স্নান যাত্ৰা আৰু গুণ্ডিবা যাত্ৰাৰ কথাও লিখা আছে।

ব্ৰহ্মপুৰাণত সৃষ্টিতত্ত্ব, সূৰ্য্যবংশ আৰু চন্দ্ৰবংশৰ ৰজাসকলৰ কাহিনী, ভাৰতৰ বিভিন্ন প্ৰান্তত অৱস্থিত তীৰ্থস্থান, ভূগোল বৰ্ণনা প্ৰভৃতি বিবৃত হৈছে। দহটি অধ্যায়ত শিৱ আৰু পাৰ্বতীৰ উপাখ্যান পোৱা যায়। কিন্তু ব্ৰহ্মপুৰাণৰ অধিকাংশ স্থান অধিকাৰ কৰিছে 'গৌতমী মাহাত্ম্য'ই। শ্ৰীকৃষ্ণৰ চৰিত্ৰ আৰু যদুবংশৰ বৰ্ণনাও পোৱা যায়। কেইটামান অধ্যায়ত নৰকৰ বৰ্ণনাও আছে। ইয়াত কৰ্মবিপাকৰ কথা, শ্ৰাদ্ধৰ কথা, ভৱিষ্যত যুগৰ কথা আৰু সাংখ্য আৰু যোগদৰ্শনৰ কথা আলোচনা কৰা হৈছে।

ধৰ্মশাস্ত্ৰৰ উপযোগী অনেক তত্ত্বকথা ইয়াত আলোচনা কৰা হৈছে। শ্ৰাদ্ধবিধান, অন্নদানৰ মহিমা, অশৌচবিচাৰ, বৰ্ণধৰ্মপ্ৰতিষ্ঠা, সদাচাৰ নিৰূপণ, ধৰ্মনিৰূপণ, সঙ্কৰ জাতি নিৰ্ণয় আদি বৰ্ণিত আছে।

১৭। **গৰুড়পুৰাণ:** ইয়াত জ্যোতিষ, ব্যাকৰণ, ঔষধ, আদিৰ উপৰিও প্ৰেতকল্পৰ কথা বৰ্ণিত আছে।

১৮। **বামন পুৰাণ:** ইয়াত দেৱাসুৰৰ যুদ্ধ, বালিৰ কাহিনী, দেৱীমাহাত্ম্য আদি বৰ্ণনা কৰা আছে।

**ৰচনাকাল:**—এক নিৰ্দিষ্ট সময়ত পুৰাণ ৰচিত নহয়। প্ৰায় শ্ৰুতিকালৰপৰা আৰম্ভ কৰি বাৰ শতাব্দীলৈকে এই সুদীৰ্ঘ কালছোৱাত ইয়াৰ ৰচনা, সংক্ষিপ্ত সংস্কৰণ, সম্পাদন আৰু সংকলন হয়। গুপ্ত শাসনকালত পুৰাণৰ এক সংস্কৰণ হয় বুলি পণ্ডিতসকলে মত প্ৰকাশ কৰে। 'স্কন্দপুৰাণ'ৰ সম্বন্ধে পণ্ডিতসকলৰ ধাৰণা যে, গুপ্তসম্ৰাট স্কন্দগুপ্তৰ নাম অনুসৰি এই পুৰাণৰ নাম হয় স্কন্দপুৰাণ। বায়ুপুৰাণ, ভৱিষ্যৎপুৰাণ, বিষ্ণুপুৰাণ আৰু ভাগৱত পুৰাণত গুপ্তবংশৰ বহুবাৰ উল্লেখ আছে। ইয়াৰপৰা জনা যায়, গুপ্তযুগত পুৰাণবোৰৰ সংস্কাৰ হয়। ডঃ জয়সাবালৰ মতে, কাঁচনকৰ (ৰাজস্থানৰ) শেষ শাসনকৰ্তা পুষ্যমিত্ৰ আৰু পতুমিত্ৰৰ সময়ত ৪৯৯ খ্ৰীষ্টাব্দত পুৰাণৰ ৰচনা সমাপ্তি হয়। ইয়াত যি সংশোধন কৰা হৈছে, তাৰ সময় পাঁচ শতাব্দীৰ আগৰ।

যদিও মূল অৰ্থত 'পুৰাণে' বেদৰ নিচিনাকৈ এক ব্যাপক বিষয়ক সূচায়, আৰু আমি এই দৃষ্টিকোণৰপৰা এইটোও মানো যে 'বেদ' 'সংহিতাৰ' নিচিনা পুৰাণ সংহিতাও বিদ্যমান, যাৰ বৰ্গীকৰণ বৈদিক সংহিতাৰ বৰ্গীকৰণৰ লগতেই 'ব্যাস' পদবীধাৰী মহৰ্ষিসকলে কৰিছে, তথাপি পুৰাণ সংহিতাৰ এই প্ৰাচীনৰূপ সদায় বিলুপ্ত আৰু বিচ্ছিন্ন হৈ আছে। তলত উল্লেখ কৰা কথাসমূহৰপৰা পুৰাণ সাহিত্যৰ নিৰ্মাণকালৰ পূৰ্ব আৰু উত্তৰ সীমা নিৰ্ণয় কৰিব পাৰি।

(১) শঙ্কৰাচাৰ্য্য আৰু কুমাৰিলভট্টৰ ৰচনাৱলীত পুৰাণৰ উদ্ধৃতি পোৱা যায়। বাণভট্টই ৭০০ খ্ৰীঃত হৰ্ষচৰিতত এই কথা উল্লেখ কৰিছে যে তেওঁ নিজ জন্মস্থানত 'বায়ুপুৰাণ'ৰ পাৰায়ণ শুনিছিল। কাদম্বৰীতো তেওঁ 'পুৰাণেষু বায়ুপ্ৰলপিতম্' বুলি বায়ুপুৰাণৰ উল্লেখ কৰিছে।

(২) পুৰাণত উল্লেখিত থকা কলিযুগৰ ৰজাসকলৰ সময়ৰপৰা পুৰাণৰ কাল নিৰূপিত কৰাত সহজসাধ্য হৈ পৰে। বিষ্ণুপুৰাণত মৌৰ্য্যবংশৰ প্ৰামাণিক বিৱৰণ দিয়া আছে। মৎস্যপুৰাণে প্ৰায় ২২৫ খ্ৰীষ্টাব্দৰ দক্ষিণৰ অন্ধ্ৰৰজাৰ প্ৰামাণিক ইতিহাস দাঙি ধৰে। বায়ুপুৰাণ গুপ্তৰজাসকলৰ প্ৰাৰম্ভিক সাম্ৰাজ্যৰপৰা পৰিচিত। এতেকে পুৰাণৰ ৰচনাকাল গুপ্তযুগৰ সমসাময়িক।

(৩) মহাভাৰত আৰু পুৰাণৰ পৰস্পৰ সম্বন্ধ এটা বিবেচনীয় বস্তু। মহাভাৰতে বৰ্তমান ৰূপ পোৱাৰ আগতেই পুৰাণৰ অস্তিত্ব থকা পোৱা যায়। মহাভাৰত কথাৰ বক্তা উগ্ৰশ্ৰৱা সূত লোমহৰ্ষণৰ পুত্ৰ। এওঁ পুৰাণক পূৰ্ণৰূপত ৰূপায়িত কৰে। শৌনিক ঋষিয়ে উগ্ৰশ্ৰৱাক মহাভাৰতৰ কথা কবলৈ অনুৰোধ কৰি কয়, 'হে লোমহৰ্ষণ! তোমাৰ পিতাই প্ৰাচীন কালত সমস্ত পুৰাণ পঢ়ে, তুমি এই পুৰাণ অধ্যয়ন কৰিছা নে নাই? পুৰাণত দেৱতাসকলৰ কথা তথা ঋষিসকলৰ বংশ বৰ্ণিত আছে আৰু সেইবোৰ আমি আপোনাৰ পিতাৰপৰা শুনিছো।" হৰিবংশত বায়ুপুৰাণৰ লগত অনেক অংশত পৰ্য্যাপ্ত সমতাও ৰাখিছে। বহুতৰপৰা আখ্যান আৰু উপদেশাত্মক শ্লোক পুৰাণ আৰু মহাভাৰতত সমান ৰূপত পোৱা যায়। ডঃ লুডসৰ মতে ঋষ্য শৃঙ্গৰ যি আখ্যান পদ্মপুৰাণত পোৱা যায় ই মহাভাৰতত পোৱা আখ্যানতকৈ অধিক পুৰণি। তদুপৰি বৰ্তমান ৰূপত পোৱা যায় পুৰাণৰ বহুত কথা মহাভাৰতকৈ বেছি পুৰণি।

(৪) কৌটিল্যৰ অৰ্থশাস্ত্ৰ সম্বন্ধে পুৰাণৰপৰা ভালদৰে জনা যায়। কৌটিল্যৰ মতে বিপথে পৰিচালিত হোৱা ৰাজকুমাৰসকলক পুৰাণৰ উপদেশ দি সৎপথে পৰিচালিত কৰে। অকল সেইয়েই নহয়, কৌটিল্যই পৌৰাণিক ৰজাৰ অধিকাৰত

অন্যতম স্থান দিয়ে। এতেকে পুৰাণক কৌটিল্যতকৈ প্ৰাচীন বুলি ধৰা হয়। কৌটিল্যৰ বিষয়ে পণ্ডিতসকল একমত নহয়। কিছুমানৰ মতে অৰ্থশাস্ত্ৰৰ ৰচনা-কাল তৃতীয় শতাব্দী। কিন্তু বেছিভাগ পণ্ডিতৰ মতে কৌটিল্যৰ অৰ্থশাস্ত্ৰৰ চন্দ্ৰগুপ্ত মৌৰ্য্যৰ শাসন-পদ্ধতিৰ বিস্তৃত বৰ্ণনা আছে। অৰ্থশাস্ত্ৰ খ্ৰীঃ পূঃ তৃতীয় শতাব্দীৰ। এতেকে খ্ৰীঃ পূঃ তৃতীয় শতাব্দীৰ বহুত আগত পুৰাণ ৰচিত।

(৫) সূত্ৰগ্ৰন্থৰপৰা পুৰাণৰ কাল সম্বন্ধে কিছু জনা যায়। এই সময়ত পুৰাণ গ্ৰন্থ হিচাপে নিবদ্ধ হয় আৰু ইয়াৰ স্বৰূপ আছিল আজিকালিৰ পুৰাণৰ দৰে। গৌতম আৰু আপস্তম্বৰ ধৰ্মসূত্ৰৰ কালগণনা অনুসাৰে ইয়াৰ ৰচনাকাল বহুত প্ৰাচীন। সৰ্বসন্মতিক্ৰমে ইয়াৰ ৰচনাকাল খ্ৰীঃ পূঃ পঞ্চম শতক বুলি মানি লোৱা হৈছে। গৌতম ধৰ্মসূত্ৰত লিখা আছে—ৰজাই শাসন ব্যৱহাৰ বাবে বেদ, ধৰ্মশাস্ত্ৰ, বেদাঙ্গ আৰু পুৰাণক প্ৰমাণ হিচাপে লয়। বেদৰ সমকক্ষ কৰি ৰখাৰ বাবে পুৰাণৰপৰা আখ্যান বিশেষৰ অৰ্থ ওলাই পৰে। আপস্তম্ব ধৰ্মসূত্ৰত পোৱা নিৰ্দেশ ইয়াতকৈ অধিক মহত্বপূৰ্ণ। ইয়াত পুৰাণৰ তিনিটা উদ্ধৃতি আছে। আৰু তৃতীয় উদ্ধৃতি ভৱিষ্যৎ পুৰাণৰপৰা লোৱা। এই তিনিটা উদ্ধৃতি বৰ্তমান পুৰাণত পোৱা নাযায়। কিন্তু ইয়াৰ সমানাৰ্থক শ্লোক পুৰাণত পোৱা যায়। সম্ভৱতঃ এই সময়ত বিৰচিত পুৰাণৰ পুনঃ সংস্কৰণ পিচত কৰা হয়। যিয়েই নহওঁক, সূত্ৰকালত পুৰাণক গ্ৰন্থৰ ৰূপত পোৱাটো সত্য।

(৬) উপনিষদৰ কালতো পুৰাণৰ উল্লেখ থকা পোৱা যায়। ছান্দোগ্য উপনিষদত সনৎকুমাৰ আৰু নাৰদৰ প্ৰসঙ্গত সেইকালত প্ৰচলিত শাস্ত্ৰৰ অনেক নিৰ্দেশ পোৱা যায়। ইয়াত বেদৰ বাহিৰে পুৰাণৰো উল্লেখ আছে।

(৭) ইয়াতকৈও অথৰ্ব সংহিতাৰ উল্লেখ অতি মহত্বপূৰ্ণ। অথৰ্বৰ এটা মন্ত্ৰ অনুসাৰে 'উচ্ছিষ্ট' নামেৰে অভিহিত পৰমপুৰুষৰপৰা চাৰিবেদৰ পিচত পুৰাণৰ উৎপত্তিৰ নিৰ্দেশ কৰিছে। প্ৰসঙ্গৰপৰা জনা যায়, পুৰাণ শব্দই কেৱল পুৰণি আখ্যানকেই বুজোৱা নাই, গ্ৰন্থবিশেষকৈ বুজাইছে। পুৰাণ শব্দৰ প্ৰয়োগ প্ৰাচীন গ্ৰন্থসমূহত দুই ৰকমে পোৱা যায়—

(ক) বিশিষ্ট প্ৰকাৰৰ সাহিত্যিক ৰচনা আৰু (খ) পুৰণি আখ্যানবোৰৰ বৰ্ণনা থকা গ্ৰন্থবিশেষ।

এইদৰে বিশ্লেষণ কৰি চালে দেখা যায় পুৰাণৰ উৎপত্তি বৈদিক যুগ। খ্ৰীঃ পূঃ ৬০০-ৰ আগৰপৰা বৰ্তমানকাললৈকে উপলব্ধ পুৰাণৰ সময়েই পুৰাণগ্ৰন্থৰ

ৰচনাকাল। পুৰাণ কোনো এক শতাব্দীৰ ৰচনা নহয়। সময়ে সময়ে নতুন নতুন আখ্যান যোগ হৈ ইয়াৰ কলেবৰ বৃদ্ধি পাইছে। গুপ্তকালত ইয়াৰ বৰ্তমান ৰূপ পোৱা যায়।

প্ৰায় ১২০০ শতাব্দীৰপৰা মৌৰ্য্যবংশ (৩৭৪—১৯০ খ্ৰীঃ পূঃ), অন্ধ্ৰবংশ (২১২—৩৩৮ খ্ৰীঃ পূঃ), গুপ্তবংশ (২৭৫—৫১০ খ্ৰীঃ পূঃ), মহাভাৰত (৫০০ খ্ৰীঃ পূঃ), অৰ্থশাস্ত্ৰ (৩০০ খ্ৰীঃ পূঃ), কল্পসূত্ৰ (৭০০ খ্ৰীঃ পূঃ), উপনিষদ (১০০০ খ্ৰীঃ পূঃ) আৰু বৈদিক সংহিতা (২৫০০ খ্ৰীঃ পূঃ) লৈ পুৰাণৰ প্ৰাচীনতম আধুনিক স্বৰূপত সমৰ্থন কৰা বাবে ইয়াৰ পূৰ্বসীমা বৈদিক যুগ আৰু উত্তৰ সীমা গুপ্ত সাম্ৰাজ্যৰ সময়লৈকে নিৰ্ধাৰিত কৰিব পাৰি।

পুৰাণ সম্বন্ধে গভীৰ অধ্যয়ন কৰি পাৰ্জিটৰ চাহাবে ইয়াৰ ৰচনাকাল খৃষ্টাব্দ আৰম্ভণিৰ আগৰ বুলি কয়। পুৰাণসমূহৰ ভিতৰত অগ্নিপুৰাণেই প্ৰাচীন। বুৰঞ্জীবিদসকলে 'অগ্নিপুৰাণ'ৰ ৰচনাকাল চতুৰ্থ শতাব্দী বা তাৰ আগৰ বুলি কব বিচাৰে। লোকমান্য তিলকৰ মতে, পুৰাণৰ ৰচনাকাল খ্ৰীষ্টীয় দ্বিতীয় শতকৰ আগত। 'অগ্নিপুৰাণৰ' ৰচনাকাল সম্বন্ধে 'কানে' কৰলৈ বিচাৰে যে ইয়াৰ ৰচনা ৭০০ খ্ৰীঃৰ পিচত আৰু ইয়াৰ কাব্যশাস্ত্ৰ বিষয়ক অংশৰ ৰচনা ৯০০ খ্ৰীষ্টাব্দৰ।

'কানে'ৰ এই মত খণ্ডন কৰি শ্ৰীকনহৈয়ালাল পোদ্দাৰে প্ৰমাণসহ মন্তব্য কৰে যে, অগ্নিপুৰাণৰ কাব্যৰ প্ৰকৰণৰ ওপৰত লক্ষ কৰিলে এইটো নিৰ্বিবাদে বিদিত হয়—ইয়াৰ বৰ্ণনা ভামহ, দণ্ডী আৰু ধ্বনিকাৰ আদি প্ৰাচীন সাহিত্যাচাৰ্য্য-সকলৰ দ্বাৰা বিলক্ষণ আৰু এই কাব্যৰ বিকাশক্ৰম 'নাট্যশাস্ত্ৰৰ' পিচত আৰু ভামহাদিৰ পূৰ্বৰ মধ্যকালীন ৰূপ।

ডঃ হজাৰাই পুৰাণ সাহিত্যৰ ওপৰত গবেষণা কৰি ইয়াৰ ঐতিহাসিক স্তৰ বিশেষভাৱে প্ৰকাশ কৰে। এওঁ কালক্ৰমৰপৰা প্ৰাচীনতম মহাপুৰাণত মাৰ্কণ্ডেয়, ব্ৰহ্মাণ্ড, বিষ্ণু, মৎস্য, ভাগৱত আৰু কূৰ্মৰ গণনা কৰে।

মাৰ্কণ্ডেয় আৰু ব্ৰহ্মাণ্ড বিষ্ণুপুৰাণৰ আগৰ ৰচনা। পিচৰ পুৰাণ কেইখনৰ ভিতৰত ক্ৰমে বিষ্ণুপুৰাণ ৪০০ খ্ৰীঃত, বায়ু ৫০০ খ্ৰীঃত, ভাগৱত ৬০০—৭০০ খ্ৰীঃত আৰু কূৰ্ম ৭০০ খ্ৰীঃত ৰচিত। ডঃ হজাৰাই হৰিবংশৰ ৰচনাকাল ৪০০ খ্ৰীঃত বুলি কয়। এওঁৰ মতে যদিও অগ্নিপুৰাণৰ ৰচনাকাল ৮০০ খ্ৰীঃত, তথাপি ইয়াৰ বিষয়বস্তু কিছু পূৰ্বৰ আৰু পৰবৰ্তীকালৰ। মূল নাৰদীয় পুৰাণ বৰ্তমান দুষ্প্ৰাপ্য যদিও ইয়াৰ প্ৰচলিত সংস্কৰণৰ ৰচনা দহ শতাব্দীৰ আৰু পিচত প্ৰাপ্তি

অংশ যোগ দিয়াত ইয়াৰ কলেবৰ বৃদ্ধি পায়। ব্ৰহ্মপুৰাণৰ কিছু কথা বহুত পিচত হলেও ইয়াৰ ৰচনা হয় দহ শতাব্দীত। স্কন্দপুৰাণৰ কিছু কথা আঠ শতাব্দীত আৰু অধিকাংশ ইয়াৰ পিছত ৰচিত হয়। গৰুড় পুৰাণৰ ৰচনা হয় দশ শতাব্দীত। 'পদ্মপুৰাণ'ৰ ৰচনা ১২০০—১৫০০ খ্ৰীঃৰ ভিতৰত। ব্ৰহ্মবৈৱৰ্ত পুৰাণৰ ৰচনা যদিও ৭০০ খ্ৰীঃ পূঃ তথাপি ইয়াৰ বৰ্তমান ৰূপ খ্ৰীষ্টাব্দ ১৬ শতাব্দীৰ। ভাগৱতৰ অন্তিম সংস্কৰণ হয় ১০ শতাব্দীত। মহাভাৰতত 'ব্ৰহ্মপুৰাণৰ' অনেক শ্লোক উদ্ধৃত কৰা দেখা যায়, কিন্তু ব্ৰহ্মপুৰাণত মহাভাৰতৰ শ্লোকৰ উদ্ধৃতি নাই। এতেকে এইটো নিশ্চিত যে ব্ৰহ্মপুৰাণ মহাভাৰতৰ আগত ৰচিত।

'বিষ্ণুধৰ্মোত্তৰ পুৰাণ' কাশ্মীৰত ৰচিত আৰু বুলৰ চাহাবৰ মতে ইয়াৰ ৰচনাকাল সাত শতাব্দী। এইদৰে 'নৃসিংহ পুৰাণৰ' ৰচনাকাল ৪০০—৫০০ খ্ৰীঃৰ ভিতৰত। ব্ৰহ্মপুৰাণৰ এখন হস্তলিপি ১৬৪৬ বিক্ৰমত পোৱা যায়। গতিকে এই দৃষ্টিকোণৰপৰা ব্ৰহ্মপুৰাণৰ ৰচনাকাল কমেও বিক্ৰমীয় ১৪—১৫ শতাব্দীত হব। অনেক পণ্ডিতৰ মতে সৌৰপুৰাণৰ ৰচনাকাল ৯৫০—১০৫০ খ্ৰীঃৰ ভিতৰত।

পুৰাণ সম্বন্ধে পুৰাণ ঐতিহাসিক স্তৰৰ ওপৰত বহুতো তথ্য পোৱা যায়। কিন্তু তাৰ বেছি ভাগেই কল্পনা-প্ৰসূত। পাৰ্জিটৰ আৰু ডঃ হজাৰাৰ যুক্তিয়েই অধিক যুক্তিসঙ্গত আৰু বিশ্বাসনীয় বুলি অনুমান হয়।

পঞ্চম অধ্যায়

# অশ্বঘোষ

অশ্বঘোষ এজন বিখ্যাত বৌদ্ধ সাহিত্যিক। এওঁৰ প্ৰকৃত নাম অবিদিত। এওঁ আছিল সাকেতৰ ( অযোধ্যাৰ ) নিবাসী এজন ব্ৰাহ্মণ। এওঁৰ পিতৃৰ নাম অবিদিত, কিন্তু মাকৰ নাম আছিল সুবৰ্ণাক্ষী। তিব্বতী ভাষাত লিখা জীৱনীত পোৱা মতে এওঁ আছিল এজন সঙ্গীতজ্ঞ আৰু জনগণৰ মাজত বৌদ্ধধৰ্ম প্ৰচাৰৰ অৰ্থে লগত বহুতো গায়ক-গায়িকা লৈ কাশ্মীৰ তথা পেশোৱাৰৰ আলিবাটত বীণা বজাই বৈৰাগ্যৰ গান গাইছিল। এই আত্মবিভোৰ সঙ্গীতত মুগ্ধ হৈ হাজাৰ হাজাৰ নৰনাৰী এওঁৰ অনুগামী হয়।

অশ্বঘোষ আছিল সৰ্বাস্তিবাদি দাৰ্শনিক। মহাৰাজ কণিষ্কৰ দিনত সংগঠিত সভাৰ অনুষ্ঠান হৈছিল অশ্বঘোষৰ অধ্যক্ষতাত। অশ্বঘোষৰ দৰ্শন বিষয়ক গ্ৰন্থ আৰু মহাকাব্যাদি চীন আৰু তিব্বতী ভাষাত আজিও সুৰক্ষিত। এওঁৰ কবিত্ব প্ৰতিভা আছিল অসীম। ডঃ স্মিথৰ মতে এওঁ একেবাহে এজন কবি, গায়ক, গবেষক আৰু ধাৰ্মিক। নিজ লিখনিৰ দ্বাৰা সাধাৰণ মানুহৰ বোধগম্য কৰি বৌদ্ধধৰ্মৰ গূঢ় ৰহস্যবোৰ কাব্যময়ী ভাষাত প্ৰকাশ কৰি প্ৰচাৰ কৰিছিল।

**আবিৰ্ভাৱ কাল :**—তলত দিয়া কথাসমূহৰ পৰা অশ্বঘোষ খ্ৰীষ্টীয় ১ম শতাব্দীৰ বুলি ধৰা হয়।

১। চীনা পৰম্পৰা অনুসাৰে অশ্বঘোষ অকল কণিষ্কৰ ৰাজ কবিয়েই নহয়, ৰাজগুৰুও। চীনা সকলৰ বিশ্বাস মতে মহাৰাজ কণিষ্কই পাটলিপুত্ৰ আক্ৰমণ কৰি যেতিয়া তৎকালীন মগধ দেশ ধ্বংস কৰিবলৈ মন মেলিলে তেতিয়া দুটা চৰ্তৰ ওপৰত ভিত্তি কৰি আক্ৰমণ কৰিবলৈ এৰি দিয়ে। প্ৰথম চৰ্তটো হ'ল মগধৰ ৰজাই বৌদ্ধ ধৰ্মত দীক্ষিত হব লাগিব আৰু ২য়টো হ'ল তেওঁৰ ৰাজকবি অশ্বঘোষক পুৰুষপুৰলৈ ( পেশাৱৰলৈ ) লৈ যোৱা। মগধৰ ৰজাই দুয়োটা চৰ্ত মানি নিজ ৰাজ্য ৰক্ষা কৰে।

২। বৈভাষিক সম্প্ৰদায়ৰ 'বিভাষা' নামক ভাষ্যগ্ৰন্থৰ ৰচনাৰ বাবেই কণিষ্কই কাশ্মীৰত যি চতুৰ্থ বৌদ্ধ সঙ্গীতৰ আয়োজন কৰিছিল, তাৰ অধ্যক্ষ আছিল অশ্বঘোষ।

৩। অশ্বঘোষ নাগাৰ্জুনৰ পূৰ্বৰ। নাগাৰ্জুনৰ স্থিতিকাল খ্ৰীষ্টীয় ২য় শতাব্দী।

৪। মধ্য এচিয়াত পোৱা অশ্বঘোষৰ চাৰিপুত্ৰ প্ৰকৰণৰ আধাৰত অধ্যাপক লুদৰ্ষে প্ৰমাণ কৰিছে যে ইয়াৰ ৰচয়িতা কণিষ্ক বা হুবিষ্কৰ সময়ৰ।

৫। খ্ৰীষ্টীয় পাঁচ শতাব্দীত অশ্বঘোষৰ 'বুদ্ধচৰিত' চীনা ভাষাত অনূদিত হয়। এইটো সঁচা যে ভাৰতবৰ্ষৰ এই মহাকাব্য চীনলৈ যোৱাত কেবাবছৰো লাগিছিল।

৬। সমালোচকসকলে মাতৃচেতাৰ 'শতপঞ্চাশিকা'ক অশ্বঘোষৰ ৰচনা-শৈলীৰ দ্বাৰা প্ৰভাৱিত বুলি কৰলৈ প্ৰয়াস কৰে। ডঃ জনষ্টনৰ মতে মাতৃচেতা কণিষ্কৰ সমকালীন।

৭। 'বুদ্ধচৰিত'ৰ ২৮ সৰ্গৰ শেষত মৌৰ্য্যবংশৰ উজ্জ্বল গৌৰৱ অশোক আৰু তেওঁৰ স্তম্ভৰ উল্লেখ আছে। এতেকে অশ্বঘোষ অশোকৰ পৰৱৰ্তী কালৰ।

**ৰচনাৱলী**ঃ—চীনা পৰিব্ৰাজক হিউয়েনচাঙৰ মতে অশ্বঘোষে বৌদ্ধদৰ্শনৰ ওপৰত চাৰিখন গ্ৰন্থ লিখে। সেইবোৰ ক্ৰমে—

(১) মহাযানশ্ৰদ্ধোৎপাদক সংগ্ৰহ, (২) বজ্ৰসূচী, (৩) গণ্ডীস্তোত্ৰ ব্যাখ্যা আৰু (৪) সূত্ৰালংকাৰ। ইয়াৰ উপৰিও 'বুদ্ধচৰিত' আৰু 'সৌন্দৰানন্দ' নামক দুখন মহাকাব্য আৰু 'চাৰিপুত্ৰ প্ৰকৰণ' নামৰ এখন নাটক লিখে।

১। **মহাযানশ্ৰদ্ধোৎপাদক সংগ্ৰহ**ঃ—ইয়াত বৌদ্ধদৰ্শন বিষয়ক কথাৰ বৰ্ণনা আছে। ইয়াক বৰ্তমান 'পৰমাৰ্থকৃত' চীনাভাষাত পোৱা যায়। জাপানী পণ্ডিত টী. সুজুকী আৰু 'ৰিচাৰ্ডজে' ইয়াক ইংৰাজীলৈ অনুবাদ কৰিছে। অশ্বঘোষৰ এইখন গ্ৰন্থ লৈ মতভেদ পোৱা যায়। অশ্বঘোষ দুজন ব্যক্তি বুলি অনুমান কৰা হয়। কিছুমানৰ মতে প্ৰথমজন অশ্বঘোষ হ'ল 'বুদ্ধচৰিত' আৰু সৌন্দৰানন্দৰ ৰচক আৰু কণিষ্কৰ চতুৰ্থ বৌদ্ধ সঙ্গীতৰ অধ্যক্ষ। আনজন অশ্বঘোষ বসুবন্ধুৰ পৰৱৰ্তী কালৰ। এওঁ মহাযানশ্ৰদ্ধোৎপাদক সংগ্ৰহৰ ৰচক। তকাকুসু, উইন্টাৰনিৎস আৰু ডঃ ৰাধাকৃষ্ণ আদি প্ৰমুখ পণ্ডিতসকলে উক্ত মতকে মানে। কিন্তু জাপানী পণ্ডিত ডঃ টী. সুজুকীৰ মতে অশ্বঘোষ এজনেই।

২। **বজ্ৰসূচী**ঃ—চীনা পৰম্পৰা অনুসাৰে বজ্ৰসূচী বা বজ্ৰচ্ছেদিকা বা 'বজ্ৰসূচীকোপনিষদ'ৰ ৰচক অশ্বঘোষ নহয়। ইয়াত শ্ৰুতি, স্মৃতি আৰু

'মহাস্থাবতৰ' উদাহৰণ দাঙি ধৰি বৰ্ণ ব্যৱস্থাৰ কঠোৰ সমালোচনা কৰিছে। ইয়াত সমানতাৰ মহান আদৰ্শ দাঙি ধৰা হৈছে।

৩। **গণ্ডীস্তোত্ৰ**ঃ—২৯টা স্ৰগধৰা ছন্দত লিখা এখন গীতিময় কাব্য। বৌদ্ধবিহাৰবোৰত থকা 'গণ্ডী' নামৰ বাদ্যযন্ত্ৰত কোব মাৰিলে যি সুমধুৰ শব্দ হয় সেইবোৰৰ বহুলভাৱে ধৰ্মগত ব্যাখ্যা কৰি গণ্ডীৰ প্ৰশংসা কৰা হৈছে। উইন্‌টাৰনিংসৰ মতে ইয়াৰ ৰচক অশ্বঘোষ। কিন্তু এইখন অশ্বঘোষৰ ৰচিত নহয় বুলি বৰ্তমান সিদ্ধান্তত উপনীত হৈছে।

৪। **সূত্ৰালংকাৰ**ঃ—৪০৫ খ্ৰীঃত কুমাৰজীৱে এই গ্ৰন্থখন চীনাভাষালৈ অনুবাদ কৰে। ইয়াক অশ্বঘোষৰ ৰচিত বুলি কোৱা হয় যদিও ডঃ লুদাৰ্সে মধ্য এচিয়াত ইয়াৰ এখন হস্তলিপি দেখি এইটো সিদ্ধান্তত উপনীত হৈছে যে এই গ্ৰন্থৰ ৰচক তক্ষশীলাৰ নিবাসী সৌত্ৰান্তিক মতৰ সংস্থাপক কুমাৰলাত বা কুমাৰলব্ধহে, অশ্বঘোষ নহয়। হুবৰ চাহাবে কুমাৰজীৱৰ চীনাভাষাত অনুবাদ কৰা গ্ৰন্থখন ফৰাচী ভাষাত অনুবাদ কৰি পেৰিচৰপৰা প্ৰকাশ কৰে। ই জাতক আৰু অৱদানৰ দৰে ধৰ্ম উপাখ্যানৰ সমষ্টি।

উক্ত গ্ৰন্থকেইখন অশ্বঘোষৰেই কীৰ্তি হওঁক নাইবা আন কোনোবাৰেই হওঁক, এইটো কিন্তু নিশ্চিত যে, 'বুদ্ধচৰিত', 'সৌন্দৰানন্দ' আৰু 'চাৰিপুত্ৰ প্ৰকৰণ' অশ্বঘোষৰ স্বৰচিত।

১। **বুদ্ধচৰিত**ঃ—২৮টা সৰ্গত ৰচিত ই এখন বুদ্ধচৰিত। বৰ্তমান সংস্কৃতত ইয়াক সম্পূৰ্ণৰূপে পোৱা নাযায়। সম্প্ৰতি যি ১৭টা সৰ্গৰ সংস্কৰণ পোৱা গৈছে, ইয়াৰ শেষৰ চাৰিটা সৰ্গ অমৃতানন্দই ন শতাব্দীত যোগ দিয়ে।

বুদ্ধচৰিতত গৌতম বুদ্ধৰ সৰ্বাঙ্গীণ চৰিত নিবদ্ধ কৰা হৈছে। প্ৰথম পাঁচটা সৰ্গত বুদ্ধৰ জন্মৰপৰা আৰম্ভ কৰি অভিনিষ্ক্ৰমনলৈকে কথা বৰ্ণিত আছে। ছয় আৰু সাত সৰ্গত বুদ্ধই তপোবনত প্ৰৱেশ কৰাৰ কথা বৰ্ণনা কৰা আছে। অষ্টম সৰ্গত বুদ্ধৰ গৃহত্যাগত যশোধৰাৰ বিলাপ আৰু নৱম সৰ্গত সিদ্ধাৰ্থক বিচাৰি উলিয়াৰ যত্ন কৰাৰ কথা বৰ্ণিত আছে। দশম সৰ্গত সিদ্ধাৰ্থই বুদ্ধত্ব প্ৰাপ্ত হৈ মগধলৈ যাত্ৰাৰ বৰ্ণনা আৰু ইয়াৰ পিচৰ তিনিটা সৰ্গত সাংসাৰিক মোহ বন্ধনৰ নিন্দা আৰু শেষৰ চতুৰ্দশ সৰ্গত এওঁৰ পূৰ্ণ বুদ্ধত্বৰ অৱস্থাৰ বৰ্ণনা কৰা আছে। চতুৰ্দশ সৰ্গৰ কিছু অংশৰপৰা আৰম্ভ কৰি সপ্তদশ সৰ্গলৈকে শেষৰ প্ৰক্ষিপ্ত

অংশত বুদ্ধৰ ধৰ্মপ্ৰচাৰ, বুদ্ধৰ শিক্ষণ, উপদেশ, সংঘ আৰু অশোকৰ দিনলৈকে বৌদ্ধধৰ্মৰ প্ৰচলনৰ বৰ্ণনা কৰা আছে।

ধৰ্মৰক্ষ নামৰ এজন ভাৰতীয় বৌদ্ধ ভিক্ষুৱে ৪১৪-৪২১ খ্ৰীঃৰ ভিতৰত ইয়াক চীনা ভাষালৈ অনুবাদ কৰে। ৭০০ খ্ৰীঃত নাইবা ৮০০ খ্ৰীঃত মূল সংস্কৃতৰপৰা ইয়াক তিব্বতী ভাষালৈ অনুবাদ কৰা হয়।

২। **সৌন্দৰানন্দ** :—ই ১৮টা সৰ্গৰ সমষ্টি। সৌন্দৰানন্দ অশ্বঘোষৰ কাপৰপৰা ওলোৱা প্ৰথম মহাকাব্য। নেপালৰ ৰাজকীয় পুথিভঁৰালত সুৰক্ষিত দুখন পাণ্ডুলিপি সম্পাদন কৰি মহামহোপাধ্যায় পণ্ডিত হৰপ্ৰসাদ শাস্ত্ৰীয়ে ইয়াক সৰ্বপ্ৰথম 'বিব্লিয়োথিকা' ইণ্ডিকাত প্ৰকাশ কৰে। বুদ্ধৰ জীৱনী আৰু তেওঁৰ বৈমাত্ৰেয় ভাই নন্দৰ বৌদ্ধধৰ্ম গ্ৰহণ আৰু সুন্দৰী আৰু নন্দৰ প্ৰণয় কাহিনীয়েই এই মহাকাব্যৰ বিষয়বস্তু।

ইয়াৰ প্ৰথম তিনি সৰ্গত সিদ্ধাৰ্থৰ জন্মৰপৰা আৰম্ভ কৰি বুদ্ধত্ব প্ৰাপ্ত হৈ কপিলাবস্তুলৈকে ঘূৰি অহালৈকে বৰ্ণনা কৰা হৈছে। চতুৰ্থ সৰ্গত আৰু পঞ্চম সৰ্গত নন্দৰ অনুশোচনা হৈ বুদ্ধৰ কাষ চাপে। বুদ্ধই এওঁক বৌদ্ধধৰ্মত দীক্ষিত কৰে। ষষ্ঠ সৰ্গত পতিবিযুক্তা সুন্দৰীৰ বিষাদ বৰ্ণনা, সপ্তম সৰ্গত নন্দৰ নববিবাহিতা পত্নীৰ প্ৰতি আসক্তি আৰু তেওঁৰ ওচৰলৈ যোৱা অক্ষমতাৰ বৰ্ণনা, অষ্টম আৰু নৱম সৰ্গত এজন প্ৰতিবেশীৰ দ্বাৰা নন্দক উপদেশ দিয়াৰ বৰ্ণনা, দশম আৰু একাদশ স্বৰ্গত নন্দৰ আসক্তি দূৰ কৰাৰ উদ্দেশ্যে বুদ্ধই এওঁক যোগবিদ্যাৰ বলত আকাশ মাৰ্গেৰে স্বৰ্গলৈ লৈ যোৱা আৰু তাত অপ্সৰাসকলক দেখি নন্দই নিজ পত্নী বিয়োগ পাহৰি যোৱা আৰু অপ্সৰাসকলক পাবৰ বাবে বুদ্ধই এওঁক তপস্যাৰ মাৰ্গৰ বুজোৱা বৰ্ণনা, দ্বাদশ সৰ্গত তপস্যাবিৰত নন্দক তেওঁৰ তপস্যাৰ উদ্দেশ্যে সৰ্বত্ৰজ্ঞাত আৰু সকলোৱে হাঁহি উৰুৱাই দিয়াৰ বৰ্ণনা; ইয়াৰ পিচত এই সৰ্গত নন্দৰ মন বুদ্ধত্বৰ প্ৰতি উন্মুখ আৰু সকলো পৰিত্যাগ কৰি বুদ্ধত শৰণ, ত্ৰয়োদশ সৰ্গত নন্দৰ প্ৰতি বুদ্ধৰ শিক্ষা আৰু সপ্তদশ আৰু অষ্টাদশ সৰ্গত নন্দৰ সমাধিস্থ স্বৰূপ বৰ্ণনা কৰা আছে।

অশ্বঘোষে 'সৌন্দৰানন্দ'ৰ পুষ্পিকাত লিখিছে যে, এই গ্ৰন্থখন স্বান্তঃসুখায় নহৈ সাংসাৰিক বিষয়ভোগত বিভোৰ মনুষ্যৰ ধ্যান বৌদ্ধধৰ্মানুকূল মোক্ষমাৰ্গৰ পিনে ঢাল খুৱাবলৈ লিখা হৈছে। অশ্বঘোষৰ কৱিতা সৰল আৰু সুগম।

কাব্যখন করুণ বস প্ৰধান। নন্দৰ ভিক্ষু হোৱাত পত্নী সুন্দৰীৰ বিলাপ, গৌতমৰ উদ্যানলৈ যোৱাৰ সময়ত পৌৰবাসীৰ, বিশেষকৈ তিৰোতাসকলৰ উৎসুকতা, গৌতমে গৃহত্যাগ কৰাৰ দিনা ৰাতি তিৰোতাসকলৰ বীভৎস স্বৰূপ চিত্ৰণ বৰ্ণনা, গৌতমক বনত এৰি ছন্দকৰ অকলশৰে কপিলাবস্তুলৈ প্ৰত্যাগমন আৰু গৌতমৰ বিয়োগত পুৰবাসীসকলৰ বিলাপ আদি করুণ বসাত্মক কাহিনী, যিবোৰ পঢ়িলে পাঠকৰ হৃদয়ত দুখৰ কঁপনি উঠে।

৩। **চাৰিপুত্ৰ প্ৰকৰণ ঃ**—এচিয়াৰ হস্তলিখিত তালপাতৰ পুথিত এই নাটকখন প্ৰথমতে পোৱা যায়। ই অশ্বঘোষৰ নটা অঙ্কৰ এখন প্ৰকৰণ। ইয়াৰ কথানক অংশ বৌদ্ধধৰ্মৰ লগত জড়িত। ইয়াত মৌদ্‌গল্যায়ণ আৰু চাৰিপুত্ৰক বুদ্ধই দীক্ষা দি শিষ্য কৰি লয়। ইয়াৰ প্ৰমুখ চৰিত্ৰবিলাক হ'ল সোমদত্ত, ৰাজকুমাৰ, দাস, দাসী, দুষ্ট, বিদূষক আৰু গণিকা।

চাৰিপুত্ৰই প্ৰকৰণৰ আৰম্ভণিত অশ্বজিতৰ সৈতে সাক্ষাৎ হোৱাৰ পিচত চাৰিপুত্ৰই মিত্ৰ বিদূষকৰ লগত বুদ্ধ সম্বন্ধীয় কথা-বতৰা পাতে। বিদূষকে এওঁক কৈছে যে ব্ৰাহ্মণ হৈ বুদ্ধৰ নিচিনা এজন ক্ষত্ৰিয়ৰপৰা উপদেশ গ্ৰহণ কৰা উচিত নহয়। কিন্তু চাৰিপুত্ৰই সেই কথা মানি নললে। "যিদৰে পানীৰ দ্বাৰা তাপ উৎপন্ন হয় সেইদৰে নীচ জাতিৰ বৈদ্যৰ দ্বাৰা দিয়া ঔষধ বেমাৰীৰ বাবে হিতকৰ" —বুলি কি চাৰিপুত্ৰই বিদূষকৰ যুক্তি খণ্ডন কৰে। মৌদ্‌গল্যায়ণ আৰু চাৰিপুত্ৰই বুদ্ধৰ ব্যক্তিত্বৰ দ্বাৰা প্ৰভাবিত হৈ তেওঁৰ ওচৰত দীক্ষা গ্ৰহণ কৰে। শেষত চাৰিপুত্ৰ আৰু বুদ্ধৰ দাৰ্শনিক বাৰ্তালাপেৰে নাটকখন সমাপ্ত কৰিছে।

**কবিত্ব-প্ৰতিভা ঃ**—অশ্বঘোৰ অকল কবিয়েই নাছিল, তেওঁ আছিল এজন ডাঙৰ দাৰ্শনিক পণ্ডিত। তেওঁৰ ধৰ্মগ্ৰন্থ ৰাজিৰ উপৰিও কাব্য, নাটক আদিতো দৰ্শনৰ বহুল প্ৰভাব পৰা দেখা যায়।

অশ্বঘোষৰ কবিতাশৈলী সৰস বৈদৰ্ভী। তেওঁৰ ৰচনাৱলীত শৃঙ্গাৰ, করুণ আৰু শান্তৰসৰ মধুৰ মিলন ঘটিছে। তেওঁৰ কবিতাৰ বিশেষত্ব হৈছে ইয়াৰ সৰলতা, মধুৰতা, লালিত্য আৰু সমাস তথা শ্লেষ ৰহিত সহজ-সৰল শব্দাৱলীৰ প্ৰয়োগ। উপমা, উৎপ্ৰেক্ষা আৰু ৰূপক আদি সহজ-সৰল অলংকাৰৰ প্ৰয়োগ তেওঁৰ ৰচনাৱলীত দেখা যায়।

অশ্বঘোষৰ দাৰ্শনিক তত্ত্বৰ গভীৰ ৰহস্যসমূহ জগতৰ পৰিচিত দৃষ্টান্তৰ দ্বাৰা প্ৰাঞ্জল ভাষাত অভিব্যক্ত।

কালিদাসৰ প্ৰভাৱ পৰিলেও অশ্বঘোষৰ সৌন্দৰ্য্য কম চিত্তাকৰ্ষক নহয়। কালিদাসৰ "ন যযৌ ন তস্থৌ"ক (কুমাৰসম্ভৱ ৫।৮৫ক) অশ্বঘোষেও নিজৰ কৰি লৈছে—

"তং গৌৰৱং বুদ্ধগতং চকৰ্ষ ভাৰ্য্যানুৰাগঃ পুণৰাচকৰ্ষ।
সোঽনিশ্চয়ান্নপি যযৌ ন তস্থৌ তৰংস্তৰঙ্গেষ্বি ৰাজহংস॥"

(সৌন্দৰানন্দ)

সৌন্দৰানন্দৰ মন নিজ ভাৰ্য্যাৰ প্ৰতি ইমান আসক্ত আছিল যে হাজাৰ যত্ন কৰিও তেওঁৰ সন্ন্যাস ধৰ্মত মন দৃঢ় কৰিব নোৱাৰিলে। সন্ন্যাসীক ঘৰলৈ ওভটাই অনা অনুচিত বুলি কোৱা অশ্বঘোষৰ কবিতাংশ অতি সুন্দৰ। কাব্যকলাৰ ফালৰপৰা সৌন্দৰানন্দৰ এই অংশ অতি উৎকৃষ্ট।

"কৃপণংবত যূথলালসো মহতো ব্যাধভয়াদ্ বিনিসৃতঃ।
প্ৰবিবক্ষতি বাগুৰাং মৃগশ্চপলো গীতৰবেন বঞ্চিতঃ॥"

অৰ্থাৎ, যি চঞ্চল হৰিণে ব্যাধৰ ভয়ত এতিয়া দূৰলৈ গুচি গৈছে, গীতৰ ধ্বনিত বঞ্চিত হৈ পুনৰ বিষমজালত বন্ধ হবলৈ বিচাৰিছে।

অশ্বঘোষ কৰুণ ৰস বৰ্ণনাতো অতি নিপুণ। দুয়োখন মহাকাব্যত কৰুণ ৰসক উদ্দীপ্ত কৰা প্ৰসঙ্গ অনেক। যেনে—নন্দৰ পত্নী সুন্দৰীৰ স্বামীৰ প্ৰব্ৰজ্যা গ্ৰহণ কৰাত বিলাপ, পত্নীৰ বাবে নন্দৰ বিলাপ, সিদ্ধাৰ্থৰ গৃহত্যাগৰ সময়ত যশোধৰা, মায়া আৰু শুদ্ধোধনৰ বিলাপ ইত্যাদি। এইদৰে অশ্বঘোষে নিজ কাব্যতুলিকাৰ দ্বাৰা অনেক ৰসময় প্ৰসঙ্গ চিত্ৰিত কৰিছে। এওঁ বাল্মীকি আৰু কালিদাসৰ কাব্যৰ মৰ্মজ্ঞ অনুশীলন কৰা দেখা যায়।

**মাতৃচেতাঃ** মাতৃচেতা নামৰ এজন কবিয়ে ১২ খনি গ্ৰন্থ ৰচনা কৰে। তাৰ ভিতৰত মাথোন 'চতুঃশতকস্তোত্ৰ' আৰু 'শতপঞ্চাশতক' নামৰ গ্ৰন্থ দুখন পোৱা গৈছে। 'চতুঃশতকস্তোত্ৰ'ত বুদ্ধৰ বন্দনা আৰু 'শতপঞ্চাশতক'ত বুদ্ধৰ ওচৰত কৰা প্ৰাৰ্থনা বৰ্ণনা কৰা আছে। মাতৃচেতাৰ পৰিচয় সম্বন্ধে বিশেষ একো পোৱা নাযায়। তিব্বতী বুৰঞ্জীবিদ্ তাৰানাথৰ মতে মাতৃচেতা অশ্বঘোষৰেই আন এটা নাম। এই সিদ্ধান্তত উপনীত হোৱাৰ কাৰণ এই যে মাতৃচেতাৰ ৰচনাত মহাযানী বৌদ্ধমতৰ সমৰ্থন আছে আৰু তেওঁ কণিষ্কৰ সমসাময়িক। তেওঁ বৌদ্ধধৰ্মৰ মূল সিদ্ধান্তসমূহ কৱিতা আকাৰত লিখি কণিষ্কৰ ৰাজদৰবাৰলৈ পঠিয়াই দিছিল। তাক এতিয়া 'কণিষ্ক লেখ' নামে তিব্বতী ভাষাত পোৱা যায়। মাতৃ-

তেওঁৰ ৰচনা-ৰীতি সহজ-সৰল আৰু প্ৰাঞ্জল। তেওঁৰ ৰচনাত বুদ্ধভক্তিৰ পৰিচয় পোৱা যায়।

**কুমাৰলাত:** কুমাৰলাত অশ্বঘোষৰ সমসাময়িক বহুতৰমতে অশ্বঘোষৰ নামত প্ৰচলিত 'কল্পনা-মণ্ডিতিকা' নামৰ গ্ৰন্থখন কুমাৰলাতৰ ৰচিত। কুমাৰলাত আছিল সৌত্ৰান্তিক বৌদ্ধমতৰ প্ৰতিষ্ঠাতা। কল্পনা-মণ্ডিতিকাত তেওঁ আখ্যায়িকাৰ জৰিয়তে বৌদ্ধধৰ্মৰ শিক্ষা দিবলৈ প্ৰয়াস কৰে। তেওঁৰ এই গ্ৰন্থখন গদ্যত ৰচিত হলেও মাজে মাজে পদ্যত ৰচিত শ্লোক ব্যৱহাৰ কৰি গ্ৰন্থখনৰ সৌষ্ঠৱ বঢ়াইছে। তক্ষশিলাৰ নিবাসী কুমাৰলাত খ্ৰীষ্টীয় দ্বিতীয় শতাব্দীৰ কবি।

**জাতক আৰু অৱদান সাহিত্য:** আৰ্য্যশূৰ ৰচিত জাতকমালা গদ্য আৰু পদ্য মিশ্ৰিত চম্পূকাব্যৰ ৰীতিত ৰচিত। ইয়াত পালি জাতকৰপৰা ৩৪টা কাহিনী সংস্কৃতত অনুবাদ কৰা হৈছে। অশ্বঘোষৰ ৰচনাশৈলীৰ ছাপ ইয়াত সুস্পষ্ট। বহুতৰ মতে 'আৰ্য্যশূৰ' অশ্বঘোষৰেই আন এটা নাম। আৰ্য্যশূৰৰ আন এটি ৰচনা ৪৩৪ খ্ৰীষ্টাব্দত চীনাভাষাত অনূদিত হয়। গতিকে অনুমান হয় তেওঁৰ আবিৰ্ভাৱ কাল খ্ৰীষ্টীয় চতুৰ্থ শতক। জাতকমালাৰ অনেক ঘটনা অজন্তাৰ গুহাচিত্ৰত ৰূপায়িত হৈছে।

পালিভাষাত ৰচিত জাতকৰ গল্পৰ অনুকৰণত সংস্কৃতত যি বৌদ্ধ গল্প-সাহিত্য গঢ়ি উঠে, অৱদান গ্ৰন্থমালা তাৰেই অন্তৰ্গত। পণ্ডিত গোপীনাথ শাস্ত্ৰী অৱদানৰ তাৎপৰ্য্য ব্যাখ্যা কৰি কৈছে—

"The word 'Avadana' signifies a great religious or moral achievement as well as the history of a great achievement. Such a great act may consists in the sacrifice of one's own life or the founding of an institution for the supply of incense, flowers, gold and jewels to, or the building of, Sanctuaries. Avadana stories are designed to inculcate that dark (ignoble) deeds bear dark (ignoble) fruits while white (noble) acts beget, white (noble) fruits. Thus they are also takes of 'Karman". ইয়াত সৰু সৰু গল্পৰ মাজেৰে মানুহক ধৰ্ম আৰু নীতিশিক্ষা দিয়াৰ ব্যৱস্থা কৰা হৈছে।

'অৱদান-শতক' অৱদান গ্ৰন্থৰ ভিতৰত প্ৰাচীন গ্ৰন্থ। খ্ৰীষ্টীয় তৃতীয় শতাব্দীত এই গ্ৰন্থখন চীনাভাষালৈ অনুবাদ কৰা হয়। অৱদান গ্ৰন্থখন প্ৰথম শতাব্দীৰপৰা

খ্ৰীষ্টীয় তৃতীয় শতাব্দীৰ ভিতৰত ৰচিত। ই দহটা দশকত বিভক্ত। ইয়াত নীতি শিক্ষাই প্ৰাধান্য লাভ কৰিছে।

'দিব্যাবদান' আন এখন অৱদান গ্ৰন্থ। সৰ্বাস্তিবাদী বৌদ্ধ সম্প্ৰদায়ৰ বিনয় পিটকৰ কাহিনীবোৰেই 'দিব্যাবদান'ৰ বিষয়বস্তু। ইয়াৰ এটা অংশ খ্ৰীষ্টীয় তৃতীয় শতাব্দীত চীনা ভাষালৈ অনুবাদ কৰা হৈছে।

ই ১০০ খ্ৰীষ্টাব্দৰ পিচত আৰু তৃতীয় শতাব্দীৰ আগত ৰচিত। দিব্যাবদানত পদ্য চন্দৰ মাজে মাজে গদ্যবো ব্যৱহাৰ দেখা যায়। ই হীনযান বৌদ্ধ সম্প্ৰদায়ৰ গ্ৰন্থ। অৱদান গ্ৰন্থৰ আধাৰত পৰৱৰ্তীকালত ৰচিত আন দুখন গ্ৰন্থ হ'ল—কৰ্ম-শতক আৰু অশোকাবদান। খ্ৰীষ্টীয় একাদশ শতকত ক্ষেমেন্দ্ৰই অৱদান কল্পলতা ৰচনা কৰে।

## ষষ্ঠ অধ্যায়

# মহাকাব্য-যুগ

সংস্কৃত কাব্যশাস্ত্রীয় গ্ৰন্থৰ মতে কাব্য-সাহিত্য দুইভাগত বিভক্ত—দৃশ্যকাব্য আৰু শ্ৰব্যকাব্য। নাটক, ৰূপক আদি দৃশ্যকাব্য আৰু গদ্য, পদ্য তথা চম্পূ আদি শ্ৰব্যকাব্য। পদ্যকাব্য আকৌ তিনিটা ভাগত বিভক্ত, মহাকাব্য, খণ্ডকাব্য আৰু মুক্তকাব্য। গদ্যকাব্য দুই ভাগত বিভক্ত: পদ্যকাব্য কথা আৰু আখ্যায়িকা। চম্পূকাব্যৰ কোনো ভাগ নাই। ই গদ্য-পদ্য মিশ্ৰিত কাব্য।

সংস্কৃত মহাকাব্যক তিনিটা ভাগত বিভক্ত কৰিব পৰা যায়। কালিদাস, মাঘ, শ্ৰীহৰ্ষ আদি কবিসকলৰ বিশুদ্ধ সংস্কৃতত লিখা মহাকাব্যসমূহ প্ৰথম শ্ৰেণীৰ অন্তৰ্গত। দ্বিতীয় শ্ৰেণী পালি তথা প্ৰাকৃত ভাষাত লিখা মহাকাব্য আৰু তৃতীয় শ্ৰেণী অপভ্ৰংশ মহাকাব্য।

ঐতিহাসিক দৃষ্টিকোণৰপৰা মহাকাব্য যুগক তিনিটা ভাগত বিভক্ত কৰা হয়। কালিদাসৰ পূৰ্বৰ উন্মেষ যুগ, কালিদাসৰপৰা শ্ৰীহৰ্ষলৈ অভ্যুত্থান যুগ আৰু তেৰ শতাব্দীৰ শেষলৈ হ্ৰাস যুগ।

## কাব্যৰ অভ্যুত্থান যুগ

(১) **কালিদাস:** ভাৰতভূমি কালিদাসৰ জন্মভূমি হলেও তেওঁৰ প্ৰতিভাৰ ছাপ যিদৰে ভাৰতবাসীৰ হৃদয়ত অঙ্কিত আছে, সেইদৰে বিশ্বৰ সংস্কৃতানুৰাগী সকলোৱে তেওঁৰ প্ৰভাৱত প্ৰভাৱম্বিত। তেওঁৰ জীৱনী আৰু আবিৰ্ভাৱ কাল সম্বন্ধে আজিও পণ্ডিতসকলৰ মাজত মতানৈক্য। কিছুমান পণ্ডিতৰ মতে তেওঁৰ জন্মভূমি কাশ্মীৰ, কিছুমানৰ মতে বিদিশা আৰু কিছুমানৰ মতে উজ্জয়িনী। কিন্তু এই আটাইবোৰ মন্তব্যৰ অনুশীলন কৰি এইটো অৱগত হৈছে যে তেওঁৰ জন্মস্থান উজ্জয়িনী। দণ্ডীৰ অৱন্তীসুন্দৰী কথাৰ এটা শ্লোকত কালিদাসৰ জন্মস্থান সম্বন্ধে কোৱা আছে।

"লিপ্তা মধুদ্ৰবেনাসন যস্ত নিৰ্বিশা গিৰঃ।
তেনেদং বৰ্ত্ম বৈদৰ্ভং কালিদাসেন শোধিতম্।"

কালিদাস আছিল শৈৱ। সম্ভৱতঃ তেওঁ উজ্জয়িনীৰ বিখ্যাত মহাকাল মহাদেৱৰ উপাসক। 'মেঘদূত'ত মহাকাল মহাদেৱৰ উপাসনা বৰ্ণনা কৰা সময়ত যক্ষই মেঘক সম্বোধন কৰি কোৱা কথাই তাৰ প্ৰমাণ।

জন্মস্থানৰ নিচিনাকৈ কালিদাসৰ জীৱনী বৃত্তান্ত বিষয়েও মতানৈক্য আছে। শুনা যায়, এওঁ আছিল ব্ৰাহ্মণ তনয়। শিশুকালত মাক-বাপেক ঢুকালত এজন গোৱালে তেওঁক ভৰণ-পোষণ দি লালন-পলন কৰে। ওঠৰ বছৰলৈ এওঁ নিৰক্ষৰ হিচাপে কাল কটাইছিল। কিন্তু এইটো সত্য বুলি বিশ্বাস নহয়।

মহামহোপাধ্যায় বাসুদেৱ বিষ্ণু মিৰাশীয়ে তেওঁৰ স্বৰচিত পুথি 'কালিদাসত' কালিদাসৰ গ্ৰন্থৰ আধাৰত তথা তৎসাময়িক পৰিস্থিতিৰ বিশ্লেষণ কৰি কালিদাসৰ জীৱনী চৰিত সুস্পষ্ট কৰিবলৈ কিছু আনুমানিক সামগ্ৰী প্ৰস্তুত কৰে। সেইবোৰ সুস্মভাৱে বিশ্লেষণ কৰা হ'ল।

'ৰঘুবংশ'ৰ প্ৰথম সৰ্গত মহৰ্ষি বশিষ্ঠৰ আশ্ৰমৰ পঞ্চম সৰ্গত ৰৰতন্তু ঋষিৰ আশ্ৰমৰ আৰু 'অভিজ্ঞানশকুন্তলম্'ত কণ্ব তথা মাৰীচ আদি ঋষিসকলৰ আশ্ৰমৰ বৰ্ণনা পঢ়ি এইটো অনুমান হয়, কালিদাস প্ৰাচীন ভাৰতৰ কোনো গুৰুকুলত থাকি বিধিবৎ অধ্যয়ন কৰিছিল।

বেদ, ব্ৰাহ্মণ, উপনিষদ, দৰ্শন আদিত গভীৰ জ্ঞানলাভ কৰাৰ উপৰিও অৰ্থশাস্ত্ৰ, ধৰ্মশাস্ত্ৰ আৰু নীতিশাস্ত্ৰত এওঁৰ পাণ্ডিত্য আছিল অসীম। এওঁৰ এই সৰ্বজ্ঞানৰ পৰিচয় স্বৰচিত গ্ৰন্থসমূহৰ মাজেৰেই প্ৰকাশ পাইছে। 'অভিজ্ঞানশকুন্তলম্'ৰ কিছুমান প্ৰসঙ্গই এওঁৰ কামশাস্ত্ৰজ্ঞ প্ৰতিভা প্ৰমাণিত কৰে। এওঁ সামান্যভাৱে জ্যোতিষ, আয়ুৰ্বেদ তথা ধনুৰ্বেদতো প্ৰৱেশ কৰিছে। এওঁ যে সঙ্গীতজ্ঞ আছিল, 'কুমাৰসম্ভৱ' আৰু 'মেঘদূত'ত বীণা, মুৰলী, মৃদঙ্গ আদি অনেক প্ৰকাৰ বাদ্যযন্ত্ৰৰ উল্লেখ থকাই তাৰ প্ৰমাণ। কালিদাসে পটচিত্ৰ, ফলকচিত্ৰ আৰু ভিত্তিকচিত্ৰৰ উল্লেখ কৰিছে। ইয়াৰপৰা এওঁৰ চিত্ৰকলাৰ অভিজ্ঞতা প্ৰকট হৈছে। তদুপৰি ইতিহাস, ভূগোল আৰু কাব্যশাস্ত্ৰতো এওঁ আছিল অতি নিপুণ।

**আবিৰ্ভাৱকাল :** কালিদাসৰ আবিৰ্ভাৱ কাল সম্পৰ্কে পণ্ডিতসকলৰ মাজত মতবিৰোধ দেখা যায়। জাৰ্মান পণ্ডিত মেক্সমূলাৰ, ডাঃ হাৰ্নলী, ডাঃ ৰামকৃষ্ণ ভাণ্ডাৰকৰ, ৰামাৱতাৰ শৰ্মা, শ্ৰীবিজয়চন্দ্ৰ মজুমদাৰ আৰু মহামহোপাধ্যায় বাসুদেৱ বিষ্ণু মিৰাশীৰ মতে কালিদাস গুপ্ত যুগৰ। ডাঃ কুন্হন্ ৰাজাৰ মতে এওঁৰ আবিৰ্ভাৱ কাল খ্ৰীঃ পূঃ দ্বিতীয় শতাব্দী। শ্ৰীচিন্তামণি বিনায়ক বৈদ্য,

শিৱৰাম আপ্টে, পণ্ডিত সতীশচন্দ্ৰ চট্টোপাধ্যায়, পণ্ডিত চন্দ্ৰশেখৰ পাণ্ডেয় আৰু পণ্ডিত বলদেৱ উপাধ্যায়ৰ মতে এওঁৰ স্থিতিকাল খ্ৰীঃ পূঃ প্ৰথম শতাব্দী।

**আবিৰ্ভাৱ সম্পৰ্কে আলোচনা ঃ** চীন পৰিব্ৰাজক হিউয়েনচাঙে (৬১৯-৬৪৫ খ্ৰীঃত) ভাৰত ভ্ৰমণৰ টোকাত যি মালৱ (মোপোলো) দেশৰ ৰজা শীলাদিত্যৰ ৰাজত্বকাল ৫৩০—৫৮০ খ্ৰীঃ বুলি লিখিছে, কলহনৰ 'ৰাজতৰঙ্গিনী'ত ৰজা বিক্ৰমাদিত্য আৰু এওঁৰ কবিমিত্ৰ মাতৃগুপ্তৰ উল্লেখ থকাৰপৰা এইটো প্ৰতীয়মান হয় শীলাদিত্য আৰু বিক্ৰমাদিত্য একেজন মানুহ। 'ৰাজতৰঙ্গিনী' তথা মালৱ দেশৰ ৰজা যশোধৰ্মনৰ ৫৩৩ খ্ৰীষ্টাব্দৰ স্তম্ভন লিপিৰপৰা প্ৰমাণ হয় বিক্ৰমাদিত্য মিহিৰ বংশৰ অতি পৰাক্ৰমশালী হূণ ৰজাক পৰাস্ত কৰি নিজ ৰাজ্যৰ সীমা গুপ্ত তথা হূণ সাম্ৰাজ্যলৈকে বিস্তৃত কৰি 'পৰমেশ্বৰ' ৰাজাধিৰাজ আদি নামেৰে অলঙ্কৃত হয়। এই যশোধৰ্মনেই হিউয়েনচাঙৰ শীলাদিত্য আৰু কলহনৰ বিক্ৰমাদিত্য আৰু বিক্ৰমাদিত্যই যাক কাশ্মীৰৰ ৰাজসিংহাসনত অধিষ্ঠিত কৰে সেই ভানুগুপ্তই কালিদাস। ভানুগুপ্তৰ পিচত প্ৰৱৰসেন এই সিংহাসনত বহে। এওঁৰ নামত প্ৰচলিত 'সেতুবন্ধ' নামৰ প্ৰকৃত মহাকাব্য বিক্ৰমাদিত্যৰ আজ্ঞামতে কালিদাসে লিখে।

হিউয়েনচাঙে যাক মোপোলো প্ৰদেশ বুলিছে, উইনসেণ্ট্ স্মিথৰ বিচাৰ অনুসাৰে ই মহী নদীৰ তীৰৰ সাবৰমতী পূৰ্বভাগৰ কিছু অংশ আৰু দক্ষিণ ৰাজপুতনাৰ পৰ্বতীয় প্ৰদেশ। ইয়াৰ ৰাজধানী উজ্জয়িনী নাছিল। হিউয়েনচাঙে যাক শীলাদিত্য বুলিছে, অধ্যাপক সিলবন লেবীৰ মতে ই বলভীৰ প্ৰথম শীলাদিত্য। যদি 'ৰাজতৰঙ্গিনী' অনুসাৰে যশোধৰ্মনেই বিক্ৰমাদিত্য আছিল তেনেহলে এওঁ 'ৰাজাধিৰাজ' বা 'পৰমেশ্বৰ' লগত বিক্ৰমাদিত্যও লিখা উচিত আছিল। এওঁক শকাৰি বুলি এইবাবেই কব নোৱাৰি যে, সেই সময়ত অৰ্থাৎ ষষ্ঠ শতাব্দীত শকৰ কোনো অস্তিত্বই নাছিল। বিক্ৰমাদিত্যৰ আদেশ মতে কালিদাসে প্ৰৱৰসেনৰ বাবে 'সেতুবন্ধ' ৰচনা কৰাটোও যুক্তিহীন। মাতৃগুপ্তও যে কালিদাস নহয় সেই সম্বন্ধে অনেক তথ্যপাতি উদ্ধাৰ হৈছে।

ষষ্ঠ শতাব্দীৰ সুপ্ৰসিদ্ধ জ্যোতিৰ্বিদ বৰাহমিহিৰে বৰ্ষাঋতুৰ আৰম্ভ আষাঢ় মাহত বুলি উল্লেখ কৰিছে। কালিদাসেও 'মেঘদূত' কাব্যত আষাঢ়ৰপৰাই বৰ্ষাঋতু আৰম্ভ হয় বুলি দেখুৱাইছে। ইয়াৰ বাহিৰেও কালিদাসে 'ৰঘুবংশ'ত (১৪/৪০, ৩/২২ত) বৰাহমিহিৰৰ 'বৃহৎ-সংহিতা'ৰ (ৰাহুচাৰ তথা চন্দ্ৰচাৰৰ)-

পৰা অনেক জ্যোতিষ বিষয়ক সিদ্ধান্ত গ্ৰহণ কৰে। এই দৃষ্টিকোণৰপৰা কালিদাস আৰু বৰাহমিহিৰ সমকালীন নাইবা অলপ আগ-পিচৰ। ইয়াৰপৰা কালিদাসক তথা বৰাহমিহিৰক বিক্ৰমাদিত্যৰ ৰাজসভাৰ নৱৰত্নৰ ভিতৰৰ দুগৰাকী পণ্ডিত বুলি অনুমান হয়।

কিন্তু আষাঢ় মাহৰপৰা বৰ্ষাঋতু আৰম্ভ হোৱাৰ আধাৰত কালিদাস আৰু বৰাহমিহিৰক যি সমকালীন বুলি ধৰা হৈছে, সেইটোও ভ্ৰান্তিমূলক। কাৰণ আষাঢ় মাহৰপৰা বৰ্ষাকাল আৰম্ভ হোৱা কথাটো বৰাহমিহিৰতকৈও আগৰ।

মেঘদূতৰ ১'১৪ শ্লোকত উল্লেখিত নিচুল আৰু দিঙ্‌নাগ নামৰ দুজন বৌদ্ধ পণ্ডিত মেক্সমূলাৰৰ মতে কালিদাসৰ সমকালীন। প্ৰসিদ্ধ বৌদ্ধ দৰ্শনিক দিঙ্‌নাগ ষষ্ঠ শতাব্দীৰ। এতেকে কালিদাসৰো আবিৰ্ভাৱ কাল ষষ্ঠ শতাব্দী।

কিন্তু মেঘদূত কাব্যত উল্লেখ থকা কথাৰ ভিত্তিত কালিদাসক দিঙ্‌নাগৰ সমকালীন বুলি কোৱাটো যুক্তিহীন। দিঙ্‌নাগৰ স্থিতিকাল ষষ্ঠ শতাব্দী নহৈ চতুৰ্থ শতাব্দীৰহে হব ; কাৰণ দিঙ্‌নাগৰ গুৰু বসুবন্ধু গুপ্তৰাজ্যৰ প্ৰতিষ্ঠাতা প্ৰথম চন্দ্ৰগুপ্তৰ (৩১৯-৩৩০ খ্ৰীঃত) গুৰু বুলি প্ৰমাণিত হৈছে।

কালিদাস ৰচিত 'জ্যোতিৰ্বিদাভৰণ' নামৰ গ্ৰন্থত উল্লেখ আছে, কালিদাস শকাৰি বিক্ৰমাদিত্যৰ ৰাজসভাৰ নৱৰত্নৰ ভিতৰত নিজেও এজন। এই গ্ৰন্থত যি জ্যোতিষ গণনা কৰা আছে তাৰপৰা জনা যায় ইয়াৰ ৰচনাকাল ১৩ শতাব্দী। কিন্তু ইয়াত কলিযুগৰ আৰম্ভৰ যি সময় নিৰূপণ কৰা আছে, তাৰ আধাৰত ইয়াৰ ৰচনাকাল ৫৮০ খ্ৰীঃত বুলি ধৰা হয়। কোৱা হয় যে 'জ্যোতিৰ্বিদাভৰণ' (৪/৮৫) আৰু 'কুমাৰসম্ভৱ'ত (১/৩) কল্পনা সাম্য পোৱা যায়। ইয়াৰপৰা জনা যায় কালিদাস ৬০০ খ্ৰীঃত যশোধৰ্মনৰ ৰাজসভাৰ কবি আছিল।

কিন্তু 'জ্যোতিৰ্বিদাভৰণ'ৰ দৰে দোষবহুল গ্ৰন্থৰ লগত 'কুমাৰসম্ভৱ' কল্পনাসাম্য বুলি কোৱাটো ভাষাবিজ্ঞানৰ ফালৰপৰা উচিত হোৱা নাই। এই গ্ৰন্থখন যদি কালিদাসেই লিখা, তেনেহলে 'ৰঘুবংশ' আন কোনোবা কালিদাসৰহে সৃষ্টি।

অধ্যাপক কে. বি. পাঠকৰ মতে কালিদাসৰ আবিৰ্ভাৱকাল পাঁচ শতাব্দী। কালিদাসে 'ৰঘুবংশৰ' চতুৰ্থ সৰ্গত (শ্লোক ৬৭-৬৮) যুদ্ধৰ দিগ্বিজয় বৰ্ণনা কৰি কৈছে, ৰঘুই বংক্ষু নদীৰ তীৰৰ উত্তৰ ফালে হুণবিলাকক পৰাজিত কৰে। 'অমৰকোষ'ৰ টীকাকাৰ ক্ষীৰস্বামীয়ে যাক বালহীক (বেক্‌ট্ৰিয়া) বুলি কৈছে সেই দেশত প্ৰবাহিত 'আঁক্‌সস্' নদীৰ আন নাম বংক্ষু। এই 'আঁকসস্' নদীৰ

পাৰত হূণবিলাকে ৪৫০ খ্ৰীঃত নিজ ৰাজ্য স্থাপন কৰি ভাৰত আক্ৰমণ কৰে। এই আক্ৰমণ হয় কুমাৰগুপ্ত আৰু স্কন্দগুপ্তৰ দিনত। এই কথা জুনাগড়ৰ গিৰনাৰত ( ৪৫৫-৪৫৬ খ্ৰীঃত ) পোৱা শিলালিপিত পোৱা গৈছে। এই সময়েই কালিদাসৰ স্থিতিকাল। এতেকে কালিদাস পাঁচ শতাব্দীৰ মাজভাগৰ।

ডঃ কীথ, ডঃ ভণ্ডাকাৰ, মহামহোপাধ্যায় ৰামাৱতাৰ শৰ্মা আৰু মহামহোপাধ্যায় বাসুদেৱ বিষ্ণু মিৰাশীয়ে কুমাৰগুপ্ত আৰু স্কন্দগুপ্তৰ কালতকৈ চন্দ্ৰগুপ্ত দ্বিতীয়ৰ ( ৩৬৫-৪১৩ খ্ৰীঃত ) ৰাজত্বকালত কালিদাসৰ স্থিতিকাল বুলি নিৰ্ণয় কৰিছে।

তেওঁলোকৰ মতে, মন্দসৌৰত ( মধ্যপ্ৰদেশত ) সম্ৰাট কুমাৰগুপ্তৰ শাসনকালত বৎসভট্টি নামৰ কবিয়ে লিখা এটা গুপ্তকালীন শিলালিপি পোৱা গৈছে। এই শিলালিপিৰ প্ৰশস্তিত কালিদাসৰ কবিতা অনুকৰণ কৰা হৈছে। ইয়াৰপৰা কালিদাস কুমাৰগুপ্তৰ পূৰ্বৰ বুলি অনুমান হয়।

উক্ত মত দুটাও যে ভ্ৰান্তিমূলক তাক তলত দিয়া কথাখিনিৰপৰা সহজে উপলব্ধি হয়। অধ্যাপক পাঠকে ভাৰতত হূণসকলৰ যি অস্তিত্বৰ সময় লিখিছে সেইটো যুক্তিসঙ্গত বুলি ধৰি লব নোৱাৰি, কাৰণ পাৰস্যবাসীসকলৰ 'অবেস্তা'ত আৰু আমাৰ 'মহাভাৰত'ত হূণসকলৰ অনেক বাৰ উল্লেখ আছে। বৌদ্ধ গ্ৰন্থ 'ললিতাবিস্তৰ'ত ( ৩০০ খ্ৰীঃ ) যি প্ৰাচীন লিপিৰ উল্লেখ আছে তাতো হূণসকলৰ উল্লেখ পোৱা যায়। ইতিহাসত পোৱা যায় প্ৰায় ১৫০ খ্ৰীঃ পূঃত 'যুৱেচী' ( পিচত কুশান ) লোকসকলক 'আঁকসস্' নদীৰ দক্ষিণ তীৰত পৰাস্ত কৰি খেদি দিয়া হয়। ইমান প্ৰাচীন হূণ জাতিৰপৰা কালিদাসৰ পৰিচয় নিৰ্ণয় কৰাটো ভ্ৰান্তিমূলক।

তদুপৰি বৎসভট্টিৰ প্ৰশস্তিৰ লগত কালিদাসৰ কবিতা মিলাই, কালিদাসক বৎসভট্টিৰ পিচৰ কালৰ বুলি নিৰূপণ কৰাৰ কোনো প্ৰবল যুক্তি নাই। বৰং এইটোহে সম্ভৱ বৎসভট্টিয়ে কালিদাসৰ কবিতা অনুকৰণ কৰি প্ৰশস্তি লিখে।

কালিদাসৰ গ্ৰন্থৰপৰা জনা যায় এওঁৰ সম্বন্ধ আছিল কোনোবা 'শকাৰি' বিক্ৰমাদিত্যৰ লগত। এই শকাৰি বিক্ৰমাদিত্য হৈছে দ্বিতীয় চন্দ্ৰগুপ্ত। এওঁৰ ৰাজধানী আছিল উজ্জয়িনী আৰু অনেক পণ্ডিতৰ দ্বাৰা এওঁৰ ৰাজসভা অলঙ্কৃত হৈছিল।

'বিক্ৰমাদিত্য' আৰু 'শকাৰি'ৰ প্ৰশস্তি ধাৰণ কৰা বাবে দ্বিতীয় চন্দ্ৰগুপ্তৰ লগত কালিদাসৰ সম্বন্ধ থকাটো যুক্তিহীন। কাৰণ এওঁ স্বয়ং নিজ সংবৎ আঁতৰাই পূৰ্ব প্ৰচলিত মালৱ সংবৎ প্ৰচলন কৰিছে। দ্বিতীয়তে, দ্বিতীয় চন্দ্ৰগুপ্তৰ পিতামহ প্ৰথম চন্দ্ৰগুপ্তই গুপ্ত সংবৎ প্ৰচলন কৰে। তৃতীয়তে, চন্দ্ৰগুপ্তৰ দ্বিতীয়

পুত্ৰ স্কন্দগুপ্তৰ গিৰনাৰ শিলালিপিত বিক্ৰম সংবৎ উল্লেখ নকৰি গুপ্ত সংবৎ উল্লেখ কৰিছে। এতেকে চন্দ্ৰগুপ্তৰ দ্বাৰা বিক্ৰম সংবৎ প্ৰচলন কৰা হেতু বিক্ৰমাদিত্যৰ প্ৰশস্তি ধাৰণ কৰা যুক্তিসংগত নহয় বুলি ধৰা হয়। সেইদৰে এক কথাত কব পাৰি 'শকাৰি' প্ৰশস্তিও অপ্ৰামাণিক।

কালিদাসৰ গ্ৰন্থত যি স্বৰ্ণযুগৰ আলোচনা কৰা আছে আৰু তৎকালীন ৰাজকীয় পৰিস্থিতিৰ যি চিত্ৰণ অঁকা হৈছে, ই দ্বিতীয় চন্দ্ৰগুপ্তৰ শাসন কালৰেই বৰ্ণনা।

কিন্তু বৰ্তমান নতুন তথ্যৰ আলোকত এইটো সিদ্ধান্তত উপনীত হৈছে যে, এই স্বৰ্ণময় যুগ গুপ্তযুগতকৈও আগৰ সাতবাহন যুগ হে।

বাকাটক ৰজা দ্বিতীয় ৰুদ্ৰসেন (কুন্তলেশ) আৰু ৰাষ্ট্ৰকূট ৰজা দেৱৰাজৰ লগত দ্বিতীয় চন্দ্ৰগুপ্তৰ সম্পৰ্ক আছিল ঘনিষ্ঠ। ৰুদ্ৰসেনৰ লগত দ্বিতীয় চন্দ্ৰগুপ্তৰ কন্যা প্ৰভাৱতীৰ বিয়া হয়। এই সময়ত 'মালবিকাগ্নিমিত্ৰ' ৰচনা হয় আৰু এওঁৰ ৰাজসভাত থাকি কালিদাসে 'মেঘদূত' কাব্য ৰচনা কৰে। তদুপৰি ৰাষ্ট্ৰকূটৰ ৰজা দেৱৰাজৰ ৰাজদৰবাৰলৈ চন্দ্ৰগুপ্তই কালিদাসক দূত হিচাপে পঠাইছিল।

বাকাটৰ ৰজা ৰুদ্ৰসেন আৰু ৰাষ্ট্ৰকূটৰ ৰজা দেৱৰাজৰ লগত দ্বিতীয় চন্দ্ৰগুপ্তৰ সম্বন্ধ আছিল সঁচা, কিন্তু কালিদাসৰ 'কুমাৰসম্ভব' ৰচনা প্ৰভাৱতীৰ বিয়াৰ সময়ত নহয় আৰু দেৱৰাজৰ ৰাজসভাৰ লগত কালিদাসৰ কোনো সম্বন্ধ নাছিল। যি 'শৃঙ্গাৰ প্ৰকাশ' গ্ৰন্থৰ আধাৰত কালিদাসৰ বিষয়ে উক্ত মন্তব্য দাঙি ধৰিছে, সেই গ্ৰন্থ অপ্ৰামাণিক, অনৈতিহাসিক আৰু ভ্ৰান্তিমূলক।

'ৰঘুবংশত' বৰ্ণিত ৰঘুৰ দিগ্বিজয় প্ৰসঙ্গ দ্বিতীয় চন্দ্ৰগুপ্তৰ দ্বিগ্বিজয়ৰ আধাৰত প্ৰতিষ্ঠিত। ই দ্বিতীয় চন্দ্ৰগুপ্তৰ দিগ্বিজয়ৰ হুবহু বৰ্ণনা। কালিদাসৰ দ্বাৰা বৰ্ণিত ইন্দুমতীৰ স্বয়ম্বৰৰ 'জ্যোতিষ্মতী চন্দ্ৰমসৈৱ ৰাত্ৰিঃ' তথা 'ইন্দুং নবোৎথানমিবেন্দুমত্যৈ'ত বৰ্ণিত 'চন্দ্ৰমা' তথা 'ইন্দু' শব্দ চন্দ্ৰগুপ্তৰেই দ্যোতক।

কালিদাসৰ 'ৰঘুবংশ'ত ৰঘুৰ দিগ্বিজয় তথা ইন্দুমতী স্বয়ম্বৰৰ প্ৰসঙ্গত উল্লেখিত 'ইন্দু', 'চন্দ্ৰমা' আদি শব্দক চন্দ্ৰগুপ্তৰ নামৰ লগত জড়িত কৰা এইবাবেই উচিত নহয়। কাৰণ ইয়াৰ বহুতো ৰূপ-ৰেখা পুৰাণতো পোৱা যায়।

এই আটাইবোৰ কথা বিশ্লেষণ কৰি দেখা যায়, কালিদাস দ্বিতীয় চন্দ্ৰগুপ্তৰ সময়ৰ। এতেকে কালিদাস চতুৰ্থ শতাব্দীৰ শেষভাগৰ নাইবা পাঁচ শতাব্দীৰ আৰম্ভণিৰ। কিন্তু এই সম্বন্ধে এতিয়া যি নতুন তথ্যপাতি পোৱা গ'ল, এইবোৰ আগত ৰাখিলে এইটো স্পষ্ট হয় যে কোনো গুপ্ত সম্ৰাটৰ নাম বিক্ৰমাদিত্য নাছিল। দ্বিতীয় চন্দ্ৰগুপ্তক 'বিক্ৰমাদিত্য' উপাধিৰে ভূষিত কৰা হৈছিল। এই

উপাধি আছিল কোনোবা বিগত রজাৰ নামত প্ৰচলিত আৰু এওঁৱেই আছিল বিক্ৰমাদিত্য নামধাৰী ৰজা কালিদাসৰ আশ্ৰয়দাতা।

বেছিভাগ পণ্ডিতে কালিদাসৰ আবিৰ্ভাৱ কাল খ্ৰীঃ পূঃ ১ম শতাব্দী বুলিহে মতপোষণ কৰে। তেওঁলোকৰ মতে—

'মালবিকাগ্নিমিত্ৰ'ও কালিদাসৰ ইৰাৱতী আৰু ধাৰিণী নামক দুই উপনায়িকাৰ ৰচনা, ধাৰিণীৰ ভায়েক হীনবংশীয় বুলি কোৱা, পঞ্চম অঙ্কত পুষ্যমিত্ৰৰ দ্বাৰা অগ্নিমিত্ৰলৈ লিখা চিঠিত 'ৰোষ ত্যাগ কৰা' (বিগত ৰোষ চেতসা), যজ্ঞত সন্মিলিত হ'বলৈ লিখা আদি কথাৰপৰা বিদিত হয় কালিদাস শুংগকালীন অৱস্থাৰ সম্যক জ্ঞাতা। ইয়াৰপৰা জনা যায় অগ্নিমিত্ৰৰ সময়ৰপৰা প্ৰায় এক শতাব্দীৰ ভিতৰত অথবা ৫৭ খ্ৰীঃ পূঃ কালিদাসৰ স্থিতিকাল।

কালিদাস আৰু অশ্বঘোষৰ ৰচনাৱলীত যি বৰ্ণনসাম্য তথা ভাবসাম্য পৰিলক্ষিত হয়, তাৰপৰা কিছুমান পণ্ডিতে ধাৰণা কৰে কালিদাসৰ এইভাব অশ্বঘোষৰপৰা ধাৰ কৰা। কিন্তু ভাষাবিজ্ঞানৰ দৃষ্টিকোণৰপৰা দুয়ো মহাকবিৰ গ্ৰন্থত উদ্ধৃত উক্ত সাম্যসূচক প্ৰসঙ্গৰ পৰীক্ষা কৰি এইটো ঠিৰাং কৰা হৈছে অশ্বঘোষ কালিদাসৰ পৰৱৰ্তীকালৰ। অশ্বঘোষ কুষাণ বংশীয় সম্ৰাট কণিষ্কৰ গুৰু। কণিষ্কই বিক্ৰমী সংবৎ ১৩৫-ৰ পৰা নিজ শালিবাহন সংবৎ প্ৰচলন কৰে। এতেকে কালিদাস অশ্বঘোষৰ পূৰ্বৰ।

প্ৰয়াগৰ ওচৰৰ ভীটা নামৰ ঠাইত এটা ডাঙৰ আকৃতিৰ মৃন্ময় পদক পোৱা গৈছে। এই পদকটোৰ ওপৰত 'অভিজ্ঞান শকুন্তলম্'ৰ প্ৰথম অঙ্কৰ দৃশ্য অঙ্কিত আছে। ৰথৰ ওপৰত দুজন ব্যক্তি দুষ্মন্ত তথা সাৰথি, ইয়াৰ পিচত কৃশকায় ব্যক্তি কণ্বাশ্ৰমৰ কোনোবা তপস্বী আৰু এওঁৰ ওচৰত বহি থকা শকুন্তলা। ঐতিহাসিক দৃষ্টিভঙ্গীত পৰীক্ষা কৰি এই পদকটো শুংগকালীন বুলি নিৰ্ণয় কৰা হৈছে। ইয়াৰপৰা জনা যায় কালিদাস খ্ৰীঃ পূঃ প্ৰথম শতাব্দীৰ।

কালিদাসৰ 'বিক্ৰমোৰ্বশীয়' নাটকৰ নামকৰণত আৰু প্ৰথম অঙ্কত বিক্ৰম শব্দৰ প্ৰয়োগে ইঙ্গিত দিয়ে যে কালিদাস বিক্ৰমাদিত্যৰ ৰাজসভাৰ কবি। বিক্ৰমাদিত্যৰ ৰাজত্বকাল আছিল খ্ৰীঃ পূঃ প্ৰথম শতাব্দী।

খ্ৰীষ্টীয় প্ৰথম শতাব্দীত ৰচিত গুণাঢ্যৰ 'বৃহৎকথা'ৰ ৰূপান্তৰ 'কথাসৰিৎসাগৰ'ৰ অন্তিম লম্বকত মহেন্দ্ৰাদিত্যৰ পুত্ৰ বিক্ৰমাদিত্যৰ কথা লিখা আছে। এই বিক্ৰমাদিত্য 'বিক্ৰমসংবৎ'ৰ স্থাপক। এওঁ মালৱ দেশৰ উজ্জয়িনী ৰাজ্য স্থাপন কৰে। এওঁৰ দ্বাৰা প্ৰৱৰ্তিত সংবৎক উপলব্ধ শিলালিপিত 'মালবানাং গণস্থিত্যা,

মালৱগণস্থিতিবশং আৰু "শ্ৰীমালৱগণাম্নাতঃ" আদি নামেৰে জনা যায়। ইয়াত 'গণ' শব্দৰ অৰ্থ 'গণনা'। এতেকে কালিদাস এই মালৱ সংবৎৰ (বিক্ৰম সংবৎৰ) প্ৰৱৰ্তক বিক্ৰমাদিত্যৰ ৰাজকবি।

পণ্ডিতসকলে উক্ত মতৰ সমন্বয় ৰাখি সিদ্ধান্তত উপনীত হৈছে যে, বিক্ৰমাদিত্য উপাধী নহয়, এটা নামহে। বিক্ৰমাদিত্য মালৱদেশৰ মুখিয়াল, শকসকলৰ আক্ৰমণ বিফল কৰি এওঁ 'শকাৰি' উপাধি ধাৰণ কৰে। এওঁ যি মালৱ সংবৎ প্ৰৱৰ্তিত কৰে, সেইয়েই 'বিক্ৰম সংবৎ' নামেৰে প্ৰচাৰিত হয়। এওঁৰ শাসনকাল খ্ৰীঃ পূঃ প্ৰথম শতাব্দী। এওঁৰ সম্মানিত ৰাজকবি আছিল কালিদাস।

এতেকে কালিদাসৰ আবিৰ্ভাৱ কাল খ্ৰীঃ পূঃ প্ৰথম শতাব্দী বুলি নিৰ্ণয় কৰা হৈছে।

## ৰচনাৱলী

**কালিদাসৰ গ্ৰন্থসমূহ হৈছে ঃ**—(১) ঋতুসংহাৰ, (২) মালবিকাগ্নিমিত্ৰ, (৩) কুমাৰসম্ভৱ, (৪) বিক্ৰমোৰ্বশীয়, (৫) মেঘদূত, (৬) অভিজ্ঞান শকুন্তলম্ আৰু (৭) ৰঘুবংশ। ইয়াৰ ভিতৰত 'ঋতুসংহাৰ' আৰু 'মেঘদূত' খণ্ডকাব্য, কুমাৰসম্ভৱ আৰু ৰঘুবংশ মহাকাব্য। 'মালবিকাগ্নিমিত্ৰ', বিক্ৰমোৰ্বশীয় আৰু অভিজ্ঞান শকুন্তলম্ নাটক। ইয়াত মাথোন খণ্ডকাব্য আৰু মহাকাব্য কেইখনহে আলোচনা কৰা হব।

**ঋতুসংহাৰ ঃ**—ঋতুসংহাৰ কাব্যখন কালিদাসৰ ৰচনা নহয় বুলি অনেক পণ্ডিতে মতপোষণ কৰে। কালিদাসৰ কাব্যৰ ভাষ্যকাৰ মল্লিনাথে ঋতুসংহাৰৰ কোনো টীকা ৰচনা কৰা নাই। আনহাতে ভাৰতীয় আলংকাৰিক সকলেও ঋতুসংহাৰৰপৰা দৃষ্টান্তৰূপে কোনো অংশ উদ্ধৃত কৰা নাই। এই বাবে অনেকে মতপোষণ কৰে যে ঋতুসংহাৰ কালিদাসৰ ৰচনা নহয়। কিন্তু এ. বি. কীথে এই যুক্তি খণ্ডন কৰি কৈছে যে ঋতুসংহাৰ কালিদাসৰ অতি সহজ সৰল ৰচনা বুলি মল্লিনাথে এই কাব্যখনৰ টীকা ৰচনা কৰাৰ প্ৰয়োজন বোধ কৰা নাই। আনহাতে ই কবিৰ কম বয়সৰ অপৈণত ৰচনা বুলি আলংকাৰিকসকলে ইয়াৰপৰা দৃষ্টান্ত উদ্ধৃত নকৰি অন্য পৈণত ৰচনাৰপৰা দৃষ্টান্ত উদ্ধৃত কৰিছে। কালিদাসৰ মনোভঙ্গি, নিসৰ্গচেতনা আৰু ৰচনা-ৰীতি এই কাব্যত অপৈণত হলেও তাৰ স্বকীয় বৈশিষ্ট্য ইয়াত পৰিলক্ষিত হৈছে।

ই ছয়টা সৰ্গত ৰচিত ১৫টা শ্লোকৰ সমষ্টি। প্ৰত্যেক সৰ্গতে যেলেগ যেলেগ কৈ গ্ৰীষ্ম, বৰ্ষা, শৰৎ, হেমন্ত, শীত আৰু বসন্ত প্ৰত্যেকটো ঋতুৰ সুন্দৰ বৰ্ণনা আছে। ই গীতিকাব্যৰ অন্তৰ্গত। ইয়াত প্ৰকৃতিৰ নানা মনোৰম দৃশ্য তথা ছয় ঋতুৰ হৃদয়গ্ৰাহী চিত্ৰণ দাঙি ধৰা হৈছে। এই কাব্যত মানৱ প্ৰকৃতিৰ লগত বাহ্যিক প্ৰকৃতিৰ সুন্দৰ সংযোগ ঘটোৱাত কালিদাসৰ কবিত্ব প্ৰতিভা মুখৰিত হৈ উঠিছে।

ই বিয়োগ শৃঙ্গাৰ প্ৰধান কাব্য। এজন বিৰহী যুৱকৰ নিজ প্ৰিয়তমাৰ প্ৰতি আত্মনিবেদনৰপৰা এই কাব্য আৰম্ভ। ই কালিদাসৰ এখন উৎকৃষ্ট প্ৰকৃত কাব্য।

**কুমাৰসম্ভৱ** ঃ—কালিদাসৰ কুমাৰসম্ভৱ কাব্যখন ১৭টা সৰ্গত বিভক্ত। সুমেৰুৰ মিত্ৰ হিমালয়ৰ পত্নীৰ নাম আছিল মেনা। এওঁৰ গৰ্ভত উমা নামেৰে যি গৰাকী কন্যাৰ জন্ম হয়, পিচত তেওঁ পাৰ্বতী নামেৰে প্ৰসিদ্ধ হয়। পাৰ্বতী পূৰ্ব জন্মত দক্ষৰ কন্যা সতী নামেৰে শৰীৰ ধাৰণ কৰিছিল। এই জন্মতো তেওঁ আছিল শিৱৰ পত্নী। এবাৰ পিতৃৰ দ্বাৰা অপমানিত হৈ সতীয়ে প্ৰাণ ত্যাগ কৰে। তেতিয়া শিৱই তেওঁৰ বিৰহত ব্যাকুল হৈ হিমালয় পৰ্বতত কঠোৰ তপস্যা কৰিবলৈ আৰম্ভ কৰে। পিছৰ জন্মত মেনকাৰ গৰ্ভত যেতিয়া উমাৰ জন্ম হয়, তেতিয়া পৰ্বতৰাজ হিমালয়ে তেওঁক লৈ গৈ তপস্যাৰত শিৱৰ ওচৰত থৈ আহে।

এই সময়ত তাৰকাসুৰৰ উপদ্ৰৱত তৎ নেপাই দেৱতাসকল ইন্দ্ৰৰ ওচৰলৈ আহে। শঙ্কৰৰ ঔৰসজাত পুত্ৰইহে তাৰকাসুৰক বধ কৰিব পাৰিব বুলি ইন্দ্ৰই দেৱতাসকলক ক'লে।

এই উদ্দেশ্যে দেৱতাসকলে লগলাগি শিৱৰ মন পাৰ্বতীৰ প্ৰতি আকৃষ্ট কৰিবলৈ যত্নপৰ হ'ল। দেৱৰাজ এই কাৰ্য্য সম্পন্নৰ ভাৰ ন্যস্ত কৰিলে কামদেৱৰ ওপৰত। কামদেৱে বন্ধু বসন্তৰ লগত হিমালয়ৰ পিনে ৰাওনা হ'ল। তেওঁলোক তালৈ যোৱাৰ কাৰণ হ'ল যাতে সমগ্ৰ হিমালয় বসন্তৰ আগমনত অতুলনীয় সৌন্দৰ্য্য ধাৰণ কৰে। বসন্তৰ আগমনত প্ৰকৃতি বিভোৰ হৈ পৰিল। এনেতে সন্মুখত পাৰ্বতীক পাই শঙ্কৰৰ তপস্যা ভঙ্গ হ'ল। এই কাৰ্য্য কামদেৱৰ বুলি জানি শিৱই খণ্ডত ক্ৰোধান্বিত হৈ তৃতীয় চকু মেলি কামদেৱক ভস্ম কৰে। তাৰ পিচত তেওঁ অন্তৰ্ধান হ'ল আৰু পাৰ্বতীও সখীয়েকসকলৰ লগত পিতৃগৃহলৈ উভতি আহিল। তাৰ পিচত যেতিয়া ৰতি পতি কামদেৱৰ লগত প্ৰাণ বিসৰ্জন দিবলৈ ওলাল ঠিক সেই সময়তে আকাশবাণী হ'ল যে শিৱ-পাৰ্বতীৰ বিয়াৰ পিচত কামদেৱ পুনৰ জীৱিত হব।

দুদিনে পাৰ্বতীয়ে নিৰাশ মনে ঘৰলৈ আহি ঠিৰাং কৰিলে যে বনলৈ গৈ তেওঁ কঠোৰ তপস্যা কৰি শঙ্কৰৰ কৃপা-দৃষ্টি লাভ কৰিব। পিতৃৰ আজ্ঞা পাই পাৰ্বতী তপস্যাত মগ্ন হ'ল। ভগবান শিৱৰ ওপৰত তেওঁ ভালদৰে প্ৰভাৱ পেলাবলৈ সমৰ্থ হ'ল। এদিন পাৰ্বতীক পৰীক্ষা কৰিবলৈ সাধুৰ ছদ্মবেশত শিৱই পাৰ্বতীৰ ওচৰত উপস্থিত হৈ শঙ্কৰক নিন্দা কৰিব ধৰিলে। পাৰ্বতীয়ে শিৱৰ এই নিন্দা সহ্য কৰিব নোৱাৰি সাধুক আশ্ৰমৰপৰা বাহিৰ কৰি দিয়ে। ইয়াতে প্ৰসন্ন হৈ শিৱই নিজ ৰূপত দেখা দি আনন্দেৰে পাৰ্বতীৰ পাণি গ্ৰহণৰ প্ৰস্তাৱ দিয়ে। পাৰ্বতীয়ে বিবাহ প্ৰস্তাৱ লৈ শিৱক হিমালয়ৰ ওচৰলৈ যাব ক'লে। কোনো দেৱতাই সেই বিবাহ প্ৰস্তাৱ লৈ হিমালয়ৰ ওচৰলৈ গ'ল আৰু হিমালয়ে সেই বিয়াত হৰ্ষেৰে সম্মতি জ্ঞাপন কৰিলে।

বিয়াৰ পিচত পাৰ্বতীৰ অনুগ্ৰহত কামদেৱে পুনৰ জীৱন প্ৰাপ্ত হয়। কিছু দিনৰ পিচত শিৱৰ ঔৰসত পাৰ্বতীৰ গৰ্ভত কাৰ্তিকৰ জন্ম হয়। কাৰ্তিকে তাড়কাসুৰক মাৰি দেৱতাসকলৰ সন্ত্ৰাস দূৰ কৰে।

**মেঘদূত** :—'ঋতুসংহাৰ'ৰ দৰে 'মেঘদূতো' কালিদাসৰ গীতিবদ্ধ খণ্ডবাক্য। কিন্তু ইয়াৰ ৰচনা-বিধান আৰু কাব্য-কৌশল ঋতুসংহাৰতকৈ উচ্চমাপৰ। ইয়াৰ কথানক দুই ভাগত বিভক্ত। পূৰ্বমেঘ আৰু উত্তৰমেঘ। ই ১৩০টা শ্লোকৰ সমষ্টি। বিয়োগ শৃঙ্গাৰৰ ই এখন সৰ্বোচ্চ কাব্য।

অলকাপুৰীৰ ৰজা কুবেৰে অধিকাৰ প্ৰমত্ততাৰ কাৰণে যক্ষক এবছৰ নিৰ্বাসন দিয়ে। এই নিৰ্বাসন পালনাৰ্থে নৱ বিবাহিতা পত্নীক এৰি শোকাকুল যক্ষই মৰ্ত্যলৈ আহি নিৰ্বাসিত জীৱন যাপন কৰিব ধৰিলে। নাগপুৰৰ উত্তৰ কোণত অৱস্থিত ৰামগিৰি পাহাৰত এওঁ আশ্ৰয় ললে।

পূৰ্বমেঘত যক্ষৰ অলকাপুৰীৰপৰা ৰামগিৰিলৈকে যোৱা পথৰ বৰ্ণনা। উত্তৰ মেঘত অলকাপুৰীৰ সমৃদ্ধি আৰু সৌন্দৰ্য্য হিমাচ্ছাদিত হিমালয়ৰ বিশ্বগ্ৰাহী চিত্ৰণ, বিৰহ বিধুৰা প্ৰিয়তমাৰ আতুৰ অৱস্থাৰ চিন্তা আৰু শেষত যক্ষৰ ভাবী মিলনৰ প্ৰসঙ্গ বৰ্ণনা।

**ৰঘুবংশ** :—ইক্ষ্বাকুবংশীয় ৰজাসকলৰ কাহিনী বৰ্ণিত ই এখন কালিদাসৰ সৰ্বোৎকৃষ্ট কাব্য। ই ১৯টা সৰ্গত ৰচিত। কবিৰ অসাধাৰণ প্ৰতিভাৰ ই সুনিদৰ্শন। কাব্যখনৰ আদিৰপৰা অন্তলৈকে কবিয়ে কবিকৌশল তথা প্ৰকাশ-ভঙ্গী ভালদৰে বজাই ৰাখিব পাৰিছে।

ইয়াৰ কথাবস্তু আৰম্ভ হয় অযোধ্যাৰ সূৰ্য্যবংশীয় ৰজা দিলীপৰ বৰ্ণনাৰপৰা। ৰজা দিলীপৰ পত্নীৰ নাম আছিল সুদক্ষিণা। এওঁৰ কোনো সন্তি-সন্তান নাছিল। পুত্ৰলাভৰ অৰ্থে দুয়ো পতি-পত্নীৰ ৰাজ্যভাৰ মন্ত্ৰীৰ হাতত অৰ্পণ কৰি কুলগুৰু বশিষ্ঠৰ আশ্ৰম হিমালয়লৈ যায়। মহৰ্ষিয়ে ৰজাক সন্তান লাভৰ উপায় হিচাপে কামধেনু গাই নন্দিনীক সেৱা-সংকাৰ কৰিবলৈ ক'লে। মহৰ্ষিৰ কথামতে ৰজা দিলীপ আৰু ৰাণী সুদক্ষিণাই ৰাজকীয় জীৱন পৰিহাৰ কৰি এক মনে-প্ৰাণে নন্দনীৰ সেৱা কাৰ্য্যত ৰত হ'ল। ২১ দিনৰ পিচত নন্দিনী ৰজাৰ উদাৰ সেৱা ভাৱৰ পৰীক্ষা কৰিবলৈ ঠিক কৰিলে। এদিন হাবিত নন্দিনী এটা সিংহৰ কবলত পৰিল। ৰজা দিলীপে নন্দিনীক উদ্ধাৰ কৰিবলৈ আহি সিংহক গাইজনী এৰি দিবলৈ কাতৰ প্ৰাৰ্থনা জনালে। কিন্তু সিংহ কোনোপধ্যে সন্মত নহ'ল। শেষত ৰজাই নিজ শৰীৰ সিংহক অৰ্পণ কৰি নন্দিনীক উদ্ধাৰ কৰে। ৰজাই সিংহৰ সন্মুখত পৰি থাকিল। দিলীপৰ এই মহান আত্মত্যাগ আৰু প্ৰগাঢ় সেৱাভাৱ দেখি দেৱতাসকলে স্বৰ্গৰপৰা পুষ্পবৃষ্টি কৰিলে। নন্দিনীয়ে ৰজাক পুত্ৰ লাভৰ বৰদান দিলে।

যথাসময়ত দিলীপৰ ঘৰত এজন পুত্ৰ ৰতন উপজিল। তাৰ নাম ৰাখিলে ৰঘু। ৰঘুৱে ৰাজ্য চলাবলৈ সমৰ্থবান হোৱাত ৰজা-ৰাণীয়ে তপস্যা কৰিবলৈ ওলাই গ'ল।

প্ৰজাৰ মঙ্গলাৰ্থে ৰঘুৱে অনেক মহান কাৰ্য্য সমাধা কৰে। তেওঁ বিশ্বজিৎ যজ্ঞ সম্পন্ন কৰি গোটেই ধন-ঐশ্বৰ্য্য ব্ৰাহ্মণক দান দিয়ে। সেই সময়ত 'ৰৰতন্তু' ঋষিৰ শিষ্য কৌৎস ৰঘুৰ ওচৰলৈ গুৰুদক্ষিণা দিবৰ নিমিত্তে ধন বিচাৰি আহিল। ঋষিকুমাৰ ৰাজদৰবাৰত উপস্থিত হোৱাত কুবেৰৰ ভঁৰালৰপৰা ধন আনি দান কৰি সসন্মানেৰে বিদায় দিয়ে।

ৰঘুৰ পুত্ৰ অজৰ বিদিশাৰ ৰাজকুমাৰী ইন্দুমতীৰ লগত বিয়া হয়। ৰঘুই অজৰ হাতত ৰাজ্যভাৰ গটাই দি ঈশ্বৰৰ আৰাধনাত নিমগ্ন হ'ল। এদিন হঠাৎ ৰাণীৰ মৃত্যু হ'ল আৰু শোকত ব্যাকুল হৈ ৰজা অজেও প্ৰাণত্যাগ কৰে। অজৰ পুত্ৰ দশৰথ। ঋষিকুমাৰ শ্ৰৱণক ভুলক্ৰমে বধ কৰাত তেওঁৰ অভিশাপৰ ফলত দশৰথেও পুত্ৰশোকত মৃত্যুবৰণ কৰে। তাৰ পিচত ৰামৰ কথা বিস্তৃতভাৱে উল্লেখ কৰিছে। এইখিনিয়েই ৰঘুবংশৰ কথাবস্তু।

**বৰ্ণনাশৈলী আৰু কবিত্ব-প্ৰতিভা** :—কালিদাসৰ ৰচনাশৈলীত ৰমণীয়তা, কমনীয়তা, চাৰুতা আৰু মনোহৰতা সুস্পষ্ট। এওঁৰ কবিতা শৃঙ্গাৰ আৰু কৰুণ

ৰস প্ৰধান। শৃঙ্গাৰৰ সংযোগ আৰু বিয়োগ দুয়োটাৰ চিত্ৰণ বৰ কৌশলতাৰে দাঙি ধৰিছে। এওঁৰ এই শৃঙ্গাৰ-ভাৱনা কেৱল ৰূপবৰ্ণন বা জীৱনৰ বিলাসময় স্থিতিৰ মাজতে সীমিত নহয়, বৰং ইয়াত সহানুভূতিৰ আভাস, লোকমৰ্য্যাদাৰ সমাবেশ আৰু ভাৰতীয় আদৰ্শ অতি সুন্দৰভাৱে দাঙি ধৰা হৈছে।

'ঋতুসংহাৰত' কালিদাসৰ মন বাহ্যদৃষ্টিৰ ফালে অধিক ঢাল খায়। এই কাব্যত কবিৰ মাৰ্মিক তথা বিকাশোন্মুখ কলা নৈপুণ্যৰ কল্পনা প্ৰকট হৈছে। ইয়াৰ দ্বাৰাই কালিদাসে লোকপ্ৰিয়তা লাভ কৰে আৰু লগে লগে কাব্য ৰচনাৰ প্ৰেৰণা পায়। ইয়াত কবিয়ে স্বভাবোক্তিৰ ওপৰত বেছি নজৰ দিয়ে। ইয়াৰ বাহিৰেও উপমা, উৎপ্ৰেক্ষা, ৰূপক আদি অলঙ্কাৰৰ সমাবেশ দেখা যায়।

কুমাৰসম্ভৱৰ প্ৰথম সৰ্গত হিমালয়ৰ বৰ্ণনা, তৃতীয় সৰ্গত বসন্তবৰ্ণনা, চতুৰ্থ সৰ্গত ৰতিবিলাপ আৰু পঞ্চম সৰ্গত শিৱ-পাৰ্বতী সংবাদ উৎকৃষ্ট আৰু প্ৰসাদপূৰ্ণ শৈলীত প্ৰকাশ পাইছে। এই কাব্যত করুণ আৰু শৃঙ্গাৰ ৰসৰ সংযোগ তথা বিপ্ৰলম্ভৰ সুন্দৰ চিত্ৰণ দাঙি ধৰা হৈছে। চতুৰ্থ সৰ্গত মদন দহনৰ পিচত ৰতিৰ বিলাপ অতি হৃদয়বিদাৰক। এওঁৰ বিলাপত গোটেই বননি কান্দি উঠিল। প্ৰিয়তম মদনক স্মৰণ কৰি এঠাইত ৰতিয়ে কৈছে—

"হৃদয়ে বসতীতি মৎপ্ৰিয়ং যদবোচস্তদবৈমি কৈতবম্।
উপচাৰপদং ন চেদিদং ত্বমনঙ্গঃ কথমক্ষতা ৰতিঃ॥"

অৰ্থাৎ "হে প্ৰিয়তম! তুমিতো কৈছিলা, 'তুমি মোৰ হৃদয় সদায় বাস কৰি থাকিবা' কিন্তু এতিয়া মোৰ ধাৰণা হৈছে যে এইবোৰ কৃত্ৰিম কথা। এনেদৰে কোৱাৰ তোমাৰ একমাত্ৰ অভিপ্ৰায় আছিল মোক আনন্দিত কৰা। নহলে তুমি ধ্বংস হোৱাৰ পিচত মই কেনেকৈ অক্ষত হৈ আছো?"

উক্ত শ্লোকফাকিত যদিও আলঙ্কাৰিক ভাষাৰ প্ৰয়োগ নাই, তথাপি ইয়াৰ সৰল শব্দাৱলী বৰ ৰুচিকৰ আৰু ৰতিবিলাসৰ ভাব অতি মাৰ্মিক। কালিদাসৰ এই সৰল শব্দ যোজনাই তেওঁৰ কলাত্মকতাক প্ৰকাশ কৰিছে।

যেতিয়া অঙ্গিৰা ঋষি গিৰিৰাজ হিমালয়ৰ ওচৰত শিৱলৈ পাৰ্বতীক বিয়া দিবলৈ অনুৰোধ কৰে, তেতিয়া পাৰ্বতীয়ে ওচৰত বহি শুনি আছিল—

"এবং বাদিনি দেৱৰ্ষৌ পাৰ্শ্বে পিতুৰধোমুখী।
লীলাকমলপাণি গণয়ামাস পাৰ্বতী॥"

এই সময়ৰ পাৰ্বতীৰ মানসিক অৱস্থাৰ চিত্ৰণ অতি মধুৰ। পদুমৰ পাত

গণনাৰ দ্বাৰা পাৰ্বতীৰ যি লজ্জাশীলতা আৰু আন্তৰিক প্ৰেমৰ অভিব্যঞ্জনা প্ৰকট হৈছে, ই অতি সুন্দৰ।

সমীক্ষা :—অনেক পণ্ডিতৰ মতে 'কুমাৰসম্ভৱ'ৰ কথাবস্তু 'শিৱপুৰাণ' আৰু 'স্কন্দপুৰাণৰ' কাৰ্ত্তিকেয় কথাৰপৰা ধাৰ কৰা। অজদেশত তপস্যাৰত মহাদেৱৰ দ্বাৰা মদন-দহনৰ কথা 'ৰামায়ণ'ৰ বালকাণ্ডৰ ২৩ সৰ্গত আছে। কালিদাসে নিজ কলা-কৌশলৰ দ্বাৰা ইয়াক অধিক মনোৰঞ্জক কৰি তুলিছে। সেইবাবে 'কুমাৰসম্ভৱৰ' গোটেই কথানক অংশ কালিদাসৰ নিজ বুদ্ধিৰ উপজ। হিমালয়ত মদন দহন প্ৰসঙ্গ কালিদাসৰ অৱশ্যে আগেয়ে বিদিত আছিল, কিন্তু ইয়াক যি ৰূপত প্ৰকাশ কৰিছে, ই কালিদাসৰ নিজা সৃষ্টি। এই দৃষ্টিকোণৰপৰা এই মহাকাব্যৰ প্ৰাৰম্ভিক আঠ সৰ্গৰ কথানক উক্ত পুৰাণতকৈও আগৰ। ই কালিদাসৰ স্বতন্ত্ৰ প্ৰতিভাৰ ফল।

'কুমাৰসম্ভৱ'ৰ যি প্ৰতীক হস্তলিপি বৰ্ত্তমানে পোৱা গৈছে, সি ১৭টা সৰ্গত বিৰচিত। এইটোও কোৱা হয়, 'কুমাৰসম্ভৱ' ২২টা সৰ্গৰ সমষ্টি। এই প্ৰসঙ্গত কোনো কোনোৱে কৰলৈ বিচাৰে যে, আৰম্ভণিৰ যি আঠটা সৰ্গৰ টীকা মল্লিনাথে লিখিছে, সেইকেইটাহে কালিদাসৰ দ্বাৰা ৰচিত। বাকীখিনি পিচৰ কোনোৱা গ্ৰন্থকাৰৰ প্ৰক্ষিপ্ত অংশ।

ভাষা, শৈলী, শ্লোকসংখ্যা আৰু বৰ্ণন-বিধানৰ ফালৰপৰা 'কুমাৰসম্ভৱ'ক নিৰীক্ষণ কৰি কিছুমান পণ্ডিতে অভিমত দিছে যে ইয়াৰ শেষৰ ৯টা সৰ্গ আৰম্ভণিৰ ৮টা সৰ্গতকৈ সকলো ক্ষেত্ৰতে ভিন্ন। কালিদাসে এই গ্ৰন্থ আধালিখা কৰি কিয় এৰি দিলে, সেই বিষয়ে কিংবদন্তী আছে যে ইয়াৰ সাত আৰু আঠ সৰ্গত শিৱ-পাৰ্বতীৰ যি অমৰ্য্যাদিত তথা নগ্ন সম্ভোগৰ বৰ্ণনা কৰিলে, সেই শাপৰ ফলত কালিদাসে মহাকাব্যখন সম্পূৰ্ণ কৰিব নোৱাৰিলে। ই এখন অসম্পূৰ্ণ মহাকাব্য হৈ থাকিল।

কুমাৰসম্ভৱত তিনিটা মুখ্যপাত্ৰ—শিৱ, পাৰ্বতী আৰু মদন। মহাদেৱ আৰু পাৰ্বতী, জগতপিতা আৰু জগৎজননী ৰূপত পূজিত। কালিদাসে এই দিব্য দম্পতীৰ স্বভাৱ আৰু সম্বন্ধক মানৱীয় দৃষ্টিৰে চিত্ৰিত কৰি ৰাখিছে। পাৰ্বতীক সন্তুষ্ট কৰিবৰ বাবে কালিদাসে শিৱক যি ৰূপত ৰূপায়িত কৰিছে, ই বৰ আকৰ্ষণীয়। মহাদেৱৰ তপস্যা ভঙ্গ কৰিবলৈ উদ্যত হোৱা কামদেৱৰ চেষ্টা আৰু চতুৰালিৰ বৰ্ণনাও অতি চমৎকাৰ।

কবিত্বৰ ফালৰপৰাও কুমাৰসম্ভৱৰ পূৰ্বাৰ্দ্ধ শ্ৰেষ্ঠ ৰচনা। ইয়াত শৃঙ্গাৰৰ সংযোগ আৰু বিপ্ৰলম্ভ দুইটা ফাল ভালদৰে নিৰ্দৰ্শন কৰা হৈছে। যদিও আনন্দবৰ্দ্ধন আদি আলংকাৰিকসকলে কালিদাসৰ এই সংযোগ বৰ্ণনক সন্তোষ বুলিছে, তথাপি কবিত্বৰ দৃষ্টিকোণৰপৰা ই অতীৱ মৰ্মস্পৰ্শী। শৃঙ্গাৰ ৰসৰ বাহিৰে করুণ ৰসৰো সমাবেশ ইয়াত পোৱা যায়।

'মেঘদূত' কালিদাসৰ কবিত্ব উপবনৰ পাৰিজাত। ইয়াত কালিদাসৰ সৌন্দৰ্য্যান্বেষণী দৃষ্টিৰ কলামৰ্মজ্ঞতাৰ সুন্দৰ সমন্বয় দেখিবলৈ পোৱা যায়। এওঁৰ শব্দৰ ৰচনা অতি মধুৰ। ইয়াত উপমা, উৎপ্ৰেক্ষা তথা অৰ্থান্তৰন্যাস আদি অলঙ্কাৰৰ দ্বাৰা অৰ্থ-সৌষ্ঠৱৰো সুন্দৰ সমাবেশ ঘটিছে। ইয়াত বিপ্ৰলম্ভ শৃঙ্গাৰৰ যি বৰ্ণনা আছে, তাক আন কতো দেখিবলৈ পোৱা নাযায়। উত্তৰ মেঘত যক্ষপত্নীৰ বিৰহ অৱস্থাৰ চিত্ৰণ কৰা শ্লোক অত্যন্ত করুণোৎপাদক। যক্ষপত্নী এক সদ্‌গৃহিণী, সুন্দৰী, বিবিধ কলা প্ৰবীণা, সহৃদয়া আৰু পতিব্ৰতাৰ ৰূপত চিত্ৰিত হৈছে।

'কুমাৰসম্ভৱৰ' নিচিনাকৈ মেঘদূততো লোক প্ৰচলিত অনেক প্ৰবচনৰ সমাবেশ ঘটিছে। এই প্ৰবচনৰ প্ৰয়োগে কালিদাসৰ কাব্যোৎকৰ্ষ তথা কাব্য সৌন্দৰ্য্যক দুগুণে বৰ্ধন কৰিছে। ইয়াত মন্দাক্ৰান্তা ছন্দৰ বিপ্ৰলম্ভ শৃঙ্গাৰৰ চিত্ৰণত সফল প্ৰয়োগ হৈছে। কালিদাসৰ 'মেঘদূত' কাব্যৰপৰাই মন্দাক্ৰান্তা ছন্দৰ লোক-প্ৰিয়তা বাঢ়ে।

'ৰঘুবংশ' কালিদাসৰ শেষ ৰচনা। ৰঘুবংশৰ বিশেষ বৈশিষ্ট্য হ'ল ইয়াৰ সৰল ভাষা। ৰঘুবংশৰ এই বিশেষতা আন গ্ৰন্থত অতি বিৰল। এই গ্ৰন্থখনৰ ওপৰত ৩৩টা টীকা পোৱা গৈছে। এইখন মহাকাব্য সংস্কৃতৰ আন কাব্য তথা মহাকাব্যতকৈ শ্ৰেষ্ঠ বুলি পৰিগণিত হোৱাৰ লগে লগে কালিদাসৰো আন গ্ৰন্থসমূহৰ ভিতৰত সৰ্বশ্ৰেষ্ঠ বুলি স্বীকৃতি লাভ কৰিছে।

ৰঘুবংশত প্ৰায় ২৯ জন ৰজাৰ বৰ্ণনা আছে। এই ৰজাসকলৰ চৰিত্ৰ চিত্ৰণত কালিদাসৰ কবিত্ব প্ৰতিভাৰ সুন্দৰ বিকাশ হৈছে। ৰজা দিলীপৰপৰা ৰজা দশৰথলৈকে ৰজাসকলৰ অদ্বিতীয় গুণৰ বৰ্ণনা কৰি কালিদাসে নিজৰ ব্যাপক অভিজ্ঞতাৰ পৰিচয় দিছে।

ৰসপৰিপাকৰ দৃষ্টিকোণৰপৰা 'ৰঘুবংশৰ' স্থান সুকীয়া। কালিদাসৰ অন্য গ্ৰন্থত দুটা বা তিনিটা ৰসৰ সমাবেশ ঘটা দেখা যায়, কিন্তু ৰঘুবংশত প্ৰায়

আটাইবোৰ ৰসৰ পূৰ্ণ পৰিপাক হৈছে। উদাহৰণস্বৰূপে ৰজা অগ্নিবৰ্ণৰ বিলাসময় জীৱনত শৃঙ্গাৰ ৰস; অজ তথা ৰামৰ যুদ্ধত বীৰ ৰস; অজ-বিলাপত করুণ ৰস; বাল্মীকিৰ আশ্ৰম তথা ৰঘুৰ সৰ্বত্যাগী স্বভাৱত শান্তৰস তথা তাড়কাবধত বীভৎস ৰসৰ বৰ্ণনা পোৱা যায়। ৰস পৰিপাক দৃষ্টিকোণৰপৰা 'ৰঘুবংশ' এক সফল কৃতি। সেয়েহে ১১ শতাব্দীৰ কবি সোড়চলে তেওঁৰ 'উদয় সুন্দৰী কথাত' কালিদাসক 'ৰসসিদ্ধ কবিশ্বৰ' বুলিছে।

কালিদাসে যদিও অৰ্থালংকাৰত উপমা, উৎপ্ৰেক্ষা, অৰ্থান্তৰন্যাস আদি অলংকাৰ চিত্ৰণত বিশেষ ৰুচি দেখুৱাইছে, তথাপি নৱম সৰ্গত গ্ৰীষ্মঋতু বৰ্ণনাত আৰু দশৰথৰ চিকাৰ বৰ্ণনাত শব্দালংকাৰত যমক তথা অনুপ্ৰাসৰ সম্যক প্ৰয়োগ কৰিছে। কালিদাসৰ কবিতাৰ এটা বিশেষ বিশেষত্ব এই, তেওঁ বাচ্যাৰ্থৰ অপেক্ষা ব্যাঙ্গাৰ্থক বেছি প্ৰাধান্যতা দিয়ে। ইয়াৰ ছন্দ অতি মধুৰ।

ৰঘুবংশ কালিদাসৰ সৰ্বোচ্চ মহাকাব্য। ইয়াৰ ১৯ সৰ্গত প্ৰায় ২৯ জন ৰজাৰ বৰ্ণনা আছে। য'ত ৰঘুৰ প্ৰতাপ তথা তেওঁৰ দানশীলতাৰ কথা বিস্তৃত-ভাৱে বৰ্ণনা কৰা আছে, আৰু সেই বাবেই ইয়াৰ নামকৰণ কৰিছে 'ৰঘুবংশ'।

**কালিদাসৰ উপমা :**—কালিদাসৰ সৰ্বাধিক প্ৰিয় অলংকাৰ উপমা। তাৰ পিচত বস্তুৎপ্ৰেক্ষা, সমাসোক্তি আৰু ৰূপক। এই অলংকাৰবোৰৰ বাহিৰেও এওঁ শ্লেষ, অপহ্নুতি, অতিশয়োক্তি, ব্যতিৰেক, দৃষ্টান্ত, তুল্যযোগিতা, অৰ্থান্তৰন্যাস আদি অৰ্থ অলংকাৰও প্ৰয়োগ কৰিছে। শব্দালংকাৰত অনুপ্ৰাস আৰু যমক অধিক ব্যৱহাৰ কৰিছে। ৰঘুবংশৰ নৱম সৰ্গত কালিদাসৰ শব্দালংকাৰৰ এই চিত্ৰাত্মকতা দেখিবলৈ পোৱা যায়।

কিন্তু উপমা অলংকাৰৰ প্ৰয়োগত কালিদাসৰ কবিত্ব মূৰ্তিমান হৈ উঠিছে। মহাকবি কালিদাসৰ এই উপমাবৈশিষ্ট্যক সন্মুখত ৰাখি বাণভট্টই এওঁৰ ব্যক্তিত্বৰ প্ৰতি শ্ৰদ্ধাপুষ্প বৰিষণ কৰাৰ সময়ত কুঁহিপাতৰ উপমা দি এওঁক স্মৰণ কৰিছে।

"নিৰ্গতাসু ন বা কস্য কালিদাসস্য সূক্তিষু।
প্ৰীতিৰ্মধুৰসান্দ্ৰাসু মঞ্জৰীষিৱ জায়তে॥"

অৰ্থাৎ "কোন এনেকুৱা ব্যক্তি, যি প্ৰীতি উপভোগী মহাকবি কালিদাসৰ কবিতা শুনি সুন্দৰ তথা সঘন কুঁহিপাতবোৰক দেখাৰ নিচিনা আনন্দ বিভোৰ নহৈ উঠে।"

'ঋতুসংহাৰ'ৰ তৃতীয় সর্গ আৰম্ভ কৰি নৱবধূৰ নিচিনা শৰৎ ঋতুৰ ৰম্যৰূপৰ এই কল্পনা কালিদাসৰেই হৃদয়ৰ অনুভূতি।

"কাশাংশুকা বিকচপদ্মমনোজ্ঞ বক্ত্রা সোন্মাদহংস ৰৱ নূপুৰ নাদৰম্যা।
আপক্ব ৰশালিকটিৰানত গাত্রযষ্টিঃ প্রাপ্তা শৰন্নৱবধূৰিব ৰূপৰম্যা।"

অর্থাৎ, বগা কঁাচৰ সুন্দৰ শাৰী পিন্ধা, বিকশিত কমল যাৰ মনোহৰ মুখ, উন্মত্ত হংসৰ ধ্বনি যাৰ নূপুৰৰ শব্দ, পকাধান যাৰ সুন্দৰ কৃশ শৰীৰ, এনেকুৱা নৱবধূৰ নিচিনা ৰমণীয় এই শৰৎ ঋতু পৃথিৱীত অৱতৰিত হৈছে।

'মালবিকাগ্নিমিত্র'ৰ ২য় অঙ্কত কালিদাসে মিচিকীয়া হাঁহি মাৰিলে যেনেকৈ অলপ দাঁত দেখা যায়, তেনেকুৱা মালবিকাৰ মুখৰ হাঁহি পদুমৰ লগত তুলনা কৰিছে—

"স্ময়মানমায়তাক্ষ্যাঃ কিঞ্চিদভিব্যক্তদশনশোভি মুখম্।
অসমগ্রলক্ষ কেসৰমুচ্ছ্বসদিব পঙ্কজং দৃষ্টম্॥"

অর্থাৎ, এই ডাঙৰ ডাঙৰ চকুযুক্ত তাইৰ মিচিকীয়াই হঁহা মুখ, অলপকৈ দেখুওৱা দাঁতৰ শাৰীৰ দ্বাৰা এনেকৈ সুশোভিত হৈ আছে, যেনিবা ই অর্ধ-প্রস্ফুটিত পদুম হে, যাৰ কেশৰ পুৰাকৈ দেখা হোৱা নাই।

'কুমাৰসম্ভৱত' একান্ত মনে তপস্যাত ৰত শিৱৰ স্বৰূপ চিত্রণ অঙ্কিত কৰি কালিদাসে লিখিছে, 'ভগৱান শিৱ, সমস্ত অন্তশ্চাৰী পৱনক বোধ কৰি এনেকৈ নিশ্চল হৈ বহি আছে, যেন বৰষুণ নিদিয়া মেঘ, বিনা ঢৌৰ নিশ্চল পুখুৰী বা পৱন ৰহিত ঠাইত জ্বলি থকা নিশ্চল চাকি।

"অবৃষ্টি সংৰম্ভমিবাম্বু বাহমপামিবাধাৰমনুত্তৰঙ্গম্।
অন্তশ্চৰাণাং মৰুতাং নিৰোধান্নিবাত নিষ্কম্পমিব প্রদীপম্॥"

'বিক্রমোর্বশীয়'ত কঞ্চুকীৰ মুখৰপৰা ওলোৱা সন্ধ্যাকালৰ এই বর্ণনা কিমান স্বাভাৱিক—

"উৎকীর্ণা ইব বাসযষ্টিষু নিশানিদ্রালসাবর্হিণো।
ধূপৈর্জালবিনিঃসৃতৈৰ্বলভয়ঃ সন্দিগ্ধ পাৰাৱতাঃ।"

'অভিজ্ঞান শকুন্তলম্' আৰু 'ৰঘুবংশ' দুয়োখন গ্রন্থ কালিদাসৰ কবিত্ব-প্রতিভাৰ নিদর্শন। ইয়াত ঠায়ে ঠায়ে কালিদাসৰ মনোহৰ উপমা, কৌশল দেখা যায়। শকুন্তলাৰ বিদায়ৰ সময়ত কালিদাসে সাঁচি থোৱা ধনৰ লগত কন্যাক তুলনা কৰি ঋষি কণ্বৰ মুখৰপৰা উপমা অলংকাৰৰ কিমান হৃদয়বিদাৰক বর্ণনা প্রস্তুত কৰিছে—

"অর্থোহি কন্যা পৰকীয় এৱ তামদ্য সংপ্রেষ্য পৰিগ্রহীতুঃ।
জাতো মমায়ং বিশদঃ প্রকামং প্রত্যর্পিত ন্যাস ইবান্তৰাত্মা।"

অর্থাৎ, "কন্যা আনৰ ধন, সেইবাবে তেওঁক তেওঁৰ পতিৰ ওচৰলৈ পঠাই মোৰ মন আজি এনেকুৱা সুস্থ হৈছে, যেনেকৈ কোনো ধকবাই ধাৰ কৰি অনা অৰ্থ প্ৰত্যাৰ্পণ কৰে।"

'ৰঘুবংশৰ' পঞ্চম সৰ্গ কবিত্বৰ দৃষ্টিকোণৰপৰা অত্যন্ত মাৰ্মিক। ইন্দুমতীৰ পাণি গ্ৰহণৰ বাবে অজ বিদৰ্ভ দেশৰ ৰাজধানী কুণ্ডিনপুৰত বিৰাজমান। এই সময়ত বৈতালিকৰ দ্বাৰা অজৰ ৰূপ বৰ্ণনা কৰি কালিদাসে লিখিছে—

"তাম্ৰোদৰেষু পতিতং তৰুপল্লবেষু।
নিৰ্ধৌতহাৰ গুলিকা বিশদং হিমাম্ভঃ।
আভাতি লব্ধ পৰভাগতয়াধৰোষ্ঠে।
লীলাস্মিতং সদশনাৰ্চিৰিব ত্বদীয়ম্॥"

অৰ্থাৎ, "হে মহাৰাজ, আপোনাৰ অৰুণিমাময় অধৰৰপৰা দাঁতৰ বগা কান্তি মিহলি হৈ আৰু অধিক সুন্দৰতা পোৱা আপোনাৰ মন্দ, মধুৰ হাঁহিৰ সমান এই গছৰ ৰঙা কোমল পল্লৱত পতিত, হাৰৰ ঘূৰণীয়া মণিৰ নিচিনা স্বচ্ছ হিমকণ এই সময়ত খুব শোভিত হৈ থাকে।

স্বয়ম্বৰলৈ অহা ৰজা-মহাৰজাসকলক এৰি ইন্দুমতী যেতিয়া আগবাঢ়ি গৈছিল, তেওঁলোকৰ মুখত এনেকুৱা কালিমাৰ ছাঁ পৰিছিল যেন নিশা আগবঢ়া দীপশিখা ৰাজমাৰ্গৰ ৰাজভৱনক পিচত এৰি গুচি গৈছে।

সংচাৰিণী দীপশিখেৱ ৰাত্ৰৌ যং যং ব্যতীয়ায় পতিংবৰা সা।
নৰেন্দ্ৰমাৰ্গাট্ট ইৱ প্ৰপেদে বিবৰ্ণভাবং স সভূমি পালঃ॥

এই উপমা প্ৰয়োগৰ বাবে মহাকবি কালিদাসক দীপশিখা 'কালিদাস' বোলা হয়।

কালিদাসৰ উপমা অকল ৰমণীয়য়েই নহয়, ই যথাৰ্থও। পঢ়িলে হৃদয় ৰসবিভোৰ হৈ পৰে। 'ৰঘুবংশ'ত এওঁ লিখিছে, নন্দিনী গাই ৰজা দিলীপ আৰু ৰাণী সুদক্ষিণাৰ মাজত এনেকুৱা শোভা পাইছিল, যেন দিন আৰু ৰাতিৰ মাজত সন্ধ্যা শোভায়মান হৈছে। এইদৰে নন্দিনীৰ পিছে পিছে দিলীপে এনেকৈ গৈছিল, যেন শ্ৰুতি অনুসৰণ কৰা স্মৃতিহে—আদি আটাইবোৰ উপমা প্ৰাসঙ্গিক, স্বাভাৱিক আৰু সুৰুচিপূৰ্ণ।

শেষত 'বিক্ৰমোৰ্বশীয়'ৰ প্ৰথম অঙ্কত উৰ্বশীৰ বাবে প্ৰকৃতিৰপৰা গৃহীত উপমানৰ সুৰুচিপূৰ্ণ প্ৰসঙ্গ দিয়া আছে।

"আবিৰ্ভূতে শশিনি তমসা মুচ্যমানেৱ ৰাত্ৰিঃ
নৈশস্যাৰ্চিৰ্হুতভুজ ইৱ চ্ছিন্নভূয়িষ্ঠধূমা।
মোহেনান্তৰ্বৰতনুৰিয়ং লক্ষ্যতে মুক্ত কল্পা
গঙ্গা ৰোধঃ পতন কলুষা গৃহ্ণতীৱ প্ৰসাদম্॥"

অৰ্থাৎ, চন্দ্ৰমাৰ উদয় হোৱাত অন্ধকাৰৰপৰা আঁতৰি অহা ৰজনীৰ সদৃশ, ৰাতি ধূমৰাশিৰপৰা বিৰহিত হোৱা অগ্নিৰ শিখাৰ সমান আৰু বাৰিষা কালত তীৰৰপৰা বোকাময় পানী লাহে লাহে স্বচ্ছ হোৱা গঙ্গাৰ নিচিনা উৰ্বশীৰ লাহে লাহে হুশ আহিল।

এই দৰে সংস্কৃত সাহিত্যত কালিদাসৰ উপমানৰ যি বিশিষ্টতা দেখুৱা হৈছে, ই অস্বাভাৱিক নহয়।

**প্ৰকৃতি বৰ্ণনা** :—কালিদাস প্ৰকৃতি-দেৱীৰ প্ৰবীণ পূজাৰী। এওঁৰ সূক্ষ্ম দৃষ্টিয়ে প্ৰকৃতিৰ সূক্ষ্ম ৰহস্য সাৱধানতাৰে হৃদয়ঙ্গম কৰিছিল। এওঁৰ প্ৰাকৃতিক বৰ্ণনা ইমান সজীৱ, ই আমাৰ চকুৰ আগত অকৃত্ৰিমভাৱে নাচি উঠে। বাহ্যিক প্ৰকৃতিৰ সূক্ষ্ম নিৰীক্ষণ তথা ইয়াৰ মাৰ্মিক অংশ গ্ৰহণ কৰা কালিদাসৰ মহৎ বৈশিষ্ট্য। কালিদাসৰ বৰ্ণনা নিতান্ত সূক্ষ্ম, সুন্দৰ তথা সংশ্লিষ্ট। কালিদাসৰ প্ৰকৃতি দৰ্শন তেওঁৰ আটাইবোৰ ৰচনাৱলীত বিদ্যমান। এওঁৰ 'ঋতুসংহা'ৰ প্ৰকৃতিৰ সংঘাত। মালবিকাগ্নিমিত্ৰত মালবিকা প্ৰকৃতিৰ প্ৰতিমূৰ্তি। কুমাৰ-সম্ভৱৰ কথাবস্তুৰ লীলাক্ষেত্ৰ নগাধিৰাজ হিমালয়। 'বিক্ৰমোৰ্বশীয়'ত প্ৰকৃতিৰ প্ৰতিনিধিত্ব কৰিছে অপ্সৰাসকলে। 'মেঘদূতৰ' আৰম্ভ প্ৰকৃতিমণ্ডিত আষাঢ় মাহৰ প্ৰথম দিনৰপৰা, যাৰ সুষমাৰ দ্বাৰা ৰামগিৰি সুশোভিত। 'অভিজ্ঞানশকুন্তলম্'ৰ কণ্বাশ্ৰম প্ৰকৃতিৰ লীলাভূমি। 'ৰঘুবংশৰ' বশিষ্ঠাশ্ৰম আৰু হিমালয়ত প্ৰকৃতিৰ অবিস্মৰণীয় ৰূপ দৰ্শন হৈছে।

কালিদাসৰ প্ৰকৃতি-প্ৰেম তেওঁৰ ঋতু বৰ্ণনাত সুস্পষ্ট। এওঁৰ 'কুমাৰসম্ভৱ'ত বসন্তৰ, বিক্ৰমোৰ্বশীয় তথা 'মেঘদূত'ত বৰ্ষাকালৰ, 'শকুন্তলা'ত গ্ৰীষ্মকালৰ আৰু 'ৰঘুবংশ'ত তথা ঋতুসংহাৰ'ত আটাইবোৰ ঋতুৰ বৰ্ণনা পোৱা যায়।

ঋতুসংহাৰৰ ছয়টা সৰ্গত ক্ৰমে গ্ৰীষ্ম, বৰ্ষা, শৰৎ, হেমন্ত, শীত আৰু বসন্ত— আটাইকেইটা ঋতুৰ বৰ্ণনা পোৱা যায়। প্ৰত্যেকটো ঋতুৰ বৰ্ণনাত কবিয়ে সেই ঋতুৰ গছ-লতা তথা পশু-পক্ষীৰ ওপৰত প্ৰভাৱ, সেই ঋতুৰ আগমনত কামীজনৰ

চিত্তবৃত্তি তথা ব্যৱহাৰত দেখুৱা পৰিৱৰ্ত্তন আৰু হৃদয়ত উথলি উঠা আবেগৰ দিক্ নিদৰ্শন কৰিছে।

মালবিকাগ্নিমিত্ৰৰ তৃতীয় অঙ্কত প্ৰমদবনৰ বসন্তবৰ্ণনা বৰ মনোহৰ। 'কুমাৰ সম্ভৱ'ৰ আৰম্ভণিত হিমালয়ৰ বৰ্ণনা তথা তৃতীয় সৰ্গত বসন্তঋতুৰ আগমনৰগৰা বনশ্ৰীৰ বৰ্ণনা অত্যন্ত মনোহৰ হৈছে। প্ৰথম সৰ্গত হিমালয়ৰ অলঙ্কৃত প্ৰকৃতি বৰ্ণন বৰ ৰসভাবোদ্দীপক।

"ভাগীৰথী-নিৰ্ঝৰসীকৰাণাং বোঢা মুহুঃ কম্পিত দেৱদাৰুঃ।
যদ্বায়ুৰন্বিষ্টমৃগৈঃ কিৰাতৈৰাসেব্যতে ভিন্নশিখণ্ডিবৰ্হৈঃ॥"

অৰ্থাৎ, "হিমালয়ত ভগৱতী ভাগীৰথীৰ পানীৰ কণিকা লৈ বলা শীতল বতাহ, যি দেৱদাৰু গছক কঁপাই দিয়ে, ময়ূৰৰ পাখী জোৰে জোকাৰি দিয়ে আৰু হৰিণ বিচাৰি যোৱা ব্যাধৰ দ্বাৰা সেৱিত হয়।"

'বিক্ৰমোৰ্বশীয়'ৰ তৃতীয় অঙ্কত সন্ধ্যাকালৰ সুন্দৰ বৰ্ণনা দিছে। চন্দ্ৰমা উদয় হোৱাত আন্ধাৰ আঁতৰিল, এই বিষয়ে কৈছে—

"উদয়গূঢ় শশাঙ্কমাৰীচিভিস্তমসি দূৰমিতঃ প্ৰতিসাৰিতে।
অলকসংযমনাদিৱ লোচনে হৰতি মে হৰিবাহন দিঙ্মুখম্॥"

অৰ্থাৎ, "উদয়চলৰ আঁৰত লুকাই থকা চন্দ্ৰৰ কিৰণে অন্ধকাৰ দূৰ কৰি দিয়ে, যেন চুলি গঠাৰ বাবে পূৰ্বদিশৰ মুখ আমাৰ চকুৰ আনন্দদায়ক হৈছে।" এইটো উক্তি ৰজাৰ। ইয়াত ৰজাৰ এইটো ভাব, উদয়োন্মুখ চন্দ্ৰৰ কিৰণৰ দ্বাৰা অন্ধকাৰ দূৰ হোৱা বাবে পূৰ্বদিশৰ মুখ, চুলি চোঁৱাৰ কৰি পতিৰ আগমনৰ প্ৰতীক্ষা কৰি থকা তিৰোতাৰ মুখৰ নিচিনা আনন্দদায়ী প্ৰতীত হৈছে। চন্দ্ৰ হৈছে পূৰ্বদিশৰ পতি। ই পৃথিৱীলৈ অহা নাছিল। তেতিয়া যেনেকৈ বিৰহিণী তিৰোতাৰ চুলি তৈলাদিৰ দ্বাৰা সুবাসিত নোহোৱাকৈ থাকে, তেনেকৈ অন্ধকাৰে পূৰ্বদিশ আৱৰি আছিল। এই বৰ্ণনাত সমাসোক্তি আৰু উৎপ্ৰেক্ষা অলংকাৰৰ সুন্দৰ প্ৰয়োগ দেখা যায়।

কালিদাসৰ 'মেঘদূত' প্ৰকৃতিৰ লীলাভূমি। অলকাপুৰী আৰু ইয়ালৈ যোৱাৰ পথত পোৱা নগৰ, গাওঁ, পৰ্বত, নদী আদিৰ চিত্ৰণ কালিদাসৰ নিজ প্ৰকৃতি কৌশলৰ নিদৰ্শন। হিমালয়ৰ উচ্চ শিখৰত অৱস্থিত অলকাপুৰীৰ পৰিচয় দিবলৈ গৈ কৈছে—

"তস্যোৎসঙ্গে প্ৰণয়িন ইব স্ৰস্তগঙ্গা দুকুলাং
ন ত্বং দৃষ্টা ন পুনৰলকাং জ্ঞাস্যসে কামচাৰিন।

যা বঃ কালে বহতি সলিলোদ্গাৰমুচ্চৈর্বিমানা
মুক্তাজাল গ্ৰথিতমলকং কামিনীবাভ্ৰবৃন্দম্ ॥"

অৰ্থাৎ, "হে কামচাৰী মেঘ, এই কৈলাস পৰ্বতৰ ওপৰত গঙ্গাৰ তীৰত অলকা নামৰ নগৰী। ই মোৰ বাসভূমি। তুমি ইয়াক দেখিয়েই চিনি পাবা। কৈলাসৰ প্ৰান্তভূমিত জাহ্নবীৰ পাৰত অৱস্থিত এই নগৰীক এনেকুৱা লাগিছে যেন, নিজ প্ৰিয়তমাৰ কোলাত বহি আছে আৰু যাৰ বগা শাৰীৰ আঁচল বতাহত উৰি আছে। স্বচ্ছ পানীৰ ডাঙৰ ডাঙৰ বৰষুণৰ টোপাল পেলোৱা শ্যামবৰ্ণ মেঘ তই এই ডাঙৰ ডাঙৰ অট্টালিকাবোৰৰ ওপৰত এইদৰে উৰি থকা, যেন ডাঙৰ ডাঙৰ মুকুতাৰ গাঁঠিত কেশ-কলাপ কামিনীয়ে নিজ মূৰত ধাৰণ কৰিছে।"

'অভিজ্ঞান শকুন্তলম্' কালিদাসৰ কবিযশৰ পতাকা আৰু চিৰন্তনকাব্য সাধনাৰ ফল। ই প্ৰকৃতিৰ ৰম্য ৰূপৰাশিৰে অলংকৃত। ইয়াত প্ৰকৃতিৰ সাত্বিক তথা শৃঙ্গাৰমণ্ডিত দুয়োটা ৰূপ পৰিলক্ষিত হয়। উদাহৰণস্বৰূপে 'কণ্বৰ' আশ্ৰমত প্ৰকৃতিৰ স্বাভাৱিক সাত্বিক ৰূপ এই প্ৰসঙ্গত পোৱা যায়।

"নীবাৰাঃ শুকগৰ্ভকোটৰমুখ ভ্ৰষ্টাস্তৰুনামধঃ
প্ৰস্নিগ্ধাঃ কচিদিঙ্গুদীফলভিদঃ সূচ্যন্ত এবোপলাঃ।
বিশ্বাসোপগমাদভিন্নগতয়ঃ শব্দং সহন্তে মৃগাঃ
তোয়াধাৰপথাশ্চ বল্কলশিখানি ষ্যন্দৰে থাঙ্কিতাঃ ॥"

অৰ্থাৎ, "এই আশ্ৰমত কোনো শুক চৰাইৰ কোটৰৰপৰা সৰিপৰা নীবাৰকণ বৃক্ষৰ তলত সিঁচৰিত হৈ পৰিছে। ক'ৰবাত ইফালে-সিফালে পৰি থকা পাথৰে ইয়াকে কৈছে যে, ইয়াৰ ওপৰত ইঙ্গুদী ফল জন্মিছি। ক'ৰবাত আশ্বস্ত আৰু নিৰ্ভয় মনে হৰিণবোৰে বিচৰণ কৰিছে। ক'ৰবাত আকৌ পানী আনিবলৈ যোৱা বাটত মুনিসকলৰ পিন্ধা বল্কলৰপৰা পানীৰ টোপালৰ চিন অঙ্কিত হৈছে।"

আশ্ৰমৰ গছ-গছনি, লতা আৰু হৰিণবোৰৰ লগত শকুন্তলাৰ সৌহৃদৰ তথা মাতৃ-পুত্ৰ সম্বন্ধ। এওঁৰ বিদায়ৰ সময়ত গছে পাত সৰাই চকুপানী টুকিছে। লতাবোৰে মৌনভাৱে থাকি এওঁৰ বিচ্ছেদৰ দুখ প্ৰকাশ কৰিছে। হৰিণে শকুন্তলাৰ শাৰীৰ আঁচলত ধৰি নিজ মায়া-বন্ধনৰ কথা প্ৰকট কৰিছে।

শকুন্তলাৰ বিদায় বেলাত গোটেই তপোবনতে শোকৰ কালিমা পৰে।

"উদ্গলিতদৰ্ভকবলা মৃগাঃ পৰিত্যক্তনৰ্তনা ময়ূৰী।
অপসৃত পাণ্ডুপত্ৰাঃ মুঞ্চন্ত্যশ্ৰূণীৱ লতাঃ ॥"

অৰ্থাৎ, "হৰিণবোৰে কুশবন মুখৰপৰা ছুখতে পেলাই দিছে। ইমান শোকাকুল হৈছে যে, ইইতৰ খোৱা-বোৱাতো মন নাই। যি ময়ূৰে আনন্দোল্লাসত নাচিছিল, সিইঁতে নাচিবলৈ এৰি দিছে। লতাবোৰে পকাপাত পেলাই চকুলো টুকিছে।"

'ৰঘুবংশ'ত মহামুনি বশিষ্ঠৰ আশ্ৰম প্ৰকৃতিৰ দিব্যধাম। ইয়াৰ বাহিৰেও ইয়াত প্ৰাতঃ, সন্ধ্যা, দিন-ৰাতি, সমুদ্ৰ, পৰ্বত, নদী, গছ-লতা আদি প্ৰাকৃতিক দৃশ্যবোৰৰ মনোমোহা বৰ্ণনা দেখিবলৈ পোৱা যায়। বৈতালিকৰ দ্বাৰা প্ৰভাত বৰ্ণনা আৰু ইন্দুমতীৰ স্বয়ম্বৰৰ প্ৰাকৃতিক সৌন্দৰ্য্য সম্পন্ন ঠাইৰ বৰ্ণনা ৰমণীয় আৰু ভৌগোলিক দৃষ্টিকোণৰপৰা অতি সুন্দৰ। এই আটাইবোৰ বৰ্ণনাত প্ৰকৃতিৰ স্বাভাৱিক ৰূপ দৰ্শিত হৈছে।

কালিদাসৰ প্ৰকৃতি বৰ্ণনা তেওঁৰ সূক্ষ্ম নিৰীক্ষণ তথা অনুভূতি প্ৰৱণ হৃদয়ৰ ওপৰত প্ৰতিষ্ঠিত। এওঁ অন্তঃপ্ৰকৃতিৰ চিত্ৰ স্পষ্ট কৰিবলৈ মূৰ্ত উপমানৰ মনোহৰ চিত্ৰণ কৰিছে। এওঁৰ প্ৰকৃতি বৰ্ণনাত মানৱৰ লগত প্ৰকৃতিৰ ৰাগাত্মক সম্বন্ধৰ মনোহৰ সমন্বয় হৈছে। এনেকুৱা প্ৰসঙ্গবোৰত এওঁ বস্তুৎপ্ৰেক্ষা আৰু সমাসোক্তিৰ আশ্ৰয় লৈছে। উপমা তথা অলঙ্কাৰৰ দ্বাৰাও এওঁ নিজ প্ৰকৃতি চিত্ৰণ সজীৱ আৰু ভাবনাময় কৰি তুলিছে।

## সপ্তম অধ্যায়

# কালিদাসোত্তৰ কাব্য

## ভাৰবি

ভাৰবিৰ জন্মস্থান সম্পৰ্কে অনেক মতভেদ আছে। কিছুমান পণ্ডিতৰ মতে তেওঁৰ জন্মস্থান উত্তৰপ্ৰদেশ, কিছুমানৰ মতে মধ্যপ্ৰদেশ ; কিন্তু সৰহভাগ পণ্ডিতৰ মতে তেওঁৰ জন্মস্থান দক্ষিণ ভাৰত।

ভাৰবিৰ জীৱনচৰিত সম্বন্ধে এক নতুন তথ্য পোৱা গৈছে। অনন্ত শয়ন গ্ৰন্থমালাত ( সংখ্যা ১৭২, মাদ্ৰাজত ১৯৫৪ খ্ৰীঃত ) প্ৰকাশিত দণ্ডীৰ 'অৱন্তি সুন্দৰী কথা'ৰ প্ৰকাশ হোৱাত ভাৰবিৰ জীৱন বৃত্তান্তৰ এক নতুন অনুসন্ধান পোৱা গৈছে। এইটো কোৱা আছে ভাৰবি দণ্ডীৰ পিতামহ দামোদৰ মিত্ৰ আছিল। কিন্তু 'অৱন্তি সুন্দৰী কথা'ত দণ্ডী যি আত্মবৃত্তান্ত বৰ্ণনা কৰিছে, সেই মতে দণ্ডী ভাৰবিৰ প্ৰপৌত্ৰ বুলি ঠিৰাং কৰা হৈছে। এই গ্ৰন্থত লিখা মতে ভাৰবিৰ পূৰ্বপুৰুষসকল গুজৰাট প্ৰদেশৰ অনন্তপুৰ নামৰ ঠাইৰ নিবাসী। তাৰপৰা তেওঁলোক নাসিকলৈ যায় আৰু তাৰ পিচত দক্ষিণৰ 'অচলপুৰ'লৈ ( এলিচপুৰলৈ ) আহে। এই বংশত কৌশিক গোত্ৰীয় ব্ৰাহ্মণ নাৰায়ণ স্বামীৰ জন্ম হয়। এওঁৱেই আছিল ভাৰবিৰ পিতৃ। ভাৰবিৰ প্ৰকৃত নাম আছিল দামোদৰ। ভাৰবিৰ মধ্যমপুত্ৰ মনোৰথৰ চাৰিজন পুতেক আছিল। তেওঁলোকৰ ভিতৰত নিচেই সৰুজনৰ নাম আছিল বীৰদত্ত। এওঁ আছিল দণ্ডীৰ পিতৃ।

ভাৰবি আছিল শৈৱ। ৰাজশেখৰে উজ্জয়িনীৰ কোনো এখন ব্ৰহ্মসভাত কালিদাস, ভতৃমেঠ আদিৰ দৰে ভাৰবিৰও কাব্য-পৰীক্ষা কৰাৰ উল্লেখ আছে ; শ্ৰূয়তে চোজ্জয়িন্যাং কাব্যকাৰ পৰীক্ষা :

ইহ কালিদাসমেণ্ঠাবত্ৰামৰৰূপ সূৰভাৰবয়ঃ।
হৰিচন্দ্ৰচন্দ্ৰগুপ্তৌ পৰীক্ষিতাবিহ বিশালায়াম্॥

ভাৰবি দক্ষিণ ভাৰতৰ চালক্যবংশীয় ৰজা বিষ্ণুবৰ্ধনৰ ৰাজ কবি। চালুক্য-বংশীয় ৰজা পুলকেশী দ্বিতীয়ৰ সময়ৰ এক শিলালিপি 'অইহোড়' নামৰ গাওঁৰ জৈন মন্দিৰত পোৱা গৈছে। ইয়াত কালিদাসৰ লগতে ভাৰবিৰ নাম উল্লেখ

আছে। প্ৰশস্তিৰ ৰচয়িতা ৰবিকীৰ্তি নিজেকে কালিদাস আৰু ভাৰবিৰ সমতুল্য বুলি কৈছে। এই লিপিৰ সময় ৫৫৬ শকাব্দ অৰ্থাৎ ৬৩৪ খ্ৰীঃত। তেওঁৰ আশ্ৰয়দাতা বিষ্ণুবৰ্ধন মহাৰাজ পুলকেশী দ্বিতীয়ৰ অনুজ আৰু প্ৰায় ৬১৫ খ্ৰীঃত মহাৰাষ্ট্ৰত ভায়েকৰ আজ্ঞামতে ৰাজ্য চালায়। ইয়াৰপৰা অনুমান হয় ভাৰবিৰ আবিৰ্ভাৱ কাল প্ৰায় ৬০০ খ্ৰীষ্টাব্দ।

**কিৰাতাৰ্জুনীয় ঃ**—'কিৰাতাৰ্জুনীয়' হৈছে ভাৰবিৰ কবিত্ব-প্ৰতিভাৰ লাইখুটা। কিৰাতাৰ্জুনীয় ১৮ সৰ্গৰ সমষ্টি। ইয়াৰ বিষয়বস্তু মহাভাৰতৰ বনপৰ্বৰ ওপৰত আধাৰিত। মহাকাব্যৰ প্ৰথম আৰু দ্বিতীয় সৰ্গত পাশাখেলত পৰাজিত হোৱা পাণ্ডৱসকলক 'দ্বৈতবনত' দেখুৱাইছে। যুধিষ্ঠিৰৰ 'বনচৰ' নামৰ গুপ্তচৰৰ মুখে এই কথা জানিব পাৰিছে যে, পাণ্ডৱসকলৰপৰা লাভ কৰা ৰাজ্য দুৰ্য্যোধনে নিজ নীতি অনুসাৰে সদায় নিজ অধীনত ৰাখিব বিচাৰিছে। ইয়াতে, ভীম আৰু দ্ৰৌপদীয়ে যুধিষ্ঠিৰক ভীৰু বুলি ভৎৰ্সনা কৰি তেওঁক যুদ্ধৰ বাবে উত্তেজিত কৰিছে। কিন্তু যুধিষ্ঠিৰে তেওঁলোকৰ কথাত বিচলিত নহৈ উপযুক্ত সময়লৈ প্ৰতিক্ষা কৰিবলৈ আৰু প্ৰতিজ্ঞাবদ্ধ হৈ থাকিবলৈ ক'লে। এই সময়তে ব্যাসে দেখা দিয়ে। তৃতীয় সৰ্গত মহৰ্ষি ব্যাসৰ পৰামৰ্শমতে অৰ্জুনে পাশুপাত অস্ত্ৰ লাভৰ নিমিত্তে ইন্দ্ৰকীল পৰ্বতলৈ যায়। চতুৰ্থৰপৰা দ্বাদশ সৰ্গলৈ অৰ্জুনৰ ঘোৰ তপস্যা, ইন্দ্ৰৰ দ্বাৰা তেওঁৰ ব্ৰতভঙ্গ কৰিবলৈ বিভিন্ন উপায়, তুষ্ট হৈ ইন্দ্ৰৰ দ্বাৰা অৰ্জুনক উপদেশ দিয়া আৰু শেষত মায়াবী দৈত্যৰপৰা অৰ্জুনৰ ৰক্ষাৰ নিমিত্তে ভগৱান শঙ্কৰৰ কিৰাত ৰূপ ধাৰণ কৰাৰ বৰ্ণনা। ত্ৰয়োদশ-সৰ্গৰপৰা পঞ্চদশ সৰ্গত কিৰাত আৰু অৰ্জুন দুয়োৰে মায়াবী 'গাহৰি'ৰ গালৈ বাণ নিক্ষেপ আৰু দুয়োৰে পাৰস্পৰিক অস্ত্ৰযুদ্ধ আৰু মল্লযুদ্ধৰ বৰ্ণনা। শেষৰ তিনিটা সৰ্গত অৰ্জুনৰ বীৰত্ব আৰু কঠিন তপস্যাত প্ৰসন্ন হৈ ভগৱান শঙ্কৰ দেখা দিয়ে আৰু তেওঁক এই বুলি আশীৰ্বাদ দিয়ে—"যোৱা, শত্ৰুক পৰাজয় কৰা" আৰু অৰ্জুনে শঙ্কৰৰপৰা পাশুপাত অস্ত্ৰ লাভ কৰে। অৰ্জুনে পাশুপাত অস্ত্ৰ লৈ ঘৰলৈ ওভটি আহি যুধিষ্ঠিৰক প্ৰণাম কৰাৰ লগে লগে মহাকাব্যৰ সমাপ্তি ঘটে।

**ৰচনাশৈলী ঃ**—ভাৰবিৰ ৰচনাশৈলীত কৰ্ণকটু, দীৰ্ঘসমাসযুক্ত পদাৱলী আৰু অব্যৱহৃত শব্দৰাজিৰ প্ৰয়োগ পৰিলক্ষিত নহয়। পাঠকৰ ৰুচিৰ প্ৰতি লক্ষ্য ৰাখি ভাৰবিয়ে নিজ শিল্পনৈপুণ্যতাৰ পাৰদৰ্শিতা দেখুৱাই অৰ্থগভীৰতাৰ সমাবেশ কৰিছে। সৰ্বসাধাৰণৰ মনোগ্ৰাহী অৰ্থপূৰ্ণ লিখনি তেওঁৰ এটা বিশেষ বিশেষত্ব।

ভৱন্তি গুৰ্বীমভিধেয় সম্পদং
বিশুদ্ধিমুক্তেৰপৰে বিপশ্চিতঃ।
ইতি স্থিতয়া প্ৰতিপূৰুষং কচৌ
সুদুৰ্লভাঃ সৰ্বমনোহৰা গিৰাঃ ॥

অৰ্থাৎ, কিছুমানে কাব্যত অৰ্থসম্পদৰ প্ৰশংসা কৰে আৰু কিছুমানৰ দৃষ্টি ইয়াৰ শাব্দিক সৌন্দৰ্য্যত নিহিত থাকে। এইদৰে প্ৰতিব্যক্তিৰ ৰুচিবৈচিত্ৰ্যৰ কাৰণে এনেকুৱা কবিতা ৰচনা কৰা অতি সুকঠিন, যি সকলোকে সমানে মনোৰঞ্জন কৰিব পাৰে, যি শব্দ আৰু অৰ্থ দুয়োটাতে সমানে অলংকৃত। উক্ত দৃষ্টিকোণৰ সাপেক্ষে ভাৰবিয়ে শব্দাৰ্থৰ সন্নিবেশ কৰা বুলি ঠিৱাং কৰা হৈছে।

ভাৰবিৰ কাব্যত সৰ্বত্ৰ গভীৰ অৰ্থপূৰ্ণ মনোহাৰী সাৱলীল ভাষা প্ৰয়োগ কৰিছে। "ভাৰবেৰৰ্থ গৌৰৱম্"—'মনঃ প্ৰিয়ামথ নিশ্চিত্য গিৰং গৰীয়সীম্'। এইটোৱেই ভাৰবিৰ অৰ্থৰ গৌৰৱ। ভাৰবিৰ পদ্যত গদ্যৰ নিচিনা ভাষাৰ স্বচ্ছন্দতা আৰু সবলতা পৰিদৃশ্যমান। গদ্যৰ দৰে পদ্যৰো শিল্প বিধি মন কৰিবলগীয়া। তৃতীয় সৰ্গৰ আৰম্ভণিত তিনিটা শ্লোকত ভাৰবি ভগৱান বেদব্যাসৰ যি শব্দ চিত্ৰ অঙ্কন কৰিছে তাক পাঠ কৰাৰ সময়ত 'কাদম্বৰী'ৰ ভগৱান জাবালিৰ স্বৰূপ স্মৰণ হয়। পণ্ডিত সমাজ কালিদাসৰ উপমাৰ সমান ভাৰবিৰ অৰ্থগৌৰৱত মুগ্ধ। মল্লিনাথৰ মতে নাৰিকলৰ নিচিনা যেতিয়ালৈকে ইয়াৰ কঠোৰ বাহ্যাৱৰণ ভেদ কৰি ভিতৰত প্ৰৱেশ কৰা নাযায় তেতিয়ালৈকে ভাৰবিৰ কবিতাৰ ৰসপান কৰা দুঃসাধ্য। মল্লিনাথে কৈছে—

নাৰিকেলফল সংমিতং ৰচো ভাৰৱেঃ সপদি যদ্ বিভজ্যতে।
স্বাদয়ন্তু ৰসগৰ্ভ নিৰ্ভৰং সাৰমস্য ৰসিকা যথোপ্সিতম্।

অৰ্থাৎ, যিদৰে ওপৰৰ ডাঠ আৱৰণ কাটি নাৰিকল ফালি ভিতৰৰ ৰসপান কৰা যায়, ঠিক সেইদৰে ভাৰবিৰ কবিতাৰ ক্লিষ্ট বাহ্যাৱৰণ গুচাই ভিতৰত প্ৰৱেশ কৰাৰ পিচতহে ৰসগ্ৰাসী লোকে গৰ্ভস্থ ৰস যথেপ্সিত পান কৰে।

নাৰিকলৰ ৰসৰ নিচিনা ভাৰবিৰ কবিতাৰ এই অৰ্থ গভীৰতা বহুৰূপত প্ৰকাশ পাইছে। এওঁৰ বিশাল চিত্ৰবন্ধত এওঁৰ কাব্য শিল্পৰ উৎকৃষ্টতা সমাবিষ্ট হৈছে। কিন্তু ইয়াতকৈও বেছি এওঁৰ কবিতাত নীতিশাস্ত্ৰ ব্যৱহাৰিকতা, ধৰ্ম, সদাচাৰ আদি অনেক বিষয়ৰ গভীৰ বাট দেখিবলৈ পোৱা যায়। এওঁৰ শব্দ, বাক্য আৰু পদ-সৰ্বত্ৰ এনেকুৱা গাম্ভীৰ্য্য সন্নিবিষ্ট যে, তাক বুজিবলৈ কেৱল কাব্য কুশল হোৱা-টোৱেই যথেষ্ট নহয়, পূৰ্ণ পাণ্ডিত্যৰো আৱশ্যক। প্ৰত্যেক শ্লোকৰ তিনিটাকৈ

অৰ্থ আৰু একেটা বৰ্ণৰ শ্লোক এই শব্দাৰ্থ সঙ্গম ভাৰবিৰ কবিতাত দেখিবলৈ পোৱা যায়।

ভাৰবিৰ বৰ্ণনাত নাদসৌন্দৰ্য্য আৰু আকৃতি সৌষ্ঠৱ পৰিলক্ষিত। এওঁৰ শৈলী অভিব্যঞ্জনাপৰক। ইয়াত অৰ্থ ৰমণীয়তাৰ লগত শব্দৰো সুকোমলতা বিৰাজমান:

## কৱিত্ব-প্ৰতিভা

ভাৰবিয়ে শৃঙ্গাৰ ৰস সুন্দৰভাৱে কাব্যত প্ৰয়োগ কৰিছে। উদাহৰণস্বৰূপে অষ্টম, নৱম আৰু দশম সৰ্গত অপ্সৰাসকলৰ বনবিহাৰ, পুষ্পাৱচয়, জলক্ৰীড়া তথা ৰতিকেলি দেখিবলৈ পোৱা যায়। এই প্ৰসঙ্গত ভাৰবিয়ে কাব্যশাস্ত্ৰৰ দৃষ্টিকোণৰপৰা নায়িকাৰ অনেক ভেদৰ বৰ্ণনা কৰিছে। খণ্ডিতা নায়িকাৰ উদাহৰণ তলত দাঙি ধৰা হ'ল য'ত মানিনী স্বভাৱৰ সজীৱ চিত্ৰ অঙ্কন কৰা আছে—

"প্ৰযচ্ছতোচ্চৈঃ কুসুমানি মানিনী বিপক্ষগোত্ৰং দয়িতেন লম্ভিনা।
ন কিঞ্চিদূচে চৰণেন কেৱলং লিলেখ বাষ্পাকুললোচনা ভুৱম্ ॥"

অৰ্থাৎ, নায়কে ফুল চিঙি নায়িকাক দিব ধৰিছে। ফুল দিয়াৰ সময়ত ভুলবশতঃ আন নায়িকাৰ নাম উচ্চাৰণ কৰিছে। ইয়াতে নায়িকাই বুজিলে যে তেওঁ প্ৰেমিকৰ কনিষ্ঠা প্ৰিয়া আৰু ইয়াতে অভিমান কৰি ৰহি ৰ'ল। কিন্তু নায়কক একো কথা নকৈ অশ্ৰুপূৰ্ণ চকুৰে গছৰ তলত মাটি খুচৰিবলৈ ধৰিলে।

পানীত ৰতিকেলিৰ শৃঙ্গাৰময় বৰ্ণনা তলৰ শ্লোকটোত সুন্দৰভাৱে ফুটি উঠিছে—

বিহস্য পানৌ বিধৃতে ধৃতাম্ভসি প্ৰিয়েণ বধ্বা মদনাদচেতসঃ।
সখীব কাঞ্চী পয়সা ধনীকৃতা বভাৰবীতোচ্চয় বন্ধমংশুকম্ ॥

অৰ্থাৎ, জলক্ৰীড়াৰ সময়ত কোনো নায়িকাই হাতত পানীলৈ নায়কৰ গালৈ চটিয়াবলৈ চালে। ইয়াকে দেখি নায়কে হাঁহি মাৰি তেওঁৰ হাতত ধৰিলে। নায়কৰ স্পৰ্শত নায়িকাৰ মন কামাসক্ত হ'ল, ফলত তেওঁৰ কঁকালৰ গাঁঠি শিথিল হৈ গ'ল, কিন্তু পানীৰ দ্বাৰা চেপা যোৱা কৰ্দনিয়েই সোণৰ বা ৰূপৰ কঁকালত পিন্ধা হাৰেই তেওঁৰ কৱচক ( চাপকনক ) তেনেকুৱা ভাৱে বাধা দিলে, যিদৰে সখীৰ নিচিনাকৈ নায়িকায়ো সময়মতে সহায় কৰি থাকে।

প্ৰকৃতিৰ ৰম্য ৰূপৰাশিৰ প্ৰাণবন্ত স্বৰূপ ভাৰবিৰ বৰ্ণনাত সৰ্বত্ৰ দেখিবলৈ পোৱা যায়। চতুৰ্থ, পঞ্চম আৰু নৱম সৰ্গত কোনো ঠাইত উদ্দীপন আৰু কোনো ঠাইত আলম্বনৰ ৰূপত প্ৰকৃতিৰ সৌম্যৰূপ অঙ্কিত কৰিছে। এওঁৰ প্ৰকৃতি বৰ্ণনা যদিও সহজ, সৰল আৰু আড়ম্বৰ ৰহিত, তথাপি অনায়াসে কলাত্মকতা আৰু শিল্পৰ সমাবেশ ঘটিছে। চতুৰ্থ সৰ্গৰ শেষভাগত শৰদঋতুৰ এক সুন্দৰ চিত্ৰ দাঙি ধৰিছে। সন্ধ্যাকালৰ মনোহাৰী বৰ্ণনাও অতি চমৎকাৰপূৰ্ণ। পঞ্চম সৰ্গত ভাৰবিয়ে হিমালয়ৰ বৰ্ণনাত এইদৰে লিখিছে—হিমালয়ে উচ্চশিখৰত গঙ্গাক ধাৰণ কৰিছে। বিশাল শিলৰ টুকুৰাৰ দ্বাৰা সোঁত অৱৰুদ্ধ হৈ যেতিয়া তাৰ ওপৰেদি ৰবলৈ ধৰিলে, তেতিয়া পানীৰ কনিকাবোৰ ওপৰলৈ উঠি জলধাৰা প্ৰবাহিত হবলৈ ধৰাত এনেকুৱা দেখা গ'ল, যেনিবা গঙ্গাই বগা চোৰ্বৰ হে ধাৰণ কৰিছে।

ভাৰবিৰ প্ৰকৃতি বৰ্ণনাত গ্ৰাম্য জীৱনৰো সুন্দৰ সৌম্যৰূপ দেখিবলৈ পোৱা যায়। এওঁ চতুৰ্থ সৰ্গত গাওঁ, কৃষক তথা লতাগুল্মৰ সৈতে আশ্ৰম, মুনি আৰু আশ্ৰমৰ লতাৰ যি তাৰতম্য দেখুৱাইছে, সি কিমান ৰমণীয়! ইয়াত দিন-ৰাতি, সূৰ্য্য-চন্দ্ৰ, প্ৰাতঃ-সন্ধ্যা, হাবি, পথাৰ, নদী, জলক্ৰীড়া, সৰোবৰ, বনবিহাৰ আৰু গ্ৰাম্যজীৱনৰ মনোৰম চিত্ৰ অঙ্কিত কৰা আছে।

ভাৰবিৰ কবিতাত পাণ্ডিত্য প্ৰদৰ্শন তথা কলাপ্ৰদৰ্শৰ ভাৱনা অতি চমৎকাৰ-পূৰ্ণ। 'কিৰাতাৰ্জুনীয়'ৰ পোন্ধৰ সৰ্গ তাৰেই নিদৰ্শন। ইয়াত গোমূত্ৰিকাবন্ধ, অৰ্থভ্ৰমক, সৰ্বতোভদ্ৰ, একাক্ষৰপাদ, একাক্ষৰশ্লোক; দ্ব্যক্ষৰশ্লোক; নিৰৌষ্ঠ্য সমুদ্গক্, পদান্তাদি যমক, পাদাদি যমক, প্ৰতিলোমানু লোমপাদ, প্ৰতিলোমানু লোমাৰ্দ্ধ আদি বিকট চিত্ৰবন্ধনৰ চিত্ৰণত ভাৰবিৰ কৌশল প্ৰশংসনীয়। কিন্তু ইয়াত ৰসৰ অভাৱ।

ভাৰবিৰ কাব্য-শিল্পৰ চাতুৰতাৰ উদাহৰণ এই একাক্ষৰবৃত্তত দেখিবলৈ পোৱা যায়—

"ন নোন নুন্নো নুন্নোনো নানা নানাননা ননু।
নুন্নোঽনুন্নো ননুন্নেনো নানেনা নুন্ননুন্ননুৎ॥"

অলংকাৰৰ প্ৰয়োগৰ ফালৰপৰা ভাৰবিৰ পক্ষ অতি সুন্দৰ। শব্দালংকাৰ তথা অৰ্থালংকাৰ উভয়ৰে প্ৰয়োগ এওঁৰ লিখনিত পোৱা যায়। বিশেষকৈ অৰ্থালংকাৰৰ আৰু তাত সাধৰ্ম্যমূলক উপমা, ৰূপক, উৎপ্ৰেক্ষা, সমাসোক্তি,

নির্দেশনা, যমক, শ্লেষ আৰু প্ৰহেলিকা আদি সাধৰ্ম্যমূলক অলংকাৰৰ প্ৰয়োগ বহুল পৰিমাণে দেখা যায়।

বংশস্থ ছন্দ প্ৰয়োগত ভাৰবি সিদ্ধহস্ত। ইয়াৰ বাহিৰেও ইন্দ্ৰবজ্ৰা, উপেন্দ্ৰ-বজ্ৰা, দ্ৰুতবিলম্বিত, প্ৰহৰ্ষিণী, স্বাগতা, উদ্গতা পুষ্পিতাগ্ৰা, উপচ্ছন্দসিক, অপৰ-বক্ত্ৰা, জলোদ্ধতগতি, চন্দ্ৰিকা আৰু ময়ূৰমত্ত ছন্দেৰো প্ৰয়োগ এওঁৰ কাব্যত পোৱা যায়।

'কিৰাতাৰ্জুনীয়'ত মহাকাব্যৰ নিয়ম অনুসৰি কিছুমান অপ্ৰাসঙ্গিক কথাৰ অৱতাৰণা কৰিছে, য'ত ৰস ভাব আৰু ৰমণীয়তাৰ অভাৱ। মহাকাব্যৰ লাক্ষণিক নিয়ম মানি চলাৰ নিমিত্তে এটা সামান্য কথাও সহজভাৱে নকৈ বহুত অকাই-পকাই কৈছে। এই প্ৰসঙ্গত অৰ্জুনৰ লোভ লগাবলৈ ইন্দ্ৰৰ দ্বাৰা প্ৰেৰিত অপ্সৰাৰ কথা উল্লেখনীয়।

এওঁৰ ৰচনাত কাব্যগত বিশেষতাৰ অভাৱ পৰিলক্ষিত নহয়। এওঁৰ কাব্যৰ ৰসময়তা সৰ্বত্ৰ বিদ্যমান। শব্দ আৰু অৰ্থ প্ৰয়োগত ভাৰবিৰ কৌশলতা অতি সুন্দৰ। অলপ শব্দতেই এক গভীৰ আৰু বিশদ্ ভাব প্ৰকাশ কৰিব পৰাটো ভাৰবিৰ কাব্য-কৌশলৰ চমৎকাৰ নিদৰ্শন। কিৰাতৰ মূল কথানক অতি সৰু কিন্তু ভাৰবিৰ হাতত ইয়াত বিশেষ ৰমণীয়তা, কমনীয়তা তথা ব্যাপকতা আহি গৈছে।

ভাৰবিৰ ৰাজনীতি জ্ঞান প্ৰামাণ্য গ্ৰন্থৰ অধ্যয়নৰ ফল নহয়, বস্তুতঃ ব্যৱহাৰিক কাৰ্য্যৰ আলোচনাৰ ফল। ৰাজনীতিৰ তত্ত্ব তথা ৰাজদূতৰ এনেকুৱা সজীৱ বৰ্ণনা কিৰাতত পোৱা যায় যে, ই কবিৰ কল্পনা নহয়, ই চকুৰে দেখা স্বানুভূত যথাৰ্থ বৰ্ণনা।

## ভট্টি

ভট্টিৰ আবিৰ্ভাৱ কাল কেতিয়া এই বিষয়ে গ্ৰহণযোগ্য প্ৰমাণ এতিয়াও ডিব-পৰা নাই। এওঁৰ মহাকাব্যৰ শেষৰ ফালে লিখা শ্লোক এটাৰ ওপৰত ভিত্তি কৰি এইটো ঠিৰাং কৰা হৈছে যে ভট্টি কাব্যৰ (ৰাৱণবধ) ৰচনা বলভীৰ ৰজা শ্ৰীধৰ

সেনৰ ৰাজত্বকালত হয়। প্ৰজাবাৎসল্য শ্ৰীধৰ সেনৰ কীৰ্তি চাৰিও পিনে প্ৰচাৰিত। শ্লোকত লিখা আছে—

"কাব্যমিদং বিহিতং ময়া বলভ্যাং
শ্ৰীধৰসেননৰেন্দ্ৰ পালিতায়াম্।
কীৰ্তিৰতো ভৱতান্নৃপস্য তস্য
ক্ষেমকৰঃ ক্ষিপতো যতঃ প্ৰজানাম্।।"

উক্ত শ্লোকৰপৰা বহুত পণ্ডিতে মত পোষণ কৰে যে কবি ভট্টি বলভীৰ ৰজা শ্ৰীধৰ সেনৰ ৰাজকবি আৰু ৰাজকুমাৰৰ গুৰু। ৰাজকুমাৰক ব্যাকৰণৰ জ্ঞান দিবৰ নিমিত্তে এওঁ 'ভট্টিকাব্য' ৰচনা কৰে। শ্ৰীধৰসেন নামৰ চাৰিজন ৰজাই বেলেগ বেলেগ সময়ত বলভীৰ ৰাজত্ব কৰাৰ কথা উল্লেখ থকা জনা যায়। প্ৰথম শ্ৰীধৰ সেনৰ ৰাজত্বকাল প্ৰায় ৫০০ খ্ৰীঃত আৰু শেষৰ চতুৰ্থজনৰ ৰাজত্বকাল ৬৫০ খ্ৰীঃৰ ওচৰা-ওচৰি বুলি জনা যায়। দ্বিতীয় শ্ৰীধৰ সেনৰ এক শিলালিপিত কোনো ভট্টি নামক পণ্ডিতক ভূমিদান কৰাৰ উল্লেখ আছে। এই শিলালিপি বলভী সংবৎ ৩২৬-ৰ। ৩১৮ খ্ৰীঃত বলভী সংবৎ আৰম্ভ হয়। এই সম্বন্ধে কোনো গ্ৰহণযোগ্য প্ৰমাণ পোৱা নাযায় যে এই শিলালিপিত 'ৰাৱণবধ' মহাকাব্য ৰচয়িতা ভট্টিৰেই ইংগিত দিছে নে সেই সময়ত একে নামৰ আন কোনোবা পণ্ডিত আছিল। যদি ই ভট্টিকেই বুজাইছে, তেনেহলে এওঁৰ আবিৰ্ভাৱকাল উক্ত সংবৎ মতে, সাত শতাব্দীৰ মধ্যভাগত।

## ৰাৱণবধ মহাকাব্য : এক সমীক্ষা

ভট্টিৰ 'ৰাৱণবধ' কাব্য ভট্টিকাব্য নামেৰে জনাজাত। ইয়াত ২০টা সৰ্গ আৰু প্ৰায় চাৰে তিনি হাজাৰ শ্লোক আছে। ইয়াত ৰামচন্দ্ৰৰ জীৱন-চৰিত বিস্তৃতভাৱে বৰ্ণনা কৰা আছে। এই গ্ৰন্থখন মহাকাব্যৰূপে পৰিগণিত হোৱাৰ উপৰিও লগতে ব্যাকৰণ আৰু অলংকাৰ বিষয়ক সম্যক্ জ্ঞান লাভৰ বাবে ৰচিত এখন উৎকৃষ্ট পুথি। ইয়াৰ ১৩ সৰ্গটো প্ৰাকৃত আৰু সংস্কৃত উভয় ৰূপতে পঢ়িব পাৰি। ভট্টি-কাব্যৰ ২২ সৰ্গক বৈজ্ঞানিক ভিত্তিত চাৰিটা খণ্ডত বিভক্ত কৰিছে। যেনে— প্ৰকীৰ্ণকাণ্ড, অধিকাৰকাণ্ড, প্ৰসন্নকাণ্ড আৰু তিঙন্তকাণ্ড। প্ৰকীৰ্ণ খণ্ডৰ পাঁচটা সৰ্গত ৰামৰ জন্ম, বনগমন আৰু সীতাহৰণৰ কথা বৰ্ণনা আছে। কাব্যিকতাৰ ফালৰপৰা এই খণ্ডটো অতি উৎকৃষ্ট। অধিকাৰ খণ্ড ছয় সৰ্গৰপৰা নৱম সৰ্গলৈ

বিস্তৃত। ইয়াত ব্যাকৰণৰ নিয়ম অতি সূক্ষ্মভাৱে বিচাৰ কৰা হৈছে। প্ৰসন্নখণ্ড দশম সৰ্গৰপৰা তেৰ সৰ্গলৈ। এই খণ্ডটো অলংকাৰেৰে ভৰপূৰ। শেষৰ নটা সৰ্গ তিঙন্ত কাণ্ডৰ অন্তৰ্গত। ইয়াত সংস্কৃত ব্যাকৰণৰ নটা লকাৰৰ প্ৰতিপাদন কৰিছে।

## কবিত্ব-প্ৰতিভা

ভট্টি অকল এজন সুকবিয়েই নহয়, এওঁ এজন ভাল বৈয়াকৰণ আৰু নিপুণ আলংকাৰিক। ভট্টিকাব্যই তাৰ প্ৰমাণ।

'ভট্টিকাব্য' এখন বীৰৰসপ্ৰধান কাব্য। অৱশ্যে আন আন ৰসবো গৌণভাৱে সমাৱেশ নঘটা নহয়। ঠায়ে ঠায়ে শৃঙ্গাৰ ৰসৰ সুন্দৰ আৰু উৎকৃষ্ট উদাহৰণ পোৱা যায়। ভট্টিকাব্য যদিও বীৰৰসপ্ৰধান, তথাপি ভট্টিৰ বীৰৰসৰ ওপৰত পূৰ্ণ পাণ্ডিত্য নথকা বুলি তেওঁৰ লিখনিৰপৰা অনুমান হয়। তেওঁৰ ৰচনাত বীৰৰসৰ স্বাভাৱিক উদ্ৰেক হোৱা নাই।

বৰ্ণনা-কৌশলৰ দিশৰপৰাও ভট্টি পৰিপক্ক নহয়। বিভীষণৰ কথাত কবিৰ ৰাজনীতি জ্ঞানৰ সম্যক্ আভাস পোৱা যায়, কিন্তু তাত কবিত্বৰ অভাৱ। অৱশ্যে পঞ্চম সৰ্গত ৰাৱণৰ ৰাজসভাত উপস্থিত হোৱা শূৰ্পণখাৰ কথা অতি প্ৰভাৱশালী।

ভট্টিৰ প্ৰকৃতি বৰ্ণনা অতি ৰমণীয়। ভট্টিকাব্যৰ দ্বিতীয় সৰ্গৰ শৰদ বৰ্ণনা অতি মনমোহা।

> "বনানি তোয়ানি চ নেত্ৰকল্পৈঃ পুষ্পৈঃ সৰোজৈশ্চ নিলীনভৃঙ্গৈঃ।
> পৰস্পৰাং বিস্ময়ৱন্তি লক্ষ্মীমালোকয়াঞ্চক্ৰুৰিৱাদৰেন ॥"

অৰ্থাৎ, "(নদী আৰু সৰোবৰৰ তীৰস্থ) বনবোৰ নিশ্চল ভোমৰাযুক্ত চকুৰ নিচিনা ফুলসমূহৰ দ্বাৰা আৰু (নদী আৰু সৰোবৰবোৰৰ) পানী (অনুৰূপ ভোমৰাযুক্ত চকুৰ নিচিনা) পদুমবোৰৰ দ্বাৰা পৰস্পৰৰ সৌন্দৰ্য্য যেন বিস্মিত হৈ নিৰীক্ষণ কৰিব ধৰিলে।" উক্ত প্ৰাকৃতিক বৰ্ণনাত ভট্টিৰ প্ৰাকৃতিক বৰ্ণনাৰ কৌশলতা অতি সুন্দৰ-ভাৱে প্ৰতীয়মান হৈ উঠিছে। বীৰৰসৰ লগত শৃঙ্গাৰ ৰসৰ অৱতাৰণা কৰি পাঠকৰ মনত আনন্দ দিব পাৰিছে। তলৰ শ্লোকটোত শৃঙ্গাৰময়ী প্ৰকৃতিৰ বৰ্ণনা পোৱা যায়—

> "বিবৃত্তপাৰ্শ্বং ৰুচিৰাংগহাৰং সমুদ্বহচ্চাৰুনিতম্বৰম্যম্।
> আমন্দ্ৰমন্থধ্বনিদত্ততালং গোপাঙ্গনানৃত্যমনন্দয়ত্তম্।"

অৰ্থাৎ, "( হৰি ৰমণৰ সময়ত ) শাৰদীয় ইন্দুৱে নিশাক অলংকৃত কৰিছিল, আৰু প্ৰভাতে মৃদুভাৱে বিকশিত, মনোহৰ কিন্তু গোন্ধ অপাৰ্থিব, এনেকুৱা পদুমৰ উঁহাৰাৰা ভৰা আৰু গভীৰ জলযুক্ত যমুনাত দুবাৰ ঢৌৰ লগে ( গোপীসকলৰ ) পদ্ম চঞ্চল কৰা গোপীসকলৰ নৃত্য দেখি তেওঁ প্ৰীতি লাভ কৰিলে।"

শব্দালংকাৰ আৰু অৰ্থালংকাৰ ব্যৱহাৰ কৰি কাব্যৰ ঠায়ে ঠায়ে হৃদয়গ্ৰাহী ভাবৰ অৱতাৰণা কৰিছে। উপমা অলংকাৰৰ সহায়ত সীতাৰ স্বৰূপ সুন্দৰভাৱে বৰ্ণনা কৰিছে।

"ন তজ্জলং যন্ন সুচাৰু পঙ্কজং ন পঙ্কজং তদ্ যদলীনষট্ পদম্।
ন ষট্ পদোঽসৌ ন জুগুঞ্জ যঃ কলং ন গুঞ্জিতং তন্ন জহাৰ যন্মনঃ॥"

অৰ্থাৎ, "এনেকুৱা সুন্দৰ শৰৎকালত সৰোবৰৰ এনেকুৱা পানী নাই য'ত মনোৰম পদুম নাই, এনেকুৱা পদুম ফুল নাই য'ত ভোমোৰা নাই, এনেকুৱা ভোমোৰা নাই যি মধুৰ গুঞ্জন কৰা নাই আৰু এনেকুৱা গুঞ্জন নাই, যি ( মানুহৰ ) মন আকৰ্ষণ কৰা নাই।" শৰদকালৰ বৰ্ণনাত উল্লিখিত উক্ত শ্লোকটো একাৱলী অলংকাৰৰ এটা প্ৰসিদ্ধ উদাহৰণ।

একেলগে ব্যাকৰণৰ নিয়ম আৰু কাব্যৰ মৌলিকভাৱ সমাৱেশ হোৱা বাবে ভট্টিৰ কাব্যত আড়ম্বৰ আৰু কৃত্ৰিমতা দোষ দেখা যায়। অৱশ্তে কাব্যগুণৰ অভাৱ পৰিলক্ষিত নহয়। ঠায়ে ঠায়ে কাব্যোচিত সৰলতা, ৰচকতা আৰু মধুৰতা বিদ্যমান। এওঁৰ প্ৰসাদগুণোপেত ভাষা উৎকৃষ্ট কবি কৰ্মৰ পৰিচয়।

ডাঃ ভোলাশঙ্কৰে ভট্টিৰ বিষয়ে এইদৰে মন্তব্য দিছে—"যদি কালিদাস ৰসবাদী কবি, তেনেহলে ভাৰবি কালিদাস কবি, যদি অশ্বঘোষ দাৰ্শনিক উপদেশবাদী কবি, তেনেহলে ভট্টি ব্যাকৰণ শাস্ত্ৰোপদেশী কবি।"

## মাঘ

গুজৰাটৰ ভীনমাল নামৰ নগৰীত এক সম্ভ্ৰান্ত ব্ৰাহ্মণ পৰিয়ালত মাঘৰ জন্ম হয়। এওঁৰ পিতামহ সুপ্ৰভদেৱ আছিল গুজৰাটৰ ৰজা বৰ্মলাতৰ প্ৰধান মন্ত্ৰী। মাঘৰ পিতৃ দত্তক আছিল অতি বিদ্বান আৰু দানশীল। 'ভোজ-প্ৰবন্ধ' আৰু 'প্ৰবন্ধচিন্তামণি'ৰপৰা জনা যায় যে, মাঘ আছিল ভোজ ৰজাৰ পৰম বন্ধু। মাঘৰ আবিৰ্ভাৱকাল সপ্তম শতাব্দী। মাঘে এঠাইত মহাভাষ্য তথা কাশিকা বৃত্তিৰ লৈতে 'ন্যাস' গ্ৰন্থৰ উল্লেখ কৰিছে। কাশিকা বৃত্তিৰ ৰচনা বামন আৰু জয়াদিত্যাই

সপ্তম শতকৰ মাজভাগত হবে। এতেকে মাঘৰ কাল সপ্তম শতকাৰ শেষ আৰু অষ্টম শতকৰ আদি। ভোজদেৱৰ 'সৰস্বতীকণ্ঠাভৰণ'ত মাঘৰ উল্লেখ আছে। ইয়াৰ বাহিৰেও আনন্দবৰ্ধনে 'ধ্বন্যালোক'ত শিশুপালবধৰ দুটা শ্লোক উদ্ধৃত কৰিছে। গতিকে মাঘ আনন্দবৰ্ধনৰ আগৰ। 'শিশুপালবধ'ৰ হস্তলিপিত থকা কবি বংশ-বৰ্ণনাত মাঘৰ পিতামহ সুপ্রভদেৱ বুলি ড: কীথে মত প্রকাশ কৰিছে।

ভাৰবি আৰু মাঘ :—ভাৰবি আৰু মাঘ মহাকাব্যৰ ক্ষেত্ৰত দুয়ো যুগ-প্রবর্তক মহাকবি। মাঘে নিজ লিখনিৰ জৰিয়তে পূৰ্ববৰ্তী কবি 'ভাৰবি'তকৈ উচ্চ পৰ্য্যায়ৰ কবি হবলৈ যৎপৰোনাস্তি চেষ্টা কৰে। ভাৰবি আছিল শৈৱ আৰু তেওঁৰ কাব্যৰ বিষয়বস্তু আছিল শিৱৰ বৰদান বিষয়ক। আনহাতে মাঘ আছিল বৈষ্ণৱ আৰু তেওঁৰ কাব্যৰ বিষয়বস্তু আছিল বিষ্ণুবিষয়ক। তেওঁ স্বৰচিত গ্ৰন্থক 'লক্ষ্মীপতেশ্চৰিত কীৰ্ত্তনমাত্ৰচাৰু' বুলি কৈছে। 'কীৰাতাৰ্জুনীয়'ৰ আৰ্দৰ্শত মাঘে নিজকাব্যত বহুতো অলৌকিকতাৰ অৱতাৰণা কৰে। কিৰাতৰ দৰে মাঘকাব্যও মঙ্গলাৰ্থক 'শ্ৰী' শব্দৰ দ্বাৰা আৰম্ভ হৈছে। কিৰাতৰ আৰম্ভণিতে আছে—'শ্ৰিয়ঃ কুৰুণামধিপস্য পালিনী' আৰু সেইদৰে মাঘৰ আৰম্ভণিতে আছে—'শ্ৰিয়ঃ পতিঃ শ্ৰীমতি শাসিতুং জগত্।' ভাৰবিয়ে কিৰাতৰ প্ৰত্যেক সৰ্গৰ শেষত 'লক্ষ্মী' শব্দ ব্যৱহাৰ কৰিছে। মাঘেও সেইদৰে প্ৰত্যেক সৰ্গৰ শেষত 'শ্ৰী' শব্দ ব্যৱহাৰ কৰিছে। মাঘৰ 'শিশুপালবধ' আৰু ভাৰবিৰ 'কিৰাতাৰ্জুনীয়'ত বৰ্ণনা ক্ৰমৰ ক্ষালৰপৰাও সাদৃশ্য দেখা যায়।

দুয়োখন কাব্যত যাত্ৰা, ৰাজনীতি, সংবাদ আদিৰ বৰ্ণনা পোৱা যায়। 'কিৰাতাৰ্জুনীয়'ৰ দ্বিতীয় সৰ্গত যুধিষ্ঠিৰ, ভীম আৰু দ্ৰৌপদীৰ ৰাজনীতিৰ চৰ্চা বৰ্ণনা আছে। শিশুপালবধ কাব্যৰো দ্বিতীয় আৰু তৃতীয় সৰ্গত বলৰাম, শ্ৰীকৃষ্ণ আৰু উদ্ধৱৰ মাজত ৰাজনীতি বিষয়ক কথাৰ আলোচনা কৰা দেখা যায়। কিৰাতৰ চতুৰ্থ আৰু মাঘৰ ষষ্ঠ সৰ্গত ঋতুৰ বৰ্ণনাও পোৱা যায়। পৰ্বতৰ বৰ্ণনাও দুয়োখন কাব্যত দৃশ্যমান। কিৰাতৰ পঞ্চম সৰ্গত হিমালয়ৰ বৰ্ণনা আৰু শিশুপালবধৰ চতুৰ্থ সৰ্গত ৰৈৱতক পৰ্বতৰ বৰ্ণনা আছে। ইয়াৰ বাহিৰেও দুয়োখন কাব্যৰ ঠায়ে ঠায়ে সন্ধ্যা, এন্ধাৰ, চন্দ্ৰোদয়, যুৱতীৰ জলক্ৰীড়া আদি বিষয়ৰ বৰ্ণনাও পোৱা যায়। কিৰাতৰ তেৰ আৰু চৈধ্য সৰ্গত অৰ্জুন আৰু কিৰাতৰূপী শিৱৰ ভিতৰত বাণৰ বাবে বাদ-বিবাদ হয়। সেইদৰে মাঘৰ শিশুপালবধ কাব্যৰো যোল সৰ্গত শিশুপালৰ দূত আৰু সাত্যকিৰ মাজত তেনেকুৱা বিবাদ হয়। কিৰাতৰ পোন্ধৰ

আৰু মাঘৰ উনৈশ সৰ্গত চিত্ৰবন্ধত যুদ্ধ বৰ্ণনা আছে। যদিও দুৰ্বোধন কাব্য-ৰসজ্ঞ সম্প্ৰদায়, ৰসিকসকলে মাঘৰ ভাববিত্তক উচ্চ প্ৰশংসা কৰিছে ; ভাবত্তা ভাবৰেখাতি মাথমাঘত নোহয়।

**কবিত্ব-প্ৰতিভা :**—কবি হোৱাৰ উপৰিও মাঘ ৰাজনীতি, ব্যাকৰণ, দৰ্শন আয়ুৰ্বেদ, নাট্য, সঙ্গীত আদিৰ ক্ষেত্ৰতো আছিল এজন অগাধ পণ্ডিত। মাঘৰ পূৰ্ণ ব্যক্তিত্বৰ কথা 'শিশুপাল বধ' কাব্যৰ প্ৰত্যেকটো শ্লোকতেই প্ৰকাশ পাইছে।

ৰাজনীতিৰ ক্ষেত্ৰত মাঘ আছিল এজন বিদগ্ধ পণ্ডিত। এওঁৰ ৰাজনীতি বিষয়ক জ্ঞানৰপৰা এইটো ধাৰণা হয়—এওঁ কৌটিল্যৰ 'অৰ্থশাস্ত্ৰখন' সম্পূৰ্ণৰূপে অধ্যয়ন কৰিছিল আৰু কোনোবা ৰজাৰ লগত এওঁৰ ঘনিষ্ঠ সম্পৰ্ক আছিল। 'শিশুপালবধ' কাব্যৰ দ্বিতীয়, পঞ্চম, অষ্টম, উনৈশ আৰু বিশ সৰ্গত এওঁৰ ৰাজ-নীতি জ্ঞানৰ সম্যক পৰিচয় পোৱা যায়।

ৰাজনীতিবিদৰ লগে লগে মাঘ এজন ডাঙৰ দাৰ্শনিক পণ্ডিতো। প্ৰথম সৰ্গত দেবৰ্ষি নাৰদে শ্ৰীকৃষ্ণক কৰা স্তুতি মাঘৰ দাৰ্শনিক ব্যক্তিত্বৰ পৰিচায়ক। চৈধ্য সৰ্গত বৰ্ণিত মহাৰাজ যুধিষ্ঠিৰৰ ৰাজসূয় যজ্ঞ দাৰ্শনিক অভিজ্ঞতাৰ প্ৰমাণ। অদ্বৈত বেদান্তৰ অনুসাৰে মায়া আৰু ব্ৰহ্মৰ প্ৰতিপাদন অনেক ঠাইত কৰিছে। ৰাজসূয় যজ্ঞৰ সময়ত কৈছে—

"গ্ৰাম্যভাৱমপহাতুমিচ্ছৱো যোগমাৰ্গপতিতেন চেতসা।
দুৰ্গমেকপুনৰ্নিবৃত্তয়ে যং বিশন্তি বশিনং মুমুক্ষবঃ॥"

অৰ্থাৎ "মোক্ষ অভিলাষী মানুহে অজ্ঞানতা মহিমূৰ কৰিবলৈ যোগসাধনত একচিত্ত হৈ দুৰ্জ্ঞেয় আৰু একমেব পৰমেশ্বৰত বিলীন হয়।"

মাঘৰ ব্যাকৰণ জ্ঞানো কম নহয়। নতুন নতুন শব্দ-সম্ভাৰ প্ৰয়োগত এওঁ সিদ্ধহস্ত। সেই বাবেই, 'শিশুপালবধ' কাব্যক শব্দৰ বিশ্বকোষ বুলি আখ্যা দিয়া হয়। এই প্ৰসঙ্গতে কোৱা হয় যে 'শিশুপালবধ' কাব্যৰ নৱম সৰ্গ সমাপ্ত হোৱাৰ লগে লগে সংস্কৃত কবিতাৰ ক্ষেত্ৰত প্ৰযুক্ত আটাইবোৰ শব্দভাণ্ডাৰ সমাপ্ত হয়। 'নৱসৰ্গ গতে মাঘে নৱশব্দো ন বিদ্যতে।' কাব্যিক দৃষ্টিকোণৰ ফালৰপৰা মাঘৰ কাব্য সুৰুচিপূৰ্ণ আৰু ভাষা অতি প্ৰাঞ্জল।

এওঁৰ কাব্যত আয়ুৰ্বেদৰ ৰসায়ন আৰু তাৰ প্ৰয়োগৰ বৰ্ণনাও পোৱা যায়। 'শিশুপালবধৰ' অনেক ঠাইত সঙ্গীতবিষয়ক বৰ্ণনাৰপৰা মাঘ যে এজন সঙ্গীত-প্ৰিয় কবি আছিল সেই কথা সহজে উপলব্ধি কৰিব পাৰি। প্ৰথম সৰ্গত নাৰদে

বীণাত সপ্তস্বৰৰ যি মূৰ্চ্ছনা তুলিছিল তাৰ সুন্দৰ বৰ্ণনা দিছে। একাদশ সৰ্গত প্ৰভাতী আৰু ভৈৰৱ ৰাগৰ বিষয়ে কৈছে—

"শ্ৰুতিসমধিকমুচ্চৈঃ পঞ্চমং পীড়য়ন্তঃ
সততমৃষভ হীনং ভিন্নকীকৃত্য ষড়জম্।
প্ৰণিজগদুৰকাকু শ্ৰাৱকস্নিগ্ধকণ্ঠাঃ
পৰিণতিমিতি ৰাত্ৰেমাগধা মাধৱায় ॥"

অৰ্থাৎ, "শ্ৰুতি পাঠ কৰা ভৃত্যসকলে অনেক শ্ৰুতিৰ দ্বাৰা যুক্ত ষড়জ, পঞ্চম আৰু ঋষভ স্বৰৰ লগত উচ্চস্বৰে গাই গাই নিশা অতিবাহিত কৰে আৰু প্ৰভাতৰ আগমনৰ আগজাননী শ্ৰীকৃষ্ণক দিয়ে। ইয়াৰ স্বৰ অতি মধুৰ, বিকাৰৰহিত আৰু দূৰলৈ শুনা যায়।"

মাঘ ৰসবাদী কবি। ধ্বনিক কাব্যৰ আত্মা বুলি মানি লোৱা আলংকাৰিক-সকলৰ ভিতৰত মাঘো এজন। ৰসবাদী হোৱা বাবে মাঘৰ কবিতা হৃদয়ংগম কৰিবলৈ হলে পুৰা পাণ্ডিত্যৰ আৱশ্যক। কাব্যসিদ্ধ বিদ্বান লোকেহে মাঘৰ কবিতাৰ ৰস আস্বাদন কৰিব পাৰে আৰু সেইবাবেই মাঘৰ কাব্য অধ্যয়ন কৰোতা-সকলৰ দুই-এক বছৰৰতো কথাই নাই, গোটেই জীৱনব্যাপী সময়ৰ আৱশ্যক। 'মেঘে মাঘে গতং বয়ঃ।' এই উক্তি 'শিশুপালবধ' কাব্যত যথাৰ্থভাৱে খাটে। এক সাধাৰণ ঘটনাক অৱলম্বন কৰি এনেকুৱা এখন ভাৱগধুৰ মহাকাব্য ৰচনা কৰাতো মাঘৰ অসাধাৰণ কবি-কৌশলৰ পৰিচয়।

প্ৰকৃতি বৰ্ণনাত মাঘ সিদ্ধহস্ত। এওঁৰ প্ৰকৃতি-বৰ্ণনা শৃঙ্গাৰময়। মাঘে সৰোবৰ, বন, উপবন, নদী, পৰ্বত, গছ, লতা, প্ৰভাত, সন্ধ্যা, পোহৰ, অন্ধকাৰ, ঋতু আদি প্ৰকৃতিৰ বিভিন্নৰূপক উদ্দীপনৰ ৰূপত গ্ৰহণ কৰিছে। এওঁৰ প্ৰকৃতি চিত্ৰণ অতি হৃদয়গ্ৰাহী। অলংকাৰ প্ৰয়োগৰ দ্বাৰা প্ৰাকৃতিক বৰ্ণনা এনেকুৱা সজীৱ কৰি তুলিছে যে পাঠকসকলে তাক পঢ়ি আত্মবিভোৰ হৈ পৰে। 'শিশু-পালৰ' নৱম আৰু দশম সৰ্গত প্ৰকৃতিৰ সুন্দৰ বৰ্ণনা আছে। এওঁৰ প্ৰকৃতি-বৰ্ণনাত ভাৱাত্মক অভিব্যঞ্জনা দেখা যায়।

মাঘৰ প্ৰভাত বৰ্ণনা অতুলনীয়। ৰাতিপুৱাৰ নদীৰ পানীৰ বৰ্ণনা এইদৰে দিছে—

"পৰিণতমদিৰাভং ভাস্কৰেণাংশু বাণৈঃ
তিমিৰকৰিঘটায়াঃ সৰ্বদিক্ষু ক্ষতায়াঃ।

কৰিকৰিৰ ৰহস্ত্যো ভাতি বালাতপেন—
মুষিতসুতৰোযোৰাবিতং বাৰি নত্তঃ ॥”

অৰ্থাৎ, “সূৰ্য্যই কিৰণৰূপী বাণৰ দ্বাৰাই ৰণোদিশে পৰিবকা অন্ধকাৰৰূপী হাতী-যোঁবাক মাৰি পেলালে। নতুন সূৰ্য্যৰ পোহৰ পৰি নদীৰ পানী একেবাৰে ৰঙা হৈ গৈছে। জানিব পৰা গৈছে যে, অন্ধকাৰৰূপী হাতীৰ শৰীৰৰপৰা যেনেকৈ ৰক্ত প্ৰবাহিত হয়, তেনেকৈ নদীৰ এই পানী ৰঙা হৈ পৰিছে।”

এবাৰ সৰ্গত প্ৰাতঃকালীন সূৰ্য্যোদয়ৰ সুন্দৰ বৰ্ণনা দিছে, য'ত কল্পনাৰ নতুনত্ব দেখা যায়।

“বিততপৃথুবৰত্ৰা—তুল্যৰূপৈৰ্ময়ূখৈঃ।
কলশ ইব গৰীয়ান্ দিগ্ভিৰাকৃষ্যমানঃ।
কৃতচপলবিহঙ্গালাপকোলাহলাভি-
ৰ্জলনিধিজলমধ্যাদেষ উত্তাৰ্যতেঽৰ্কঃ ॥”

অৰ্থাৎ, “চাৰিওফালে পৰি থকা মোটা ৰচিৰ নিচিনা কিৰণৰ দ্বাৰা বন্ধা, ডাঙৰ কলহৰ নিচিনা সূৰ্য্যক দিশাৰূপী নাৰীৰ দ্বাৰা সমুদ্ৰৰ পানীৰপৰা তুলি অনা হৈছে। যিদৰে কলহ ৰচিৰ সহায়েৰে বাহিৰলৈ অনা হয়, সেইদৰে পুৱসমুদ্ৰত ডুব যোৱা সূৰ্য্যক দিশৰ কিৰণৰূপী ৰচিৰে বাহিৰ কৰা হয়। যিদৰে ঘোড়াক পানীৰপৰা উঠাই আনৰ সময়ত কোলাহল হয়, সেইদৰে বাতিপুৱা চৰাই-চিৰিকতিয়ে কোলাহল কৰিছে।”

প্ৰাতঃকালৰ দৰে সন্ধ্যাকালৰ বৰ্ণনাও অতি মনোহৰ। মাঘৰ সন্ধ্যা বৰ্ণনাত প্ৰকৃতি পৰ্য্যবেক্ষণৰ উপৰিও শ্লেষ, সমাসোক্তি আদি অলংকাৰ প্ৰয়োগৰ লগত কবিত্ব-প্ৰতিভাৰ সুন্দৰ সমন্বয় দেখা যায়। নৱম সৰ্গত সন্ধ্যাৰ বৰ্ণনা এইদৰে কৰিছে—

“নৱকুঙ্কুমাৰুণপয়োধৰয়া স্বকৰাৱসক্তৰুচিৰাম্বৰয়া।
অতিসক্তিমেত্য বৰুণস্য দিশা ভৃশমন্বৰজ্যদতুষাৰকৰঃ ॥”

অৰ্থাৎ “সন্ধ্যা হোৱাৰ লগে লগে পশ্চিম দিশ নতুন কুঙ্কুমৰ নিচিনা ৰঙা মেঘেৰে ব্যাপ্ত হয় আৰু দিঙ্মণ্ডলও সূৰ্য্যৰ কিৰণৰ দ্বাৰা পৰিব্যাপ্ত হৈ অতি শোভাবৰ্ধন কৰিছে।”

মাঘ শৃঙ্গাৰ ৰসাপৰৰ কবি। মাঘৰ শৃঙ্গাৰ বৰ্ণনা আলম্বনৰ ৰূপত প্ৰকট হৈছে। ‘শিশুপালবধ’ৰ নৱম সৰ্গত কোনোৱা মুগ্ধা প্ৰেমিকাই প্ৰেমিকৰপৰা

গছত তুলি থকা ফুল খুজিছে। প্ৰেমিকেও প্ৰেমিকাৰ আলিঙ্গনৰ সুবিধা পালে। তেওঁ প্ৰেমিকাক কঁকালত ধৰি উঠাই দি কৈছে—'তুমি নিজেই ছিঙি লোৱা।'

"উপবিজিতকলানি যাচমানাং কুশলতয়া পৰিৰভ্যলোলুপোঽন্যঃ।

প্ৰথিতপৃথুপয়োধৰাং গৃহাণ স্বয়মিতি মুগ্ধবধূমুদাসবোৰ্ক্ষাম্।'

অলংকাৰ প্ৰয়োগতো মাঘৰ চতুৰতা উল্লেখনীয়। কাব্যৰ ঠায়ে ঠায়ে নতুন নতুন অলংকাৰ প্ৰয়োগ কৰি কাব্যত নবীনতাৰ সমাবেশ কৰিছে। উপমা, উৎপ্ৰেক্ষা, দৃষ্টান্ত, ৰূপক, অতিশয়োক্তি, সহোক্তি, তুল্যযোগিতা, সমাসোক্তি, কাব্যলিংগ, বিৰোধ আদিৰ বাহিৰেও স্বভাবোক্তি, প্ৰেয়োক্তি আৰু শ্লেষ আদি অৰ্থালংকাৰ যথাৰ্থভাৱে ব্যৱহাৰ কৰিছে।

ৰৈৱতক পৰ্বতৰ বৰ্ণনাত মাঘৰ উৎপ্ৰেক্ষাৰ সুন্দৰ উদাহৰণ লোৱা যায়—

"অপশঙ্কমঙ্ক পৰিৱৰ্তনোচিতাশ্চলিতাঃ পুৰঃপতিমুপৈতুমাত্মজাঃ।

অনুৰোদিতীৱ কৰুণেন পত্ৰিণাং বিৰুতেন বৎসলিতয়ৈষনিম্নগা॥"

অৰ্থাৎ, "পৰ্বতৰ নিজৰাই কল্ কল্ শব্দ কৰি বৈ গৈছে। এনেদৰে অতীত নোহোৱাকৈ তেওঁৰ কোলাত বাগৰা-বাগৰি কৰি আজি সিঁহতে নিজ পতি সমুদ্ৰৰ লগত লগ লাগিবলৈ গৈছে। সেইবাবে ৰৈৱতক পাহাৰৰ চৰাইবোৰে নিজবাৰ মৰমত কৰুণ স্বৰে কান্দিব লাগিছে।"

মাঘে কোনো কোনো ঠাইত চিত্ৰাত্মকতা আৰু কাব্যশিল্পৰ ৰথত উঠি কলাত্মকতাৰ চৰম সীমা পাইছে গৈ। এওঁ চাৰিটা বৰ্ণ, দুটা বা এটা বৰ্ণৰে এটা সম্পূৰ্ণ শ্লোক ৰচনা কৰিছে।

"দাদদো দুদ্দদুদ্দাদী দাদাদো দূদদীদদোঃ।

দুদ্দাদং দদদে দুদ্দে দদাদদদদোঽদদঃ॥"

উক্ত শ্লোকটোৱেই মাঘৰ চিত্ৰাত্মকতাৰ জলন্ত নিদৰ্শন। সেইদৰে একাক্ষৰবন্ধ, সৰ্বতোভদ্ৰ, গোমূত্ৰিকা, অৰ্থযুক্ত, অসংযোগ, সমুদ্ গয়মক, মুৰজবন্ধ, প্ৰতিলোমানুলোম, ত্ৰি-অৰ্থবাচী, চতুৰৰ্থবাচী, গূঢ় চতুৰ্থ আদি জটিল চিত্ৰবন্ধৰ প্ৰয়োগ কৰি নিজ পাণ্ডিত্যৰ পৰিচয় দিছে। মুঠতে মাঘৰ জ্ঞান হিন্দুদৰ্শন, বৌদ্ধদৰ্শন, ব্যাকৰণ, সঙ্গীত, নাট্যশাস্ত্ৰ, অলংকাৰ শাস্ত্ৰ আদি সকলো শাস্ত্ৰতে আছিল অপৰিসীম।

'মাঘেসন্তি ত্ৰয়োগুণাঃ'—পণ্ডিতসকলে মাঘৰ পাণ্ডিত্যৰ সম্পৰ্কে এইদৰে মন্তব্য কৰিছে—

"উপমা কালিদাসস্য ভাৰবেৰ্থ গৌৰৱম্।

দণ্ডিনঃ পদলালিত্যম্ মাঘে সন্তি ত্ৰয়োগুণাঃ॥"

অৰ্থাৎ, "কালিদাস উপমাত, ভাৰবি অৰ্থগৌৰৱত আৰু দণ্ডি পদলালিত্যত পাৰ্গত, কিন্তু মাঘৰ কাব্যত এই তিনিওটা গুণ আছে।" অনেকে বহুতে সন্দেহ কৰে যে মাঘৰ কবিত্ব-প্ৰতিভা কালিদাস, ভাৰবি আৰু দণ্ডিতকৈ উৎকৃষ্ট; কিন্তু প্ৰকৃততে সেইটো নহয়। কাব্যৰ বিশিষ্টগুণ উপমা, অৰ্থগৌৰৱ আৰু পদলালিত্য কালিদাস, ভাৰবি আৰু দণ্ডীৰ কবিতাত বেলেগে বেলেগে দেখিবলৈ পোৱা যায়; কিন্তু মাঘৰ কাব্যত এক সংঘটিত ৰূপত পোৱা যায়।

মাঘৰ সংস্কৃত ভাষাত পাণ্ডিত্য আছিল অসীম। বাস্তৱিকতে মাঘৰ ব্যঞ্জনা প্ৰণালী আৰু অনুপম কল্পনা-চাতুৰীত কালিদাসৰ নিচিনা সুন্দৰ উপমা, ভাৰবিৰ নিচিনা অৰ্থৰ গাম্ভীৰ্য্য আৰু দণ্ডিৰ নিচিনা পদৰ লালিত্য অভাৱ নাই। পদৰ ললিত বিন্যাস নিঃসন্দেহে প্ৰশংসনীয়। মাঘৰ পদচৰ্য্যা ইমান সুগঠিত যে কোনো শব্দই স্থানান্তৰ কৰা আঁতৰি যোৱা নাই। ধনপালৰ কথাত তাৰ সত্যতা প্ৰকাশ পাইছে—

"মাঘেন বিঘ্নিতোৎসাহা নোৎসহন্তে পদক্রমে।
স্মৰন্তো ভাৰবেৰেব কৱয়ঃ কপয়ো যথা॥"

অৰ্থাৎ, "যেনেকৈ মাঘমাহৰ ঠেঁটুৱা লগা জাৰত বান্দৰে সূৰ্য্যক স্মৰণ কৰে, আৰু জলাম্বুৰকৈ বৈ থাকে তেনেকৈ পদযোজনা কৰাৰ বাবে মাঘৰ কবিতা স্মৰণ কৰি ভাঙৰ ডাঙৰ কবিসকলৰ উৎসাহ সেমেকি যায়।"

সেইদৰে, "পুষ্পেষু চম্পা নগৰীষু কাঞ্চী নদীষু গঙ্গা নৃৱৰেষু ৰামঃ।
নাৰীষু ৰম্ভা পুৰুষেষু বিষ্ণুঃ কাব্যেষু মাঘ কবি-কালিদাসঃ॥"

আৰো, এইদৰেও পোৱা যায়—

"তাবদ্ভা ভাৰবেৰ্ভাতি যাবন্মাঘস্য নোদয়ঃ॥"

উক্ত উক্তিসমূহৰ দ্বাৰা পণ্ডিতসকলে মাঘৰ পাণ্ডিত্যৰ ভূয়সী প্ৰশংসা কৰিছে।

## শ্ৰীহৰ্ষ

শ্ৰীহৰ্ষৰ পিতৃৰ নাম 'শ্ৰীহীৰ' আৰু মাতৃৰ নাম মামল্লদেৱী। শ্ৰীহৰ্ষৰ পিতাক শ্ৰীহীৰ কাশীৰ গহড়ৱালবংশীয় ৰজা বিজয়চন্দ্ৰৰ ৰাজসভাৰ দাৰ্শনিক পণ্ডিত। এওঁৰ বিষয়ে এক চমৎকাৰ কিংবদন্তি আছে—'ন্যায়কুসুমাঞ্জলি'ৰ ৰচক মিথিলাৰ প্ৰসিদ্ধ নৈয়ায়িক উদয়নাচাৰ্য্যৰ লগত তেওঁৰ শাস্ত্ৰৰ অৰ্থৰ ওপৰত তৰ্ক লাগে। এই তৰ্কত শ্ৰীহীৰ পৰাস্ত হৈ দুখতে প্ৰাণত্যাগ কৰে। মৃত্যুৰ সময়ত শ্ৰীহৰ্ষক

শাস্ত্ৰাৰ্থত উদয়নাচাৰ্য্যক পৰাস্ত কৰিবলৈ আদেশ দিয়ে।[১] পিতৃৰ অন্তিম ইচ্ছা পূৰণাৰ্থে শ্ৰীহৰ্ষই গঙ্গানদীৰ তীৰত ভগৱতী ত্ৰিপুৰাৰ কৃপা লাভৰ বাবে এবছৰ ধৰি 'চিন্তামণি' মন্ত্ৰ ধপ কৰে। শ্ৰীহৰ্ষৰ আৰাধনাত দেৱী তুষ্ট হৈ তেওঁক অপ্ৰতিহত পাণ্ডিত্যৰ বৰ দান দিলে। শ্ৰীহৰ্ষই পিছিলাত কবি বিজয়চন্দ্ৰৰ ৰাজসভালৈ আহি এনেকুৱা বৈদগ্ধপূৰ্ণ কবিতা প্ৰয়োগ কৰিলে, যাক কোনেও বুজিব নোৱাৰিলে। পিছে তেওঁ ইয়াৰ অৰ্থ নিজে উলিয়াবৰ নিমিত্তে দেৱীৰ ওচৰত পুনৰ তপস্যা কৰিলে। দেৱীয়ে তুষ্ট হৈ এই দুৰ্জ্ঞেয় পাণ্ডিত্যক সুগম কৰিবলৈ এইদৰে আদেশ কৰিলে—"মাজ নিশা পানীৰে মূৰটো তিয়াই দৈ-গাখীৰ খোৱা।" শ্ৰীহৰ্ষই তাকে কৰিলে। পিচত বিজয়চন্দ্ৰৰ ৰাজসভালৈ আহি ৰজাক স্তুতি কৰি তলৰ শ্লোকটো গাই শুনালে—

"গোবিন্দনন্দনতয়াচ বপুঃশ্ৰিয়া চ
মাস্মিন্ নৃপে কুৰুত কামধিয়ঃ তৰুণ্যঃ।
অস্ত্ৰীকৰোতি জগতাং বিজয়ে স্মৰঃ স্ত্ৰী-
ৰস্ত্ৰীজনঃ পুনৰনেন বিধীয়তে স্ত্ৰী॥"

অৰ্থাৎ, "তৰুণীসকলে ৰজা বিজয়চন্দ্ৰক এই বাবে কামদেৱ বুলি নাভাবে যে তেওঁ গোবিন্দৰ পুত্ৰ। প্ৰদ্যুম্নস্বৰূপ কামদেৱও গোবিন্দৰ (কৃষ্ণৰ) পুত্ৰ। আৰু শৰীৰৰ কান্তিৰ পৰা (কামদেৱ যেনেকুৱা) সুন্দৰ, কামদেৱ আৰু বিজয়চন্দ্ৰৰ ভিতৰত এক তাত্ত্বিক ভেদ এই যে কামদেৱে সংসাৰক জিকিবলৈ তিৰোতাক অস্ত্ৰৰূপে ব্যৱহাৰ কৰে আৰু এই ৰজাই যুদ্ধত যুঁজিবলৈ অহা অস্ত্ৰধাৰী শত্ৰুক পৰাজিত কৰি তেওঁলোকক তিৰোতাৰ নিচিনা পুৰুষত্বহীন কৰিছে।" ৰজাই এই শ্লোকটো শুনি বৰ আনন্দিত হ'ল।

যেতিয়া ৰজাৰ স্তুতিৰ পৰা নিজৰ কথাৰ সুগমতা[১] পোৱা বুলি বিশ্বাস হ'ল তেতিয়া পিতৃৰ প্ৰতি স্পৰ্ধা দেখুৱা পণ্ডিতসকলক এইদৰে ক'লে—

"সাহিত্যে সুকুমাৰবস্তুনি দৃঢ়ন্যায় গ্ৰন্থিলে।
তৰ্কে বা ময়ি সংবিধাতৰি সমংলীলায়তে ভাৰতী॥"

অৰ্থাৎ, "সুকুমাৰ সাহিত্য আৰু দৃঢ় ন্যায়বদ্ধৰ জটিল তৰ্কত মোৰ সমান অধিকাৰ আছে। ইয়াতে শ্ৰীহৰ্ষৰ পাণ্ডিত্যক স্বীকাৰ কৰি ৰজাই তেওঁক এইদৰে প্ৰশংসা কৰিলে—

"হিংস্ৰাঃ সন্তি সহস্ৰশোঽপি বিপিনে শৌণ্ডীৰ্য্যবীৰ্য্যোদ্ধতা
স্তস্যৈকস্তু পুনঃ স্তুবীমহি মহঃ সিংহস্য বিশ্বোত্তৰম্।

কেলিঃ কোলকুলৈর্যয়ো মৰুকলৈঃ কোলাহলং নাহলৈঃ
সংহৰ্যো মহিমৈক বত্ত মুকুত সাহংক্রতে হৰতে ॥"

শ্ৰীহৰ্ষৰ কবি-প্ৰতিভাত মুগ্ধ হৈ বিজয়চন্দ্ৰৰ পুত্ৰেক ৰজা জয়চন্দ্ৰই তেওঁক ৰাজকবি নিয়োগ কৰে। ৰজাৰ প্ৰেৰণাত শ্ৰীহৰ্ষই 'নৈষধচৰিত' ৰচনা কৰে। আচাৰ্য্য মম্মট শ্ৰীহৰ্ষৰ মোমায়েক। কাশ্মীৰলৈ যোৱাৰ বাটত শ্ৰীহৰ্ষই 'নৈষধচৰিত'খন মম্মটক দেখুৱায়। আচাৰ্য্য মম্মটে শ্ৰীহৰ্ষৰ 'নৈষধচৰিত'ৰ উচ্চ প্ৰশংসা কৰে।

**আবিৰ্ভাৱ কাল** :—শ্ৰীহৰ্ষ আছিল কান্যকুব্জৰ ৰজা বিজয়চন্দ্ৰৰ পুত্ৰ জয়চন্দ্ৰৰ ৰাজসভাৰ কবি। জয়চন্দ্ৰৰ বংশধৰ ৰাজপুতসকলক গহড়ৱাল বোলা হৈছিল। একাৰ তথা বাৰ শতাব্দীত এই বংশ উত্তৰ ভাৰতত বৰ বিখ্যাত আছিল। এওঁলোকেই কনৌজৰ ৰাজ-বংশধৰ। পিচে এওঁলোকে কাশীত ৰাজধানী পাতে। জয়চন্দ্ৰই কাশীৰপৰা বিশাল সাম্ৰাজ্য শাসন কৰিছিল। এওঁৰ পিতৃ বিজয়চন্দ্ৰ। বিজয়চন্দ্ৰই ১১৫৬ খ্ৰীঃৰপৰা ১১৯৩ খ্ৰীঃলৈ ৰাজ্যশাসন কৰে। এতেকে শ্ৰীহৰ্ষৰ আবিৰ্ভাৱ কাল দ্বাদশ শতাব্দীৰ উত্তৰাৰ্ধ। কাৰণ এওঁ বিজয়চন্দ্ৰ আৰু জয়চন্দ্ৰৰ ৰাজসভাৰ কবি আছিল।

**ৰচনাৱলী** :—শ্ৰীহৰ্ষই কেবাখনো গ্ৰন্থ ৰচনা কৰে। আটাইবোৰ গ্ৰন্থৰ নাম 'নৈষধচৰিত'ৰ প্ৰত্যেক সৰ্গৰ শ্লোকত উল্লেখ কৰিছে। এওঁৰ গ্ৰন্থসমূহৰ বৰ্ণনা তলত দিয়া হ'ল—

১। **স্থৈৰ্য্য-বিচাৰণ প্ৰকৰণ**—এইখন এখন দাৰ্শনিক গ্ৰন্থ। ইয়াত ক্ষণিকবাদৰ নিৰাকৰণ কৰা আছে।

২। **বিজয় প্ৰশস্তি**—বিখ্যাত যোদ্ধা বিজয়ী বীৰ বিজয়চন্দ্ৰক প্ৰশংসা কৰি লিখা এখন প্ৰশস্তি।

৩। **অৰ্ণৱ-বৰ্ণন**—ইয়াত সমুদ্ৰৰ বৰ্ণনা থকা বুলি নামটোৰপৰাই অনুমান কৰিব পাৰি।

৪। **শিৱশক্তি সিদ্ধি**—এই গ্ৰন্থখন শিৱ তথা শক্তিৰ সাধনাৰ বিষয়ৰ ওপৰত লিখা।

৫। **খণ্ডন খণ্ড-খাদ্য**—ই এখন বেদান্ত-গ্ৰন্থ। ইয়াত নৈয়ায়িক তৰ্কপ্ৰণালীৰ অনুসৰণ কৰি কৰিয়ে ন্যায়ৰ সিদ্ধান্তৰ খণ্ডন তথা অদ্বৈত বেদান্তৰ সিদ্ধান্ত স্থাপন কৰিছে। ই এখন উচ্চ-পৰ্য্যায়ৰ শাস্ত্ৰ-গ্ৰন্থ। বেদান্ত গ্ৰন্থৰ উপৰিও শ্ৰীহৰ্ষৰ চাৰ্বাক,

বৌদ্ধ, ন্যায়, মীমাংসা আদি দৰ্শনৰ ওপৰতো যে হাত আছিল এই, গ্ৰন্থবোৰপৰাই প্ৰমাণ হয়। ব্যাকৰণ, কাব্য তথা ৰাজনীতিতো সমানে জ্ঞান থকাটো এইখন গ্ৰন্থৰপৰা জনা যায়।

৬। **গৌড়োৰ্বীশকুল প্ৰশস্তি**—গৌড় দেশৰ ৰজাৰ প্ৰশংসা কৰি লিখা ইও এখন প্ৰশস্তি।

৭। **চিন্দ প্ৰশস্তি**—চিন্দ নামক কোনোবা ৰজাৰ বিষয়ে লিখা কাব্য পুথি।

৮। **নৱসাহসাংক-চৰিত চম্পু**—ইয়াত নৱসাহসাংকৰ চৰিত্ৰ চম্পুৰ ৰূপত বৰ্ণনা কৰা আছে।

৯। **নৈষধচৰিত**—ই ২২টা সৰ্গত ২৮৩০টা শ্লোকৰ সমষ্টি। নিষাদ দেশৰ ৰজা নল আৰু বিদৰ্ভৰ ৰজা ভীমৰ কন্যা দময়ন্তীৰ প্ৰণয়-কাহিনীয়ে কাব্যৰ বিষয়-বস্তু। কাব্যৰ প্ৰথম সৰ্গত মৃগয়া বৰ্ণন, দ্বিতীয় সৰ্গত হংসৰ দ্বাৰা দময়ন্তীৰ সৌন্দৰ্য্য বৰ্ণন তথা ৰজা নলৰ দ্বাৰা তাক (হংসক) কুণ্ডিনপুৰীলৈ পঠোৱাৰ বৰ্ণনা, তৃতীয় সৰ্গত নিৰ্জন ঠাইত দময়ন্তীৰ আগত হংসৰ দ্বাৰা নলৰ পৌৰুষ, পৰাক্ৰম তথা সৌন্দৰ্য্য বৰ্ণনা, চতুৰ্থ সৰ্গত নলৰ দ্বাৰা দময়ন্তীৰ পূৰ্বানুৰাগ তথা বিয়োগাৱস্থাৰ প্ৰশস্ত বৰ্ণনা; পঞ্চম সৰ্গত দময়ন্তীৰ স্বয়ম্বৰৰ আয়োজন আৰু ইন্দ্ৰ, বৰুণ, অগ্নি তথা যমৰ দ্বাৰা নলক তিৰস্কৰিণী বিদ্যাৰ সহায়ত অন্তঃপুৰলৈ পঠোৱাৰ বৰ্ণনা, ষষ্ঠ সৰ্গৰপৰা নৱম সৰ্গলৈ নলৰ দ্বাৰা দময়ন্তীৰ আগত দেৱতাসকলৰ বাণী নিবেদন, দময়ন্তীৰ নলৰ প্ৰতি একান্ত নিষ্ঠা, তেওঁৰ প্ৰতি নিজৰ দুখৰ উদ্‌গাৰ আৰু শেষত নলৰ স্বৰূপ ধাৰণ কৰাৰ বৰ্ণনা, দশম সৰ্গত স্বয়ম্বৰ আৰু দময়ন্তীৰ সৌন্দৰ্য্যৰ বৰ্ণনা আছে। একাদশ তথা দ্বাদশ সৰ্গত স্বয়ম্বৰলৈ অহা ৰজাসকলৰ মনোৰঞ্জক বৰ্ণনা, ত্ৰয়োদশ সৰ্গত নলৰ ৰূপত স্বয়ম্বৰত উপস্থিত হোৱা চাৰিওজন দেৱতাৰ তথা সৰস্বতীৰ দ্বাৰা নলৰ স্বৰূপৰ শ্লিষ্ট বৰ্ণনা, চতুৰ্দশ সৰ্গত দময়ন্তীৰ পতিনিষ্ঠাৰ ওপৰত প্ৰসন্ন হৈ দেৱতাসকলে স্বৰূপ ধাৰণ কৰা আৰু নলৰ লগত দময়ন্তীৰ বিবাহৰ বৰ্ণনা, পঞ্চদশ সৰ্গত দৰা-কইনাৰ প্ৰসাধন-সামগ্ৰীৰ বৰ্ণনা, ষষ্ঠদশ সৰ্গত এওঁৰ পাণিগ্ৰহণ আৰু ৰন্ধা-বঢ়া (ভোজ) ৰ বিশদ বিৱৰণ আছে। সপ্তদশ সৰ্গত সৰ্গৰপৰা ঘূৰি অহা-দেৱতাসকলৰ দ্বাৰা ৰজা কলিৰ নাস্তিকতাবাদ খণ্ডন, অষ্টাদশ সৰ্গত নল-দময়ন্তীৰ সম্ভোগৰ সুন্দৰ বৰ্ণনা আৰু শেষ চাৰিটা সৰ্গত নল-দময়ন্তীৰ

ব্যৱহাৰিক জীৱন, দাম্পত্য প্ৰণয় আৰু দেৱ আৰাধনা আদিৰ বৰ্ণনা সুন্দৰভাৱে কলা-কৌশলৰ দ্বাৰা চিত্ৰিত কৰিছে।

**কৱিত্ব-প্ৰতিভা :**—শ্ৰীহৰ্ষই স্বৰচিত মহাকাব্যৰ সম্বন্ধে এইদৰে মন্তব্য দিছে—"মই যি লিখিছোঁ সেইবোৰ বিদ্বান লোকৰ বাবেহে। সৰ্বসাধাৰণ লোকে ইয়াক আদৰ কৰে নে নাই তালৈ মোৰ ভ্ৰূক্ষেপ নাই। মোৰ এইটোৱে সন্তোষ যে বিদ্বানসকলে মোৰ কাব্যৰ ৰসপান কৰে।"

শব্দৰ সুন্দৰ বিন্যাস তথা ভাৱৰ সমুচিত সমাবেশ মাঘৰ কাব্যত মন কৰিবলগীয়া। তেওঁৰ স্বৰচিত মহাকাব্যক 'শৃঙ্গাৰামৃতশীততঃ' অৰ্থাৎ 'শৃঙ্গাৰৰূপী অমৃতৰ বাবে চন্দ্ৰমা' বুলি মন্তব্য কৰিছে। ই বাস্তৱিকতে সত্য। শ্ৰীহৰ্ষই শৃঙ্গাৰ ৰসৰ তথা বিপ্ৰলম্ভ দুয়োটাৰে সমাবেশ ঘটাইছে। ৰমণী ৰূপৰ বৰ্ণনাত শৃঙ্গাৰ ৰসৰ মধুৰ ব্যঞ্জনাত শ্ৰীহৰ্ষই 'স্ববিলক্ষণ' সহৃদয়তাৰ পৰিচয় দি দময়ন্তীৰ অলৌকিক সৌন্দৰ্য্যৰ চমৎকাৰ চিত্ৰ দাঙি ধৰিছে—

"হৃতসাৰমিবেন্দুমণ্ডলং দময়ন্তীবদনায় বেধসা।
কৃতমধ্যবিলং বিলোক্যতে মৃতগম্ভীৰখনীখনীলিম ॥"

অৰ্থাৎ, "দময়ন্তীৰ মুখমণ্ডল তৈয়াৰ কৰাৰ বাবে যেন ব্ৰহ্মাই চন্দ্ৰক হৰণ কৰি তাৰ তত্ত্ব উদঘাটন কৰিছে। ফলত মাজত ছিদ্ৰ হোৱা বাবে তাৰ সেই পাৰৰ আকাশৰ নীলিমা দেখা গৈছে।"

দময়ন্তীৰ শৰীৰত প্ৰতিভাত হোৱা কাম আৰু যৌৱনৰ প্ৰতীক স্তনযুগলৰ বৰ্ণনা হৰ্ষই এইদৰে দিছে—

"অপি তদ্বপুষি প্ৰসৰ্পতোৰ্গমিতে কান্তিঝৰৈৰগাধতাম্।
স্মৰযৌৱনয়োঃ খলু দ্বয়োঃ প্লৱকুম্ভৌ ভৱতঃ কুচাবুভৌ ॥"

অৰ্থাৎ, "দময়ন্তীৰ শৰীৰ কান্তি অনেক নিজৰাৰ সমাবেশেৰে ঢৌত হৈ গ'ল। তাত বিচৰণ কৰা লোকসকলে ডুবি যোৱাৰ ভয়ত ভীত। কিন্তু দময়ন্তীৰ অঙ্গ-প্ৰত্যঙ্গত কাম আৰু যৌৱনৰ সঞ্চাৰ হৈছে। এই কাম আৰু যৌৱন ডুবাৰপৰা কেনেদৰে পৰিত্ৰাণ পায়। ইয়াত সাঁতুৰিবৰ বাবে দুটা কলহ পোৱা গৈছে। সেই দুটাই হৈছে দময়ন্তীৰ স্তন। তাৰ সহায়েৰে কাম আৰু যৌৱন তেওঁৰ শৰীৰৰূপী সৰোবৰত স্বচ্ছন্দমনে সাঁতুৰি আছে।

শৃঙ্গাৰ ৰসৰ বাহিৰেও 'নৈষধচৰিত'ত বীৰ, কৰুণ আৰু হাস্যৰসবো সুন্দৰ

দৃষ্টান্ত পোৱা যায়। হৰ্ষই প্ৰথম সৰ্গতেই নলৰ দ্বাৰা ধৃত হংসৰ বিলাপত করুণ-ৰস দাঙি ধৰিছে।

"মদৰ্থসন্দেশমৃণালমন্থৰঃ প্ৰিয়ঃ কিয়দ্দূৰ ইতি ত্বয়োদিতে।

বিলোকয়ন্ত্যা রুদতোঽথ পক্ষিণঃ প্ৰিয়ে স কীদৃত্তৱিতা তব ক্ষণঃ॥"

অৰ্থাৎ, "হে প্ৰিয়ে, সেই সময়ত তোমাৰ স্থিতি কেনেকুৱা হব, যেতিয়া তুমি মোৰ আটাইবোৰ হাঁহক ওচৰলৈ অহা দেখি তাৰ লগত মোৰ কি সম্বন্ধ সেই বিষয়ে সুবিধা যে—মোৰ প্ৰিয় এতিয়া কিমান দূৰত, যিজনে মোৰ বাৰ্ত্তা পঠায় আৰু মৃণাল আনিবৰ বাবে অধিক আগ্ৰহ বুলি জানিব পাৰি আৰু তোমাৰ এই প্ৰশ্নৰ উত্তৰত একো নকৈ যেতিয়া তেওঁলোকে কেৱল কান্দিবলৈ লাগিব, তেওঁ-লোকক কন্দা দেখি তোমাৰ নাজানো সেই সময় কেনেদৰে অতিবাহিত হয়?"

নলৰ হাতৰপৰা হাঁহটোৱে যেতিয়া মুক্তি পাবলৈ চেষ্টা কৰি ব্যৰ্থ হয়, তেতিয়া তেওঁৰ অন্তৰত করুণা ওপজাবলৈ এটা হৃদয়স্পৰ্শী কথা ক'লে—

'মদেকপুত্ৰা জননী জৰাতুৰা নৱপ্ৰসূতিৰ্বৰটা তপস্বিনী।

গতিস্তয়োৰেষ জনস্তমৰ্দয়ন্নহো বিধে ত্বাং করুণা রুণদ্ধি নো॥'

অৰ্থাৎ, "মই আইৰ একটি মাথোন পুত্ৰ। মোৰ আই বৃদ্ধ। মোৰ পত্নীয়ে অলপতে সন্তান প্ৰসৱ কৰিছে। তেওঁ বৰ দয়নীয় আৰু তপস্বিনী। মইয়েই তেওঁলোকৰ একমাত্ৰ আশ্ৰয়স্থল। এনেকুৱা বিপদগ্ৰস্ত আৰু দয়নীয় জীৱনক কষ্ট দি হে বিধাতা, কি তোমাৰ হৃদয় করুণাৰে বিগলিত হোৱা নাই জানো?"

নৈষধচৰিতত প্ৰকৃতি বৰ্ণনাও অনেক। ইয়াৰ প্ৰথম, চতুৰ্থ, উনৈশ আৰু বিশ সৰ্গত প্ৰকৃতিৰ মনোমোহা বৰ্ণনা পোৱা যায়। তাত ৰাতিপুৱা, সন্ধ্যা, সূৰ্য্য, বন, উপবন, নদনদী, পুখুৰী, সমুদ্ৰ আদি প্ৰকৃতিৰ বিভিন্ন ৰূপক অঙ্কিত কৰিছে।

'কালঃ কিৰাতঃ স্ফুট পদ্মকস্য বধং ব্যধাত্তস্য দিনদ্বিপস্য।

তস্যৈব সন্ধ্যারুচিৰাস্ৰধাৰা তাৰাশ্চ কুম্ভস্থলমৌক্তিকানি।'

অৰ্থাৎ, "কালৰূপী কিৰাতেই প্ৰস্ফুটিত কমল ৰথা দিৱসৰূপী (কপালত ৰক্ত তিলক ধাৰণ কৰোঁতা) হাতীক মাৰি পেলালে। সন্ধ্যাৰ ৰূপত তেওঁৰ রুচিৰ তেজৰ ধাৰা দেখিবলৈ পোৱা গৈছে আৰু তাৰ মূৰৰ যি মুকুতা সৰি পৰিছে ই যেন গগনমণ্ডলত উদয় হোৱা তৰাহে।"

আৰো, 'আদায় দণ্ডং সকলাসু দিক্ষু যোঽয়ং পৰিভ্ৰাম্যতি ভানুভিক্ষুঃ।

আব্ধৌ নিমজ্জন্নিব তাপসোঽয়ং সন্ধ্যাভ্ৰকাষায়মধত্ত সায়ম॥'

অৰ্থাৎ, "সূৰ্য্যৰূপী সন্ন্যাসীয়ে হওঁতে ৰাতিওপিনে গোটেই দিন ঘূৰি থাকে। এতিয়া সন্ধিয়া সময়ত ৰঙা গগনমণ্ডলৰূপী গেৰুৱা বস্ত্ৰক নিজৰ শৰীৰৰ উপৰ ভাগত ধাৰণ কৰিছে। সূৰ্য্য অস্ত যোৱাৰ সময়ৰ এইখন আকাশ নহয়, বৰং কোনোবা মানাৰ্থী সন্ন্যাসীৰ ৰক্ত গেৰুৱা বস্ত্ৰ বুলিহে অনুমান হয়।"

শ্ৰীহৰ্ষই কাব্যত উপমা, ৰূপক, উৎপ্ৰেক্ষা অতিশয়োক্তি, স্বভাবোক্তি, অপহ্নুতি, সন্দেহ, শ্লেষ আদি অৰ্থালংকাৰৰ বাহিৰেও অনুপ্ৰাস, যমক আদি শব্দালংকাৰৰ সুন্দৰ সমাবেশ দেখা যায়।

নলক স্বামীৰূপে বৰণ কৰিবলৈ দময়ন্তীৰ অভিলাষ বৰ্ণনাত শ্লেষৰ উদাহৰণ পোৱা যায়। নলৰ বৰ্ণনা শুনি দময়ন্তী হংসক কৈছিল—

'মনস্তু যং নোজ্ঝতি জাতু যাতু মনোৰথঃ কণ্ঠপথং কথং সঃ।
কা নাম বালা দ্বিজৰাজপাণিগ্ৰহাভিলাষং কথয়েদভিজ্ঞা॥'

অৰ্থাৎ, "যি মনোৰথক মনেৰে আৰু যাক মই অন্তৰেৰে লৈতে ধাৰণ কৰি ৰাখিছো, সেই মনোৰথ মোৰ কণ্ঠপথলৈ কেনেকৈ আহিব অৰ্থাৎ তাক মই কেনেকৈ ব্যক্ত কৰোঁ। হে হংস, সেইজন কোন এনেকুৱা কুলকন্যা আছে যি ৰজাৰ (নলৰ) পাণিগ্ৰহণৰ অভিলাষক স্বয়ং নিজৰ মুখেৰে ব্যক্ত কৰাৰ ধৃষ্টতা কৰিব পাৰিবনে? (অৰ্থাৎ, কোন এনেকুৱা বুদ্ধিমতী ছোৱালী, যি জনীয়ে জোনবাইক নিজ হাতেৰে ধৰি ৰখাৰ অভিলাষ কৰিব পাৰে।"

ইয়াত শ্লেষৰ চিত্ৰন তথা কবিত্বৰ সৌন্দৰ্য্য সুন্দৰভাৱে প্ৰকট হৈছে।

ৰীতিৰ ফালৰপৰা শ্ৰীহৰ্ষৰ কবিতাত বৈদৰ্ভী আৰু পাঞ্চালীৰ সমন্বয় ঘটিছে।

শ্ৰীহৰ্ষ এজন নিপুণ কবিয়েই নহয়, এজন বিদগ্ধ দাৰ্শনিক পণ্ডিতো। 'নৈষধ-চৰিত'ৰ কোনো কোনো ঠাইত বৌদ্ধ, চাৰ্বাক, ন্যায়, সাংখ্য, বৈশেষিক, মীমাংসা, যোগ আৰু অদ্বৈতবেদান্তৰ কথা দেখিবলৈ পোৱা যায়। নৈষধৰ সপ্তদশ সৰ্গ দাৰ্শনিকভাৱে পৰিপূৰ্ণ।

শ্ৰীহৰ্ষৰ পাণ্ডিত্যৰ সম্বন্ধে নিজে কৈ গৈছে—"সুকুমাৰ সাহিত্যই হওঁক নাইবা ন্যায়দৰ্শনৰ দূৰূহ গ্ৰন্থৰ কঠিন তৰ্কই হওঁক, মোৰ বিভাৰ সকলো ক্ষেত্ৰতে সমান অধিকাৰ আছে।"

## কেইজনমান কবি আৰু মহাকাব্য

কালিদাস, অশ্বঘোষ, ভাৰবি, ভট্টি, মাঘ আৰু শ্ৰীহৰ্ষ—এই কেইজন প্ৰসিদ্ধ

মহাকবিৰ মহাকাব্যৰ বাহিৰে আৰু কেইজনমান কবিৰ কাব্য আছে। তাৰে তেওঁলোকৰ চমু পৰিচয় দিয়া হ'ল—

১। বুদ্ধঘোষ—বুদ্ধঘোষৰ আবিৰ্ভাৱ কাল ৪০০ খ্ৰীষ্টাব্দ। এওঁ 'পদ্মচূড়ামণি' নামৰ দহটা সৰ্গৰ এখন কাব্য ৰচনা কৰে।

২। ভীম—ভীম বা ভীমক নামৰ এজন কবিয়ে ৫০০ খ্ৰীষ্টত ২৭টা সৰ্গৰ 'ৰাৱণাৰ্জুনীয়' বা 'অৰ্জুনৰাৱণীয়' নামৰ এখন কাব্য লিখে।

৩। ৰত্নাকৰ—ৰত্নাকৰৰ পিতাকৰ নাম অমৃতভানু। ৰত্নাকৰ 'বালবৃহস্পতি' উপাধিধাৰী কাশ্মীৰৰ ৰজা 'চিপ্পট জয়াপীড়'ৰ ৰাজসভাৰ পণ্ডিত। এওঁ 'হৰবিজয়' নামৰ মহাকাব্যখন ৫০টা সৰ্গত ৪,৩২০টা শ্লোকত ৰচনা কৰে।

এই কাব্যখনৰ কাহিনী ভাগ খুব কম। অন্ধক নামৰ এটা জন্মান্ধ অসুৰে নিজৰ তপস্যাৰ ফলত দৃষ্টিশক্তি ঘূৰাই পায়। দৃষ্টিশক্তি লাভ কৰি সি ত্ৰিভুৱন অধিকাৰ কৰাত দেৱতাসকল আতংকিত হৈ পৰে। দেৱতাসকলৰ প্ৰাৰ্থনাত তুষ্ট হৈ শিৱে অন্ধকাসুৰক বধ কৰে।

ৰত্নাকৰৰ কাব্যত এই সংক্ষিপ্ত কাহিনী অত্যন্ত মন্থৰ গতিত বৰ্ণিত। আচলতে কাহিনীটো গৌণ কৰি কবিয়ে বিভিন্ন বিষয়ত নিজৰ পাণ্ডিত্য প্ৰদৰ্শন কৰিছে। নৱমৰপৰা ষোড়শ—এই আঠটা সৰ্গত কবিয়ে ৰাজনীতি চৰ্চা কৰিছে। বৃহৎ মহাকাব্য অধ্যয়নৰ বাবে পাঠকৰ মনত কাহিনী সম্পৰ্কে যি কৌতূহল জগায় ৰখা আৱশ্যক, কবিয়ে পাঠকৰ সেই কৌতূহলক কোনো মূল্য দিয়া নাই। যমক, অনুপ্ৰাস আদি অলংকাৰৰ প্ৰয়োগ তেওঁৰ কাব্যত দেখা যায়।

৪। শিৱ গোস্বামী—শিৱ গোস্বামী কাশ্মীৰৰ নিবাসী। এওঁৰ পিতৃৰ নাম ভট্টাৰ্কগোস্বামী। এওঁ আছিল শৈৱ, কিন্তু 'চন্দ্ৰমিত্ৰ' নামৰ বৌদ্ধাচাৰ্য্যৰ প্ৰেৰণাত বৌদ্ধসাহিত্যত এখন প্ৰসিদ্ধ গ্ৰন্থ লিখে। 'কপ্‌ফনাভ্যুদয়' নামৰ গ্ৰন্থখনত ভাৰবি আৰু মাঘৰ কাব্যশৈলীৰ প্ৰভাৱ বাৰুকৈ পৰিছে।

দাক্ষিণাত্যৰ ৰজা কপ্‌ফনে শ্ৰাৱস্তীৰ অধিপতি প্ৰসেনজিতৰ ৰাজ্য জয় কৰিবলৈ গৈ কেনেকৈ ঘটনাচক্ৰত বৌদ্ধধৰ্ম গ্ৰহণ কৰে, সিয়েই এই মহাকাব্যৰ উপজীব্য।

কাব্যখন ২০টা সৰ্গত বিভক্ত নাতিদীৰ্ঘ ৰচনা। শিৱ গোস্বামীয়ে বৌদ্ধ গ্ৰন্থৰপৰা কাহিনী সংগ্ৰহ বাৰুকৈ কৰিছে।

৫। মহাকবি অভিনন্দ আৰু শংকুক—এই দুজনা কবিয়ে নৱম শতাব্দীৰ আৰম্ভণিত ক্ৰমে 'ৰামচৰিত' আৰু 'ভুৱনাভ্যুদয়' নামৰ দুখন মহাকাব্য লিখে।

৬। কুমাৰদাস—এওঁ আছিল সিংহলৰ ৰজা। সিংহলৰ 'পূজাৱলী' নামক গ্ৰন্থৰপৰা জনা যায় ৰজা মৌগ্‌গলান কুমাৰদাসে সিংহলত নবছৰ ৰাজ্যশাসন কৰি কালিদাসৰ চিতাৰ ওপৰত আত্মত্যাগ কৰে। মহাবংশৰ মতে কুমাৰদাসৰ মৃত্যু হয় ৫২৪ খ্ৰীষ্টাব্দত। এইদৰে সিংহলৰ পৰম্পৰা অনুসাৰে কবি কুমাৰদাস আৰু ৰজা কুমাৰদাস একেজন ব্যক্তি বুলি ধৰা হয়। কুমাৰদাসৰ নিমন্ত্ৰণ ক্ৰমে কালিদাস সিংহললৈ যায়। কুমাৰদাসৰ আবিৰ্ভাৱ কাল সপ্তম শতাব্দী। এওঁ 'জানকীহৰণ' নামৰ এখন ২০ সৰ্গৰ মহাকাব্য ৰচনা কৰে। বৰ্ত্তমান তাৰ ১৫টা সৰ্গহে পোৱা গৈছে।

৭। ভৰ্তৃমেঠ—কহ্লনৰ 'ৰাজতৰঙ্গিনী'ত ভৰ্তৃমেঠৰ বিষয়ে জনা যায়। 'ৰাজতৰঙ্গিনী'ত পোৱা যায় যে ভৰ্তৃমেঠ 'হয়গ্ৰীৱবধ' নামক মহাকাব্য ৰচনা কৰে। এওঁ কাশ্মীৰৰ ৰজা মাতৃগুপ্তৰ ওচৰলৈ 'হয়গ্ৰীৱবধ' নামৰ কাব্যখন লৈগৈ ৰজাক শুনায়। সম্ভৱতঃ এওঁ মাতৃগুপ্তৰ ৰাজসভাৰ পণ্ডিত আৰু কাশ্মীৰতে থাকি কাল কটায়। ৰাজশেখৰে উল্লেখ কৰা মতে ভৰ্তৃমেঠ ৯০০ খ্ৰীঃ পূঃৰ কবি। ৰাজ-তৰঙ্গিনীৰ মতে ভৰ্তৃমেঠ আৰু মাতৃগুপ্ত সমসাময়িক। কহ্লনৰ মতে মাতৃগুপ্ত পাঁচ শতাব্দীৰ পূৰ্বাৰ্ধত কাশ্মীৰত ৰাজত্ব কৰে। এতেকে ভৰ্তৃমেঠৰ সময়ও পাঁচ শতাব্দীৰ পূৰ্বভাগ।

৮। ক্ষেমেন্দ্ৰ—ক্ষেমেন্দ্ৰৰ জন্ম হয় কাশ্মীৰৰ এক প্ৰসিদ্ধ ব্ৰাহ্মণ পৰিয়ালত। এওঁৰ পিতামহৰ নাম 'সিন্দু' আৰু পিতৃৰ নাম 'প্ৰকাশেন্দ্ৰ'। ক্ষেমেন্দ্ৰই আচাৰ্য্য অভিনৱগুপ্তৰ ওচৰত সাহিত্য অধ্যয়ন কৰিছিল। এওঁৰ আবিৰ্ভাৱ কাল কাশ্মীৰৰ ৰজা অনন্ত ( ১০২৮ খ্ৰীঃৰপৰা ১০৬৩ খ্ৰীঃ ) আৰু কলশৰ ( ১০৬৩—১০৮২ খ্ৰীঃ ) শাসনকালত। এতেকে এওঁৰ আবিৰ্ভাৱ কাল একাদশ শতাব্দীৰ মাজভাগ। এওঁৰ মহাকাব্যৰ নাম 'দশাৱতাৰ চৰিত'। ইয়াত ভগৱান বিষ্ণুৰ দশাৱতাৰৰ বিস্তৃত বৰ্ণনা আছে। ইয়াৰ উপৰিও এওঁ ৰামায়ণ-মঞ্জৰী; ভাৰত-মঞ্জৰী, বৃহৎ-কথামঞ্জৰী, বোধিসত্বাৱদান-কল্পলতা, কলাবিলাস, চতুৰ্বৰ্গ-সংগ্ৰহ' চাৰুচৰ্য্যা, নীতিকল্পতৰু, সময় মাতৃকা, সেব্য-সেৱকোপদেশ আদি গ্ৰন্থ লিখে।

৯। মংখক—ক্ষেমেন্দ্ৰৰ পিচতে কাশ্মীৰৰ মংখক নামৰ এজন কবিয়ে 'শ্ৰীকণ্ঠ-চৰিত' নামৰ ২৫টা সৰ্গৰ এখন মহাকাব্য লিখে। ইয়াত ভগৱান শঙ্কৰ আৰু ত্ৰিপুৰৰ যুদ্ধৰ কথা কাব্যাকাৰত বৰ্ণনা কৰা আছে। পিতৃৰ আদেশ মতে মংখকে উক্ত কাব্যখন প্ৰণয়ন কৰে। প্ৰসিদ্ধ আলংকাৰিক ৰুয্যক এওঁৰ গুৰু।

গুৰু-শিষ্য দুয়ো কাশ্মীৰৰ ৰজা জয়সিংহৰ (১১২০--৫০ খ্ৰীঃত) ৰাজ্যসভাৰ কবি আছিল।

মংখকে যেন যান্ত্ৰিকভাৱেহে অলংকাৰ শাস্ত্ৰৰ প্ৰত্যেকটি সূত্ৰ অনুসৰি কবি 'শ্ৰীকণ্ঠচৰিত' কাব্যখন ৰচনা কৰিছে। এই কাব্যখনৰ মৌলিকতা একো নাই। আছে মাথোন পাণ্ডিত্য প্ৰদৰ্শনৰ চেষ্টা, দীৰ্ঘ গতানুগতিক নিসৰ্গ-চিত্ৰ আৰু আদি ৰসৰ বিস্তাৰ। কিন্তু এটা বিষয়ত কবিৰ বিশিষ্টতা লক্ষণীয়। কবিয়ে কাব্যত আত্মপৰিচয় দিয়াৰ লগতে সেই যুগৰ মনীষীসকলৰ আৰু ৰাজকৰ্মচাৰী-সকলৰ নাম আৰু পৰিচয় দিছে। কাশ্মীৰী কবিসকলৰ মাজত এই ইতিহাস-চেতনা অধিক। অশ্বঘোষ, সন্ধ্যাকৰ নন্দী আদি কবিসকলে ঐতিহাসিক কাহিনীৰ আধাৰত কাব্য ৰচনা কৰিলেও নিজৰ সম্পৰ্কে তথা নিজৰ পৰিৱেশ সম্পৰ্কে তেওঁলোক প্ৰায় নীৰৱ। কিন্তু মংখকে তেওঁৰ কাব্যত যি আত্মপৰিচয় দিছে, তাত ইতিহাসৰ উপাদান আছে। সমসাময়িক যুগৰো কিছু কথা আছে।

১০। **হৰিচন্দ্ৰ**—জৈন কবিসকলৰ ভিতৰত সংস্কৃত সাহিত্যত হৰিচন্দ্ৰৰ নাম বিশেষভাৱে উল্লেখনীয়। এওঁ নোমক নামৰ বংশত জন্মে। জাতত এওঁ আছিল কায়স্থ। এওঁৰ পিতৃৰ নাম আৰ্দ্ৰদেৱ আৰু মাতৃৰ নাম ৰথ্যাদেৱী। কপূৰমঞ্জৰীৰ প্ৰথম যৱনিকাত হৰিচন্দ্ৰৰ নাম উল্লেখ আছে। এওঁৱেই 'ধৰ্মশৰ্মাভ্যুদয়' কাব্যৰ ৰচক হৰিচন্দ্ৰ। সম্ভৱতঃ এওঁৰ আবিৰ্ভাৱ কাল একাদশ শতাব্দী। 'ধৰ্মশৰ্মাভ্যুদয়' কাব্যখন ২১টা সৰ্গৰ সমষ্টি।

১১। **হেমচন্দ্ৰ**—হেমচন্দ্ৰ নামৰ আন এজন জৈন কবি ১২ শতাব্দীত আবিৰ্ভাৱ হয়। এওঁ 'মহাভাৰতৰ' শৈলীৰ ওপৰত 'ত্ৰিষষ্টিশলাকাপুৰুষ-চৰিত' ৰচনা কৰে।

১২। **বাগ্‌ভট্ট**—বাৰ শতাব্দীত জৈন মহাকবি বাগ্‌ভট্টই 'নেমিনিৰ্বাণ' ৰচনা কৰে।

১৩। **মাধৱভট্ট**—শ্ৰীহৰ্ষৰ পূৰ্বকালীন কবি মাধৱভট্টৰ আবিৰ্ভাৱকাল ১২শতাব্দী। এওঁ অৱন্তিপুৰীৰ কদম্বৰজা ৰামদেৱৰ ৰাজসভাৰ পণ্ডিত। এওঁ 'ৰাঘৱ-পাণ্ডৱীয়' আৰু 'পাৰিজাত হৰণ' নামে দুখন মহাকাব্য ৰচনা কৰে।

১৪। **চণ্ডিকবি আৰু বিল্বমঙ্গল**—এওঁলোকে ক্ৰমে 'পৃথ্বিৰাজবিজয়' আৰু

'গোবিন্দাভিনিবেশ' বা 'শ্ৰীচিহ্ন' কাব্য ৰচনা কৰে। ৰচনাশৈলীৰ ফালৰপৰা পৰ্য্যবেক্ষণ কৰি চালে কাব্যসমূহত কালিদাস, অশ্বঘোষ, ভাৰবি, মাঘ আৰু শ্ৰীহৰ্ষৰ যি ৰচনা-কৌশল আৰু কাব্য-সৌষ্ঠৱ তাৰ অভাৱ।

এওঁলোকৰ বাহিৰেও শ্ৰীহৰ্ষৰ পৰৱৰ্তীকালত ১৩ শতাব্দীত ক্ৰমে জয়ৰথে 'হৰ্ষচৰিত-চিন্তামণি'; অমৰ সিংহই 'সুকৃত সংকীৰ্তন'; বালচন্দ্ৰসূৰি 'বসন্ত-বিলাস'; চন্দ্ৰপ্ৰভসূৰি 'পাণ্ডৱ-চৰিত'; নয়নচন্দ্ৰই 'হম্মীৰমহাকাব্য' আৰু ১৪ শতাব্দীত বাসুদেৱ কবি 'যুধিষ্ঠিৰ বিজয়'; অগস্ত্যই 'বালভাৰত'; বেংকটনাথ বেদান্তদেশিকে 'যাদৱাভ্যুদয়'; গঙ্গাদেৱী 'মথুৰাবিজয়'; মল্লাচাৰ্য্যই 'উদাৰ ৰাঘৱ' ৰচনা কৰে। ইয়াৰ বাহিৰেও কদ্ৰকবিৰ 'ৰাষ্ট্ৰোঢবংশ'; চন্দ্ৰশেখৰৰ 'সুৰ্জনচৰিত'; যজ্ঞনাৰায়ণ দীক্ষিতৰ 'ৰঘুনাথভূপবিজয়', নীলকণ্ঠ দীক্ষিতৰ 'শিৱলীলা বৰ্ণন'; মেঘবিজয় গণিৰ 'সপ্তসংধান' আৰু চক্ৰকবিৰ 'জানকী-পৰিণয়' মহাকাব্যসমূহৰ নাম উল্লেখযোগ্য।

ঐতিহাসিক কাব্যৰ ভিতৰত কনকসেন বাদিৰাজৰ যশোধৰ-চৰিত; পৰিমলৰ 'নৱসাহসাংকচৰিত'; বিল্হনৰ 'বিক্ৰমাংগদেৱ চৰিত'; জল্হনৰ 'সোমপাল-বিজয়'; কল্হনৰ 'ৰাজতৰঙ্গিনী' আদিৰ স্থান অতি মহত্বপূৰ্ণ।

১৫। **সন্ধ্যাকৰ নন্দী**—সন্ধ্যাকৰ নন্দী আছিল পুণ্ড্ৰবৰ্ধনৰ কবি। তেওঁৰ পিতৃৰ নাম প্ৰজাপতি। একাদশ শতাব্দীৰ শেষৰ ফালে পাল-বংশৰ ৰজা ৰামপালে ৰাজত্ব কৰে। এওঁৰ দিনতে সন্ধ্যাকৰ নন্দীয়ে 'ৰামচৰিত' বা 'ৰামপাল-চৰিত' কাব্য ৰচনা কৰে। এইখন এখন দ্ব্যৰ্থ্যক কাব্য। কবিয়ে কাব্যখন এনে কৌশলেৰে ৰচনা কৰিছে যে, ই একেলগে অযোধ্যাপতি ৰামচন্দ্ৰ আৰু বঙ্গাধিপতি ৰামপালৰ জীৱনী। ই চাৰিটা অধ্যায়ত সমাপ্ত। ইয়াৰ বিষয়বস্তু ঐতিহাসিক।

ৰামপালৰ কথা প্ৰসঙ্গত তৎকালীন অনেক ঐতিহাসিক প্ৰসঙ্গ কাব্যত সন্নিবিষ্ট কৰা হৈছে। দ্ব্যৰ্থক ভাষাত ৰচনা কৰা হেতুকে কাব্যৰ মূল ৰস বস্তুৰ অভাৱ ঘটিছে।

১৬। **বিদ্যাপতি**—পদাৱলীৰ কবি বিদ্যাপতিৰ আবিৰ্ভাৱ কাল পঞ্চদশ খ্ৰীষ্টাব্দ। এওঁ মিথিলাৰ ৰজা ধীৰসিংহৰ (১৪৪০ খ্ৰীঃ) পৃষ্ঠপোষকতাত দুৰ্গাভক্তি তৰঙ্গিনী সহস্ৰ শ্লোকত ৰচনা কৰে। উত্তৰ মিথিলাৰ জমিদাৰ পুৰাদিত্যৰ প্ৰেৰণাত তেওঁ 'লিখনাৱলী' নামৰ আন এখন গ্ৰন্থ ৰচনা কৰে। তেওঁ

ভূপৰিক্ৰমা নামে এখন ভ্ৰমণ বৃত্তান্ত আৰু পুৰুষপৰীক্ষা নামে এখন নীতিমূলক গল্পৰ পুথি ৰচনা কৰে।

১৭। **অদ্ভুত ৰামায়ণ**—বাল্মীকি-ৰচিত অদ্ভুত ৰামায়ণ সাতোটা সৰ্গৰ সমষ্টি। গ্ৰন্থখনৰ আন এটা নাম 'অদ্ভুদোত্তৰ ৰামায়ণ'। ইয়াত সীতাৰ বিষয়ে বৰ্ণনা কৰা আছে। সীতাই শতস্কন্ধ ৰাৱণক বধ কৰা বুলি ইয়াত কোৱা আছে।

১৮। **অধ্যাত্ম ৰামায়ণ**—ই সাত খণ্ডত বিভক্ত। শিৱ আৰু উমাৰ কথোপকথনৰ মাজেৰে ৰামচন্দ্ৰ পৰম ব্ৰহ্মাৰ প্ৰকাশ আৰু সীতা স্বয়ং লক্ষ্মী বুলি প্ৰকাশ কৰা হৈছে। ইয়াৰ সপ্তম খণ্ডৰ পঞ্চম অধ্যায়টোৰ নাম ৰামগীতা।

১৯। **কীচক বধ**—ই এখন যমক কাব্য। মহাভাৰতৰ বিৰাট পৰ্বত বৰ্ণিত দ্ৰৌপদীৰ ওপৰত বিৰাটৰ মন্ত্ৰী কীচকে কৰা অত্যাচাৰেই কাব্যখনৰ প্ৰতিপাদ্য বিষয়। অষ্টম শতিকা ইয়াৰ ৰচনাকাল। জনাৰ্দন নামৰ এজন পণ্ডিতে কাব্যখনৰ ওপৰত এখনি টীকাও লিখে।

২০। **হৰিচৰিত কাব্য**—চতুৰ্ভুজ নামৰ এজন কবিয়ে ১৪৯৩ খ্ৰীষ্টাব্দত ইয়াক ৰচনা কৰে। ই ত্ৰয়োদশ সৰ্গত ৰচিত এখন মহাকাব্য।

## অষ্টম অধ্যায়

# কাব্য-সাহিত্য

আলংকাৰিকসকলৰ মতে কাব্যৰ লক্ষণবোৰ হ'ল—

১। কাব্যৰ বিষয়বস্তু হব লাগিব ঐতিহাসিক। ২। নেতাজন হব লাগিব উচ্চবংশজাত আৰু ধীৰোদাত্ত। ৩। তাত থাকিব 'লাগিব ভিন্ ভিন্ ৰসৰ সমাৱেশ। কাব্যখন আৰম্ভ হব লাগিব আশীৰ্বাদ, নমস্কাৰ আৰু ঘটনাৰ বৰ্ণনাৰে। তাত আঠটাতকৈ কম নাইবা ত্ৰিশটাতকৈ বেছি সৰ্গ থাকিব নোৱাৰে। 'পঞ্চসন্ধি সমন্বিতা' অৰ্থাৎ পাঁচটা সন্ধি থাকিব লাগিব। বিষয়বস্তুবোৰৰ সংলাপ অকৃত্ৰিম তথা প্ৰতিটো সৰ্গৰ শেষৰ দুটা বা তিনিটা শ্লোক বেলেগ বেলেগ ছন্দত ৰচিত হব লাগে।

**কাব্য-সাহিত্যৰ বিকাশ**—কাব্য-সাহিত্যৰ বিকাশৰ কালৰ পৰা লক্ষ্য কৰিলে তাক তিনিটা ভাগত বিভক্ত কৰিব পাৰি—১। ৰামায়ণ আৰু মহাভাৰত যুগ। ই বৈদিক তথা লৌকিক সন্ধিক্ষণ কালৰ কাব্য। ২। কালিদাস যুগ আৰু ৩। কালিদাসৰ পৰৱৰ্তী যুগ।

ৰামায়ণ এখন আদৰ্শপূৰ্ণ গ্ৰন্থ। ইয়াত হিন্দুসমাজৰ ধৰ্ম, কৰ্ম, সমাজ, সংস্কৃতিৰ বিষয় একত্ৰিত কৰি সন্নিবেশ কৰা হৈছে। আনহাতে মহাভাৰত প্ৰাচীন ভাৰতৰ জ্ঞান-বিজ্ঞানৰ এখন বিশ্বকোষ।

কাব্য-কাননত কালিদাসৰ ব্যক্তিত্ব অদ্বিতীয়। কালিদাসক ভাৰতৰ 'চেক্সপিয়েৰ' বুলি কলেও অত্যুক্তি কৰা নহয়। বৰং পাশ্চাত্য পণ্ডিতসকলে কালিদাসক চেক্সপিয়েৰতকৈও আগশাৰীৰ কবি বুলি ভূয়সী প্ৰশংসা কৰিছে। কালিদাসৰ ভাব-বিধান বহুত উচ্চ, সংযত, মৌলিক, সমাকৰ্ষক আৰু স্থানোচিত।

কালিদাসৰ পৰৱৰ্তীকালৰ কবিসকলৰ লিখনিত আত্মাভিব্যঞ্জন তথা ৰচনা শিল্পৰ বলৱত্তা দেখিবলৈ পোৱা যায়। কাব্যবোৰ ভাৱপ্ৰধান নহয়। ৰচনা-শৈলীতহে বেছি জোৰ দিয়া দেখা গৈছে।

কাব্যৰ বিষয়-বস্তু অতি ব্যাপক। সংস্কৃত সাহিত্যৰ প্ৰায় আধা অংশই কাব্যৰ অন্তৰ্গত। মহাকাব্য, গীতকাব্য, খণ্ডকাব্য, চম্পূকাব্য, ঐতিহাসিক কাব্য, কথা-কাব্য, সুভাষিত কাব্য, গদ্য-কাব্য আৰু নাটক আদি এক কাব্যবিষয়ৰ ভিতৰতে পৰে।

# লিপি-কাব্য

সংস্কৃত-কাব্য সাহিত্যত লিপি-কাব্যৰ স্থান বিশেষভাৱে উল্লেখযোগ্য। ইউৰোপত প্ৰথম সংস্কৃত সাহিত্য-চৰ্চাৰ যুগটোকে বিখ্যাত জাৰ্মান পণ্ডিত মেক্সমূলাৰে পুনৰ-জাগৰণৰ যুগ বুলি আখ্যা দিছে। বৈদেশিক আক্ৰমণৰ চাৰ্কনৈয়াত পৰি ম্লান হৈ যোৱা সংস্কৃতিৰ পুনৰুদ্ধাৰ কৰাই আছিল এই পুনৰ-জাগৰণৰ ঘাই উদ্দেশ্য। এই পুনৰুদ্ধাৰৰ যুগ আৰম্ভ হয় ভাৰতীয় বুৰঞ্জীৰ সোণালী যুগ গুপ্তসকলৰ দিনত। পণ্ডিত বুহ্‌লেৰৰ মতে পঞ্চম শতিকাত কাব্যিক ৰীতিত বহুতে গদ্য-পদ্য মিশ্ৰিত কাব্য লিখে, ঋিবিলাকৰ চানেকী শিলালিপিসমূহত পোৱা যায়। এই লিপি-সমূহৰ সাহিত্যিক, সাংস্কৃতিক তথা ঐতিহাসিক মূল্য কোনো পিনৰপৰা কম নহয়। তলত লিপি কাব্যৰ চমু বিৱৰণ দাঙি ধৰা হ'ল—

১। **এলাহাবাদ লিপি** :—সংস্কৃত সাহিত্যত সিদ্ধহস্ত কবিসকলৰ ভিতৰত হৰিসেনৰ স্থান আগশাৰীত। এলাহাবাদৰ শিলালিপিয়েই তাৰ প্ৰমাণ। সমুদ্ৰ-গুপ্তৰ ৰাজকবি হৰিসেনে ৰজাক প্ৰশংসা কৰি ৩৪৫ খ্ৰীঃত লিখা ৰচনাৱলী প্ৰয়াগৰ অশোকস্তম্ভত খোদিত আছে।

এই লিপিৰপৰা দিগ্বিজয়ী সম্ৰাট সমুদ্ৰগুপ্তৰ অসাধাৰণ ব্যক্তিত্ব, দূৰদৰ্শিতা যথা সৎ-কাৰ্য্যসমূহৰ পৰিচয় পোৱা যায়। লিখিত বৰ্ণনা কৰা মতে হৰিসেনৰ পিতৃ ধ্ৰুৱভূতি সেই সময়ৰ গুপ্তবংশৰ ৰজা মহাদণ্ডনায়ক এজন বিদ্বান, উচ্চশ্ৰেণীৰ ৰাজনীতিজ্ঞ তথা নিপুণ ব্যৱস্থাপক আছিল। হৰিসেনেও পিতাকৰ দৰে সমুদ্ৰ-গুপ্তৰ ৰাজসভাৰ অগ্ৰণী কবি তথা পৰৰাষ্ট্ৰ সচিব আৰু শেষত ৰজাৰ অনুগ্ৰহত কুমাৰাদিত্যৰ (কলেক্টৰৰ) পৰা দোপতদোপে উন্নতি লাভ কৰি মুখ্য দণ্ডনায়ক পদত অধিষ্ঠিত হয়।

হৰিসেনৰ প্ৰশস্তি চাৰে-ত্ৰিশটা শাৰীৰ আঠটা শ্লোকৰ, দীঘল গদ্য সমন্বিত আৰু শেষত এটা শ্লোকেৰে সমাপ্ত। ই সঁচাকৈয়ে এক উচ্চ শ্ৰেণীৰ কাব্য। হৰিসেনে স্বয়ং লিপিৰ বিষয়ে এইদৰে মন্তব্য ব্যক্ত কৰিছে—"এতচ্চ কাব্যমেষামেৱ ভট্টাৰকপাদানাং দাসস্য সমীপ পৰিসৰ্প সৰ্বানুগ্ৰহোন্মীলিতমতেঃ খাদ্যটপাকিকাস্য মহাদণ্ডনায়ক ধ্ৰুৱভূতি পুত্ৰস্য সন্ধিবিগ্ৰহিক কুমাৰামাত্য মহাদণ্ডনায়ক হৰিসেনস্য সৰ্বভূতি সুখায়স্ত।"

এই লিপি কাব্যৰপৰা সংস্কৃত কাব্য-পৰম্পৰাৰ অতীত বুৰঞ্জীৰ উৎসও বিচাৰি

উলিয়াবলৈ সক্ষম হৈ পৰিছে। সেয়েহে এই লিপিৰ সাহিত্যিক তথা ঐতিহাসিক—দুয়োটা দিশ অতি গুৰুত্বপূৰ্ণ।

হৰিসেনৰ কাব্য গদ্য-পদ্য মিশ্ৰিত। এলাহাবাদৰ লিপি কাব্য-প্ৰতিভাৰ এক উজ্জ্বল চানেকী। লিপিৰ শ্লোকসমূহত বেলেগ বেলেগ ছন্দৰ প্ৰয়োগ দেখা যায়। ৩, ৫ আৰু ৮ নম্বৰ শ্লোকত স্ৰগ্ধৰা, ৪ আৰু ৭ত শাৰ্দূলবিক্ৰিড়ীত, ৬ নম্বৰত মন্দাক্ৰান্তা আৰু ৯ নম্বৰ শ্লোকত পৃথ্বী ছন্দৰ প্ৰয়োগ কৰিছে। গদ্যাংশ দীঘল সমাসযুক্ত হলেও ভাষা সহজ সৰল। হৰিসেনৰ ৰচনা-ৰীতি বৈদৰ্ভ-ৰীতিৰ।

হৰিসেনৰ শব্দ ব্যৱহাৰৰ চতুৰতাও মন কৰিবলগীয়া। সমুদ্ৰগুপ্তক পিতাকে যুৱৰাজ পদত অধিষ্ঠিত হবলৈ কৰা আদেশৰ বৰ্ণনা অতি মনোৰম।

"আৰ্য্যো হীত্যুপগুহ্য ভাবপিশুনৈৰুৎকৰ্ণিতৈ ৰোমভিঃ।
সভ্যেযুচ্ছ্বাসিতেষু তুল্যকুলজ ম্লানাননোদ্বীক্ষিতঃ।
স্নেহব্যালুখিতেন বাষ্পগুৰুণা তত্বেক্ষিণা চক্ষুষা।
যঃ পিত্ৰাভিহিতো নিৰীক্ষ্য নিখিলাং পাহ্যেৱমুৰ্বীমিতি॥

২। গিৰণাৰ লিপি—গিৰণাৰৰ ৰুদ্ৰদামন লিপি ১৫০ খ্ৰীঃত লিখা। লিপিত কাব্যৰ ৰীতি আৰু ব্যাকৰণৰ নিয়ম-প্ৰণালীবোৰ অতি সূক্ষ্মভাৱে পৰ্য্যবেক্ষণ কৰি গদ্যাকাৰত লিখা। অলংকাৰ ব্যৱহাৰতো লিখকৰ প্ৰতিভা কম নহয়। 'অভ্যস্ত-নাম ৰুদ্ৰদামনো' অনুপ্ৰাস অলংকাৰৰ এটা সুনিদৰ্শন। লিপি কঠিন সমাসযুক্ত হলেও লেখনীৰ মাধুৰ্য্যতা তথা ৰসৰ স্বাদুতা ম্লান হোৱা নাই।

৩। নাসিক লিপি—নাসিকৰ শিৰিপুলুমায়ী লিপি প্ৰাকৃত গদ্যত লিখা। ই গিৰণাৰ লিপিৰ সমসাময়িক। লিপিৰ দীঘল সমাসৰ প্ৰয়োগ কৰিৰ কৱি-কৌশল তথা পাণ্ডিত্যৰ সুপৰিচয়। ইয়াত পৰৱৰ্তীকালৰ কাব্যসমূহৰ ৰীতি সুস্পষ্ট। অলংকাৰৰ ফালৰপৰা অনুপ্ৰাসৰ প্ৰয়োগ অতি নিপুণভাৱে কৰিছে। মুঠতে ই সেইসময়ৰ উচ্চস্তৰৰ গদ্য-সাহিত্যৰ এক সুনিদৰ্শন।

৪। মান্দাসৰ লিপি—পণ্ডিত বুহ্লেৰৰ মতে মান্দাসৰৰ সূৰ্য্যমন্দিৰত খোদিত লিপিসমূহ পণ্ডিতপ্ৰবৰ বৎসভট্টিয়ে ৪৭৩-৪ খ্ৰীঃত লিখে। এই লিপিৰ বসন্ত আৰু বৰ্ষাকালৰ বৰ্ণনা অতি কাব্যময় আৰু চিত্তাকৰ্ষক।

মন্দসৰ প্ৰশস্তি ৪৪টা শ্লোকৰ সমষ্টি। প্ৰশস্তিৰ আৰম্ভণিত ভগবান্ ভাস্কৰৰ স্তুতি, তাৰ পিচত দশপুৰৰ (মন্দসৰৰ) হৃদয়গ্ৰাহী বৰ্ণনা পোৱা যায়। গদ্যত ৰচিত মঙ্গলাচৰণেৰে প্ৰশস্তিৰ সমাপ্তি ঘটায়। প্ৰশস্তিৰ শ্লোকসমূহত কুমাৰগুপ্ত,

বিশ্ববৰ্মণ, বযুবৰ্মা, বজ্ৰবৰ্মণ আদি সম্ৰাটসকলৰ বৰ্ণনা বিভিন্ন ছন্দত বৰ্ণিত আছে। মহাকবি কালিদাসৰ ভাবা আৰু ভাষৰ প্ৰতিচ্ছায়া প্ৰশস্তিত স্পষ্টৰূপে পৰিছে।

৫। **নিধানপুৰ তাম্ৰলিপি**—পদ্মনাথ ভট্টাচাৰ্য্য সম্পাদিত কামৰূপ শাসনাৱলীত থকা নিধানপুৰ তাম্ৰলিপিত প্ৰাচীন অসমৰ ৰজা ভাস্কৰবৰ্মাৰ গুণানুকীৰ্তন কৰাৰ উপৰিও আন নখন তাম্ৰলিপিত কামৰূপৰ সনাতন ৰজাৰ শাসন সম্বন্ধে বৰ্ণনা কৰিছে। নিধানপুৰ তাম্ৰলিপিত বৰ্ণনা কৰা মতে মহাৰাজা ভাস্কৰবৰ্মাই বহুতো ব্ৰাহ্মণক ভূমি দান কৰে। লিপিৰ আৰম্ভণিতে ৰজা নৰক, ভগদত্ত, বজ্ৰদত্ত আদি ভাস্কৰবৰ্মাৰ পৌৰাণিক পূৰ্বপুৰুষসকলৰ আৰু পিচত পুষ্যবৰ্মণৰপৰা আৰম্ভ কৰি ভাস্কৰ বৰ্মাৰ জ্যেষ্ঠভ্ৰাতৃ সুস্থিৰবৰ্মণলৈ প্ৰায় বাৰজন ৰজাই ৰাজত্ব কৰাৰ কথা কাব্যৰীতিত অতি সুন্দৰভাৱে বৰ্ণনা কৰা আছে।

ভট্টাচাৰ্য্যৰ মতে এই লিপি থানেশ্বৰ আৰু কনৌজৰ ৰজা হৰ্ষবৰ্দ্ধনৰ ৰাজত্বকালত প্ৰায় ৬০৩ খ্ৰীষ্টাব্দৰ আগভাগত লিখা। ঐতিহাসিক বিশ্লেষণৰপৰা জনা যায় হৰ্ষবৰ্দ্ধনৰ লগত ভাস্কৰবৰ্মাৰ সেই সময়ত প্ৰগাঢ় বন্ধুত্বভাৱ গঢ়ি উঠে। হৰ্ষবৰ্দ্ধন আৰু ভাস্কৰবৰ্মাই যুটিয়াভাৱে গৌড়দেশ জয় কৰাৰ পিচত ভাস্কৰবৰ্মাই কৰ্ণ-সুবৰ্ণত কিছুকাল বিশ্ৰাম লয়। ঘটনা বৰ্ণনাৰ ফালৰপৰা পৰ্য্যবেক্ষণ কৰি এই লিপি সপ্তম শতাব্দীৰ বুলি অনুমান কৰা হৈছে।

নিধানপুৰ তাম্ৰলিপি শিৱৰ স্তুতিৰে আৰম্ভ কৰা হৈছে। ইয়াৰ গদ্যাংশত বাণভট্টৰ প্ৰভাৱ সুস্পষ্ট। যদিও শ্লোকবোৰ আৰ্য্য ছন্দত লিখা, কাব্যকলাৰ ফালৰ-পৰা ই দুৰ্বল। শ্লেষৰ ব্যৱহাৰ বহুল পৰিমাণে পোৱা যায়। গদ্যাংশ দীঘল সমাসযুক্ত আৰু গৌড় ৰীতিত লিখা।

লিপিৰ প্ৰথম শ্লোকত 'ওঁ প্ৰণম্য দেবং শশিশেখৰং' বুলি কৰা বৰ্ণনাত শ্লেষ অলংকাৰৰ উদাহৰণ পোৱা যায়। সেইদৰে দ্বিতীয় শ্লোকত শ্লেষ, তৃতীয় শ্লোকত বিৰোধভাষালংকাৰ, চতুৰ্থ শ্লোকত অপহ্নুতি, ষষ্ঠ শ্লোকত বক্ৰগতিঃ, অষ্টম শ্লোকত ব্যতিৰেক, একাদশ শ্লোকত শ্লেষ, দ্বাদশ শ্লোকত উপমা, চতুৰ্দশ শ্লোকত উপমা আৰু উৎপ্ৰেক্ষা, পঞ্চদশত পূৰ্ণোপমা, সপ্তদশত পূৰ্ণোপমা, ব্যতিৰেক, উপমান আৰু অষ্টাদশ শ্লোকত অধিক অলংকাৰৰ সমাৱেশ পোৱা যায়।

"প্ৰত্যুৰসং বিলসন্তিং তক্ষন ইব যাং মুদা হৰিৰ্বহতি।
সা শ্ৰীৰৰ্থিজনেভ্যঃ ক্ষিতিৰিব বিশ্ৰাণিতা যেন ॥"

উক্ত লিপিৰ ঊনবিংশতি শ্লোকটোৰ কাব্যিক-সৌন্দৰ্য্য অতি চমৎকাৰ। নিধানপুৰ তাম্ৰলিপিৰ গদ্যাংশত উপমা, ৰূপক বা শ্লেষ প্ৰায় প্ৰত্যেকটো শব্দতে বিৰাজমান।

## খণ্ডকাব্য

সপ্তম শতাব্দীৰপৰা অষ্টাদশ শতাব্দীলৈকে—এই সুদীৰ্ঘ কালছোৱাৰ ভিতৰত খণ্ডকাব্যসমূহ ৰচিত হয়। খণ্ডকাব্যসমূহৰ বেছিভাগেই কালৰ গৌতত লুপ্ত হৈ গৈছে, মাথোন বিভিন্ন ইতিহাস গ্ৰন্থৰ বৰ্ণনাতহে সেইবোৰ নাম উল্লেখ থকা পোৱা যায়।

১০০ খ্ৰীঃত মাতৃচেতৰ ৰচিত 'মহাৰাজ কণিষ্ক লেখা' নামৰ গ্ৰন্থখনেই খণ্ড-কাব্য পৰম্পৰাৰ প্ৰথম কাব্য। মাতৃচেত কণিষ্কৰ সমসাময়িক। কণিষ্কই মাতৃচেতক বৌদ্ধধৰ্মৰ গভীৰ তত্ত্বসমূহ সহজ সৰল ভাষাত ব্যাখ্যা কৰিবৰ অৰ্থে আমন্ত্ৰণ কৰি কাশ্মীৰত বৌদ্ধ-সংগতি আয়োজন কৰে। কিন্তু বৃদ্ধ অৱস্থাহেতু মাতৃচেত ৰাজসভালৈ যাব নোৱাৰি বৌদ্ধৰ মূলনীতি তথা নৈতিক জীৱনৰ আদৰ্শ চিঠিৰ ৰূপত পদ্য ছন্দত লিখি কণিষ্কলৈ পঠাই দিয়ে। এই পত্ৰসমূহ 'মহাৰাজ কণিষ্ক লেখা' নামে তিব্বতী সংগ্ৰহালয়ত আজিও সুৰক্ষিত হৈ আছে। এওঁ 'চতুঃশতক' আৰু 'অধ্যৰ্ধশতক' নামৰ দুখন স্তুতিকাব্য লিখে। বৰ্তমান তিব্বতী ভাষাত এই দুখন গ্ৰন্থৰ অনুবাদ পোৱা যায়।

৪০০ খ্ৰীষ্টাব্দত আৰ্য্যাসুৰে 'পৰিমিতা সমাস' নামৰ এখন মনোমহা কাব্য তিব্বতীৰপৰা সংস্কৃতলৈ অনুবাদ কৰে। এই খণ্ডকাব্যখন ছয়টা সৰ্গ আৰু ৩৬৪টা শ্লোকৰ সমষ্টি। তদুপৰি আৰ্য্যসুৰে কাব্যাত্মক ৰূপত 'জাতকমালা' আৰু কৰ্মফলৰ ওপৰত এখন দাৰ্শনিক সূত্ৰ গ্ৰন্থ লিখে। পৰৱৰ্তীকালত এই সূত্ৰগ্ৰন্থখন ৪২৪ খ্ৰীষ্টাব্দত চীনভাষাত অনুবাদ হয়।

সপ্তম শতাব্দীত চক্ৰ কবিয়ে 'জানকী পৰিণয়' নামৰ আঠটা সৰ্গৰ খণ্ডকাব্য এখন লিখে। জৈন কবি 'ধনঞ্জয়' সপ্তম শতাব্দীত 'বিষাপহাৰস্তোত্ৰ' নামৰ ৩৯টা ইন্দ্ৰবজ্ৰা বৃত্তৰ এখন খণ্ডকাব্য প্ৰণয়ন কৰে। এওঁৰ 'ৰাঘৱপাণ্ডৱীয়' মহাকাব্যৰ আলমত কবিৰাজ ( ১২০০ খ্ৰীঃত ), ৰামচন্দ্ৰ ( ১৫৫২ খ্ৰীঃত ), চিদম্বৰ ( ১৬০০ খ্ৰীঃত ), বেংকটাধ্বাৰী ( ১৬৫০ খ্ৰীঃত ), মেঘবিজয়গণি ( ১৬৭০ খ্ৰীঃত ), হৰিদত্তসুৰি ( ১৭৬০ খ্ৰীঃত ) আদি কবিসকলে বহুতো খণ্ডকাব্য ৰচনা কৰে। আচাৰ্য্য জিনসেনে ( ৭০০ শক সংবৎ ) ৩৩৪টা মন্দাক্ৰান্তা ছন্দত 'পাৰ্শ্বাভ্যুদয়' আৰু তেওঁৰ শিষ্য গুণভদ্ৰই 'আত্মানুশাসন' নামৰ ২৭২টা পদ্যৰ এখন খণ্ডকাব্য লিখে। ৯০০ খ্ৰীষ্টাব্দত নৈয়ায়িক জয়ন্তৰ পুত্ৰ অভিনন্দই বাণভট্টৰ 'কাদম্বৰী'ৰ কথাবস্তুখিনি সংক্ষিপ্ত আকাৰে লিখি 'কাদম্বৰী-কথাসাৰ' নামেৰে ৮টা সৰ্গৰ

এখন খণ্ডকাব্য লিখে। সেই কালছোৱাৰ ভিতৰতে জৈনকবি সোমেশ্বৰে 'নীতি-বাক্যামৃত' নামৰ এখন গ্ৰন্থ লিখে।

মহাকবি পুষ্পদন্তই ১০ শতাব্দীত 'ণায়কুমাৰ-চৰিউ' (নাগকুমাৰ-চৰিত) আৰু 'জসহৰ-চৰিউ' (যশোধৰ-চৰিত) নামৰ দুখন অপভ্ৰংশ ভাষাত খণ্ডকাব্য লিখে। মালৱদেশৰ পৰমাৰবংশীয় ৰজা বাক্‌পতি ৰাজাৰ সভাপণ্ডিত অমিতগতিয়ে ১০ শতাব্দীত 'ধৰ্মপৰীক্ষা', পঞ্চসংগ্ৰহ, ১২০টা পদ্যৰ সংকলন 'সামায়িক পাঠ' আৰু ৩২টা পদ্যৰ সংকলন 'দ্বাত্ৰিংশিকা' নামৰ চাৰিখন কাব্য লিখে। সেই একে সময়তে বাদিৰাজসূৰি 'যশোধৰ চৰিত' আৰু ২৪টা পদ্যৰ স্তোত্ৰগ্ৰন্থ 'একীভাৱস্তোত্ৰ' নামৰ দুখন সৰস কাব্য লিখি নিজ পাণ্ডিত্যৰ পৰিচয় দিয়ে। ৰাষ্ট্ৰকূটৰ ৰজা কৃষ্ণ তৃতীয়ৰ সমকালীন হলায়ুধ কবিয়ে 'কবিৰহস্য' আৰু জৈনকবি মল্লিসেনে ১১ শতাব্দীত পঞ্চসৰ্গাত্মক 'নাগকুমাৰ কাব্য' লিখে। নাগকুমাৰৰ খণ্ডকাব্যখনৰ ৰচনাশৈলী অতি সৰল আৰু হৃদয়গ্ৰাহী। সেই একে শতাব্দীতে বাদীভসিংহই 'গদ্যচিন্তামণি' আৰু 'ক্ষত্ৰচূড়ামণি' নামৰ দুখন খণ্ডকাব্য সংস্কৃত সাহিত্য-ভাণ্ডাৰলৈ আগবঢ়ায়। ইয়াৰ প্ৰথমখন বাণৰ কাদম্বৰীৰ আৰু ধনপালৰ 'তিলকমঞ্জৰী'ৰ প্ৰভাৱত প্ৰভাৱান্বিত গদ্যময় কাব্য আৰু দ্বিতীয়খন 'পঞ্চতন্ত্ৰ' আৰু হিতোপদেশৰ আলমত পদ্যাকাৰত ৰচিত।

তেৰ শতাব্দীত আশাধৰে 'ভৰতেশ্বৰাভ্যুদয় কাব্য' আৰু 'ৰাজমতী-বিপ্ৰলম্ভ' নামৰ দুখন খণ্ডকাব্য ৰচনা কৰে। চৈধ্য শতাব্দীত বিজয়নগৰৰ ৰজা হৰিহৰৰ ৰাজসভাৰ কবি সোলংবৰাজে পাঁচটা সৰ্গত 'হৰিবিলাস' নামৰ খণ্ডকাব্য এখন ৰচনা কৰে। পোন্ধৰ শতাব্দীত মালাবাৰ নিবাসী সুকুমাৰে চাৰিটা সৰ্গত 'কৃষ্ণবিলাস' নামৰ এখন কাব্য লিখে। চিদম্বৰম্‌ৰ এজন অজ্ঞাতনামা কবিয়ে ১৬ শতাব্দীত ত্ৰিসন্ধান-পদ্ধতিৰ ওপৰত 'ৰাঘৱপাণ্ডৱয়াদবীয়' নামৰ এখন খণ্ডকাব্য লিখে। ৰাম, পাণ্ডৱ আৰু কৃষ্ণৰ কথাই উক্ত কাব্যৰ বিষয়-বস্তু। একে শতাব্দীতে সূৰ্য্যদেৱে ৩৬টা ছন্দত 'ৰামকৃষ্ণ' নামৰ এখন কাব্য লিখে।

১৫৪২ খ্ৰীঃত ৰামচন্দ্ৰ ভট্টই 'ৰসিক-ৰঞ্জন' কাব্য লিখে। কাঞ্চী নিবাসী দাৰ্শনিক কবি বেংকটাধ্বৰী ১৬৫০ খ্ৰীঃত 'যাদৱৰাঘৱীয়' নামৰ ৩০টা শ্লোকৰ টীকাসহ এখন কাব্য লিখে। জৈন কবি শ্ৰুতসাগৰে 'যশস্তিলক চন্দ্ৰিকা,' 'শ্ৰীপালচৰিত' আৰু 'যশোধৰচৰিত' নামৰ খণ্ডকাব্য কেইখন ১৩ শতাব্দীত ৰচনা কৰে। সেই একে সময়তে আচাৰ্য্য শুভচন্দ্ৰই 'চন্দ্ৰপ্ৰভ-চৰিত', 'পদ্মনাভ-চৰিত', 'জীৱনধৰ-চৰিত', 'ছন্দনা কথা' আৰু 'নন্দীশ্বৰ কথা' নামৰ কাব্য কেইখন লিখে।

তাঞ্জোৰৰ ৰজা শাহজীৰ ৰাজসভাৰ কবি ৰামভদ্ৰই সুপ্ৰসিদ্ধ বৈয়াকৰণ পতঞ্জলিৰ জীৱন-চৰিতৰ ওপৰত 'পতঞ্জলি-চৰিত' কাব্য লিখে। ভট্টাৰক জ্ঞানভূষণৰ প্ৰশিষ্য বাজিৰাজে 'শ্ৰীপাল আখ্যান', 'সুলোচনা-চৰিত' আৰু 'যশোধৰ-চৰিত' নামৰ তিনিখন সুন্দৰ সাৱলীল ভাষাত খণ্ডবাক্য প্ৰণয়ন কৰে। হৰিদত্তসূৰি ১৮-শতাব্দীত বিসন্ধান-পদ্ধতিত 'ৰাঘৱনৈষধীয়' নামৰ এখন কাব্য লিখে। ই দুটা সৰ্গৰ সমষ্টি। ৰামলীলা বিষয়ক ১২০টা ছন্দৰ 'ৰামলীলামৃত' আৰু ৬২০টা ছন্দৰ 'চিত্ৰবন্ধ-ৰামায়ণ' নামৰ দুখন কাব্যৰ পাণ্ডুলিপি এতিয়াও অপ্ৰকাশিত অৱস্থাত থকা বুলি জনা যায়।

ইয়াৰ বাহিৰেও কামিল বুল্কৰ মতে বিশ্বনাথে 'ৰাঘৱবিলাস', সোমেশ্বৰে 'ৰামশতক', মুদ্গলভট্টই 'ৰামাৰ্যশতক', আৰু কৃষ্ণেন্দ্ৰ কবি 'আৰ্য্যৰামায়ণ' ৰচনা কৰে।

প্ৰকৃততে পৰ্য্যবেক্ষণ কৰি চালে সংস্কৃত খণ্ডকাব্যৰ সীমা-সংখ্যা নাই। এতিয়াও বহুতো সাঁচিপাতৰ পুথিত ভাৰত তথা বিদেশৰ সংগ্ৰহালয়বোৰত সুৰক্ষিত হৈ আছে। সংস্কৃত খণ্ডকাব্য আজিও গৱেষণাৰ বিষয় হৈ আছে। স্বনামধন্য যশস্যাশালী বহুতো কবিৰ নাম আজিও অজ্ঞাত।

## ঐতিহাসিক কাব্য

প্ৰাচীন ভাৰতত ইতিহাস-চৰ্চা নথকা বুলি কবলৈ যদিও বহুতে প্ৰয়াস কৰে, বেদ ৰচনাৰ লগে লগে যে ইতিহাসবো সৃষ্টি হৈছিল ঋক্-সংহিতাৰ মন্ত্ৰবোৰেই তাৰ প্ৰমাণ। ছান্দোগ্য উপনিষদত সনৎ কুমাৰৰ ওচৰত ব্ৰহ্মবিদ্যা শিকাৰ সময়ত নাৰদে যি শিক্ষা লাভ কৰিছিল, সেই ইতিহাস পুৰাণক পঞ্চমবেদ নামে অভিহিত কৰিছে।

যাস্কই নিৰুক্তত ঋচাবোৰক বিশদীকৰণ কৰিবলৈ ব্ৰাহ্মণগ্ৰন্থ তথা প্ৰাচীন মুনিসকলৰ আখ্যানবোৰক 'ইতিহাসমাচক্ষতে' বুলি কৈ উদ্ধৃতি দিছে। 'ইতি ঐতিহাসিকাঃ'—বুলি বেদাৰ্থ নিৰূপণ কৰা ভিন্ ভিন্ সম্প্ৰদায়সকলৰ ভিতৰত ঐতিহাসিক সম্প্ৰদায়ো যে এটা আছিল তাৰ নিৰুক্তত স্পষ্টভাৱে উল্লেখ আছে।

বেদৰ যথাৰ্থ অৰ্থ বুজাবৰ উদ্দেশ্যেই পুৰাণ অধ্যয়নৰ আৱশ্যক অকল নহয়। ব্যাসৰ মতে বেদৰ যথাৰ্থ অৰ্থ ইতিহাস আৰু পুৰাণৰ দ্বাৰা হোৱা উচিত, কাৰণ ইতিহাস পুৰাণ অনভিজ্ঞ পুৰুষে বেদাৰ্থ সহজে হৃদয়ঙ্গম কৰাটো সহজসাধ্য নহয়।

ৰাজশেখৰে উপবেদবোৰক ইতিহাসত অন্যতম স্থান দিছে। ইতিহাসৰ আৱশ্যকতা আৰু ইয়াৰ সৰ্বতোমুখী প্ৰভাৱৰ উল্লেখ কৰি আচাৰ্য্য কৌটিল্যই কৈছে—অথৰ্ববেদ আৰু ইতিহাস দুয়ো বেদ। ইয়াত ইতিহাসৰ অন্তৰ্গত পুৰাণ, ইতিবৃত্ত, আখ্যায়িকা, উদাহৰণ, ধৰ্মশাস্ত্ৰ আৰু অৰ্থশাস্ত্ৰ আটাইবোৰৰে সমাবেশ ঘটিছে। আচাৰ্য্য কৌটিল্যৰ উক্ত মন্তব্যৰপৰা পুৰাণৰ বাহিৰেও ইতিহাসকাব্যৰ স্বতন্ত্ৰ অস্তিত্ব পোৱা যায়। অৱশ্যে পাশ্চাত্য আৰু ভাৰতীয় ইতিহাসৰ মাজত যি প্ৰভেদ পৰিলক্ষিত হয় সি হৈছে—পাশ্চাত্য ইতিহাস ঘটনা-প্ৰধান অৰ্থাৎ, ইয়াৰ যুদ্ধ-বিগ্ৰহাদি ঘটনাৰ বিৱৰণ বৰ্ণনা কৰাই মুখ্য উদ্দেশ্য। কিন্তু ভাৰতীয় কল্পনাৰ অনুসাৰে ঘটনা বৈচিত্ৰ্যৰ বিশেষ মহত্ত্ব নাই। আমাৰ জীৱন-যাত্ৰাৰ সুন্দৰ শুধৰণিৰ বাবে যিবোৰৰ আৱশ্যক সেইবোৰহে ভাৰতীয় ইতিহাসত সন্নিবেশ কৰা হৈছিল। জনগণৰ মাজত এটা মহৎ আদৰ্শ দাঙি ধৰাটোৱেই আছিল ভাৰতীয় ইতিহাসৰ থাই উদ্দেশ্য।

প্ৰাচীন ভাৰতীয় কবিসকলে ৰাজসভাত থাকি ৰজাৰ গুণানুকীৰ্ত্তন কৰি লিখা কাব্যসমূহক বৈজ্ঞানিক ভিত্তিত লিখা ইতিহাস বুলি স্বীকাৰ কৰাটো অনুচিত। কাৰণ তাত ৰজাসকলৰ গুণানুকীৰ্ত্তনৰ বাহিৰে আনকি চন, তাৰিখ আদিৰো উল্লেখ থকা পোৱা নাযায়।

প্ৰাচীন সংস্কৃত সাহিত্যত ইতিহাসৰ সমল চাৰি প্ৰকাৰে পোৱা যায়—(ক) কিছু-মান গ্ৰন্থকাৰৰ স্বৰচিত গ্ৰন্থত পূৰ্ববৰ্ত্তী ঐতিহাসিক গ্ৰন্থৰ উল্লেখ, (খ) দানপত্ৰ, প্ৰশস্তি আদিত, (গ) ৰামায়ণ, মহাভাৰত আৰু পুৰাণাদি গ্ৰন্থত, (ঘ) কাব্য-ৰূপত লিখা ঐতিহাসিক ঘটনাত। অৱশ্যে আমি ইয়াত ইতিহাস কাব্যসমূহৰহে আলোচনা কৰিম।

ঐতিহাসিক কাব্যসমূহ—

১। **কৌমুদীমহোৎসৱ**—৪০০ খ্ৰীঃত ৰচিত এই গ্ৰন্থখনত গুপ্তকালীন ঐতিহাসিক ঘটনাবোৰ সুচাৰুৰূপে বৰ্ণনা কৰা আছে।

২। **হৰ্ষচৰিত**—হৰ্ষচৰিতৰ ৰচক বাণভট্ট সংস্কৃত কাব্য-সাহিত্যৰ এজন প্ৰসিদ্ধ কবি। সংস্কৃত কবিসকলৰ ভিতৰত এওঁ এজন শীৰ্ষস্থানীয় কবিয়েই নহয়, এওঁ গদ্যসাহিত্যৰ গুৰু। বাণভট্ট আছিল হৰ্ষবৰ্দ্ধনৰ ৰাজসভাৰ কবি। এতেকে এওঁৰ আবিৰ্ভাৱ কাল সপ্তম শতাব্দী।

বাণভট্টৰ হৰ্ষচৰিত আটাইতকৈ প্ৰাচীন আখ্যায়িকা। ই আঠাটা উচ্ছ্বাসৰ সমষ্টি। প্ৰথম দুই উচ্ছ্বাসত বাণভট্টই নিজৰ বিস্তৃত পৰিচয় দিছে। পিচৰ

উজ্জ্বলাবোৰত মহাৰাজ হৰ্ষবৰ্দ্ধনৰ চৰিত্ৰ বৰ্ণনা কৰিছে। "ওজঃ সমাসভূয়স্ত্বমেতদ্ গদ্যস্য জীৱিতম্"—সেই সময়ত সমাসৰ বহুলতাই গদ্যৰ জীৱন বুলি ধৰা হৈছিল। এই সাহিত্যিক ৰীতি অনুসাৰে বাণভট্টই হৰ্ষচৰিত ৰচনা কৰে। ই বাণভট্টৰ প্ৰথম গ্ৰন্থ।

৩। **সেতুবন্ধ**—সপ্তম শতাব্দীত কাশ্মীৰৰ ৰজা প্ৰৱৰসেনে 'সেতুবন্ধ' নামৰ এখন ঐতিহাসিক কাব্য লিখে। 'সেতুবন্ধ' কাব্যখন 'ৰাৱণবধ' বা 'দশমুখবধ' নামেৰেও জনাজাত। দণ্ডীয়ে এই কাব্যখনক 'সাগৰঃ সূক্তিৰত্নানাম্' অৰ্থাৎ সূক্তিৰত্নৰ সমুদ্ৰ বুলি প্ৰশংসা কৰিছে। সেতুবন্ধ ১৫টা আশ্বাসৰ সমষ্টি। ইয়াত সেতুবন্ধনৰপৰা আৰম্ভ কৰি ৰাৱণবধলৈকে প্ৰৌঢ় ৰীতিত বৰ্ণনা কৰিছে।

৪। **গউডবহো**—ই অষ্টম শতাব্দীত ৰচিত ১২০৮ গাথাৰ সমষ্টি। কান্য-কুব্জৰ ৰজা যশোবৰ্মাৰ ৰাজসভাৰ কবি বাক্‌পতিৰাজৰ মহাৰাষ্ট্ৰী প্ৰাকৃতত লিখা এখন ঐতিহাসিক কাব্য। যশোবৰ্মাৰ দ্বাৰা গৌড়দেশৰ ৰজাৰ পৰাজয় বৰণেই কাব্যৰ বিষয়বস্তু। পিচত যশোবৰ্মাই কাশ্মীৰৰ ৰজা ললিতাদিত্যৰ হাতত পৰাজয় হৈ মৃত্যুবৰণ কৰে।

ঐতিহাসিক দিশৰপৰা ইয়াৰ মূল্য কম। কিন্তু কবিতাৰ দৃষ্টিকোণৰপৰা ই প্ৰাকৃত সাহিত্যৰ এক দেদীপ্যমান ৰত্ন। বাক্‌পতিৰাজে 'মধুমথ বিজয়' নামৰ আন এখন কাব্য ৰচনা কৰে, কিন্তু এতিয়াও তাক উদ্ধাৰ কৰিব পৰা নাই।

৫। **যশোধৰচৰিত**—অষ্টম শতাব্দীত কনকসেন বাদিৰাজৰ দ্বাৰা ৰচিত 'যশোধৰচৰিত' ঐতিহাসিক আৰু ধাৰ্মিক দুয়োটা দৃষ্টিকোণৰপৰা এখন উচ্চখাপৰ গ্ৰন্থ।

৬। **নৱসাহসাংক চৰিত**—সিন্ধুৰাজৰ জ্যেষ্ঠ ভ্ৰাতৃ ৰজা মুঞ্জৰ ৰাজসভাৰ কবি পদ্মগুপ্ত বা পৰিমল গুপ্তই ১০ শতাব্দীত 'নৱসাহসংক-চৰিত' নামেৰে এখন ঐতিহাসিক কাব্য ৰচনা কৰে। ১৮টা সৰ্গত বিভক্ত এই কাব্যখনত নাগ-ৰাজকুমাৰী শশীপ্ৰভাৰ লগত ধাৰাৰ প্ৰসিদ্ধ ৰজা ভোজৰ পিতৃ সিন্ধুৰাজৰ বিবাহ বৰ্ণনা কৰা আছে। ৰজা সিন্ধুৰাজে মৃগয়া কৰিবলৈ গৈ সোণৰ শিকলি ডিঙিত বন্ধা থকা হৰিণ এটা দেখা পাই বাণ নিক্ষেপ কৰে। হৰিণটোৱে বাণবিদ্ধ হৈ অসহ্য যন্ত্ৰণাত চটফটাই পলাই গৈ শশীপ্ৰভাৰ ওচৰ চাপে, কাৰণ ই আছিল ৰাজ-কুমাৰীৰ পোহনীয়া হৰিণ। ৰাজকুমাৰীয়ে বাণবিদ্ধ হৰিণৰ গাত থকা শৰ-পাতৰপৰা ৰজা সিন্ধুৰাজৰ নামটো জানিব পাৰিলে। ৰজাইয়ো হৰিণটোৰ অনুসন্ধান কৰি পথপৰিশ্ৰমত ক্লান্ত হৈ এটা সৰোবৰৰ পাৰত উপস্থিত হ'লত-

তাত তেওঁ মুক্তাত খোদিত থকা হাৰ এডাল পাই জানিব পাৰিলে সেইডাল হাৰ শশীপ্ৰভাৰ। ৰাজকুমাৰীৰ ৰূপ-লাৱণ্যৰ কথা শুনি ৰজাই তেওঁক পত্নীৰূপে পাবলৈ অভিলাষ কৰি নাগৰাজক পৰাস্ত কৰি ৰাজকুমাৰীক বিয়া কৰায়।

ইয়াৰ ১২ সৰ্গত সিন্ধুৰাজৰ পূৰ্ববৰ্তী আটাইবোৰ পৰমাৰবংশীয় ৰজালকলৰ কালক্ৰম অনুসৰি বৰ্ণনা কৰা আছে, যাৰ সত্যতা শিলালিপিসমূহৰপৰা প্ৰমাণিত হৈছে। কাব্য-কৌশলৰ দৃষ্টিকোণৰপৰা ই বৈদৰ্ভী-ৰীতিৰ আৰু শৃঙ্গাৰ ৰসৰ এখন উৎকৃষ্ট কাব্য। প্ৰাকৃতিক বৰ্ণনাতো কবি সিদ্ধহস্ত। অলংকাৰৰ ফালৰ-পৰা উপমা আদিৰ প্ৰয়োগ অতি মনোৰম। এই কাব্যখন পৰমাৰবংশৰ ইতিহাসৰ বাবে উপযোগী।

৭। **ৰাজতৰঙ্গিনী**—ঐতিহাসিক কাব্য-পৰম্পৰাত লিখা আটাইবোৰৰ ভিতৰত বিজ্ঞান-সম্মত গ্ৰন্থ হৈছে কলহনৰ 'ৰাজতৰঙ্গিনী'। ইয়াত কাশ্মীৰৰ নৃপতিসকলৰ ইতিহাস বহুত প্ৰাচীন কালৰপৰা আৰম্ভ কৰি ১২ শতাব্দীলৈ সাঙ্গোপাঙ্গ ৰূপত বৰ্ণনা কৰিছে। কাশ্মীৰৰ ৰজা জয়সিংহৰ (১১২৭-১১৪৯ খ্ৰীঃত) ৰাজত্বকালত কলহনে এই গ্ৰন্থখন ৰচনা কৰে।

কলহনৰ জন্ম হয় কাশ্মীৰৰ এক সম্ভ্ৰান্ত ব্ৰাহ্মণ পৰিয়ালত। এওঁৰ পিতৃ 'চনক' বা চম্পক মহাৰাজ হৰ্ষৰ (১০৮৯-১১০৯-ৰ) ৰাজমন্ত্ৰী আছিল। হৰ্ষৰ মৃত্যুৰ পিচত এওঁ ৰাজনীতিৰপৰা আঁতৰি আছে। এওঁৰ খুৰাক কনকও ৰজা হৰ্ষৰ প্ৰিয়পাত্ৰ আছিল। পিছে হৰ্ষৰ মৃত্যুৰ পিচত তেওঁও কাশীলৈ আহি বৈৰাগ্যময় জীৱন যাপন কৰে। কলহনে পিতাক আৰু খুৰাকৰ সংস্পৰ্শত থকা হেতু কাশ্মীৰৰ ৰাজনৈতিক ইতিহাস লিখাত যথেষ্ট সুবিধা পায়।

কলহনে 'ৰাজতৰঙ্গিনীত' তেওঁৰ পূৰ্ববৰ্তী কেইজনমান ইতিহাসকাৰ আৰু কবিৰ সুন্দৰ পৰিচয় দিছে। বৰ্ণনাৰপৰা এওঁৰ পূৰ্ববৰ্তী বহুতো মহত্বপূৰ্ণ ইতিহাস-গ্ৰন্থৰ অস্তিত্বৰ অনুসন্ধান পোৱা যায়, আৰু বিৱৰণৰপৰা এইটো প্ৰতীয়মান যে এই বিচিত্ৰ ইতিহাসসমূহৰ আধাৰত কলহনে ৰাজতৰঙ্গিনী ৰচনা কৰে।

পূৰ্ববৰ্তী প্ৰাচীন কবি এজনৰ সম্বন্ধে কলহনে এইদৰে কৈছে—মহাব্ৰতী অৰ্থাৎ পাশুপতব্ৰতৰ দ্বাৰা দীক্ষিত 'হেলৰাজ' নামক ব্ৰাহ্মণ কবি এজনে ১২ হাজাৰ শ্লোকেৰে 'পাৰ্থিৱাৱলি' নামৰ এখন গ্ৰন্থ ৰচনা কৰে। ইয়াৰ আধাৰত পদ্মমিহিৰে নিজ গ্ৰন্থত মহাৰাজ অশোকৰ পূৰ্বজ লৱ আদি আঠজন ৰজাৰ উল্লেখ কৰে। সেইদৰে ছৱিল্লাকৰ নামৰ কবিয়ে নিজ গ্ৰন্থত অশোকৰপৰা আৰম্ভ কৰি

অভিনন্দলৈকে পাঁচজন ৰজাৰ ঘটনা বৰ্ণনা কৰিছে। কলহনৰ মতে কবি ক্ষেমেন্দ্ৰই 'সুব্ৰত'ৰ পিচত 'নৃপাৱলী' নামে এখন ইতিহাস গ্ৰন্থ লিখে।

সংস্কৃত সাহিত্যত কলহনৰ এক বিশিষ্ট স্থান আছে। ঘটনাৰ কালক্ৰম অনুসাৰে নিবন্ধ কৰা তথা ইয়াৰপৰা উপদেশ গ্ৰহণ কৰা কলাৰ প্ৰচাৰ সৰ্বপ্ৰথম এওঁ কৰে। ৰাজতৰঙ্গিনীত পৌৰাণিক কালৰপৰা আৰম্ভ কৰি ১২ শতাব্দী-লৈকে বিস্তৃত তথা ক্ৰমবদ্ধ ৰাজনৈতিক আৰু সাংস্কৃতিকৰ ওপৰত ইতিহাস লিখা দেখিবলৈ পোৱা যায়। কলহনে অকল ৰজা-মহাৰজাসকলৰ সময় আৰু যুদ্ধ-বিগ্ৰহাদিৰ ওপৰতেই গুৰুত্ব দিয়া নাই, সাংস্কৃতিক, অৰ্থনৈতিক তথা সামাজিক দিশৰ পিনেও বিশেষভাৱে লক্ষ ৰাখিছে।

৮। **বিক্ৰমাঙ্কদেৱ-চৰিত**—কাশ্মীৰৰ মহাকবি বিল্হনে 'বিক্ৰমাঙ্কদেৱ-চৰিত' ৰচনা কৰে। এওঁৰ প্ৰপিতামহৰ নাম মুক্তিকলস, পিতামহৰ নাম ৰাজকলশ আৰু পিতৃৰ নাম জ্যেষ্ঠকলশ। এওঁৰ মাতৃৰ নাম আছিল নাগাদেৱী। বিল্হনে কাশ্মীৰপৰা মথুৰা, কনৌজ, প্ৰয়াগ, কাশী আদি ভ্ৰমণ কৰি দক্ষিণ ভাৰতৰ কল্যাণদেশৰ চালুক্যবংশীয় প্ৰসিদ্ধ ৰজা ষষ্ঠ বিক্ৰমাদিত্যৰ (১০৭৬-১১২৭ খ্ৰীঃত) পৃষ্ঠপোষকতাত ১৮টা সৰ্গত বিক্ৰমাদিত্যৰ গুণানুকীৰ্তন তথা তেওঁৰ বংশৰ বিস্তৃত বৰ্ণনা কৰি 'বিক্ৰমাঙ্কদেৱ-চৰিত' ৰচনা কৰে। বিল্হনে বিক্ৰমাদিত্যৰ দিগ্বিজয়ী ককায়েক দ্বিতীয় সোমেশ্বৰৰ সিংহাসনচ্যুতি, চোলসকলৰ লগত যুদ্ধ আদি বহুতো ঐতিহাসিক ঘটনা এই কাব্যত সন্নিবেশ কৰে। কাব্যখন বীৰৰস প্ৰধান হলেও শৃঙ্গাৰ তথা কৰুণ ৰসবো প্ৰাধান্য কম নহয়।

৯। **কুমাৰপাল-চৰিত**—জৈন আচাৰ্য্য হেমচন্দ্ৰই চালুক্য ৰাজ কুমাৰপালৰ চৰিত্ৰ বিস্তৃতভাৱে বৰ্ণনা কৰি 'কুমাৰপাল-চৰিত' নামক মহাকাব্য ৰচনা কৰে। এই কাব্যখনৰ ২৮টা সৰ্গৰ ভিতৰত ২০টা সৰ্গ সংস্কৃতত আৰু শেষৰ আঠোটা প্ৰাকৃত ভাষাত ৰচিত। দুটা ভাষাত ৰচিত বাবে ইয়াৰ আন এটা নাম 'দ্ব্যাশ্ৰয় কাব্য'। হেমচন্দ্ৰ ৰচিত সংস্কৃত তথা প্ৰাকৃত ব্যাকৰণৰ উদাহৰণবোৰ ইয়াত সন্নিবেশ কৰা আছে। গুজৰাটৰ প্ৰসিদ্ধ চালুক্যৰাজ কুমাৰপালৰ ইতিবৃত্ত জানিবৰ বাবে এইখন নিতান্ত উপাদেয় কাব্য।

ইয়াৰ উপৰিও ১২ শতাব্দীত যশশ্চন্দ্ৰই 'মুদ্ৰিত কুমুদচন্দ্ৰ', মংখকে 'শ্ৰীকণ্ঠ-চৰিত' আৰু জল্হনে 'সোমপালবিজয়' নামৰ ঐতিহাসিক কাব্য লিখে।

আকৌ, সন্ধ্যাকৰ নন্দীয়ে 'ৰামপাল-চৰিত'ত বঙ্গৰ ৰজা ৰামপাল (১১০৪-১১৩০ খৃঃত) ঐতিহাসিক ঘটনা বৰ্ণনা কৰে। সেইদৰে 'পৃথ্বীৰাজৰ-

বিজয়', জয়ন্তবিজয়, সুকৃত সংকীৰ্তন, হম্মীৰমদমৰ্দন, বসন্তবিলাস, সুৰথোৎসৱ, কীৰ্তিকৌমুদী, মোহপৰাজয়, চন্দ্ৰপ্ৰভা-চৰিত, জগডু-চৰিত, গঙ্গাদেৱীৰ 'মথুৰা-বিজয়', দ্বিতীয় ৰাজনাথৰ 'সালুভাভ্যুদয়, তৃতীয় ৰাজনাথৰ 'অচ্যুতৰায়াভ্যুদয়', বাসুদেৱৰথৰ 'গঙ্গাবংশানু-চৰিত', গঙ্গাধৰৰ 'গঙ্গাদান প্ৰতাপ বিলাস', তিৰুমলাম্বাৰ 'ৱৰদাম্বিকা-পৰিণয়-চম্পূ' আৰু বামনভট্ট বাণৰ 'বেমভূপাল-চৰিত'ত পৰ্য্যাপ্ত ঐতিহাসিক ঘটনা সিঁচৰিত হৈ আছে।

তাঞ্জোৰৰ ৰজা ৰঘুনাথৰ (১৬১৪-১৬৩২ খৃঃত) ঐতিহাসিক ঘটনাৰ আধাৰত যজ্ঞনাৰায়ণে 'সাহিত্য-ৰত্নাকৰ' আৰু 'ৰঘুনাথ-বিলাস' আৰু ৰামভদ্ৰাম্বাই 'ৰঘুনাথাভ্যুদয়' নামৰ ঐতিহাসিক কাব্য ৰচনা কৰে। এই শ্ৰেণীৰ ঐতিহাসিক কাব্যৰ ভিতৰত কবি কদ্ৰৰ 'ৰাষ্ট্ৰৌঢৰংশ' মহাকাব্য, দেৱবিমলগণিৰ 'হীৰসৌভাগ্য', দেৱৰাজৰ 'বালমাৰ্তণ্ডবিজয় আৰু বাণেশ্বৰৰ 'চিত্ৰচম্পূ' উল্লেখযোগ্য।

নৱম অধ্যায়

# গীতি-কাব্য

গীতি-কাব্য সংস্কৃত সাহিত্যৰ এক পৰম ৰমণীয় অঙ্গ স্বৰূপ। হৃদয়ৰ ৰাগাত্মক ভাৱনাক ছন্দবদ্ধ ৰূপত প্ৰকাশ কৰাটোৱেই গীতিকাব্যৰ মূল উদ্দেশ্য। গীতিকাব্যত গীতাত্মকথা থকা উচিত, কিন্তু এই কাব্য যি কবিৰ আত্মভূতিৰ ওপৰত আধাৰিত, অগেয় হলেও গীতিকাব্যৰ ভিতৰত সি সোমাই পৰে আৰু ইয়াৰ বিপৰীত কেৱল আত্মানুভূতিশূন্য, বাহ্যাভিব্যঞ্জক ৰচনাও গীতি-কাব্যৰ ভিতৰত পৰে। সেইবাবেই প্ৰসিদ্ধ সংস্কৃতজ্ঞ কৰত্ৰয়ী শ্ৰীমহাদেৱীয়ে কৈছে—"সাধাৰণতঃ গীত ব্যক্তিগত সীমাত সুখদুখাত্মক অনুভূতিৰ শব্দৰূপ, যাক নিজ ধ্বন্যাত্মকতাত পাব পাৰি।" ইয়াত তেওঁ সংগীতাত্মকতাক গৌণ আৰু ধ্বন্যাত্মকতাক প্ৰমুখ্য স্থান দিছে।

সংস্কৃত গীতি-কাব্য মুক্তক অৰ্থাৎ কবিতা তথা প্ৰবন্ধ দুয়ো প্ৰকাৰে পোৱা যায়। বাহ্যি উপকৰণৰপৰা মুক্তহৈ স্বয়ং ৰসযুক্ত হোৱাটোৱেই মুক্তকৰ লক্ষ। ইয়াক আয়ত্ত কৰিবলৈ বাহিৰা সামগ্ৰীৰ আৱশ্যকতাবোধ নকৰে। ইয়াৰ ৰসপানত পাঠকৰ হৃদয় আনন্দত আপ্লুত হয়। আলংকাৰিক আনন্দবৰ্ধনে মুক্তক সম্বন্ধে এইদৰে কৈছে—"মুক্তকেষু হি প্ৰবন্ধেষু ইব ৰসবান্ধাভিনিবেশিনঃ কবয়ো দৃশ্যন্তে।" ভৰ্তৃহৰিৰ তথা অমৰুৰ শতকেই মুক্তকৰ উত্তম উদাহৰণ। প্ৰবন্ধাত্মক গীতিকাব্যৰ ভিতৰত কালিদাসৰ মেঘদূত তথা ইয়াৰ অনুকৰণত লিখা 'সন্দেহ' বা 'দূতকাব্য'-বোৰেই সুন্দৰ দৃষ্টান্ত। গীতিকাব্যত মধুৰ পদাৱলীৰ লগত সঙ্গীতময় ছন্দবো প্ৰয়োগ কৰা হয়। শৃঙ্গাৰ, নীতি, বৈৰাগ্য তথা প্ৰাকৃতিক দৃশ্যাৱাজিৰ বহুল বৰ্ণন গীতিকাব্যত সন্নিবেশ কৰা থাকে। ৰমণীৰ সৌন্দৰ্য্য যিমান সুন্দৰ তথা স্বাভাৱিক ৰূপে পোৱা যায়, আন সাহিত্যত দুৰ্লভ। শৃঙ্গাৰৰ ভিন্ ভিন্ অৱস্থাৰ মাৰ্মিক চিত্ৰণ এই কাব্যৰ ডাঙৰ বৈশিষ্ট্য।

গীতিকাব্যত নাৰীপ্ৰেমৰ উদাত্ততা তথা বিশুদ্ধতাৰ পৰিচয় পোৱাৰ উপৰিও প্ৰকৃতি চিত্ৰণৰও প্ৰমুখ স্থান দেখা যায়। বাহ্য তথা অন্তঃপ্ৰকৃতি—এই দুয়োটাক বৰ সজীৱতাৰে ইয়াত বৰ্ণনা কৰিছে। মিলন-বিৰহ উভয় অৱস্থাত প্ৰকৃতিয়ে মানৱ-হৃদয়ত প্ৰভাৱ পেলাইছে। উৎপ্ৰফুল্লিত মানৱ হৃদয়ৰ আনন্দ প্ৰকৃতিৰ সৌন্দৰ্য্যই যেনেকৈ দুগুণে বৃদ্ধি কৰিছে, আনহাতে, হৃদয়ৰ বিষাদ ছাঁ গাঢ়ৰূপে ৰেখাপাত কৰিছে।

**গীতি-কাব্যৰ প্ৰকাৰ**—সংস্কৃত সাহিত্যত গীতি-কাব্য কেবা প্ৰকাৰৰ। ইয়াক প্ৰধানকৈ দুইভাগত বিভক্ত কৰা হৈছে—স্তোত্ৰকাব্য বা ভক্তিকাব্য আৰু শৃঙ্গাৰকাব্য বা সন্দেশকাব্য।

স্তোত্ৰকাব্য বা ভক্তিকাব্যত আধ্যাত্মিক ভাৱনাত অভিভূত হৈ অন্তৰৰ ঐকান্তিক হৃদয়োদ্গাৰ প্ৰৱলৰূপে প্ৰবাহিত হয়। ইয়াৰ বাহিৰে যিবিলাক গীতি-কাব্যত শৃঙ্গাৰ ভাৱৰ প্ৰাধান্যতা বেছি, সেইবিলাক সন্দেশ কাব্যৰ অন্তৰ্গত। আত্মনিবেদনৰ তীব্ৰ অনুভূতি শৃঙ্গাৰ কাব্যৰ বিশিষ্টতা। সংস্কৃত কাব্যত শৃঙ্গাৰ কাব্য কেবা প্ৰকাৰৰ। তাৰ ভিতৰত দূতকাব্যসমূহেই প্ৰধান। এই দূত-কাব্যবোৰত প্ৰেমিক নাইবা প্ৰেমিকাই কোনোবা দূতৰ জৰিয়তে নিজৰ প্ৰণয় বাৰ্তা প্ৰেৰণ কৰে।

অৱশ্যে অশ্বঘোষৰ সৌন্দৰনন্দত গীতিকাব্যৰ প্ৰথম চানেকী পৰিলক্ষিত হয়। পৰবৰ্তীকালৰ কালিদাসৰ মেঘদূত আৰু ঋতুসংহাৰ, জয়দেৱৰ গীতগোবিন্দ এই শ্ৰেণীৰ পূৰ্ণাঙ্গ ৰূপ। তাৰ পিচতহে ৰচনা হয় ভক্তিকাব্যৰ মুখ্য উদ্দেশ্য শৃঙ্গাৰ-প্ৰধান, কিন্তু পিচলৈ কবিসকলে শান্তৰসৰ পুষ্টি সাধন কৰিবলৈ ইয়াক ব্যৱহাৰ কৰে। উদাহৰণস্বৰূপে 'মনোদূত' শান্তৰসৰ গীতিকাব্য।

## সন্দেশ কাব্য বা দূতকাব্য

১। **মেঘদূত**—ভাৰতৰ কবি সম্ৰাট কালিদাসৰ দ্বাৰা মন্দাক্ৰান্তা ছন্দত বিৰচিত মেঘদূত গীতিকাব্যৰ আদি গ্ৰন্থ। মূলতঃ ইয়াৰ বিষয়বস্তু হৈছে—আকাশত বাৰিষাৰ মেঘ দেখা দিয়াৰ লগে লগে অদম্যবাসনাত ব্যাকুল হৈ যক্ষই জড়চেতনৰ কথা পাহৰি গৈ মেঘক প্ৰিয়তমাৰ ওচৰলৈ বাতৰি নিবলৈ অনুৰোধ কৰিছে। ধনপতি কুবেৰৰ শাপত নিৰ্বাসিত বিৰহী যক্ষৰ মনোব্যথাৰ এক সুন্দৰ চিত্ৰণ অঙ্কন কৰিছে। মেঘদূত কালিদাসৰ মানৱ-প্ৰকৃতি তথা বাহ্য-প্ৰকৃতিৰ সূক্ষ্ম নিৰীক্ষণৰ ভব্য ভাণ্ডাৰ। ইয়াত বাহ্য-প্ৰকৃতিৰ যি প্ৰাধান্য পোৱা যায় আন কাব্যত অতি বিৰল। প্ৰাকৃতিক দৃশ্যত বিজ্ঞানসন্মত কথাৰ পৰ্য্যাপ্ত সন্নিবেশ আছে। যক্ষ তথা তেওঁৰ প্ৰেয়সীৰ বিৰহ অৱস্থা বৰ্ণনা কৰি কবিয়ে মানৱ হৃদয়ৰ মাৰ্মিক মনোহৰ চিত্ৰ দাঙি ধৰিছে। মেঘদূত বস্তুতঃ বিৰহ-পীড়িত উৎকণ্ঠিত হৃদয়ৰ মৰ্মভেদী-বেদনা, য'ত প্ৰত্যেক শ্লোকত প্ৰেমৰ বিহ্বলতা, বিৱশতা তথা বিকলতা প্ৰকাশ পাইছে। পূৰ্বমেঘ বাহ্য প্ৰকৃতিৰ

মনোৰম চিত্ৰ আৰু উত্তৰমেঘ অন্তঃপ্ৰকৃতিৰ অনুভৱত প্ৰতিফলিত গভীৰ বৰ্ণনা।

কালিদাসৰ এই গীতিকাব্যখনৰ লোকপ্ৰিয়তাৰ হেতু ভাৰতীয় ভাষাৰ বাহিৰেও ইংৰাজী, জাৰ্মান, তিব্বতী তথা চীন আদি ভাষালৈ অনুবাদ হয়। 'মেঘদূতৰ' প্ৰাচীনতম অনুবাদ ১৩ শতাব্দীত তিব্বতী ভাষাত পোৱা যায়। ইয়াৰ এখন তাঞ্জোৰৰ গ্ৰন্থালয়ত সুৰক্ষিত কৰি ৰখা হৈছে। এই অনুবাদৰ অৱলম্বনত জাৰ্মান পণ্ডিত ডঃ বেখে (Dr. Beckh-এ) 'মেঘদূত-কাব্য' জাৰ্মান ভাষালৈ অনুবাদ কৰে।

১৮৮৩ খ্ৰীঃত শ্ৰীলংকাৰ পণ্ডিত টি. বি. পানবোটে নামৰ পণ্ডিত এজনে 'মেঘদূত' কাব্যৰ সিংহলী অনুবাদ প্ৰকাশ কৰে। পণ্ডিত এচ. এচ. উইলচনে ১৮১৩ খ্ৰীঃত ইংৰাজী আৰু পণ্ডিত বোন আৰু গ্ৰিল্ডমীষ্টে লেটিন ভাষালৈ মেঘদূত অনুবাদ কৰে।

জাৰ্মান পণ্ডিত মেক্সমূলাৰে ১৮৪৭ খ্ৰীঃত জাৰ্মান ভাষাত 'মেঘদূত' অতি সুন্দৰভাৱে অনুবাদ কৰে। সেইদৰে আমেৰিকান পণ্ডিত আৰ্থাৰ ৰাইডৰে মেঘদূত কাব্যখন হুবহু অনুবাদ কৰে। পণ্ডিত মোনক্ৰেচে মেঘদূত সম্বন্ধে এইদৰে মন্তব্য দিছে—"ইউৰোপতেই নহয়, সমগ্ৰ বিশ্বতেই এনেকুৱা গ্ৰন্থ বিৰল।"

১। **ঘটকৰ্পৰ কাব্য**—বিক্ৰমাদিত্য ৰজাৰ ৰাজসভাৰ পণ্ডিত এজনৰ দ্বাৰা ৰচিত ঘটকৰ্পৰ কাব্যৰ বিষয়বস্তু মূলতঃ মেঘদূতৰ অনুকৰণত লিখা। দূৰস্থিত প্ৰেমিকাৰ ওচৰলৈ বিৰহ-ব্যাকুলা ৰমণীয়ে বাৰ্তা পঠাবলৈ মেঘক দূতৰূপে নিযুক্ত কৰিছে। কাব্যশাস্ত্ৰৰ প্ৰসিদ্ধ আচাৰ্য্য অভিনৱগুপ্তই ইয়াৰ ওপৰত এটা টীকা লিখে।

ঘটকৰ্পৰ আৰু কালিদাসৰ ৰচনাই পৰৱৰ্তীকালৰ কাব্য-সাহিত্যত যথেষ্ট প্ৰভাৱ পেলায়। কৃষ্ণমাচাৰ্য্যৰ 'মেঘসন্দেশবিমৰ্শ', কৃষ্ণমূৰ্তিৰ 'যক্ষোল্লাস', ৰামশাস্ত্ৰীৰ 'মেঘপ্ৰতিসন্দেশ', ৰানচন্দ্ৰৰ 'ধনবৃম্'ত কাব্য দুখনৰ প্ৰভাৱ পৰিলক্ষিত হয়।

৩। **পাৰ্শ্বাভ্যুদয়**—জৈন কবি জিনসেন জৈন তীৰ্থংকৰ ভগবান্ পাৰ্শ্বনাথৰ জীৱন-চৰিতৰ ওপৰত চাৰিটা সৰ্গত 'পাৰ্শ্বাভ্যুদয়' কাব্য-ৰচনা কৰে। ইয়াৰ ৩৬৪টা শ্লোকৰ ভিতৰত প্ৰায় ১২০টা মেঘদূতৰ শ্লোক আছে।

৪। **নেমিদূতকাব্য**—সেইদৰে বিক্ৰম কবিয়ে স্বামী নেমিনাথৰ জীৱনীৰ ওপৰত 'নেমিদূত' কাব্য লিখে। ইয়াতো 'মেঘদূত'ৰ ১২৫টা শ্লোক উদ্ধৃত আছে।

৫। **পৱনদূত**—ধোয়ী বিৰচিত পৱনদূত নামৰ গীতিকাব্যখন মেঘদূতক

অনুকৰণ কৰি লিখা। ৰজা লক্ষ্মণসেনাই দিগ্বিজয় কৰিবলৈ যোৱাত মলয় পৰ্বতৰ গন্ধৰ্বকন্যা কুৱলয়ৱতীৰ প্ৰণয়পাশত আবদ্ধ হয় আৰু দক্ষিণ-পূৱ বতাহক দূতৰূপে পঠায়—এইয়েই কাব্যৰ বিষয়বস্তু।

১২ শতাব্দীৰ বঙ্গৰ ৰজা লক্ষ্মণসেনৰ সভাপণ্ডিত আৰু সুপ্ৰসিদ্ধ কবি জয়-দেৱৰ সহকাৰী পণ্ডিত ধোয়ীৰ 'পৱনদূত' ১৩ শতাব্দীৰ এখন প্ৰভাৱশালী কাব্য। ১৩ শতাব্দীত অৱধূতৰাম যোগীয়ে ১৩৮টা শ্লোকাত্মক কাব্য 'সিদ্ধদূত' লিখে। এই শতাব্দীতে আব্দুল ৰহমান নামৰ এজন মুছলমান কবিয়ে অপভ্ৰংশ ভাষাত 'সন্দেশৰাসক' নামৰ এখন সুন্দৰ দূতকাব্য ৰচনা কৰে। ১৫ শতাব্দীত বিষ্ণুদাসৰ 'মনোদূত', ১৬ শতাব্দীত মাধৱ কবীন্দ্ৰ ভট্টাচাৰ্য্যই 'উদ্ধৱদূত' আৰু ১৭ শতাব্দীত গৌড়ীয় সম্প্ৰদায়ৰ কবি ৰূপগোস্বামী 'উদ্ধৱসন্দেশ' কাব্য লিখে। চৈতন্য মহা-প্ৰভুৰ শিষ্য ৰূপগোস্বামী নামৰ আন এজন কবিয়ে 'হংসদূত' কাব্য লিখে। ১৭ শতাব্দীত কদ্ৰন্যায় বাচস্পতিয়ে 'পিকদূত' ভট্টাৰক জানকুৰ পৰ প্ৰশিষ্ট বাদিবাদে 'পৱনদূত' নামৰ গীতিকাব্য ৰচনা কৰে। বঙ্গদেশৰ ৰজা ৰঘুনাথৰ আদেশমতে ১৬৩৭ শতক শ্ৰীকৃষ্ণ সাৰ্বভৌমই 'পাদাঙ্কদূত' লিখে। ইয়াৰ উপৰিও চাতকদূত, কোকিলদূত আদি অনেক দূতকাব্য সংস্কৃত সাহিত্যত বিদ্যমান।

সংস্কৃত সাহিত্যত গীতিকাব্যৰ লোকপ্ৰিয়তা উপৰোক্ত আলোচনাৰপৰাই সহজে উপলব্ধি কৰিব পাৰি। 'ইণ্ডিয়া অফিচ লণ্ডন'ৰ সূচীপত্ৰত সংস্কৃত আৰু প্ৰাকৃতৰ অনেক অপ্ৰকাশিত দূতকাব্যৰ উল্লেখ থকা দেখা যায়।

**শৃঙ্গাৰ-কাব্য**—দূতকাব্যৰ এই সুদীৰ্ঘ পৰম্পৰাৰ বাহিৰে গীতিকাব্যৰ ক্ষেত্ৰত শৃঙ্গাৰ শৈলীৰ কাব্য পৰ্য্যাপ্ত পৰিমাণে পোৱা যায়।

১। **গাথাসপ্তশতী**—প্ৰাচীনকালৰপৰাই প্ৰাকৃত ভাষাত গীতি-কাব্য ৰচিত হয়। সাতবাহন বংশীয় ৰজা হালে 'গাথাসপ্তশতী'ত সৰস শৃঙ্গাৰিক গাথাবোৰ সংকলিত কৰে। এই গ্ৰন্থখন প্ৰথম শতাব্দীত মহাৰাষ্ট্ৰীয় প্ৰাকৃতত ৰচনা হয়। হালে লিখিছে যে তেওঁ একোটি গাথা পঢ়ি তাৰপৰা সাতশ গাথা একত্ৰ সংগ্ৰহীত কৰিছে। এই গাথাবোৰ শৃঙ্গাৰ ৰসেৰে ভৰপুৰ। সপ্তশতীত মানৱ-জীৱনৰ বিবিধ অৱস্থাৰ সজীৱ চিত্ৰণ দাঙি ধৰিছে। গ্ৰাম্যজীৱনৰ সৰলতা তথা স্বাভাৱিকতাৰ লগত এই গাথাবোৰৰ ওতঃপ্ৰোত সম্বন্ধ।

২। **ঋতুসংহাৰ**—মহাকবি কালিদাসৰ ঋতুসংহাৰ শৃঙ্গাৰ কাব্যৰ অন্তৰ্গত। ইয়াত ছয়ঋতু বৰ্ণনা কৰাৰ লগতে প্ৰত্যেক ঋতুৰ আগমনত বাহ্যিক জগত তথা মানৱ হৃদয়ত যি পৰিৱৰ্তন দেখা যায়, আৰু প্ৰেমিক-প্ৰেমিকাৰ অন্তৰত যি অপূৰ্ব

তাৰ বৈচিত্ৰ্যৰ সৃষ্টি কৰে, সেইবোৰেই কাব্যৰ বক্তব্য বিষয়। ১২ শতাব্দীৰ পিচত কালিদাস নামৰ আন এজন কবিয়ে 'শৃঙ্গাৰ-তিলক', 'পুষ্পবাণতিলক' আৰু 'ৰাক্ষসকাব্য' নামৰ তিনিখন শৃঙ্গাৰ গীতি-কাব্য প্ৰণয়ন কৰে।

৩। অমৰুশতক—বস্তুতঃ অমৰু বা অমৰুক নামৰ এজন ঐতিহাসিক ব্যক্তিয়ে 'অমৰুশতক' ৰচনা কৰে। অমৰু নৱম শতাব্দীৰ পূৰ্বৰ কবি। কাৰণ এওঁৰ কাব্যক আনন্দবৰ্ধনে ধ্বন্যালোকত মুক্তকণ্ঠে প্ৰশংসা কৰিছে—

"মুক্তকেষু হি প্ৰবন্ধেষিব ৰসবন্ধাভিনিবেশিনঃ কৱয়ো দৃশ্যন্তে। তথা হ্যমৰুক-কস্য কবেঃ মুক্তকাঃ শৃঙ্গাৰস্যন্দিনঃ প্ৰবন্ধায়মানাঃ প্ৰসিদ্ধা এব।" আনন্দবৰ্ধনৰ মতে অমৰুকৰ মুক্তকত ৰস আৰু ভাবৰ সমতা দৃশ্যমান।

ইয়াত ভিন্ ভিন্ অৱস্থাত ৰমণীৰ জীৱন তথা প্ৰেমৰ কথা বৰ্ণনা কৰা আছে। ই এশ শ্লোকৰ সমষ্টি। কিংবদন্তি মতে শঙ্কৰাচাৰ্য্যই মণ্ডনমিশ্ৰৰ পত্নী ভাৰতীৰ আগত ৰতিশাস্ত্ৰবিষয়ক প্ৰশ্নৰ যথাযথ উত্তৰ দিবলৈ অসমৰ্থ হৈ অমৰু নামৰ এজন ৰজাৰ মৃতদেহত থাকি অন্তপুৰত ৰাণীৰ সৈতে বহুদিন বাস কৰি ৰতি সম্বন্ধে অনেক জ্ঞান লাভ কৰে আৰু সেই ৰতি সম্বন্ধীয় অভিজ্ঞতাৰে 'অমৰুশতক নামৰ কাব্যখন ৰচনা কৰে। ইয়াত কবিৰ ভাবৰ গভীৰতা, ভাষাৰ লালিত্য, প্ৰেমৰ ভাবাবেগ অতি সুস্পষ্টৰূপে প্ৰকাশ পাইছে।

অমৰুকৰ কবিতা অতি মনোগ্ৰাহী। শাৰ্দূলবিক্ৰীড়িতৰ নিচিনা ডাঙৰ ছন্দ প্ৰয়োগ কৰিলেও এওঁৰ কবিতাত দীঘল দীঘল সমাসৰ সমাবেশ ঘটা নাই। অমৰুক হৈছে ৰসকবি। এওঁ শৃঙ্গাৰ ৰসৰ সুন্দৰ নিদৰ্শন দাঙি ধৰিছে গীতি-কাব্য অমৰুশতকত।

৪। গীতগোবিন্দ—১২ শতাব্দীৰ বঙ্গদেশৰ বিদ্যোৎসাহী ৰজা লক্ষ্মণ-সেনৰ ৰাজসভাৰ কবি জয়দেৱৰ গীত-গোবিন্দ ভক্তি ভাৱনা তথা প্ৰেম-ভাৱনাৰ এক সুন্দৰ গীতি-কাব্য। ই ১২টা সৰ্গৰ সমষ্টি। ৰাধা-কৃষ্ণৰ ললিত লীলাই মূলতঃ ইয়াৰ বিষয়-বস্তু। বিৰহিণী ৰাধিকাৰ চকুজুৰিৰপৰা নিগৰি ওলোৱা চকুলোক ৰাহুৱে দাঁতেৰে কামুৰি ধৰাত চন্দ্ৰমাৰপৰা ওলাই অহা অমৃতধাৰাৰ লগত কৰা তুলনা অতি মনোহৰ।

"বহতি চ বলিত-বিলোচন জলধৰ মানন কমলমুদাৰম্।
বিধুমিব বিকট বিধুন্তু দন্ত দলন গলিতামৃতধাৰম্॥"

উপমা আৰু উৎপ্ৰেক্ষা অলংকাৰৰ প্ৰয়োগ ইয়াত সঘনে হৈছে। কাব্যখনৰ আটাইতকৈ ডাঙৰ বৈশিষ্ট্য হ'ল প্ৰেমৰ উদাত্ত ভাৱনা। ৰাধা-কৃষ্ণৰ প্ৰেমৰ

নির্মলতা তথা আধ্যাত্মিকতা ইয়াত অভিব্যক্ত কৰা হৈছে। শৃঙ্গাৰ শিৰোমণি কৃষ্ণ ভগৱন্তৰ প্ৰতিনিধি আৰু প্ৰেমি-গোপীসকল জীৱৰ প্ৰতীক। ৰাধাকৃষ্ণৰ মিলন জীৱ-ব্ৰহ্মৰ মিলন।

কীথে গীতগোবিন্দক আধ্যাত্মিক প্ৰেমৰ কাব্য বুলি মন্তব্য প্ৰকাশ কৰিছে :

...it must not be forgotten that the religion of Joyadeva was the fervent krsna worship which found in the god the power which is ever concerned with all the wishes, the hopes and fears of men, which, if in essence infinite and ineffable, yet expresses itself in the form of krsna, and which sanctions in his amours the loves of mankind."

জাৰ্মান পণ্ডিত ৰুকেৰ্টে ইয়াক জাৰ্মান ভাষালৈ অনুবাদ কৰে। 'গীতগোবিন্দ'ৰ অনুকৰণত লিখা কাব্যৰ ভিতৰত হৰিশঙ্কৰ আৰু প্ৰভাকৰৰ দ্বাৰা ৰচিত 'গীত-ৰাঘৱ' নামৰ দুখন কাব্য শ্ৰীহৰ্য্যাচাৰ্য্য কৃত 'জানকী গীতা', হৰিনাথ কৃত 'ৰাম বিলাস,' বিশ্বনাথ সিংহ কৃত 'সঙ্গীত ৰঘুনন্দন' আদিয়েই প্ৰধান।

৫। নীতিশতক, শৃঙ্গাৰশতক আৰু বৈৰাগ্যশতক—সপ্তম শতাব্দীত ভৰ্তৃহৰিয়ে যথাক্ৰমে উক্ত নীতিপৰক, শৃঙ্গাৰপৰক আৰু জ্ঞানপৰক গীতি-কাব্য কেইখন ৰচনা কৰে। নীতিশতকত এওঁ উদাত্ত গুণ গ্ৰহণ কৰিবলৈ আগ্ৰহ দেখুৱাইছে, যিবোৰ অনুশীলন সমগ্ৰ মানৱ সমাজৰেই মঙ্গলকাৰক। এওঁ মানৱ-জীৱন সদ্গুণৰ অধিকাৰী হোৱাটোকে বিচাৰে। ভৰ্তৃহৰিৰ মতে আনৰ ক্ষুদ্ৰগুণকো বিশাল পৰ্বতৰ সমান উচ্চ কৰি চিত্তত পৰম সন্তোষ লাভ কৰা জনেই বাস্তৱিকতে সাধুপুৰুষ।

শৃঙ্গাৰশতকত কবিয়ে শৃঙ্গাৰৰ চিকমিকনিৰ চিত্ৰণ কৰা নাই, বৰং নাৰী হৃদয়ৰ প্ৰকৃত জ্ঞান লিপিবদ্ধ কৰিছে। প্ৰেমৰ দ্বাৰা প্ৰভাৱিত প্ৰেমিক-প্ৰেমিকাৰ চিত্তত যি প্ৰবৃত্তিৰ ললিত খেল দেখুৱায় তাক কবিয়ে সূক্ষ্ম দৃষ্টিৰ নিৰীক্ষণ কৰিছে। কিন্তু কবি এই ললিত লীলাৰ বিষম পৰিণামৰ বিষয়ৰ লগতো বেচ পৰিচিত।

বৈৰাগ্যশতকত ভৰ্তৃহৰিয়ে সন্তোষজনক পৰম সুখ আৰু বৈৰাগ্যক ইয়াৰ একমাত্ৰ সাধন বুলি কৈছে।

জাৰ্মান পণ্ডিত মেক্সমূলাৰৰ মতে 'বাক্যপদীয়' নামৰ ব্যাকৰণৰ ৰচক ভৰ্তৃ-

হৰিয়েই উক্ত শতক তিনিখনৰ ৰচক। আকৌ বহুতৰ মতে ভট্টিকাব্য লিখক ভৰ্তৃহৰিয়েই ইয়াৰ ৰচক।

৬। চৌৰপঞ্চাশিকা—১০৮০ খ্রীঃ কাশ্মীৰ নিবাসী বিল্হনে চৌৰপঞ্চাশিকা নামৰ গীতি-কাব্যখন ৰচনা কৰে। ই বিল্হনৰ পঞ্চাশটা শ্লোকেৰে লিখা প্রেমিক-প্রেমিকাৰ লগত হোৱা মধুৰ মিলন কাহিনী। বিল্হন আছিল গুজৰাটৰ ৰজা বৈৰিসিংহৰ কন্যাৰ শিক্ষাগুৰু। কালক্রমত বিল্হন আৰু ৰাজকন্যাৰ মাজত গভীৰ প্রেম গঢ়ি উঠে। সেই কথা ৰজাৰ কাণত পৰিলত ৰজাই খঙত অগ্নি-শৰ্মা হৈ তেওঁক মৃত্যুদণ্ডৰ আদেশ দিয়ে। যথাসময়ত তেওঁক বধ্যস্থানলৈ লৈ যোৱা হ'ল। সেই সময়ত কবিয়ে বাটে বাটে চন্দ্ৰকলাৰ উদ্দেশ্যে মুখে মুখে পঞ্চাশটা শ্লোক ৰচনা কৰি শেষৰ শ্লোকটো গাই থাকোঁতে ঘাতকে ৰজাৰ ওচৰলৈ গৈ সকলোবোৰ কথাৰ আদ্যোপান্ত বিৱৰি ক'লে। তেতিয়া ৰজাই বিল্হনৰ প্রতি সন্তুষ্ট হৈ নিজ কন্যাক তেওঁৰ হাতত অৰ্পণ কৰে।

**স্তোত্ৰকাব্য বা ভক্তিকাব্য**—গীতি-কাব্যৰ অন্তৰ্গত স্তোত্ৰকাব্য ধৰ্মপৰক হেতুকে সমাজত বিশেষকৈ ভক্তি-ভাৱনা প্রধান সমাজত অতি প্রিয়। ইয়াৰ অনুৰাগ আৰু বিৰাগ দুয়ো প্রকাৰ ভাৱনাৰ লগত ওতঃপ্রোত সম্বন্ধ।

স্তোত্ৰকাব্যৰ ৰচনা কিছু পদ্যাত্মক, কিছু দণ্ডক আৰু কিছু গদ্যাত্মক। গদ্যাত্মক গীতি-কবিতাৰ পৰম্পৰা বৈদিক কাল ৰামায়ণ আৰু মহাভাৰত কালৰপৰা প্রচলিত।

স্তোত্ৰ কাব্যসমূহৰ ভিতৰত কালিদাসৰ 'শ্যামলা-দণ্ডক' অতি প্রাচীন; কিন্তু ইয়াৰ ৰচক মহাকবি কালিদাস নহয় বুলি প্রমাণিত হৈছে। ই আন কোনোবা কালিদাসৰহে ৰচনা।

**শিৱমহিম্নঃ স্তোত্ৰ**—ভগৱান শঙ্কৰৰ স্তোত্ৰসমূহৰ ভিতৰত শিৱমহিম্নঃ স্তোত্ৰৰ স্থান আগশাৰীত। আচাৰ্য্য পুষ্পদন্ত নামৰ এজন ব্যক্তিয়ে এই স্তোত্ৰ ৰচনা কৰে বুলি জনা যায়। ৰাজশেখৰে এওঁৰ এক পদ্যাংশ কাব্যমীমাংসাত উদ্ধৃত কৰাৰ-পৰা অনুমান হয় এওঁৰ আবিৰ্ভাৱকাল দশম শতকৰ পূৰ্বৰ। শিখৰিণী বৃত্তত লিখা ইয়াৰ শ্লোকসমূহ অতি দাৰ্শনিক ভাৱপূৰ্ণ। সাহিত্যিক দৃষ্টিকোণৰপৰা এই স্তোত্ৰসমূহৰ সুন্দৰতা নিতান্ত মনোৰঞ্জক। শিৱৰ স্তুতিত কবিয়ে কৈছে—

'অসিতগিৰি সমং স্যাৎ কজ্জলং সিন্ধু পাত্রে।
সুৰতৰুৱৰশাখা লেখনী পত্রমুৰ্বী॥

লিখতি যদি গৃহীত্বা শাৰদা সৰ্বকালম্।
তদপি তব গুণানামীশ পাৰং ন যাতি।"

**সূৰ্য্যশতক**—ময়ূৰভট্ট আৰু বাণ শ্ৰীহৰ্ষৰ ৰাজসভাৰ কবি। কোনো কাৰণবশতঃ ময়ূৰভট্টৰ কুষ্ঠৰোগ হোৱাত, ৰোগৰ নিবাৰণৰ বাবে স্ৰগ্‌ধৰা ছন্দত সূৰ্য্যদেৱতাৰ স্তৱ ৰচনা কৰে। স্ৰগ্‌ধৰা ছন্দত লিখা কাব্যৰ ভিতৰত এইখনেই প্ৰথম। কবিয়ে সূৰ্য্যদেৱতাৰ ভিন্ ভিন্ অঙ্গ আৰু ৰথ, ঘোঁৰা আদি সাধনৰ বৰ্ণনাত পূৰ্ণ-ৰূপে সফল হৈছে।

**চণ্ডীশতক**—বাণ ভট্টৰ ময়ূৰ ভট্টৰ সমকালীন কবি। এওঁ 'চণ্ডীশতক' নামৰ স্ৰগ্‌ধৰা ছন্দত ভগৱতী দুৰ্গাক স্তুতি কৰি লিখা এখন প্ৰশস্ত স্তুতি কাব্য। চণ্ডী-শতকত কবিয়ে দীঘল দীঘল সমাস আৰু অনুপ্ৰাস, উৎপ্ৰেক্ষা আদি অলংকাৰ, ব্যৱহাৰ কৰি ৰচনাশৈলী চমৎকাৰ কৰি তুলিছে।

**শঙ্কৰাচাৰ্য্য**—বাণ আৰু ময়ূৰৰ প্ৰায় পঞ্চাশ বছৰৰ ভিতৰত শঙ্কৰাচাৰ্য্য নামে এজন মহাপুৰুষৰ জন্ম হয়। এওঁ আছিল ভগৱানৰ এক দিব্য বিভূতি, যাৰ কীৰ্ত্তিকৌমুদী আজিও তেওঁৰ প্ৰশান্তৰূপৰ দ্বাৰা জগতক প্ৰদ্যোতিত কৰি ৰাখিছে। এওঁ আছিল অদ্বৈতবাদৰ প্ৰতিষ্ঠাপক। পৰমাৰ্থ দৃষ্টিৰপৰাও এওঁ অদ্বৈত তথা মায়াবাদৰ পৰম প্ৰতিষ্ঠাপক, ব্যৱহাৰ জগতত নানা দেৱ-দেৱতাৰ উপাসনা এওঁৰ অভীষ্ট। নিৰ্গুণ ব্ৰহ্মক পাবলৈ সগুণ ব্ৰহ্মৰ উপসনা নিতান্ত দৰকাৰ। সেইবাবে শঙ্কৰাচাৰ্য্যই উপাস্য ব্ৰহ্মৰ প্ৰতিনিধিভূত বিষ্ণু, শিৱ, গণপতি, শক্তি হনুমান আদি নানা দেৱ-দেৱীৰ পৰম ৰমণীয় স্তুতি ৰচনা কৰে।

আচাৰ্য্য শঙ্কৰৰ কবিতা নিঃসন্দেহে ৰসভাৱ নিৰন্তৰা, আনন্দৰ অক্ষয় সোঁত, উজ্জ্বল অৰ্থ-ৰত্নৰ মনোৰম আকৰ, কমনীয় কল্পনাৰ সুনিদৰ্শন। এওঁৰ স্তোত্ৰৰ সঙ্গীত মাধুৰীত শ্ৰোতাৰ মন তৎক্ষণাৎ আকৃষ্ট হয়। এওঁৰ স্তোত্ৰসমূহৰ ভিতৰত 'অন্নপূৰ্ণাদশক, অন্নপূৰ্ণাষ্টক, কনকধাৰাস্তৱ, দক্ষিণামূৰ্ত্তি-অষ্টক, ৰামভুজঙ্গস্তোত্ৰ, লক্ষ্মীনৃসিংহ স্তোত্ৰ, বিষ্ণুপাদাদিকেশান্ত বৰ্ণন, শিৱভুজাঙ্গ স্তোত্ৰ, শিৱানন্দলহৰী আৰু সৌন্দৰ্য্য লহৰীয়েই প্ৰধান।

**মুকুন্দমালা**—কুলশেখৰে মুকুন্দমালা নামৰ বৈষ্ণৱ স্তোত্ৰ ৰচনা কৰে। কুল-শেখৰ দশম শতিকাৰ ত্ৰিবাঙ্কুৰ ৰাজ্যৰ ৰজা বুলি জনা যায়। এওঁ ৰচিত মুকুন্দমালা স্তোত্ৰ বৈষ্ণৱ স্তোত্ৰসমূহৰ মুকুট-মণি। কবিয়ে কেতিয়াবা নিজৰ দীন-হীন অৱস্থাৰ বৰ্ণনা কৰি আত্মবিস্মৃত হৈ গৈছে, আৰু কেতিয়াবা ভগৱানৰ

বিৰাটৰূপ বৰ্ণনত চমকি উঠিছে। ইয়াৰ শ্লোক সংখ্যা ৩৬টি মাথোন। শ্লোকবোৰ মানব-হৃদয়ক চমকিত কৰা বিচিত্ৰ শক্তিসম্বলিত।

"দিবি বা ভুবি বা মমাস্তু বাসো নৰকে বা নৰকান্তক-
প্ৰকামম্।
অৱধীৰিত শৰদাৰবিন্দৌ চৰণৌ তে মৰণেৎপি
চিন্তয়ামি॥"

অৰ্থাৎ, "মোৰ নিবাস ভূগৰ্ভত হওঁক অথবা স্বৰ্গত হওঁক ; হে নৰক বিদ্ধংকাৰী ভগৱান্! মোৰ স্থিতি নৰকত নহওঁক লাগে কিয়, শৰত কালত প্ৰস্ফুটিত হোৱা পদ্মফুলৰ শোভাক তিৰস্কৃত তোমাৰ চৰণক মই মৰণতো সদায় স্মৰণ কৰিব পাৰো।"

**আলবন্দাৰ স্তোত্ৰ**—যামুনাচাৰ্যাই দশম শতাব্দীত আলবন্দাৰ স্তোত্ৰ ৰচনা কৰি দক্ষিণ ভাৰতত বৈষ্ণৱ ধৰ্মীয় উপদেশ প্ৰচাৰ কৰে। ভক্তসকলে এই স্তোত্ৰক 'স্তোত্ৰৰত্ন' নামেৰেও নামাকৰণ কৰিছে।

**কৃষ্ণকৰ্ণামৃত**—লীলাশুকৰ 'কৃষ্ণকৰ্ণামৃত' মহাপ্ৰভু চৈতন্যদেৱৰ প্ৰিয়স্তোত্ৰ বুলি কোৱা হয়। চৈতন্যদেৱে এই স্তোত্ৰ দক্ষিণ ভাৰতৰপৰা আনে। এই স্তোত্ৰসমূহে ভক্তগণৰ কাণত অমৃতৰস বৰ্ষণ কৰে। ইয়াৰ ভাব যেনে সুন্দৰ ভাষাও তেনে সুললিত।

**লক্ষ্মী-সহস্ৰ**—'লক্ষ্মী-সহস্ৰ'ৰ ৰচক বেংকটাধ্বৰি মাদ্ৰাজৰ বৈষ্ণৱ কবি। এওঁৰ আবিৰ্ভাৱকাল ১৭ শতাব্দী। 'লক্ষ্মী-সহস্ৰত' কবিয়ে লক্ষ্মীৰ স্তুতি এহেজাৰ শ্লোকত ৰচনা কৰে। এই কাব্যত অলংকাৰৰ ছটা সুতৰাং অৱলোকনীয়। বেংকটাধ্বৰি মুখ্যতঃ শব্দ কবি। এওঁৰ হৃদয় ভক্তিভাৱনাৰ দ্বাৰা নিতান্ত আপ্যায়িত, কিন্তু এওঁৰ পাণ্ডিত্যৰ প্ৰকৰ্ষ কম নহয়। ক'ৰবাত কবিয়ে লক্ষ্মীদেৱীৰ দয়া ভিক্ষা কৰিছে, আকৌ, ক'ৰবাত লক্ষ্মীদেৱীৰ প্ৰশংসাত ব্যস্ত। লিখনিৰ মাজেৰে কবিয়ে অলৌকিক প্ৰতিভা, নিত্যনতুন উৎপ্ৰেক্ষা, কমনীয় ৰচনা চাতুৰীৰ পৰিচয় দিছে। সংস্কৃত ভাষাত এই ৰসযুক্ত তথা উৎপ্ৰেক্ষা মণ্ডিত কাব্য ৰচনা কৰি যশস্যা লাভ কৰিছে।

**স্তুতিকুসুমাঞ্জলি**—কাশ্মীৰ নিবাসী ৰত্নধৰৰ পুত্ৰ জগদ্ধৰ ভট্টই ১৪ শতাব্দীত স্তুতি কুসুমাঞ্জলি ৰচনা কৰে। ই ৩৮টা স্তোত্ৰ আৰু ১৪০০ শ্লোকৰ সমষ্টি। কবি জগদ্ধৰ ভট্ট আছিল শৈৱ। এওঁৰ কবিতা ভক্তি পৰিপূৰিত হৃদয়ৰ মনোৰম উদ্গাৰ। এওঁৰ কবিতাত শ্লেষ, অনুপ্ৰাস আৰু যমক আদি

অলংকাৰৰ সমাৱেশ দেখা যায়। এওঁৰ কবিতাৰ অধিকাংশ কৰুণ ৰসযুক্ত। কবিয়ে এনেকুৱা প্ৰভাবোৎপাদক আৰু হৃদয়গ্ৰাহক ভাষাত আত্মনিবেদন কৰিছে যে কবিৰ হৃদয়ৰ ব্যক্তিগত চিত্ত ভক্তি ভাৱৰ দ্বাৰা আৰ্দ্ৰ হৈ যায়—

"যৈৰেৰ যত্নপি গতোঽহমধঃ কৃতত্নো
তত্ৰাপি নাথ তৰ নাস্ম্যবলোপপাত্ৰম্।
দৃপ্তঃ পশুঃ পততি ৰঃ স্বয়মন্ধ কূপে,
নোপেক্ষতে তমপি কাৰুণিকো হি লোকঃ॥"

অৰ্থাৎ, "হে ভগবান! আপুনি মোক অধম, পাপাত্মা আৰু নীচ বুলি ভাবিতো মোক উপেক্ষা কৰা নাই? নহয়, নহয়, এনেকুৱা ভাবে বুজাটো আপুনি কৰুণাসাগৰৰ বাবে উচিত নহয়। কাৰণ, নিৰ্ভীক পুণ্যাত্মাক আপোনাৰ ৰক্ষাৰ কি প্ৰয়োজন? আপোনাৰ অনুগ্ৰহ আমাৰ নিচিনা অসাধু, অধম আৰু পাপাত্মাৰ ওপৰতেহে সাৰ্থক হব পাৰে। এইবাবে আমি আপোনাৰ দয়াৰ পাত্ৰস্বৰূপ।"

কাশীৰ নিবাসী পণ্ডিতৰাজ জগন্নাথে (১৬১০-১৬৬৫ খ্ৰীঃত) দিল্লীৰ সম্ৰাট চাহজাহানৰ আমন্ত্ৰণ ক্ৰমে দিল্লীলৈ গৈ দাৰাশিকোহক সংস্কৃত পঢ়ায়। এওঁৰ পাণ্ডিত্যত মুগ্ধ হৈ চাহজাহানে 'পণ্ডিতৰাজ' উপাধি প্ৰদান কৰে। এওঁ আছিল কৃষ্ণ উপাসক। এওঁৰ ৰচনাৰ শৈলী প্ৰসাদময়ী, প্ৰতিভা অলৌকিক, ভাষা পাণ্ডিত্যপূৰ্ণ, কল্পনা অত্যন্ত উচ্চথাপৰ।

এওঁৰ কাব্যসমূহৰ ভিতৰত তলত দিয়া গ্ৰন্থ পাঁচখনেই প্ৰধান—১। কৰুণা-লহৰী—ইয়াত ভগৱানক দয়াৰ প্ৰাৰ্থনা কৰা আছে। ২। গঙ্গালহৰী বা পিযুষ লহৰী (গঙ্গাৰ স্তুতি), ৩। অমৃতলহৰী (যমুনাৰ স্তুতি), ৪। লক্ষ্মীলহৰী (লক্ষ্মীৰ স্তুতি), ৫। সুধালহৰী (সূৰ্য্যস্তুতি)। এই খণ্ডকাব্যৰ সংগ্ৰহ 'ভামিনী-বিলাসত' কৰা হৈছে।

ইয়াৰ বাহিৰেও নৱম শতাব্দীত ৰত্নাকৰে বক্ৰোক্তি পঞ্চশিকা, কাশ্মীৰৰ নৱম শতাব্দীৰ ৰজাৰ ৰাজসভাৰ কবি সুপ্ৰসিদ্ধ কাব্যশাস্ত্ৰী আনন্দবৰ্ধনে 'দেৱীশতক', দশম শতাব্দীত অভিনৱ গুপ্তৰ গুৰু উৎপলদেৱে 'স্তোত্ৰাৱলী', ৰামানুজৰ গুৰু যামুনাচাৰ্য্যই 'চতুঃশ্লোক' আৰু 'স্তোত্ৰৰত্ন', একাদশ শতাব্দীত ৰামানুজৰ আচাৰ্য্যই 'শৰণাগতি গদ্য', 'বৈকুণ্ঠ-গদ্য' আৰু 'শ্ৰীৰঙ্গগদ্য' নামৰ তিনিখন গীতিকাব্য ৰচনা কৰে। সেই শতাব্দীতে ৰামানুজৰ প্ৰধান শিষ্য শ্ৰীবৎসাঙ্কই পঞ্চস্তৱ নামেৰে শ্ৰীস্তৱ, অতিমানুষস্তৱ, বৰদৰাজস্তৱ, সুন্দৰবাহুস্তৱ আৰু বৈকুণ্ঠস্তৱ ৰচনা কৰে।

শ্ৰীবৎসাঙ্কৰ পুত্ৰ পৰাশৰ ভট্টইয়ো একাদশ শতাব্দীত 'শ্ৰীৰঙ্গৰাজস্তৱ' আৰু 'শ্ৰীগুণৰত্নকোশ' নামৰ দুখন প্ৰসিদ্ধ স্তুতি কাব্য লিখে।

বেদান্তদেশিকে (১২৬৮—১৩৬৯ খ্ৰীঃত) সহস্ৰপদ্যাত্মক 'পাদুকাসহস্ৰ', 'গৰুড়দণ্ডক', ৰঘুবীৰ গদ্য, প্ৰাকৃত ভাষাৰ 'অচ্যুতশতক' আদি স্তুতি গ্ৰন্থ ৰচনা কৰে।

বৌদ্ধ-স্তোত্ৰ—বৌদ্ধৰ মহাযান সম্প্ৰদায়ত ভক্তি স্তোত্ৰৰ সংখ্যা অনেক। ভক্তিসহকাৰে বুদ্ধৰ ওচৰত ফল-মূল অৰ্পণ কৰিলে নিৰ্বাণ প্ৰাপ্তি হয়—এইটোৱেই হৈছে মহাযান সম্প্ৰদায়ৰ ৰীতি। ভক্তি প্ৰধান হোৱা বাবে মহাযান পন্থীয় ভিক্ষু সকলে সংস্কৃত ভাষাত হৃদয়গ্ৰাহী সুন্দৰ স্তোত্ৰ ৰচনা কৰে। শূণ্যবাদৰ প্ৰধান প্ৰতিষ্ঠাপক আচাৰ্য্য নাগাৰ্জুনে ৰচনা কৰা চাৰিখন স্তোত্ৰৰ ভিতৰত 'চতুঃস্তৱ'য়েই প্ৰধান। ইয়াৰ অনুবাদ তিব্বতী ভাষাত পোৱা যায়। 'নিৰৌপম্যস্তৱ' আৰু 'অচিন্ত্যস্তৱঃ' নামৰ দুখন স্তোত্ৰ মূলত সংস্কৃত ভাষাত পোৱা গৈছে। দুয়োখন স্তোত্ৰকাব্যৰ ভাষা সৰল, সুললিত আৰু ভক্তি সমন্বিত। যি ব্যক্তিয়ে শূণ্য অভাৱাত্মক স্বীকাৰ কৰে তেওঁলোকে ইয়াক অধ্যয়ন কৰি আচৰিত হব যে নাগাৰ্জুনৰ স্তোত্ৰসমূহ আস্তিকবাদৰ ৰমণীয় উদাহৰণ। এওঁৰ কাব্যত কালিদাসৰ প্ৰভাৱ বাৰুকৈ পৰিছে।

প্ৰথম শতাব্দীত অশ্বঘোষে 'গাণ্ডিস্তোত্ৰগাথা' নামৰ এখন গীতি-কাব্য লিখে। অশ্বঘোষৰ পিচত ১০০খ্ৰীঃত মাতৃচেতে 'চতুঃশতক' আৰু 'অধ্যৰ্দ্ধশতক' নামৰ দুখন স্তুতি কাব্য লিখে। এই কাব্যদুখনৰ তিব্বতী ভাষাৰ অনুবাদ পোৱা গৈছে। সেইদৰে ৰজা হৰ্ষ (৭০০ খ্ৰীঃত) বৌদ্ধধৰ্মৰ বিষয়ে লিখা 'সুপ্ৰভাতস্তোত্ৰ' আৰু 'অষ্টকমহাশ্ৰীচৈত্যস্তোত্ৰ' লিখে।

জৈন-স্তোত্ৰ—জৈন কবি মানতুঙ্গাচাৰ্য্যৰ 'ভক্তামৰস্তোত্ৰ' আৰু সিদ্ধসেন দিবাকৰৰ 'কল্যাণ মন্দিৰ স্তোত্ৰ' দুখন প্ৰসিদ্ধ স্তোত্ৰ কাব্য। কবি মানতুঙ্গাচাৰ্য্য বাণ-ময়ূৰৰ সমকালীন আৰু সিদ্ধসেন মানতুঙ্গৰ দুই শতাব্দী পূৰ্বৰ। দুয়োখন জৈনস্তোত্ৰ সাহিত্যৰ অমূল্য গ্ৰন্থ আৰু ভক্তসকলৰ প্ৰশস্ত উদ্‌গাৰ। কবিয়ে নম্ৰভাব দেখুৱাই কৈছে—

অল্পশ্ৰুতং শ্ৰুতবতাং পৰিহাসধাম ত্বদ্‌ভক্তিৰেৱ
মুখৰীকুৰুতে বলান্মাম্।
যৎ কোকিলঃ কিল মধৌ মধুৰং বিৰৌতি
তচ্চাৰুচূত কলিকা-নিকৰৈকহেতু॥"

অৰ্থাৎ, "কম লিখা-পঢ়া আৰু বিদ্বান সকলৰ হাঁহিৰ পাত্ৰ হোৱা সত্বেও তোমাৰ

ভক্তিয়েই মোক মুখৰ কৰি তোলে। বসন্তকালত কুলিচৰাইয়ে কূজন কৰিবলৈ নিবিচাৰে, বৰং আমাৰ কুঁহিপাতে তাক বলপূৰ্বক কূজন কৰিবলৈ নিমন্ত্ৰণ দিয়ে।"

কল্যাণ মন্দিৰৰ স্তোত্ৰ ৪৪টা পদৰ সমষ্টি। কাব্য দৃষ্টিকোণৰপৰা ই নিতান্ত অভিনন্দনীয়। এওঁৰ কবিতা অতি প্ৰাসাদিক আৰু নৈসৰ্গিক। কবিৰ উক্তিও অতি চমৎকাৰ। শ্ৰীবাদিৰাজে 'একীভাবস্তোত্ৰ', সোমপ্ৰভাচাৰ্য্যই 'সূক্তিমুক্তাৱলী', শ্ৰীজম্বুগুৰুই 'জিনশতক' আদি স্তোত্ৰ কাব্যসমূহ স্ৰগ্‌ধৰা ছন্দত ৰচনা কৰে। আচাৰ্য্য হেমচন্দ্ৰই মহাবীৰৰ স্তুতিত প্ৰৌঢ় দাৰ্শনিক স্তোত্ৰ লিখে। ইয়াত ব্ৰাহ্মণ আৰু বৌদ্ধদৰ্শনৰ সিদ্ধান্তৰ সংক্ষিপ্ত মাৰ্মিক আলোচনা কৰা হৈছে। এই স্তোত্ৰৰ প্ৰসিদ্ধ নাম হৈছে—অন্তযোগব্যচ্ছেদিকাদ্বাত্ৰিংশিকা কাব্য।'

প্ৰথম অধ্যায়

# গদ্য-সাহিত্য

## গদ্য-সাহিত্যৰ উৎস

সংস্কৃত গদ্য-সাহিত্যৰ পৰিসৰ অতি ব্যাপক। বৈদিক কালতেই ঋগ্বেদত গদ্য-সাহিত্যৰ বীজ অঙ্কুৰিত হৈ মন্ত্ৰ-সংহিতাৰ সংবাদ-সূক্তবোৰত স্থিতি লাভ কৰিছে। পিচৰ ব্ৰাহ্মণ আৰু উপনিষদত বৈদিক-কালীন গদ্য-সাহিত্যই পূৰ্ণতা লাভ কৰে। সূত্ৰকালৰপৰা সংস্কৃত গদ্যৰ বৈচাৰিক ধাৰা পতঞ্জলিৰ মহাভাষ্য আৰু শবৰৰ মীমাংসা ভাষ্যত প্ৰবাহিত হৈবলৈ ধৰা দেখা যায় আৰু ই পূৰ্ণৰূপে বিকাশ হয় শঙ্কৰৰ শাৰীৰক ভাষ্যত।

গদ্য-সাহিত্যত আমি দুই ৰকমৰ শৈলী দেখিবলৈ পাওঁ—১। গদ্যৰ নৈসৰ্গিক সৰল শৈলী, ২। কৃত্ৰিম অলংকৃত শৈলী। নৈসৰ্গিক সৰল শৈলীৰ ৰূপ সৰ্বপ্ৰথম আমি পঞ্চতন্ত্ৰত পাওঁ আৰু পিচত এনেকুৱা নীতিবাদী কথা-সাহিত্যৰ মাৰ্গ তৈয়াৰ হয়। পঞ্চতন্ত্ৰৰ শৈলী আমি শুকসপ্ততি, সিংহাসন দ্বাত্ৰিংশৎপুত্তলিকা, বেতাল-পঞ্চবিংশতি, ভোজ প্ৰবন্ধ, পুৰুষ-পৰীক্ষা আদিত দেখিবলৈ পাওঁ।

লোক কথাৰ আৰম্ভ ঋগ্বেদ আৰু ব্ৰাহ্মণৰ আখ্যানৰপৰাই হয় বুলি বহুত পণ্ডিতে মত পোষণ কৰে। ঋগ্বেদৰ যম-যমী সংবাদ, উৰ্বশী পুৰুৰৱা সংবাদ আদি আখ্যানৰ সংবাদাত্মক ৰূপ। শতপথব্ৰাহ্মণৰ বাহিৰেও আন ব্ৰাহ্মণ গ্ৰন্থসমূহতো এনেকুৱা আখ্যান পোৱা যায়।

ভাৰতীয় প্ৰাচীন মহাকাব্য ৰামায়ণ আৰু মহাভাৰতত বাল্মীকি আৰু ব্যাসে ৰাম-ৰাৱণ আৰু কৌৰৱ-পাণ্ডৱৰ কাহিনী লিপিবদ্ধ কৰে। এই কথাবোৰ তৎ-কালীন নট-নৰ্তক, সূত আৰু কুশীলৱৰ দ্বাৰা সমাজত প্ৰচলিত হৈ আছিল। বাল্মীকি আৰু ব্যাসে সমাজত প্ৰচলিত এই অখ্যানবোৰ সংকলন কৰি ৰাম-কথা আৰু পাণ্ডৱ-কথাৰ এক সাহিত্যিক ভব্যৰূপ আমাৰ আগত উপস্থাপিত কৰিছে। মহাভাৰতৰ হাজাৰ-বিজাৰ কথা-আখ্যায়িকা আৰু আখ্যানসমূহ বৰ্তমানেও গদ্য-সাহিত্যৰ মণি-কাঞ্চন।

সংস্কৃত গদ্য-সাহিত্যবোৰৰ কিছু অংশ তৎকালীন জীৱন প্ৰৱাহৰ ওপৰত আধাৰিত, কিছু অংশ সামুদ্ৰিক যাত্ৰাৰ সৈতে সম্বন্ধ, কিছু অংশ আশ্চৰ্য্যপূৰ্ণ

ঘটনাৰে পৰিপূৰ্ণ, কিন্তু স্বৰ্গলোক আৰু গন্ধৰ্বলোকৰ চিত্ৰণ, ধৰ্মৰ প্ৰেৰণাৰ দ্বাৰা পুৰিত, নীতিপৰক আৰু অধিকাংশ শিক্ষামূলক আৰু উপদেশাত্মক।

গল্প-সাহিত্য কোনো দেশ বা জাতিৰ সংস্কৃতিৰ বাহন। সাহিত্য বিদ্বৎ-সমাজৰ বস্তু, কিন্তু লোক কথা বা গল্প-সাহিত্য সৰ্বসাধাৰণ মানৱ সমাজত প্ৰচলিত অতি ৰমণীয় হৃদয়গ্ৰাহী ৰচনা। কোনো সংস্কৃতিৰ ভৌতিক আধ্যাত্মিক তথা কলাত্মক মান্ততাৰ প্ৰভাৱ আমি গল্প-সাহিত্যত পাওঁ। গল্প-সাহিত্যত অপ্সৰা, পশু-পক্ষী, গছ, বনচৰ, মানৱ জীৱনৰ হৃদয়ত হাত বুলোৱা দিব্যশক্তি, বিধাতা-বিধিনী ঘটোৱা আদ্ভুবিক শক্তি, ভবিতব্যতা আৰু নিয়তিৰ বিচিত্ৰ বাতাৱৰণ প্ৰদৰ্শিত কৰে। অন্তত ইয়াৰ আদৰ্শাত্মক বাতাৱৰণো মানৱ-হৃদয়ৰ যথাৰ্থ ভিত্তিত প্ৰতিষ্ঠিত। গল্প-সাহিত্যৰ আদ্ভুবিক পাত্ৰ দৈত্য, ৰাক্ষসাদি বস্তুতঃ অসৎ বৃত্তিৰ প্ৰতীক। গল্প-সাহিত্যত সংসাৰৰ কাৰ্য্যকাৰণবাদক বুজিবলৈকে এক কৌতুহল বৃত্তি পোৱা যায়, যি ভাবাত্মক ৰূপ দিয়ে। ইয়াত মানৱ জীৱনৰ বাস্তৱিক স্থিতিৰ ওপৰত 'সঠিক' ব্যাখ্যা পোৱা যায়। ই অত্যন্ত মহত্বপূৰ্ণ। আমি ইয়াত এফালে প্ৰণয়ৰ ৰমণীয় বাতাৱৰণ আৰু আন ফালে সপত্নী-ঈৰ্ষা, মাতৃ-স্নেহ পতিভক্ত-পত্নীৰ প্ৰেম, সৎবন্ধুৰ নিষ্কলুষ সখ্যভাৱ আদিৰ কৌটুম্বিক বাতাৱৰণৰ সমাবেশ দেখা পাওঁ। আনফালে মানৱৰ কাৰ্য্য-ব্যাপাৰ, পশু-পক্ষী আৰু অদৃশ্য শক্তিৰ অদ্ভুত জগতখন দেখিবলৈ পোৱা যায়। গল্প-সাহিত্যই মানৱ জীৱনৰ কটুতা আৰু মধুৰতাৰ এক অপূৰ্ব মিলন ঘটায় আৰু ইয়াৰ দ্বাৰা লোক কথাকাৰে নিজৰ বিশাল জীৱনৰ অনুভৱৰ দ্বাৰা পোৱা জ্ঞানৰ আধাৰত মানৱ জীৱনৰ ওপৰত কিছু নিৰ্দেশ দিব পাৰে।

এই উপদেশাত্মক কথা দুটা ৰূপত পোৱা হয়—কেতিয়াবা বাচ্যৰূপত আৰু কেতিয়াবা ব্যঙ্গৰূপত। নীতিবাদী কাহিনীৰ ভিতৰত কেতিয়াবা কেতিয়াবা এইবোৰ স্পষ্টৰূপে প্ৰকাশ পায়। আবাহনমান কালৰপৰাই মানুহৰ মুখে মুখে এই লোককথা প্ৰচলিত হৈ আহিছে। ই এক অখণ্ড পৰম্পৰা, যি মৌখিক লোক-সাহিত্যৰপৰা লোকভাষাৰ সাহিত্যত স্থান পাইছে। বৌদ্ধৰ জাতক কথা গুণাঢ্যৰ বৃহৎ কথা আৰু পঞ্চতন্ত্ৰ এই প্ৰকাৰৰ ৰচনাৱলী।

'পঞ্চতন্ত্ৰ' আৰু 'হিতোপদেশ' নীতি কথা পূৰ্ণ গল্প-সাহিত্য। ইয়াৰ প্ৰাচীনতম হস্তলিপিৰ আধাৰত পঞ্চতন্ত্ৰৰ ৰচনাকাল তৃতীয় শতাব্দী বুলি ধৰিলোৱা হৈছে।

**গল্প-সাহিত্যৰ উদ্দেশ্য**—গল্প-সাহিত্যৰ মূল উদ্দেশ্য যাইকৈ তিনিটা—অৱসৰ যাপন চিত্তবিনোদ আৰু ৰাজকুমাৰসকলৰ শিক্ষা দান।

একাগ্ৰতা চিত্তেৰে যাতে ৰাজকুমাৰসকলে ৰাজনীতি তথা অৰ্থনীতি শিক্ষাত ব্ৰতী হয় সেই উদ্দেশ্যে ৰজাসকলে সৰ্ববিদ্যাবিশাৰদ সুযোগ্য ব্ৰাহ্মণ-পণ্ডিত নিয়োগ কৰিছিল। পণ্ডিতসকলে মনোৰঞ্জক সৰল সুললিত গল্প ৰচনা কৰি তাৰ জৰিয়তে ৰাজকুমাৰসকলক যি শিক্ষা দিছিল সেই গল্পবোৰত ৰাজনীতি, অৰ্থনীতি, স্বাস্থ্যনীতি জ্ঞান বিষয়ক বহুতো কথা থকা দেখা যায়। পশু-পক্ষীক গল্পৰ চৰিত্ৰ হিচাবে লৈ তাৰ জৰিয়তে ৰাজকুমাৰসকলক নীতি-শিক্ষা দিবৰ উদ্দেশ্যে অতি সহজ আৰু সুললিত ভাষাত গল্পবোৰ ৰচনা কৰে।

**গল্প-সাহিত্যৰ প্ৰভাৱ**—Dr. Rhys Davids-ৰ মতে খ্ৰীঃ পূঃ আগৰ-পৰাই প্ৰাচীন আৰ্য্যসমাজত গল্প-সাহিত্যৰ প্ৰচলন আছে। প্ৰাচীন ভাৰতীয় গল্প-সাহিত্যৰ ভিতৰত পঞ্চতন্ত্ৰৰ স্থান অদ্বিতীয়। ই সমগ্ৰ বিশ্বসাহিত্যত বিশেষ প্ৰভাৱ বিস্তাৰ কৰিছে। পাৰস্যৰ বাদছাহ খুসৰো নৌশেৰবাঁৰ (৫৩১ খ্ৰীঃ—৫৭৯ খ্ৰীঃত) ৰাজদৰবাৰৰ সংস্কৃতজ্ঞ হকীম বুৰজোই প্ৰথম 'পলহৱী' (প্ৰাচীন ফৰাচী) ভাষাত ৫৩৩ খ্ৰীঃত অনুবাদ কৰে। ইয়াৰ পিচত বুদ নামৰ এজন খ্ৰীষ্টান পাদুৰীয়ে 'পলহৱী' ভাষাৰপৰা ৫৭০ খ্ৰীঃত 'চিৰিয়ান' ভাষাত অনুবাদ কৰে। 'চিৰিয়ান' ভাষাৰপৰা 'কলীলহ' আৰু 'দমনহ' নাম দি আব্দুল্লা বিন্ অলমুকফ্ফা নামৰ পণ্ডিত এজনে ৭৫০ খ্ৰীঃত অনুবাদ কৰি ভাৰতীয় সাহিত্যৰ যশস্যা দশোদিশে বিয়পায়। তাৰ পিচত ৭৮১ খ্ৰীঃত আব্দুল্লা বিন্ হৱাজীয়ে পলহৱীৰপৰা আৰবী ভাষালৈ অনুবাদ কৰে। এই অনুবাদ সাহিত্যখন 'সহল-বিন্-নববখ্তে' গ্ৰহিয়া বৰমকীৰ আদেশ মতে আৰবী ভাষাত কাব্য আকাৰে লিখি এহেজাৰ স্বৰ্ণ দীনাৰ পুৰস্কাৰ লাভ কৰে। আৰবী ভাষাত পঞ্চতন্ত্ৰৰ ই প্ৰসিদ্ধ অনুবাদ।

তদুপৰি ৬৬৮ খ্ৰীঃত চীন ভাষাত ৰচিত দুখন বিশ্বকোষ ভাৰতীয় কাহিনীৰ অনুবাদ পোৱা যায়। এইদৰে দুই শতাব্দীৰ ভিতৰত এই ভাৰতীয় কাহিনীবোৰ আৰবৰপৰা চীন দেশলৈকে বিয়পি পৰে। লাহে লাহে ইয়াৰ অনুবাদ মধ্যযুগৰ-পৰা আৰম্ভ কৰি ১৬ শতাব্দলৈকে লেটিন, গ্ৰীক, জাৰ্মান, ফ্ৰেন্স, স্পেনিচ আৰু ইংৰাজী আদি ভাষালৈকে অনুবাদ হবলৈ ধৰিলে। গ্ৰীচৰ সুপ্ৰসিদ্ধ কথাসংগ্ৰহ 'ঈচপৰ কাহিনী' আৰু আৰবৰ মনোৰঞ্জক কাহিনী 'আৰবিয়ান নাইট'ৰ আধাৰ-ভূত এই কাহিনীবোৰেই বুলি গৱেষকসকলে একমত পোষণ কৰে। বৌদ্ধ সাহিত্যৰ মহাবৈপুল্য সূত্ৰত গভকাৰত সংস্কৃত গল্পবোৰ পোৱা যায়। এই গল্পবোৰ আংশিক-ভাৱে কাল্পনিক, উপদেশপ্ৰদ আৰু ৰূপকময়। মধ্যযুগৰ সুবিখ্যাত কাহিনী—

"Story of Barhaam and Joseph-ত ( বৰহাম আৰু যোচেফ কাহিনীত ) বুদ্ধৰ প্ৰভাৱ বাকবৈ পৰিছে।

এইদৰে পঞ্চতন্ত্ৰৰ কাহিনীয়ে কেৱল ভাৰতীয়ৰ ওপৰতেই প্ৰভাৱ বিস্তাৰ কৰা নাই, সমগ্ৰ সভ্যজগতত ইয়াৰ প্ৰভাৱ সুস্পষ্ট। প্ৰাচীন ভাৰতীয় আৰু গ্ৰীক গল্প-সাহিত্যবোৰৰ এক অপূৰ্ব মিলন দেখা যায়। পশু-পক্ষীৰ গল্পবোৰেই প্ৰাচ্য আৰু পাশ্চাত্য সাহিত্যক্ষেত্ৰৰ যোগসূত্ৰ। তলত গল্প-সাহিত্য কেইখনমানৰ চমু বিৱৰণ দিয়া হ'ল—

১। পঞ্চতন্ত্ৰ—গল্প-সাহিত্যসমূহৰ ভিতৰত পঞ্চতন্ত্ৰ এখন প্ৰাচীন গল্প-সাহিত্য। বৰ্ত্তমান ইয়াৰ চাৰিটা ভিন্ ভিন্ সংস্কৰণ পোৱা গৈছে। প্ৰথম সংস্কৰণ পলহবী অনুবাদ। এই সংস্কৰণ বৰ্ত্তমান লুপ্ত হৈছে, কিন্তু চিৰিয়ান আৰু আৰবী অনুবাদৰ সহায়ত ইয়াৰ সম্ভেদ পোৱা গৈছে। দ্বিতীয় সংস্কৰণত গুণাঢ্যৰ বৃহৎকথাত সন্নিবিষ্ট। এই বৃহৎকথা পৈশাচী ভাষাত লিখা। এই সংস্কৰণো কালৰ গতিত লুপ্ত হৈ যায়, কিন্তু ১১ শতাব্দীত ক্ষেমেন্দ্ৰ ৰচিত বৃহৎ কথামঞ্জৰী আৰু সোমদেৱ ৰচিত কথাসৰিৎসাগৰ ইয়াৰ অনুবাদ বুলি জনা গৈছে। তৃতীয় সংস্কৰণ 'তন্ত্ৰাখ্যায়িকা'। বৰ্ত্তমান প্ৰচলিত পঞ্চতন্ত্ৰ ইয়াৰেই আধুনিক সংস্কৰণ। Hertel-ৰ মতে পঞ্চতন্ত্ৰৰ ৰচনাকাল খৃঃ পূঃ ২য় শতাব্দীৰ পিচত। চতুৰ্থ সংস্কৰণ দক্ষিণী পঞ্চতন্ত্ৰৰ মূলৰূপ। নেপালী ভাষাৰ পঞ্চতন্ত্ৰ আৰু হিতোপদেশ এই সংস্কৰণৰ প্ৰতিনিধি।

পঞ্চতন্ত্ৰ পাঁচটা তন্ত্ৰ বা ভাগত বিভক্ত—১। মিত্ৰভেদ, ২। মিত্ৰলাভ, ৩। সন্ধিবিগ্ৰহ, ৪। লব্ধপ্ৰণাশ, ৫। অপৰীক্ষিত কাৰক। প্ৰত্যেক তন্ত্ৰৰ মূলকথা একেটাই। কিন্তু তাৰ অঙ্গৰ পুষ্টি সাধনৰ বাবে অনেক গৌণ কথা সন্নিবিষ্ট কৰা হৈছে। সদাচাৰ তথা নীতি-শিক্ষাই পঞ্চতন্ত্ৰৰ মূল লক্ষ্য।

কথিত আছে দাক্ষিণাত্যৰ মহিলাৰোপ্য নামক নগৰৰ ৰজা অমৰকীৰ্ত্তি তেওঁৰ মূৰ্খ ৰাজকুমাৰসকলক বিদ্বান তথা নীতিজ্ঞ কৰি তুলিবৰ অৰ্থে বিষ্ণুশৰ্মা নামৰ এজন যোগ্যবান ব্যক্তিক গুৰু নিয়োগ কৰিলে। লোকশাস্ত্ৰবিশাৰদ বিষ্ণুশৰ্মাই পঞ্চতন্ত্ৰৰ গল্পসমূহ ৰচনা কৰি অলপ দিনৰ ভিতৰতে ৰাজকুমাৰসকলক ব্যৱহাৰ কুশল, সদাচাৰ সম্পন্ন তথা নীতিপটু কৰি তোলে। পঞ্চতন্ত্ৰৰ ভাষা ৰসময়ী আৰু সুললিত। ইয়াৰ বাক্যবিন্যাসৰ দুৰূহতা তথা ভাৱৰ দুৰ্বোধ্যতা পৰিলক্ষিত নহয়। ইয়াৰ কথানক অংশ গদ্যত ৰচিত, কিন্তু ইয়াত ব্যৱহাৰ কৰা উপদেশাত্মক শ্লোকবোৰ ৰামায়ণ, মহাভাৰত আৰু আন আন প্ৰাচীন নীতিগ্ৰন্থৰপৰা উদ্ধৃত।

পঞ্চতন্ত্ৰই অকল ভাৰতীয় সাহিত্যতেই নহয়, বিশ্ব-সাহিত্যতেই এক বিশিষ্ট স্থান অধিকাৰ কৰি আহিছে।

১। হিতোপদেশ—পঞ্চতন্ত্ৰৰ পিচত বঙ্গৰ ৰজা ধৱলচন্দ্ৰৰ ৰাজসভাৰ পণ্ডিত নাৰায়ণে ১৪ শতাব্দীৰ ভিতৰত হিতোপদেশ ৰচনা কৰে। হিতোপদেশৰ মূল আধাৰ পঞ্চতন্ত্ৰ বুলি গ্ৰন্থকাৰে নিজে স্বীকাৰ কৰিছে। ই চাৰিটা ভাগত বা খণ্ডত বিভক্ত—মিত্ৰলাভ, সুহৃদভেদ, বিগ্ৰহ আৰু সন্ধি। ইয়াত সন্নিবেশিত শ্লোকসমূহ নিতান্ত উপদেশাত্মক আৰু কথা অংশ শিক্ষাপ্ৰদ।

৩। গুণাঢ্যৰ বৃহৎকথা—কথাসৰিৎসাগৰৰ প্ৰথম খণ্ডত গুণাঢ্যৰ বিষয়ে লিখা কথাৰপৰা জনা যায় তেওঁৰ পূৰ্বজন্মৰ নাম আছিল মাল্যবান। গুণাঢ্যৰ আবিৰ্ভাব সম্বন্ধে পণ্ডিতসকল একমত নহয়। ৰামায়ণ, মহাভাৰতৰ নিচিনা গুণাঢ্যৰ বৃহৎকথা উত্তৰবৰ্তী গ্ৰন্থকাৰসকলৰ লিখনিৰ খাই শিপা।

লোকজীৱনৰ মনোৰঞ্জনকাৰী সৰ্বসুলভ তত্বসমূহ সংগ্ৰহ কৰি লিখা বাবে বৃহৎকথাখন লোকসমাজৰ উপজীব্য হৈ উঠিছে। সুবন্ধু, বাণ, দণ্ডী, হৰ্ষ, ত্ৰিবিক্ৰমভট্ট, ধনঞ্জয়, সোমদেৱ, গোবৰ্দ্ধনাচাৰ্য্য, প্ৰভৃতি কবি-নাট্যকাৰসকলে, বৃহৎকথাৰ কথানক অংশৰপৰা নিজ নিজ গ্ৰন্থৰ মূল কাহিনী গ্ৰহণ কৰে। উক্ত কবিসকলৰ উক্তিসমূহৰপৰা বৃহৎকথা নামৰ যে এখন প্ৰখ্যাত গ্ৰন্থ আছিল সেই কথা সহজে অনুমেয়।

ক্ষেমেন্দ্ৰৰ বৃহৎ কথামঞ্জৰী, সোমদেৱৰ কথাসৰিৎসাগৰ আৰু জয়ৰথৰ হৰ্ষচৰিত চিন্তামণিৰপৰা গুণাঢ্যৰ আবিৰ্ভাব সম্বন্ধে কিছু জনা যায়।

দাক্ষিণাত্যৰ ৰজা পৃথ্বীকোকনৰ ৬৯৮ শকৰ (৭৭৬ খ্ৰীঃ) এখন দানপত্ৰত অবিনীত নামক ৰজাৰ পুত্ৰ ৰজা দুৰ্বিনীতই ভাৰবিৰ 'কিৰাতাৰ্জুনীয়'ৰ পোন্ধৰ সৰ্গলৈকে টীকা লিখা বুলি উল্লেখ আছে। ৰজা দুৰ্বিনীতিৰ আবিৰ্ভাবকাল ৰজা পৃথ্বীকোকনৰ সাতপুৰুষ পূৰ্বৰ, অৰ্থাৎ প্ৰায় ৬০০ বা ৬৩৫ খ্ৰীঃৰ। এই টীকাৰ পোন্ধৰ সৰ্গৰ পুষ্পিকাত দুৰ্বিনীতে 'বৃহৎকথা'ৰ সংস্কৃত ৰূপান্তৰ লিখে। ইয়াৰপৰা এইটো জনা যায় যে ৬০০ খ্ৰীঃলৈকে 'বৃহৎকথা' মূলৰূপত পোৱা গৈছিল আৰু ইয়াৰ ৰূপান্তৰো বহুতো হৈছিল।

নৱম শতিকাৰ কাম্বোদিয় লিপি এখনত উল্লেখ থকা গুণাঢ্যৰ নামৰপৰা জনা যায় যে তেওঁৰ আবিৰ্ভাব কাল ষষ্ঠ শতাব্দীৰ আগত।

সোমদেৱে কথাসৰিৎ সাগৰৰ প্ৰথম খণ্ডত উল্লেখ কৰা জীৱনীৰপৰা এইটো অনুমান হয় যে তেওঁৰ আবিৰ্ভাবকাল ৭৩ খ্ৰীঃ পূৰ্বৰপৰা ২১৮ খ্ৰীষ্টাব্দৰ ভিতৰত।

কাৰণ গুণাঢ্যৰ আশ্ৰয়দাতা ৰজা সাতবাহন আৰু এই বংশৰ ৰজাসকলৰ ভিতৰত এজন আৰু উক্ত সাতবাহনৰ শাসনকাল ৭৩ খ্ৰীঃ পূৰ্বৰপৰা ২১৮ খ্ৰীষ্টাব্দৰ ভিতৰত বুলি ঠিৰাং কৰা হৈছে।

**বৃহৎকথাৰ কথা-বস্তু**—এদিন পাৰ্বতীৰ অনুৰোধক্ৰমে মহাদেৱে সাতজন বিদ্যাধৰৰ কাহিনী শুনাই থাকোতে মহাদেৱৰ অনুচৰ পুষ্পদন্ত আৰু মাল্যবানে মনে মনে শুনি থকা বাবে পাৰ্বতী তেওঁলোকৰ ওপৰত কুপিত হৈ অভিশাপ দিয়ে। ফলত এওঁলোকে কৌশম্বী নগৰত ক্ৰমে বৰৰুচি আৰু গুণাঢ্য নামে জন্ম-গ্ৰহণ কৰে।

আগেয়ে কোৱা হৈছে গুণাঢ্য আছিল ৰজা সাতবাহনৰ ৰাজকবি। এদিন গুণাঢ্যই বিন্ধ্যপৰ্বতৰ হাবিলৈ গৈ কাণভূতি নামৰ পিশাচ এজনৰ ওচৰত গৈ পৈশাচী ভাষাত পুষ্পদন্তৰ কথা শুনাবলৈ অনুৰোধ কৰে। কাণভূতিয়ে প্ৰথমে গুণাঢ্যক পূৰ্বজন্মৰ আত্মবৃত্তান্ত শুনিবলৈ কলে। কাণভূতিৰ বৃত্তান্তৰপৰা গুণাঢ্যই যি শুনিলে তাৰ অধোৰত এইটো বিদিত যে এওঁৰ জন্ম হৈছিল সুপ্ৰতিষ্ঠিত নামক নগৰত। সোমশৰ্মাৰ কন্যা শ্ৰুতাৰ্থা আৰু বাসুকিৰ ভতিজা কীৰ্তিসেন এওঁৰ মাতা-পিতা। বৎসক আৰু গুল্মক নামৰ গুণাঢ্যৰ দুজন মোমায়েক আছিল। গুণাঢ্যৰ জন্মৰ পিচতেই মাক আৰু মোমায়েক দুজনৰ মৃত্যু হয়। এওঁলোকে শাপগ্ৰস্ত জীৱন যাপন কৰিছিল আৰু গুণাঢ্যৰ জন্ম হোৱাৰ লগে লগে এওঁলোক শাপমুক্ত হয়। গুণাঢ্যই দাক্ষিণাত্যত শিক্ষা-দীক্ষা লাভ কৰে। তাৰ পিচত ঘৰলৈ আহি এদিন ৰজা সাতবাহনৰ ৰাজদৰবাৰত উপস্থিত হ'ল। সাতবাহনৰ মন্ত্ৰীবৰ্গই গুণাঢ্যক বৰ প্ৰশংসা কৰিলে আৰু ৰজাই তেওঁকো মন্ত্ৰীপদত নিযুক্ত কৰিলে। ইয়াতে তেওঁৰ বিবাহ সম্পন্ন হয়। বহুদিন ৰাজদৰবাৰত থাকি তেওঁ বিদ্যাৰ্থীসকলক পঢ়াইছিল আৰু মন্ত্ৰীপদৰ কাৰ্য্যভাৰো সুচাৰুৰূপে চলাইছিল।

এদিন ৰজা সাতবাহনে ৰাণীসকলৰ লগত জলক্ৰীড়া কৰি থাকোঁতে এজনী ৰাণীয়ে কলে—"মোদকৈস্পৰিতাডয়" অৰ্থাৎ পানী চতিয়াই নিদিবা। সন্ধিৰ সম্যক জ্ঞান নথকা হেতু ৰজাই এই শব্দৰ অৰ্থ ভুলকৈ বুজিলে। তেওঁ ভাবিলে ৰাণীয়ে পানীৰ পৰিবৰ্তে মিঠাইৰ দ্বাৰা তেওঁক আঘাত কৰিব কৈছে। কিন্তু ৰাণীয়ে হাঁহি মাৰি কলে—"মই কৈছো, 'পানীৰ দ্বাৰা নামাৰিবা' ( মা উদকৈঃ পৰিতাডয় )"। নিজৰ মূৰ্খতাৰ বাবে ৰজাই বৰ লাজ পালে আৰু এইটো প্ৰতিজ্ঞা কৰিলে যে পঢ়িশুনি সংস্কৃতৰ জ্ঞান লাভ কৰিব, নহলে প্ৰাণত্যাগ কৰিব।

এই প্ৰতিজ্ঞা কৰি ৰজাই গুণাঢ্যৰ ওচৰলৈ গৈ সুধিলে—'এজন মানুহে কিমান

দিনৰ ভিতৰত বিধান হব পাৰে।' গুণাঢ্যই ৰজাক ছয় বছৰৰ ভিতৰত ব্যাকৰণৰ পূৰ্ণজ্ঞান দিবলৈ আশ্বাস দিলে। কিন্তু গুণাঢ্যৰ বন্ধু আৰু ৰাজমন্ত্ৰী শৰ্ববৰ্মাই ৰজাক ছয়মাহৰ ভিতৰতেই ব্যাকৰণৰ পূৰ্ণজ্ঞান দিব পাৰিব বুলি কলে। তেতিয়া গুণাঢ্যই প্ৰতিজ্ঞা কৰিলে—"যদি শৰ্ববৰ্মাই ছয়মাহৰ ভিতৰত ৰজাক ব্যাকৰণত পাৰদৰ্শী কৰি তুলিব পাৰে তেনেহলে মই সংস্কৃত, প্ৰাকৃত নাইবা কোনো দেশীয় ভাষা কবলৈ এৰি দিম।" শৰ্ববৰ্মাই কাৰ্তিকক তপস্যা কৰি সিদ্ধিলাভ কৰিলে, যাৰ ফলত তেওঁ নিৰ্ধাৰিত সময়ৰ ভিতৰত ৰজাক সৰ্ববিদ্যা-বিশাৰদ কৰি তুলিলে। গুণাঢ্যই নিজ প্ৰতিজ্ঞা ৰক্ষা কৰি মৌনব্ৰত অৱলম্বন কৰি বিন্ধ্যপৰ্বতলৈ গৈ পৈশাচী ভাষা অধ্যয়ন কৰে।

এই পিনে কাত্যায়নীৰূপী পুষ্পদন্ত আজীৱন নন্দৰাজবংশৰ সেৱা কৰি বুঢ়া বয়সৰ তীৰ্থ-ভ্ৰমণ কৰিবলৈ মন মেলি বিন্ধ্যপৰ্বতৰ পিনে খোজ ললে। বিন্ধ্যপৰ্বতৰ পাৰ্বতী মন্দিৰত কণভূতী পিশাচক লগ পাই তেওঁৰ পূৰ্বজন্মৰ কাহিনী স্মৃতিপটত ভাহি উঠিল—মনত পৰিল শিৱৰ মুখৰপৰা গোপনে শুনা সাত বিদ্যাধৰৰ কাহিনী। শিৱৰ ওচৰত সকলো কথা ব্যক্ত কৰিলে আৰু বৰৰুচিয়ে শাপমুক্ত হৈ নশ্বৰ দেহ ত্যাগ কৰি স্বৰ্গগামী হ'ল।

বিন্ধ্যপৰ্বতত ঘূৰি ফুৰোঁতে কণভূতিৰ লগত গুণাঢ্যৰ দেখা-সাক্ষাৎ হ'ল। কণভূতিৰ মুখৰপৰা গুণাঢ্যই সেই কাহিনীবোৰ নিজৰ তেজেৰে একেৰাহে সাত বছৰ পৈশাচী ভাষাত সাত লক্ষ শ্লোকত লিপিবদ্ধ কৰে। গুণাঢ্যৰ প্ৰিয় শিষ্য গুণদেৱ আৰু নন্দিদেৱৰ অনুৰোধ মতে গুণাঢ্যই সেই লিখনিসমূহ পঠালে ৰজা সাতবাহনৰ ওচৰলৈ। তেজেৰে লিখা হেতু ৰজাই তাক গ্ৰহণ নকৰি ওভটাই পঠালে। ইয়াতে গুণাঢ্যই মৰ্মান্তিক বেজাৰ পালে আৰু হাবিলৈ গৈ তেওঁৰ সেই মহান কৃতিবোৰ বনৰ পশু-পক্ষীক এক এক পৃষ্ঠাকৈ শুনাই জুইত পুৰিবলৈ ধৰিলে।

ইপিনে ৰজা ৰোগ-শয্যাত পৰিল। শুকান মঙহ খোৱা বাবে ৰজাৰ বেমাৰ হোৱা বুলি বৈদ্যসকলে কলে। পক্ষী চিকাৰ কৰি অনা চিকাৰীক শুকান মঙহৰ কাৰণ সুধাত কলে—'হাবিত এজন ব্ৰাহ্মণে পশু-পক্ষীবোৰক গল্প শুনাই আছে। এই গল্পবোৰ ইমান কচিকৰ যে তাক শুনি শুনি তন্ময় হৈ হাবিৰ পশু-পক্ষীবোৰে খোৱা-বোৱা কৰিবলৈ পাহৰি গৈছে। ফলত প্ৰতিদিন সিহঁতে ক্ষীণাই গৈছে।

এই কথা শুনি ৰজাই তুৰন্তে হাবিলৈ গৈ গুণাঢ্যক অৱশিষ্ট গল্পবোৰ দিবলৈ অনুৰোধ কৰিলে। গুণাঢ্যই ৰজাৰ অনুৰোধ ক্ৰমে লক্ষ শ্লোকাত্মক অৱশিষ্ট

কাহিনী সাতবাহনক দিয়ে। এই অৱশিষ্ট কাহিনীবোৰৰ নামেই হ'ল 'বৃহৎকথা'।

৪। **বেতালপঞ্চবিংশতি**—বেতালপঞ্চবিংশতি ২৫টা প্ৰাচীন গল্পৰ সমষ্টি। শিৱদাস নামৰ এজন জৈন লেখক ইয়াৰ প্ৰণেতা।

মহাৰাজ বিক্ৰমাদিত্যক এজন সন্ন্যাসীয়ে মন্ত্ৰসিদ্ধিৰ বাবে এজোপা গছত ওলমি থকা শৱ এটা নমাই আনিবলৈ অনুৰোধ কৰিছিল। এই কামটো কৰিব লাগিছিল মৌনব্ৰত অৱলম্বন কৰি। কিন্তু ৰজাই কান্ধত কঢ়িয়াই অনা শৱটোত আশ্ৰয় কৰি থকা বেতালে বাটত ৰজাক এটা গল্প কয় আৰু গল্প কোৱা শেষ হোৱাত এটা প্ৰশ্ন কৰে। ৰজাই প্ৰশ্নৰ যথাযথ উত্তৰ দিয়ে আৰু বেতালে ৰজাৰ মৌনব্ৰত ভঙ্গ হোৱাৰ সুযোগ লৈ পুনৰ গছৰ ওপৰত উঠে। ৰজাই পুনৰ কান্ধত কঢ়িয়াই আনে আৰু বেতালে আগৰ দৰে গল্প কবলৈ ধৰে। এই কথাবোৰেই বিবিধ প্ৰসঙ্গৰ অৱতাৰণা কৰিছে আৰু শেষত একোটা জটিল সমস্যা আগত দেখা দিয়ে। উদাহৰণস্বৰূপে—এজন ব্ৰাহ্মণৰ কন্যাৰ কাহিনী। ব্ৰাহ্মণ কন্যাক তিনিজন কুমাৰে বিয়া কৰাবলৈ ইচ্ছুক। কোনজন কুমাৰলৈ কন্যাক বিয়া দিব সেই লৈ ব্ৰাহ্মণ মহা বিপাঙত পৰিল। সেই সময়তে এটা কেঁটি সাপে ব্ৰাহ্মণ কুমাৰীক দংশন কৰি মৃত্যুৰ মুখত পেলায়। ইয়াতে আপাততঃ সমস্যাৰ অন্ত পৰে, ব্ৰাহ্মণে অন্ত্যেষ্টি ক্ৰিয়া সমাপনৰ বাবে কন্যাৰ শৱটো শ্মশানলৈ নিয়ে। ব্ৰাহ্মণ কন্যাৰ পাণিপ্ৰাৰ্থী তিনিওজন কুমাৰে শ্মশানলৈ আহি এজনে ব্ৰাহ্মণ কন্যাৰ চিতাত জাপ দি আত্মহত্যা কৰে, দ্বিতীয়জনে এটি পৰ্ণকুটীৰ তৈয়াৰ কৰি শোক-সন্তপ্ত অৱস্থাত দিন কটাবলৈ ধৰে, আৰু তৃতীয়জনে সন্ন্যাসী হৈ তীৰ্থপৰ্য্যটন কৰিবলৈ ওলাল। তীৰ্থভ্ৰমণ কৰি থাকোঁতে এদিন কোনো এজন ব্ৰাহ্মণে তেওঁক ভাত খাবলৈ ঘৰলৈ নিমন্ত্ৰণ কৰিলে। তেওঁ ব্ৰাহ্মণৰ ঘৰলৈ গৈ দেখিলে যে ব্ৰাহ্মণ পত্নীয়ে নিজৰ ল'ৰাটোৰপৰা বৰকৈ আমনি পাই থকা হেতু খঙতে তাক পাকশালৰ জুইত পেলাই পুৰি মাৰিলে। তাকে দেখি সন্ন্যাসীয়ে এই নৃশংস ঘৰত ভোজন কৰিবলৈ মান্তি নহ'ল। কিন্তু গৃহপতি ব্ৰাহ্মণে অনুনয় কৰি ভিতৰৰ কোঠালৈ গৈ এখন কিতাপ হাতত লৈ তাৰ কিছু মন্ত্ৰ পাঠ কৰিলত ল'ৰাটো পুনৰ জীৱিত হৈ উঠিল। এই দৃশ্য দেখি অভ্যাসগত সন্ন্যাসী নিজৰ প্ৰেয়সীক তেনেদৰে জীয়াই তুলাৰ অভিলাষেৰে ৰাতি সেই কোঠাটোত সোমাই সেই মন্ত্ৰৰ পুথিখন লৈ মনে মনে ওলাই গ'ল। তেওঁ শ্মশানলৈ অতিশীঘ্ৰে আহি মৃতা প্ৰণয়িণীক পুনৰুজ্জীৱিত কৰিলে। আকৌ

পাণিপ্ৰাৰ্থী কুমাৰসকলৰ মাজত কাজিয়া লাগিল। এই কাহিনী কৈ বেতালে ৰজাৰপৰা সমস্যাৰ সমাধান বিচাৰিলে।

ৰজায়ো এই প্ৰশ্নৰ সমুচিত উত্তৰ দি নিজ বুদ্ধি-বৈভৱ প্ৰকাশ কৰাৰ উদ্দেশ্যে আকুল হৈ উঠিল। ৰজাই বেতালৰ প্ৰশ্নৰ উত্তৰ এইদৰে দিলে—"যিয়ে মৃত কন্যাক পুনৰ্জীৱিত কৰিলে তেওঁ প্ৰকৃততে তাইৰ পিতৃ; যিয়ে তাইৰ মৃত্যুৰ পিচত আত্মহত্যা কৰিছে, তেওঁ তাইৰ ভায়েক। কাৰণ তেওঁ তাইৰ সহোদৰ তুল্য। প্ৰকৃততে পৰ্ণকুটীৰত শোক সাগৰত ডুব গৈ থকা জনহে তাইৰ পতি।" উক্ত কথাকেইষাৰ কওঁতে ৰজাৰ মৌনব্ৰত ভঙ্গ হ'ল। এইদৰে মৌনব্ৰতভঙ্গ হোৱাৰ সুযোগলৈ শৱটো বাৰে বাৰে গছৰ ওপৰলৈ উঠি যায়। এনেকুৱাকৈ বেতালে ৰজা বিক্ৰমাদিত্যক ২৫টা গল্প কৈছিল।

৫। শুকসপ্ততি—শুকসপ্ততি ৭০টা কাহিনীৰ সংকলন। ইয়াৰ লিখক চিন্তামণি ভট্ট। শুকসপ্ততিৰ কথাবস্তু হৈছে—দেৱদাস নামৰ এজন মানুহৰ প্ৰভাৱতী নামে এজনী অৰূপা সুন্দৰী ভাৰ্য্যা আছিল। ৰজাই প্ৰভাৱতীৰ ৰূপ-লাৱণ্যত মুগ্ধ হৈ তেওঁক পাবলৈ ইচ্ছা কৰি দেৱদাসক ষড়যন্ত্ৰ কৰি বিদেশলৈ পঠায়। দেৱদাসৰ এটা পোহনীয়া ভাটৌ চৰাই আছিল। দেৱদাসে ঘৰৰ সকলো দায়িত্ব ভাটৌটোৰ ওপৰত ন্যস্ত কৰি বিদেশলৈ যাত্ৰা কৰিলে। দেৱদাসৰ অনুপস্থিতিত যেতিয়াই প্ৰভাৱতীয়ে ৰাতি বাহিৰলৈ ওলাই যাবলৈ ইচ্ছা কৰে তেতিয়াই তেওঁৰ সতীত্ব নাশ হোৱাৰ আশঙ্কা কৰি প্ৰত্যেক ৰাতি একোটাকৈ গল্পকৈ তাৰ মাজেৰে সেই কুকৰ্মৰ ভয়াবহ ফলৰ কথা সোঁৱৰাই দিয়ে। প্ৰভাৱতীয়ে ভাটৌটোৰ গল্পত মুগ্ধ হৈ বাহিৰলৈ নোলাল। সেইদৰে ভাটৌটোৱে ৭০ দিন-ৰাতি ৭০টা গল্পকৈ প্ৰভাৱতীক আবদ্ধ কৰি ৰাখি আগন্তুক বিপদৰপৰা ৰক্ষা কৰে।

এই গ্ৰন্থখনৰ অনেক পাঠান্তৰ পোৱা যায়। ইয়াৰ গদ্যভাগো কিছু কিছু আলংকাৰিক শৈলীত ৰচিত।

৬। সিংহাসন-দ্বাত্ৰিংশিকা—কোনোৱা জৈন কবি ইয়াৰ ৰচক। মহাৰাজ বিক্ৰমাদিত্যৰ ৩২টা পুতুলা থকা এখন ৰাজসিংহাসন আছিল। বিক্ৰমাদিত্যৰ মৃত্যুৰ পিচত এই সিংহাসনখন মাটিৰ তলত পোত খাই থাকে। কালক্ৰমত ভোজৰজাই এই সিংহাসনখন মাটিৰ তলৰপৰা খান্দি উলিয়াই আৰু যেতিয়া তাত বহিবলৈ যো-জা কৰে তেতিয়া সিংহাসনৰ গাত থকা ৩২টা পুতুলাই জীৱন্তৰূপ ধাৰণ কৰি প্ৰত্যেকে মহাৰাজ বিক্ৰমাদিত্যৰ বিষয়ে একোটাকৈ গল্প কয়।

এই গল্পবোৰৰ সমষ্টিয়েই সিংহাসন-দ্বাত্রিংশিকা গ্ৰন্থ। ইয়াৰ দক্ষিণ ভাৰতৰ সংস্কৰণটোৰ নাম বিক্ৰমাৰ্কচৰিত।

উক্ত গল্প-সাহিত্যবোৰৰ উপৰিও খৃষ্টীয় নৱম শতাব্দীত কাশ্মীৰ নিবাসী অভিনন্দই কাদম্বৰী-কথাসাৰ, জৈন সাহিত্যৰ বিভিন্ন যুগত ৰচিত বিবিধ গল্পৰ ভাণ্ডাৰ হেমচন্দ্ৰৰ প্ৰশস্তিপৰ্ব, বৌদ্ধ সাহিত্যৰ 'দিব্যাবদান' আৰু 'অৱদানশতক', আৰ্য্যশূৰকৃত জাতকমালা আদি উল্লেখযোগ্য।

জাতকমালা খৃষ্টীয় ৪ৰ্থ শতাব্দীৰ গদ্য-পদ্যমিশ্ৰিত গল্প-সাহিত্য। ইয়াৰ কথা-সংগ্ৰহৰ কিছু অংশ উপদেশপৰক আৰু অধিকাংশ বৰ্ণনাত্মক। দুয়ো অংশই কাব্যশৈলীৰ সুন্দৰ নিদৰ্শন।

একাদশ অধ্যায়

# গদ্য-সাহিত্য

**গদ্য-সাহিত্যৰ প্ৰাচীনতা**—সংস্কৃত সাহিত্যত গদ্য সাহিত্যৰ পৰম্পৰা বৈদিক সংহিতাবোৰৰপৰাই প্ৰচলিত। গদ্যৰ বিষয়ে এটা উক্তি আছে—'গদ্য কবীনাং নকষং বদন্তি'। অৰ্থাৎ, গদ্য-সাহিত্য কবিসকলৰ কবিত্ব প্ৰতিভাৰ উৎস। কৃষ্ণ যজুৰ্বেদ, ব্ৰাহ্মণগ্ৰন্থ, উপনিষদ, নিৰুক্ত, মহাভাৰত আৰু মহাভাষ্য আদিত সংস্কৃত গদ্য-সাহিত্যৰ সংবৰ্ধনশীল পৰম্পৰা উপলব্ধ হয়। পৰৱৰ্তীকালত হাজাৰ হাজাৰ টীকা, ব্যাখ্যা, কথাকাব্য, আখ্যায়িকা গ্ৰন্থ আৰু চম্পূ-নাটক আদিত গদ্য ভাষাৰ পৌঢ়ৰূপ দেখিবলৈ পোৱা যায়। তত্ত্বজ্ঞানসংবন্ধী দৰ্শন গ্ৰন্থ, বিজ্ঞান বিষয়ক, জ্যোতিষ গ্ৰন্থ আৰু ভাষাশাস্ত্ৰ সম্বন্ধী ব্যাকৰণৰ গ্ৰন্থ আদিতও গদ্যৰ ফুল-ফল লাগি কালক্ৰমত পূৰ্ণবিকাশৰ সুবিধা পায়।

গদ্যভাষাৰ প্ৰাচীনতম গাথাবোৰ তথা আখ্যায়িকাবোৰ আজিকালি পোৱা নাযায়, তথাপিও পৌৰাণিক গ্ৰন্থসমূহত এই বিষয়ৰ পৰ্য্যাপ্ত বিৱৰণ পাওঁ। সুপ্ৰসিদ্ধ বৈয়াকৰণ বাৰ্তিকাৰ কাত্যায়ন (৪০০ খ্ৰীঃ পূঃ) আখ্যায়িকাৰপৰা সুপৰিচিত। আন এজন বৈয়াকৰণ মহাভাষ্যকাৰ পতঞ্জলিৰ (২০০ খ্ৰীঃ পূঃৰ) বিষয়ে এইটো বিশ্বাস হয় তেওঁৰ 'বাসবদত্তা, সুমনোত্তৰা আৰু ভৈমৰথী' নামৰ আখ্যায়িকা কেইখন পৈণত হাতৰ পৰিচয়। তেওঁৰ 'মহাভাষ্য' গদ্য-সাহিত্য বিকাশৰ পৌঢ় পৰিচায়ক।

ৰুদ্ৰদামনৰ গিৰনাৰ শিলালেখ (১৫০ খ্ৰীঃ), গুপ্তকালীন-শিলালেখ আৰু বিভিন্ন ঠাইত পোৱা হাজাৰ হাজাৰ লিপিবোৰত গদ্যৰ প্ৰাচীন অস্তিত্ব অতি সহজে অনুমান কৰিব পাৰি। গদ্যলেখক বাণভট্টই 'ভট্টাৰক হৰিশ্চন্দ্ৰ' নামৰ এজন নিপুণ গদ্যলেখকৰ নাম উল্লেখ কৰিছে। সেইদৰে জল্হনে কোৱা মতে বৰৰুচিৰ 'চাৰুমতী', ৰোমিল-সোমিল্লৰ 'শূদ্ৰক-কথা', তিলকমঞ্জৰী ৰচক ধনপালৰ মতে শ্ৰীপালিৰ 'তৰঙ্গৱতী কথা' আৰু আংধ্ৰভৃত্য সাতবাহন ৰজাসকলৰ সময়ত লিখা 'শাতকৰ্ণী হৰণ' আৰু 'নমোৱংতী-কথা' আদি গ্ৰন্থইও প্ৰাচীন গদ্যৰ পৰম্পৰা সমৰ্থন কৰে।

দৰ্শনশাস্ত্ৰৰ ক্ষেত্ৰত শাস্ত্ৰীয় গদ্যৰ অৱতাৰণা কৰা পণ্ডিতসকলৰ ভিতৰত

শবৰস্বামী ( ৪০০ খ্ৰীঃ ), শঙ্কৰাচাৰ্য্য ( ৭০০ খ্ৰীঃ ) আৰু জয়ন্তভট্টৰ ( ৯০০ খ্ৰীঃৰ ) নাম উল্লেখযোগ্য। প্ৰৌঢ় মীমাংসক শবৰস্বামীৰ 'কৰ্মমীমাংসা-ভাষ্য', পণ্ডিত শঙ্কৰাচাৰ্য্যৰ 'ব্ৰহ্মসূত্ৰে' গীতা আৰু উপনিষদৰ ভাষ্য আৰু সুপ্ৰসিদ্ধ নৈয়ায়িক পণ্ডিত জয়ন্তৰ 'ন্যায়মঞ্জৰী' আদি দৰ্শনশাস্ত্ৰ গদ্য-সাহিত্যৰ সুনিদৰ্শন।

পৰৱৰ্তীকালত গদ্য-সাহিত্যৰ পূৰ্ণবিকাশ দণ্ডী, সুবন্ধু আৰু বাণৰ লিখনিসমূহত দেখিবলৈ পোৱা যায়। গদ্য-সাহিত্য সমাস বহুল, অতিদুৰূহ আৰু পাণ্ডিত্য প্ৰদৰ্শনৰ দ্বাৰা ভৰপুৰ। এটা সামান্য বিভিন্ন কথাত প্ৰসঙ্গৰ অৱতাৰণা কৰি ইমান জটিল কৰি তুলে যে তাক বুজাটো সহজসাধ্য নহয়।

**আখ্যায়িকাঃ কথা**—শ্ৰব্যকাব্য দুই প্ৰকাৰৰ—পদ্যকাব্য আৰু গদ্যকাব্য। যি ৰচনা ছন্দবদ্ধ নহয় সিয়েই গদ্য। ই চাৰি প্ৰকাৰৰ—১। মুক্তক, ২। বৃত্তগন্ধি, ৩। উৎকলিকাপ্ৰিয় আৰু ৪। চূৰ্ণক। মুক্তক সমাসৰহিত গদ্যবন্ধ। য'ত কেতিয়াবা কেতিয়াবা বৃত্তৰ সমাবেশ থাকে তাৰ নাম বৃত্তগন্ধি গদ্য। বসযুক্ত দীঘল দীঘল পদত ৰচিত গদ্যই হৈছে উৎকলিকাপ্ৰিয় আৰু য'ত সমস্ত সৰু সৰু পদবোৰ উপনিবদ্ধ হয় তাৰ নামেই চূৰ্ণক গদ্য :

'বৃত্তগন্ধোজ্ঝিতং গদ্যং মুক্তকং বৃত্তগন্ধি চ।
ভবেদুৎকলিকা প্ৰায়ং চূৰ্ণকং চ চতুৰ্বিধম্॥
আদ্যং সমাসৰহিতং বৃত্তভাগযুতং পৰম্।
অন্যদ্দীৰ্ঘসমাসাঢ্যং তুৰ্যং চাল্পসমাসকম্॥

গল্প-সাহিত্য দুই শ্ৰেণীত বিভক্ত : কথা আৰু আখ্যায়িকা। কথাত কাহিনীৰ বক্তা আন ব্যক্তিহে, নায়ক নহয়। ক'ৰবাত আৰ্য্যা ছন্দ আৰু ক'ৰবাত বক্ত্ৰ তথা অপবক্ত্ৰ ছন্দৰ প্ৰয়োগ কৰা থাকে। মাঙ্গলিক লোকেৰে ইয়াক আৰম্ভ কৰা হয়। ইয়াত দুষ্টক নিন্দা আৰু সজ্জনক গুণানুকীৰ্ত্তন কৰা হয়।

আখ্যায়িকাও কথাৰ দৰে গদ্য-কাব্যৰ এটা ৰূপ। ইয়াত নায়কৰ অভিজ্ঞতা অতি মনোগ্ৰাহী সৰল-সহজ গদ্যত ৰচিত। আখ্যায়িকাৰ কাহিনী কেবাটাও 'উচ্ছ্বাসত' বিভক্ত। ইয়াত যুদ্ধ বিগ্ৰহ, কন্যাহৰণ, বিচ্ছেদ আৰু নায়কৰ জয়লাভৰ কথা অতি সুন্দৰভাৱে বৰ্ণনা কৰা থাকে। আখ্যায়িকা সংস্কৃতত ৰচিত, কিন্তু কথা সংস্কৃত নাইবা অপভ্ৰংশত ৰচিত। ভামহে কাব্যালংকাৰত লিখিছে।

'প্ৰকৃতানাকুলশ্ৰব্যশব্দাৰ্থপদবৃত্তিনা।
গদ্যেন যুক্তো যুক্তোদাত্তাৰ্থ সোচ্ছ্বাসাখ্যায়িকা মতা॥
বৃত্তমাখ্যায়তে তস্যাং নায়কেন স্বচেষ্টিতম্।

বক্ত্ৰং চাপৰবক্ত্ৰং চ কালে ভাব্যৰ্থশংসি চ ॥
কবেৰভিপ্ৰায়কৃতৈঃ কথনৈঃ কৈশ্চিদঙ্কিতা।
কন্যা হৰণ সংগ্ৰাম বিপ্ৰলম্ভোদয়ান্বিতা ॥
ন বক্ত্ৰাপৰবক্ত্ৰাভ্যাং যুক্তা নোচ্ছ্বাসবত্যপি।
সংস্কৃতং সংস্কৃতাচেষ্টা কথাপভ্ৰংশভাক্ তথা ॥
অন্যৈঃ স্বচৰিতং তস্যাং নায়কেন তু নোচ্যতে।
স্বগুণাবিষ্কৃতিং কুৰ্যাদভিজাতঃ কথং জনঃ ॥

সংস্কৃত কাব্যশাস্ত্ৰবোৰত আখ্যায়িকা আৰু কথাৰ ভিন্নতা দেখুৱাবলৈ কিছুমান বিশিষ্ট নিয়ম দিছে। বাণৰ 'হৰ্ষচৰিত' আখ্যায়িকা আৰু 'কাদম্বৰী' কথাৰ অন্তৰ্গত। বাণৰ মতে আখ্যায়িকাৰ মূলকাহিনী ঐতিহাসিক আৰু কথাৰ মূল-কাহিনী কাল্পনিক।

অগ্নিপুৰাণত গদ্যকাব্য পাঁচ প্ৰকাৰত বিভক্ত—কথা, আখ্যায়িকা, খণ্ডকথা, পৰিকথা আৰু কথানক। ইয়াৰ ভিতৰত আখ্যায়িকা আৰু কথাৰ প্ৰভেদ এইদৰে দেখুৱাইছে—

১। আখ্যায়িকাত লিখকৰ বংশপৰিচয় বিস্তৃতভাৱে থকাৰ উপৰিও কন্যাহৰণ, সংগ্ৰাম, বিপ্ৰলম্ভ আদিৰ বৰ্ণনা থাকে। ইয়াত ৰীতি তথা বৃত্তি প্ৰভাৱশালী স্থান দেখিবলৈ পোৱা যায়। ইয়াৰ কথাবস্তু বক্ত্ৰ আৰু অপৰবক্ত্ৰ নামক শ্লোকেৰে পৰিপূৰ্ণ আৰু উচ্ছ্বাসত বিভক্ত।

২। কথাত আৰম্ভণিতে কবিৰ বংশপৰিচয় লিপিবদ্ধ থাকে। ইয়াত পৰিচ্ছেদ নাই। কেতিয়াবা কেতিয়াবা লম্বকও থাকে।

এইদৰে ভামহে কথা আৰু আখ্যায়িকাৰ মাজত যি পাৰ্থক্য নিৰূপণ কৰিছে তাক বাণভট্টৰ গ্ৰন্থত পূৰ্ণৰূপে দেখা যায়।

কিন্তু ভামহৰ পিচত দণ্ডীয়ে 'কাব্যাদৰ্শত' এই বিষয়ে বিচাৰপূৰ্বক কিছু নতুনত্ব আনিছে। দণ্ডীয়ে কৈছে কাহিনীৰ বক্তা নায়কেই হওঁক বা আন কোনোবা ব্যক্তিয়েই হওঁক, ইয়াৰ কথা-বস্তু উচ্ছ্বাসত বিভক্ত হওঁকেই বা নহওঁকেই, ইয়াত বক্ত্ৰ বা অপৰবক্ত্ৰ ছন্দৰ সমাবেশ হওঁক বা নহওঁকেই—আটাইবোৰ কথাৰ দ্বাৰা ইয়াত মৌলিকতাত কোনো পাৰ্থক্য নাই। বাস্তৱিকতে কথা আৰু আখ্যায়িকা একে গদ্য-শৈলীৰে দুই প্ৰকাৰ। ইয়াত কোনো ভেদ নাই। এইদৰে আখ্যায়িকা আৰু কথাৰ ভামহই যি নিয়ম বান্ধিছিল, দণ্ডীয়ে তাক স্বীকাৰ কৰা নাই।

কাব্যশাস্ত্ৰী ৰুদ্ৰটে এই বিষয়ে মধ্যপন্থা অৱলম্বন কৰিছে। এওঁৰ মতে কথাৰ

আৰম্ভিক পদ্যত গুৰু তথা দেৱতাৰ বন্দনা, তাৰপিচত কবিৰ নিজ বংশৰ পৰিচয় বৰ্ণনা, সৰস সানুপ্ৰাস লক্ষকৰ (শ্লেষৰহিত) পদ্যৰ দ্বাৰা কথাৰ আৰম্ভ, মুখ্যকথা প্ৰস্তুত কৰিবলৈ ভূমিকাত কথান্তৰৰ সমাবেশ আৰু বিষয় কন্যাপ্ৰাপ্তি হোৱা উচিত। ইয়াৰ ভাষা সংস্কৃত হলে গদ্যত আৰু অন্যভাষাত হলে কথা পদ্যত ৰচিত হোৱা উচিত।

তিনিওজন আলংকাৰিকৰ পৰিভাষাৰ তুলনাত্মক পৰীক্ষা কৰিলে দেখা যায় আখ্যায়িকাৰ কথাবস্তু তথ্যপূৰ্ণ ভূতকালিক ঘটনাৰ ওপৰত প্ৰতিষ্ঠিত হোৱা উচিত। ইয়াত ঐতিহাসিক বা অৰ্দ্ধ-ঐতিহাসিকতা থকা উচিত। আনহাতে কথাৰ বস্তু কল্পনা প্ৰসূত হোৱা উচিত। এই ক্ষেত্ৰত আচাৰ্য্য ভামহ আৰু আচাৰ্য্য ৰুদ্ৰটৰ নিয়ম কিছু কিছু মিলে। উক্ত দৃষ্টিকোণৰপৰা আখ্যায়িকা 'হৰ্ষচৰিত'ত আৰু কথা 'কাদম্বৰী'ত আচাৰ্য্য ৰুদ্ৰটৰ বহুত নিয়ম খাটে।

গদ্য-সাহিত্য বুলিলে বিশেষকৈ সুবন্ধু, দণ্ডী আৰু বাণকৃত ৰচনাসমূহলৈ দৃষ্টি পৰে।

**সুবন্ধু**—সুবন্ধুৰ জন্মস্থান ক'ত আৰু আবিৰ্ভাৱ কেতিয়া, সেই বিষয়ে পণ্ডিত-সকল এতিয়াও নিশ্চিত নহয়। কিছুমান পণ্ডিতৰ মতে এওঁ বাণৰ পূৰ্ববৰ্তী, আৰৌ কিছুমানৰ মতে বাণৰ পৰবৰ্তী। তলত দিয়া কথাবোৰৰপৰা সুবন্ধু বাণৰ পৰবৰ্তীকালৰ বুলি কবলৈ প্ৰয়াস কৰে।

সুবন্ধুৱে নিজ গ্ৰন্থত 'কিং বহুনা, দেৱঃ প্ৰমাণম্', 'অচিন্তয়চ্চ' আৰু 'আসীচ্চাস্য মনসি' আদি বাণৰ শব্দাৱলী আৰু পদাৱলী বহু ঠাইত উল্লেখ কৰিছে। বাণে হৰ্ষচৰিতত যি 'বাসৱদত্তাৰ' উল্লেখ কৰিছে, সি সুবন্ধুকৃত নহয়, আন কোনোবা প্ৰাচীন গ্ৰন্থকাৰহে। বাণে 'কাদম্বৰীত' ভাটৌ চৰাইৰ দ্বাৰা কোৱা কথাক অনুকৰণ কৰি সুবন্ধুৱে 'বাসৱদত্তা'ৰ কথা ভাটৌ চৰাইৰ দ্বাৰা কয়। ইয়াৰপৰা ঠিৰাং কৰিব পাৰি সুবন্ধু বাণৰ পৰবৰ্তীকালৰ।

কিন্তু বেছিভাগ পণ্ডিতেই সুবন্ধু বাণৰ পূৰ্বৰ বুলি মতপোষণ কৰে। সুবন্ধু আৰু বাণ দুয়ো বামণাচাৰ্য্যৰ (৮০০ খ্ৰীঃৰ) পূৰ্বৰ। কাৰণ 'কাব্যালংকাৰ সূত্ৰবৃত্তি'ত দুয়োজনৰে ৰচনাৰপৰা উদাহৰণ উদ্ধৃত কৰিছে। কবিৰাজে (১২০০ খ্ৰীঃ) ৰাঘৱপাণ্ডৱীয়ত সুবন্ধু, বাণ আৰু নিজৰ নাম ঐতিহাসিক ক্ৰম দি লিখিছে—'সুবন্ধুবাণভট্টশ্চ কবিৰাজ ইতি ত্ৰয়ঃ'। বাক্‌পতিৰাজৰ (৭০০ খ্ৰীঃৰ) প্ৰাকৃত কাব্য 'গৌড়বহো'ত ভাস আদি গ্ৰন্থকাৰসকলৰ লগত সুবন্ধুৰ উল্লেখ আছে। কিন্তু বাণৰ নাই। মংখৰ (১১ শতাব্দীৰ) 'শ্ৰীকণ্ঠচৰিত'ত বাণ আৰু

সুবন্ধু দুয়োৰে উল্লেখ আছে। কিন্তু সুবন্ধুৰ নাম প্ৰথমে উল্লেখ কৰিছে। বাণে 'কাদম্বৰী'ৰ প্ৰস্তাৱনাত 'অলব্ধবৈদগ্ধ্যবিলাসমুগ্ধয়া ধিয়া নিবদ্ধেয়মতিদ্বয়ী কথা' কৈ যি 'অতিদ্বয়ী কথা'ৰ সংকেত দিছে সি সুবন্ধুৰ 'বাসৱদত্তা' আৰু গুণাঢ্যৰ 'বৃহৎকথা'ৰ বাহিৰে আন একো নহয়।

বাসৱদত্তাৰ অন্তৰঙ্গ প্ৰসঙ্গৰপৰাও সুবন্ধু বাণৰ পূৰ্ববৰ্তী বুলি বিদিত। এইটো নিশ্চিত যে যদি সুবন্ধু বাণৰ পৰবৰ্তীকালৰ, তেনেহলে বাসৱদত্তাৰ স্বয়ম্বৰত উপস্থিত ৰাজকুমাৰ কন্দৰ্পকেতুৰ প্ৰসঙ্গত বৰ্ণিত নল-দময়ন্তী, অজ-ইন্দুমতী, দুষ্যন্ত-শকুন্তলা, নৰবাহন-মদনমঞ্জৰী, নলকুবৰ-ৰম্ভা, ধৰ্মৰাজ-ধূৰ্মোণা, কুবেৰ-ঋদ্ধি আৰু দেবেন্দ্ৰ-ইন্দ্ৰাণীৰ প্ৰসিদ্ধ প্ৰেমাখ্যানৰ চৰিত্ৰদায়কৰ উল্লেখ কৰি এওঁ চন্দ্ৰাপীড় কাদম্বৰীৰ উল্লেখ কৰিছে। উক্ত আধাৰত এইটো স্পষ্টৰূপে প্ৰমাণিত হয় সুবন্ধু বাণৰ পূৰ্বৰ।

তদুপৰি বাণে 'হৰ্ষচৰিত'ৰ প্ৰাস্তৱিক পদ্যত বাসৱদত্তাৰ উল্লেখ কৰিছে। সুবন্ধুৰ ৰচনাৰ দুটা শ্লেষ এনেকুৱা যি এওঁক বাণৰ সমকালীন বুলি সিদ্ধ কৰিছে। ইয়াৰপৰা এইটো অনুমান কৰিব পাৰি সুবন্ধুৱে 'বাসৱদত্তা' ৰচনা কৰে সাত খ্ৰীষ্টাব্দৰ উত্তৰাৰ্দ্ধত। এক শ্লিষ্ট পদৰ দ্বাৰা এওঁ নায়িকাৰ বৰ্ণনা কৰি কৈছে—'বৌদ্ধ-সঙ্গতিমিবালঙ্কাৰভূষিতম্' যাৰ ব্যাখ্যা কৰা টীকাকাৰৰ পৰিচয় ধৰ্মকীৰ্তি প্ৰণীত 'বৌদ্ধসঙ্গত্যলংকাৰ' নামৰ গ্ৰন্থত পোৱা যায়। আন শ্লিষ্টপদত সুবন্ধুৱে নায়িকাৰ সৌন্দৰ্য্য-বৰ্ণনাত 'ন্যায়স্থিতিমিবোদ্যোতকৰস্বৰূপাম্' বুলি কৈ ন্যায়শাস্ত্ৰৰ সুপণ্ডিত 'উদ্যোতকৰ'ক স্পষ্টৰূপে উল্লিখিত কৰিছে। উদ্যোতকাৰ ধৰ্মকীৰ্তিৰ সমকালীন। এতেকে সুবন্ধুৰ আবিৰ্ভাৱকাল সপ্তম খ্ৰীষ্টাব্দৰ পূৰ্বাৰ্দ্ধ।

অৱশ্যে সুবন্ধু, বাণ আৰু দণ্ডী—এই তিনিও জন ব্যক্তি ৫৫০ খ্ৰীঃৰ পৰা ৬৫০ খ্ৰীঃৰ ভিতৰত। কিন্তু সকলোবিলাক কথা অতি সূক্ষ্মভাৱে পৰ্য্যালোচনা কৰি চালে দেখা যায় সুবন্ধু ৬ষ্ঠ শতাব্দীৰ শেষ ভাগৰ। এওঁৰ একমাত্ৰ ৰচনা 'বাসৱদত্তা'।

**বাসৱদত্তাৰ কথা-বস্তু :** 'বাসৱদত্তা'ৰ কথা-বস্তু অতি চুটি। ৰজা চিন্তামণিৰ পুত্ৰ ৰাজকুমাৰ কন্দৰ্পকেতুৱে স্বপ্নত এক 'ওঠৰ বছৰীয়া, কন্যা দেখা পালে। সেই কন্যা-লাবণ্যত আছিল মানৱ মনৰ আকৰ্ষণমন্ত্ৰসিদ্ধি, কামৰূপী যাদুকৰৰ চকুৰন্ধা মহৌষধি আৰু প্ৰজাপতিৰ ত্ৰিভুবনবিলোভন সৃষ্টি। এই অজ্ঞাত সুন্দৰী ৰমণীক বিচাৰি উলিয়াবৰ নিমিত্তে কন্দৰ্পকেতুৱে প্ৰিয়বন্ধু মকৰন্দৰ লগত

নগৰৰ পৰা বাহিৰ হ'ল। পথভ্ৰমণত ক্লান্ত হৈ দুয়ো বিন্ধ্যপৰ্বতৰ পাদদেশৰ এজোপা গছৰ তলত জিৰণি ললে। ৰাতি সেই গছত থকা ভাটৌ-দম্পতীৰ কথা-বতৰা কন্দৰ্পকেতুই শুনিব পালে। সিহঁতৰ কথা-বতৰাৰপৰা কন্দৰ্পকেতুই পাটলীপুত্ৰৰ ৰাজকুমাৰী বাসৱদত্তাৰ কথা জানিব পাৰিলে। এদিন বাসৱদত্তায়ো সোপানত কন্দৰ্পকেতুক দেখা পালে আৰু তেওঁৰ নামো স্বপ্নত শুনিলে। বাসৱদত্তাই সখীয়েক তমালিকাক সেই অপৰূপ যুৱকৰ অনুসন্ধান কৰিবলৈ পঠালে। গছৰ তলত বিশ্ৰাম লৈ থকা কন্দৰ্পকেতু আৰু মকৰন্দই ভাটৌটোৰ কথা শুনি আনন্দিত হৈ উঠিল। ভাটৌ-দম্পতিৰ সহায়ত কন্দৰ্পকেতু আৰু বাসৱদত্তাৰ মিলন হ'ল। বাসৱদত্তাৰ পিতৃশৃঙ্গাৰ শেখৰে বাসৱদত্তাৰ বিবাহ কন্দৰ্পকেতুৰ লগত সম্পন্ন নকৰি কোনোবা বিদ্যাধৰৰ লগত কৰিবলৈ ইচ্ছা কৰিছিল, সেইবাবে দুয়ো প্ৰেমিক-প্ৰেমিকা যাদু-ঘোঁৰাত উঠি বিন্ধ্যপৰ্বতৰ হাবিলৈ পলাই গ'ল। কন্দৰ্পকেতুই শুই থাকোতে হাবিত বাসৱদত্তাক ঘূৰি-ফুৰি থকা অৱস্থাত দেখি তেওঁৰ ৰূপত মুগ্ধ হৈ তেওঁক লাভ কৰাৰ অৰ্থে দুজন কিৰাতৰ মাজত ভয়ানক যুদ্ধ হয়। যুদ্ধত দুয়োজন কিৰাতৰ মৃত্যু হয়। সেই অৰণ্যত এজন ঋষিয়ে আশ্ৰম কৰি আছিল। বাসৱদত্তাই সেই আশ্ৰমত প্ৰৱেশ কৰাত ঋষিৰ শাপত তেওঁ শিলামূৰ্তী ধাৰণ কৰিলে। ইফালে কন্দৰ্পকেতুই দুখতে আত্মহত্যা কৰিবলৈ উদ্যত হ'ল। এনেতে এক দৈৱবাণীয়ে তেওঁক প্ৰিয়াৰ লগত মিলন কৰি দিব বুলি আশ্বাস দিয়ে। শেষত হাবিত ভ্ৰমণ কৰি কৰি বাসৱদত্তাৰ শিলামূৰ্তীক লগ পালে আৰু তেওঁৰ হাতৰ স্পৰ্শত বাসৱদত্তাই পুনৰ মানৱী জীৱন ধাৰণ কৰে। শাপৰ প্ৰভাৱ সমাপ্ত হয়। মকৰন্দইও লগালগি হয়। পিচত নিজৰাজ্যলৈ গৈ কন্দৰ্পকেতুই বাসৱদত্তাৰ লগত অলভ্য মনোবাঞ্ছিত সুখ উপভোগ কৰি বহুদিন কাল কটায়।

**কবিত্ব-প্ৰতিভা**—বাণৰ ৰচনাত যি অপাৰ শব্দভাণ্ডাৰ, অলংকাৰ আৰু কল্পনাৰ অপূৰ্ব সমাবেশ, বৰ্ণনাৰ তীব্ৰ পৰ্য্যবেক্ষণ শক্তি, সঙ্গীতাত্মক ভাষা তথা ভাৱপক্ষৰ তৰলতা বিদ্যমান, সুবন্ধুৰ লিখনিত কেৱল শাব্দী-ক্ৰীড়াহে বিৰাজমান। সুবন্ধুৰ প্ৰাকৃতিক বৰ্ণনাৰ চিত্ৰণও বাণৰ সমকক্ষ নহয়। ভাৱপক্ষৰ চিত্ৰণত সুবন্ধুৰ উৎকৃষ্ট কবিত্ব-প্ৰতিভাৰ পৰিচয় পোৱা নাযায়। বাসৱদত্তাৰ বিৰহ বৰ্ণনাত সুবন্ধুই আনুপ্ৰাসিক চমৎকাৰহে বিশেষ প্ৰদৰ্শন কৰিছে—

'সুকান্তে কান্তিমতি, মন্দং মন্দমপনয় বাষ্পবিন্দুন্। যূথিকালঙ্কৃতে যূথিকে,

সঙ্কাৰয় নলিনীদলতালবৃন্তেনার্দ্রবাতান্ এহি ভগবতি নিদ্রে অনুগৃহাণ মাম্, ধিক্-ইন্দ্রিয়ৈৰপৰৈঃ, কিমিতি লোচনময়াস্তেৰ কৃতান্যঙ্গানি বিধিনা। ভগবন্ কুসুমায়ুধ, তবায়মঞ্জলিঃ অনুবশো ভব ভাববতি মাদৃশে জনে। মলয়ানিল সুৰতমহোৎ-সৱদীক্ষাগুৰোৰহং যথেষ্টম ; অপগতা মমঃ প্রাণাঃ, ইতি বহুবিধং ভাবমাণা বাসৱদত্তা সখীজনেন সমং সংমুমূৰ্চ্ছ।' (পৃঃ—১৪৩—৪৪)

অৰ্থাৎ, "সখি কান্তিমতি, মোৰ চকুলো লাহে লাহে মুছি দিয়া। যুথিকাৰ ফুলৰ দ্বাৰা অলংকৃত সখি যুথিকে, কমল-পাতৰ বিচনীৰে শীতল বা দিয়া। ভগৱতি নিদ্রে, আহা, মোক কৃপা কৰা। আন ইন্দ্রিয়বোৰ ব্যৰ্থ। ব্ৰহ্মাই মোৰ শৰীৰত আটাইবোৰ ইন্দ্রিয়ৰ কিয় চকু তৈয়াৰ নকৰিলে। ভগবান কুসুমায়ুধ, এইয়া প্ৰণামাঞ্জলি, প্ৰেমৰ দ্বাৰা অভিভূত মোৰ নিচিনা ব্যক্তিক কৃপা কৰা।

সুৰতমহোৎসৱদীক্ষাগুৰু মলয়ানিল, খুব বেছি, মোৰ প্ৰাণ ওলাই যায়—এইদৰে অনেক কথা কৈ বাসৱদত্তাই সখীয়েকসকলৰ লগত মূৰ্চ্ছিত গ'ল।"

বাণৰ দৰে সুবন্ধুৰ ৰচনা-শৈলীত দীঘল দীঘল বাক্যৰ প্রয়োগ নাই। সুবন্ধুৱে দীঘল দীঘল সমাসান্ত পদ প্রয়োগ কৰিলেও কথোপকথনত চুটি চুটি বাক্য প্রয়োগ কৰিছে। বৰ্ণনাত বাণৰ দৰে সুবন্ধুৰো বাক্য দীঘলীয়া। উদাহৰণ-স্বৰূপে সপোনত দৃষ্ট বাসৱদত্তাৰ বৰ্ণনা পুৰা ২০পৃষ্ঠাত লিখা। নায়ক-নায়িকাৰ বৰ্ণনাত কবিয়ে উপমা, উৎপ্রেক্ষা, শ্লেষ আদি অলংকাৰৰ পিনে অধিক মন দিয়ে।

শ্লিষ্ট প্রয়োগত সুবন্ধু অতি বিচক্ষণ। দুটা-এটা বৰ্ণনাৰ মাজত স্বভাবোক্তিৰ ৰমণীয়তা দেখা যায়। বিন্ধ্যপৰ্বতত হাতীৰ লগত বাঘৰ যুদ্ধ লগা বৰ্ণনাত স্বভাবোক্তিৰ সমাবেশ ঘটা দেখা যায়।

সুবন্ধু চমৎকাৰবাদী কবি। এওঁৰ অলংকাৰৰ প্রয়োগ কেৱল অলংকাৰৰ বাবেই হৈছে। ই অলংকাৰ্য্য বা ৰসৰ উপকাৰক হোৱা নাই।

ৰবিক শ্লেষ যোজনা অভঙ্গ তথা সভঙ্গ দুয়োটাতে পোৱা যায়। কিন্তু এওঁ অভঙ্গ শ্লেষত অধিক পটু। অভঙ্গ শ্লেষৰ এটা নমুনা দিয়া হ'ল—

'স ৰসবত্তা বিহিতা ন বকা বিলসন্তি চৰতি নো কঙ্কঃ।
সৰসীব কীৰ্তিশেষং গতবতি ভুবি বিক্রমাদিত্যে ॥'

অৰ্থাৎ "যিদৰে পুখুৰীত বোকা শেষ হলে সৰলপক্ষী গুচি যায়, বগলীও দেখা নেযায়

আৰু কৰ পক্ষীও বিচৰণ নকৰে, সেইদৰে বিক্ৰমাদিত্যৰ কীৰ্তি শেষ হোৱাত এওঁৰ ৰসিকতা বিনাশ হ'ল।"

কবিৰ এনেকুৱা অপ্ৰসিদ্ধ তথা কঠিন শ্লেষ প্ৰয়োগৰ হেতু পণ্ডিতসকলে তেওঁৰ ৰচনাৱলী স্পষ্টৰূপে বুজা দুঃসাধ্য। কবিয়ে লিখনিত অৰ্থ বুজিবৰ নিমিত্তে পাঠক-মণ্ডলীৰ ওপৰত 'কোষং পশ্যন্ পদে পদে' উক্তিৰ চৰিতাৰ্থ কৰিছে।

বাণ—বাণে হৰ্ষচৰিতৰ প্ৰথম তিনি উচ্ছ্বাসত আৰু কাদম্বৰীৰ প্ৰস্তাৱনাত নিজৰ পৰিচয় দিছে। এওঁ আছিল বৎস গোত্ৰৰ ব্ৰাহ্মণ আৰু এওঁৰ পূৰ্বৰ নাম আছিল 'কুবেৰ'।

কুবেৰ আছিল কৰ্মকাণ্ডী আৰু শ্ৰুতিশাস্ত্ৰ সম্পন্ন ব্ৰাহ্মণ। নিজৰ পাণ্ডিত্যৰ পৰিচয় দি বাণে কৈছে যে ভাটৌৰ মাতৰ সহায়ত শিষ্যসকলক যজুৰ্বেদ আৰু সামবেদৰ মন্ত্ৰৰ উচ্চাৰণ শিকাইছিল। কুবেৰৰ চাৰিজন পুত্ৰ—অচ্যুত, ঈশান, হৰ আৰু পাশুপত। পাশুপতৰ পুত্ৰ অৰ্থপতি। অৰ্থপতিৰ এঘাৰজন পুত্ৰ জন্মে। এওঁলোকৰ ভিতৰত এজনৰ নাম চিত্ৰভানু। বাণ আছিল চিত্ৰভানুৰ পুত্ৰ। এওঁৰ মাতৃৰ নাম ৰাজদেৱী। বাণৰ সৰুকালতেই মাতৃ বিয়োগ হয়। ১৪ বছৰ বয়সত ভৰি দিওঁতে পিতৃ-বিয়োগও হয়।

পিতৃৰ মৃত্যুৰ পিচত অভিভাৱকৰ অভাৱত বাণ উচ্ছৃঙ্খল হৈ পৰে। ভিন্ ভিন্ ধৰণৰ মানুহৰ সংস্পৰ্শত থাকি বহুতো দেশ-বিদেশ পৰ্য্যটন কৰি ঘৰলৈ উভতি আহি বিদ্যা অধ্যয়ন কৰি আগৰ উচ্ছৃঙ্খল স্বভাৱ পৰিহাৰ কৰে। এদিন মহাৰাজ হৰ্ষবৰ্ধনৰ ভায়েক কৃষ্ণই বাণক ৰাজসভালৈ আমন্ত্ৰণ কৰে। পিছদিনাখন বাণ ঘৰৰপৰা ৰাওনা হ'ল। ৰাজদৰবাৰলৈ গৈ প্ৰথমে তেওঁ ৰজাৰপৰা সমাদৰ নাপালে। পিছত কৃষ্ণৰ সহায়ত ৰাজসভাত আদৰ-সম্ভাষণ পায় আৰু লাহে লাহে হৰ্ষৰ বিশ্বাসপাত্ৰ তথা স্নেহভাজন হৈ পৰে।

বাণৰ আবিৰ্ভাৱকাল সম্পৰ্কে পণ্ডিতসকলৰ মাজত মতানৈক্য আছে যদিও তলত দিয়া কথাখিনিৰপৰা ৭ম শতাব্দী বুলি জনা যায়। হৰ্ষই ৬০৬ খ্ৰীঃত ৰাজপাটত বহে আৰু ৬৪৮ খ্ৰীঃত মৃত্যুবৰণ কৰে। এই ক্ষেত্ৰত ইতিহাসকাৰ-সকল দ্বিমত নহয়। দানপত্ৰ তথা তাম্ৰপত্ৰবোৰৰপৰা হৰ্ষ এই সময়ৰ বুলি প্ৰমাণিত হৈছে। তদুপৰি আচাৰ্য্য কয্যকৰ 'অলংকাৰসৰ্বস্ব'ত, ভোজৰ 'সৰস্বতী-কণ্ঠাভৰণ'ত, ধনঞ্জয়ৰ 'দশৰূপক'ত, আনন্দবৰ্ধনৰ 'ধ্বন্যালোক'ত, বামনাচাৰ্য্যৰ 'কাব্যালংকাৰ সূত্ৰবৃত্তি'ত বাণৰ তথা তেওঁৰ ৰচনাৱলীৰ যি উল্লেখ আছে তাৰপৰা প্ৰমাণিত হয় বাণ ৭ম শতাব্দীৰ।

**ৰচনাৱলী**—বাণৰ নামত মূলতঃ তিনিখন গ্ৰন্থ পোৱা যায়—চণ্ডীশতক, হৰ্ষচৰিত আৰু কাদম্বৰী। নলচম্পুৰ টীকাকাৰ চণ্ডপালে বাণৰ নামেৰে 'মুকুট-তাড়িতক' নামক এখন নাটকৰ উল্লেখ কৰিছে। সম্প্ৰতি ই দুষ্প্ৰাপ্য। কিছুদিন আগেয়ে ভুলবশতঃ বাণৰ নামেৰে 'পাৰ্বতী পৰিণয়' নামক নাটকখন উল্লেখ কৰা হৈছিল। কিন্তু এতিয়া স্পষ্টীকৰণ হৈছে যে ই বামণভট্টৰ দ্বাৰাহে ৰচিত, বাণভট্টৰ নহয়।

**হৰ্ষচৰিতৰ কথা-বস্তু**—হৰ্ষচৰিতৰ প্ৰথম উচ্ছ্বাস ২৩টা পদ্যৰ প্ৰস্তাৱনাৰে আৰম্ভ। ইয়াত কবিয়ে তেওঁৰ পূৰ্ববৰ্তী শ্ৰেষ্ঠ কবি আৰু গদ্যকাৰসকলৰ যশগুণ কীৰ্তন কৰিছে। প্ৰস্তাৱনাত মহাভাৰত ৰচয়িতা ব্যাস, 'বাসবদত্তা'ৰ ৰচক সুবন্ধু তথা হৰিশচন্দ্ৰৰ গদ্য-প্ৰবন্ধক শ্ৰদ্ধাসহকাৰে স্মৰণ কৰিছে। ইয়াৰ বাহিৰেও শাতবাহনৰ প্ৰাকৃত গদ্যসমূহ, প্ৰৱৰসেনৰ সেতুবন্ধ, ভাসৰ নাটক তথা কালিদাসৰ 'মধুৰসাদ্ৰ' কবিতা আৰু গুণাঢ্যৰ বৃহৎ কথাৰ নাম উল্লেখ কৰিছে।

প্ৰথম উচ্ছ্বাসত প্ৰথমে বাণে বংশ পৰিচয় দিয়ে। বাণে ইয়াত বাৎস্যায়ন গোত্ৰ ব্ৰাহ্মণসকলৰ উৎপত্তিৰ সংকেত কৰাৰ লগতে দুৰ্বাসাই সৰস্বতীক শাপ দিয়াৰ কথা লিপিবদ্ধ কৰে। শাপৰ ফলত সৰস্বতীৰ জন্ম হয় মৰ্ত্যলোকত। সৰস্বতীৰ লগত সাবিত্ৰীও পৃথিৱীলৈ আহে। দুয়ো এটা নদীৰ তীৰত লতাগুল্মৰ তলত বহি থাকোঁতে সসৈন্যে ঘোঁৰাত উঠি অহা এজন ওঠৰ বছৰীয়া যুৱক দেখা পালে। যুৱকৰ সৰস্বতীৰ ওপৰত দৃষ্টি পৰে আৰু দুয়ো দুয়োৰে প্ৰতি আসক্ত হয়। যুৱকজন আছিল চ্যৱন ঋষিৰ পুত্ৰ দধীচি। সৰস্বতী তথা দধীচিৰ প্ৰণয় কাহিনী প্ৰথম উচ্ছ্বাসত বিস্তৃতভাৱে বৰ্ণনা কৰিছে। সাবিত্ৰী আৰু দধীচিৰ বন্ধু বিকুক্ষিৰ যত্নত প্ৰেমিক-প্ৰেমিকা দুয়োৰে মিলন হ'ল। সৰস্বতীৰ গৰ্ভত সাৰস্বত নামৰ এজন পুত্ৰ-সন্তান ওপজে। সাৰস্বতক লালন-পালন কৰে অক্ষমালা নামৰ এজন ঋষিপত্নীয়ে। অক্ষমালাৰ পুত্ৰ বৎসই সাৰস্বতৰ লগত খেলা-ধূলা কৰি ডাঙৰ-দীঘল হয়। এই বংশতেই বাণৰ বংশধৰ কুবেৰৰ জন্ম হয়। ইয়াৰ কেইবা পীড়িমান পিছত জন্ম হয় চিত্ৰভানুৰ। চিত্ৰভানুৰ ঔৰসত জন্ম হয় বাণৰ।

দ্বিতীয় উচ্ছ্বাসত বাণে কৃষ্ণৰপৰা চিঠি পাই ৰজাক দেখা কৰিবলৈ নিজ পুৰী এৰি ৰাজদৰবাৰলৈ ৰাওনা হয়। দ্বিতীয় উচ্ছ্বাসৰ আৰম্ভণিত গ্ৰীষ্মৰ প্ৰচণ্ডতাৰ বৰ্ণনা তথা ৰাজদৰবাৰৰ বৰ্ণনা অত্যাধিক অলংকৃত আৰু কলাত্মক।

তৃতীয় উচ্ছ্বাসত বাণে কিছুদিনৰ পিচত নিজ পুৰীলৈ উভতি আহে। গাওঁলৈ

উভতি আহি ভায়েকৰ অনুৰোধ ক্ৰমে বাণে হৰ্ষৰ চৰিত্ৰ বৰ্ণনা কৰে। এই উচ্ছ্বাসত থানেশ্বৰৰ বিস্তৃত বৰ্ণনা তথা ৰজাসকলৰ বংশৰ বৰ্ণনা কৰি কাল্পনিক অৰ্দ্ধ-ঐতিহাসিক ৰজা পুষ্পভূতিৰ সংকেত দিয়ে। পুষ্পভূতি আছিল হৰ্ষৰ পূৰ্বপুৰুষ। ইয়াত পুষ্পভূতি আৰু ভৈৰবাচাৰ্য্য নামক শৈৱ যোগীৰ মূলৰ বৰ্ণনা পোৱা যায়।

হৰ্ষচৰিতৰ বাস্তৱিক কথা আৰম্ভ হয় চতুৰ্থ উচ্ছ্বাসৰপৰা। প্ৰভাকৰবৰ্দ্ধনৰ বৰ্ণনা কৰাৰ সময়ত তেওঁৰ শৌৰ্য্য-বীৰ্য্যৰ কথা লিপিবদ্ধ কৰা নাই। আৰম্ভণিত ৰাজমহিষী যশোৱতীৰ স্বপ্নৰ বৰ্ণনা কৰিছে। পিছত যশোৱতীৰ প্ৰথম প্ৰসৱৰ সংকেত দিয়ে। ৰাজ্যবৰ্দ্ধনৰ জন্মৰ পিছত হৰ্ষ আৰু ৰাজ্যশ্ৰীৰ জন্মৰ বৰ্ণনা আৰু মৌখৰি গৃহবৰ্মাৰ লগত ৰাজ্যশ্ৰীৰ বিবাহৰ কথা নিবদ্ধ কৰা আছে। ইয়াত ৰাজ্যবৰ্দ্ধনে হুণবিজয়ৰ বাবে যাত্ৰা কৰাৰ কথা' পোৱা যায়। হৰ্ষইও ৰাজ্যবৰ্দ্ধনৰ লগত যাত্ৰা কৰে, কিন্তু মাজবাটতে তেওঁ মৃগয়া কৰিবলৈ বৈ যায়। মৃগয়া কৰি থাকোতে হৰ্ষই পিতাকৰ বেমাৰ হোৱা বুলি খবৰ পাই ৰাজধানীলৈ উভতি গ'ল। পিতাকৰ অৱস্থা অতি সঙ্কটজনক। প্ৰভাকৰবৰ্দ্ধনক অন্তিম অৱস্থা দেখি যশোৱতীয়ে আগেয়ে নদীৰ তীৰত চিতাত সতী যাবলৈ ইচ্ছা কৰে। হৰ্ষই চকুলো টুকি টুকি বাধা দিয়ে। কিন্তু যশোৱতীয়ে পতি বিয়োগৰ পূৰ্বে ইহসংসাৰ ত্যাগ কৰিবলৈ ইচ্ছা প্ৰকাশ কৰে। এইদৰে হৰ্ষই মাতৃবিয়োগ দুখ সহ্য কৰিব লগা হয়। ইতিমধ্যে প্ৰভাকৰবৰ্দ্ধনৰ পঞ্চত্ব প্ৰাপ্ত হ'ল।

ষষ্ঠ উচ্ছ্বাসত ৰাজ্যবৰ্দ্ধনে হুণবিলাকক পৰাজয় কৰি উলটি আহে। এওঁ ৰাজ্যভাৰ হৰ্ষক দিবলৈ ইচ্ছা কৰে। ইতিমধ্যে মালৱৰাজে গ্ৰহবৰ্মাক বধ কৰি ৰাজ্যশ্ৰীক বন্দী কৰা বুলি খবৰ পায়। ৰাজ্যবৰ্দ্ধনে মালৱৰাজক আক্ৰমণ কৰিবলৈ সসৈন্যে প্ৰস্থান কৰে। হৰ্ষ ৰাজধানীতে থাকিল। ৰাজ্যবৰ্দ্ধনে মালৱৰাজক পৰাজয় কৰি উলটি আহোতে বাটত গৌড়াধিপতিয়ে তেওঁক বধ কৰে। হৰ্ষই খবৰ পাই গৌড়াধিপতিৰ বিৰুদ্ধে যুদ্ধ ঘোষণা কৰিবলৈ ওলাল। কিন্তু সেনাপতি সিংহনাদৰ পৰামৰ্শ মতে যুদ্ধ ঘোষণা কিছুদিনৰ বাবে স্থগিত ৰাখিলে।

সপ্তম উচ্ছ্বাসত হৰ্ষৰ সেনাসকলৰ বিস্তৃত বৰ্ণনা পোৱা যায়। প্ৰাগ্‌জ্যোতিষ-পুৰৰ ৰজাৰ দূতে ৰাজসভালৈ আহি নৰক ৰজাক বৰুণে দিয়া ছত্ৰটো হৰ্ষক উপহাৰস্বৰূপে দিয়ে। এই ছাতিটো বংশপৰম্পৰা হিচাবে ভগদত্তই পায় আৰু এওঁৰ কেই পীড়িমান পিছত প্ৰাগ্‌জ্যোতিষেশ্বৰে পায়। প্ৰাগ্‌জ্যোতিষৰ ৰজাই মিত্ৰতাৰ চিন স্বৰূপে এই ছাতিটো হৰ্ষক উপহাৰ দিয়ে।

অষ্টম উচ্ছ্বাসত হৰ্ষই বিন্ধ্যপৰ্বতৰ হাবিত প্ৰৱেশ কৰে আৰু নিষাদৰ সহায়ত ৰাজ্যশ্ৰীক উদ্ধাৰ কৰিবলৈ হাবিত প্ৰবেশ কৰে। দুয়ো গৈ দিবাকৰ মিত্ৰ নামৰ ঋষিৰ আশ্ৰমত উপস্থিত হ'ল। হৰ্ষই দিবাকৰ মিত্ৰক ৰাজ্যশ্ৰীৰ কথা সুধিলে। এনেতে এজন ভিক্ষু আহি কোনো এজনী তিৰোতাই চিতাত জাপ দি প্ৰাণ বিসৰ্জন দিবলৈ ওলোৱা বুলি খবৰ জনালে। হৰ্ষই শীঘ্ৰে গৈ চিতাত জাপ দিবলৈ ওলোৱা অৱস্থাত ৰাজ্যশ্ৰীক উদ্ধাৰ কৰিলে। ৰাজ্যশ্ৰীক লৈ হৰ্ষ ৰাজধানীলৈ উভটিল। এইয়ে হৰ্ষচৰিতৰ কাহিনী।

হৰ্ষচৰিত এখন ঐতিহাসিক গ্ৰন্থ। ইয়াত তৎকালীন ভাৰতৰ সাংস্কৃতিক আৰু বৌদ্ধিক জীৱনৰ হুবহু চিত্ৰ দাঙি ধৰিছে।

সেই যুগত কাব্য আৰু কলাৰ প্ৰতি মানুহৰ কিমান অনুৰাগ আছিল তাৰ পৰিচয় হৰ্ষচৰিতৰ প্ৰথম উচ্ছ্বাসত বৰ্ণিত পদগোষ্ঠী, কাব্যগোষ্ঠী, গীতগোষ্ঠী, বাদ্যগোষ্ঠী, নৃত্যগোষ্ঠী আৰু বীণা গোষ্ঠীৰপৰা পাওঁ। সেই সময়ৰ দ্বিজজাতি অতি সুসংস্কৃত। ধৃতি, ক্ষমা, শান্তি, কৰ্তব্যনিষ্ঠা, কলবিজ্ঞতা, শাস্ত্ৰৰুচি আৰু কাব্যপ্ৰেম আদি গুণবোৰ তেওঁলোকৰ মাজত বিদ্যমান।

ইয়াত বাণৰ অলৌকিক বৰ্ণনাশক্তিৰ পৰিচয় পোৱা যায়। হৰ্ষৰ জন্মকালৰ বৰ্ণনা আনন্দ উল্লাসেৰে ভৰপুৰ। প্ৰভাকৰবৰ্দ্ধনৰ অন্তিম কালৰ দৃশ্য কৰুণা আৰু বিষাদেৰে পৰিপূৰ্ণ। ঐতিহাসিক দৃষ্টিকোণৰপৰা হৰ্ষচৰিতৰ মূল্য যথেষ্ট।

**কাদম্বৰী**—কাদম্বৰী কথাত চন্দ্ৰাপীড় তথা পুণ্ডৰীক দুয়োজন নায়কৰ তিনিটা জন্মৰ কাহিনী বৰ্ণিত। পূৰ্বাৰ্দ্ধৰ আৰম্ভণিত বিদিশাৰ ৰজা শূদ্ৰকৰ বিস্তৃত বৰ্ণনা পোৱা যায়। এদিন শূদ্ৰকৰ ৰাজদৰবাৰত এজনী চণ্ডালকন্যাই মানুহৰ মাত মাতিব পৰা এটা ভাটৌ চৰাই আনিলে। বৈশম্পায়ন নামৰ ভাটৌটোৰ মুখৰপৰা কাদম্বৰীৰ কথা শুনালে। ভাটৌচৰাইটোৰ কথাৰ মাজত জাবালিৰ দ্বাৰা কোৱা চন্দ্ৰাপীড় আৰু বৈশম্পায়নৰ কথা ওলায়। ইয়াৰ মাজতে পুনৰ মহাশ্বেতাৰ দ্বাৰা কোৱা মহাশ্বেতা তথা পুণ্ডৰীকৰ প্ৰণয় কাহিনী বৰ্ণিত। মহাশ্বেতাৰ লগত মিলন হোৱাৰ পিচত চন্দ্ৰাপীড়ৰ কাদম্বৰীৰ লগত সাক্ষাৎ হয় আৰু দুয়ো পৰস্পৰে পৰস্পৰৰ প্ৰতি আসক্ত হয়। কাদম্বৰী তথা চন্দ্ৰাপীড়ৰ প্ৰণয় কাহিনী কাদম্বৰীৰ বহুত পিচত অৱতৰণা কৰিছে। চন্দ্ৰাপীড় উজ্জয়িনীলৈ উভটি আহে। তাম্বূলকৰঙ্কবাহিনী পত্ৰলেখা চন্দ্ৰাপীড়ৰ ওচৰলৈ আহি কাদম্বৰীৰ খবৰ-বাতৰি জনায়। ইয়াতেই কাদম্বৰীৰ পূৰ্বভাগ সমাপ্ত হয়।

উত্তৰাৰ্দ্ধত চন্দ্ৰাপীড় কাদম্বৰীৰ ওচৰলৈ বাওনা হৈ মহাশ্বেতাৰ কাষ চাপে। মহাশ্বেতাৰপৰা তেওঁৰ বন্ধু বৈশম্পায়নৰ বিপত্তিৰ কথা জানে। বৈশম্পায়নে মহাশ্বেতাক দেখি মোহিত হৈ প্ৰণয়ৰ প্ৰস্তাৱ দিয়ে। ইয়াতে তপস্বিনী মহাশ্বেতাই তেওঁক অভিশাপ দিয়ে। ফলত বৈশম্পায়ন এটা ভাটৌ চৰাই হয়। ইপিনে বন্ধুৰ বিপৰ্য্যৰ বাৰ্তা শুনি চন্দ্ৰাপীড়েও দেহত্যাগ কৰে। কাদম্বৰীয়ে আহি বিলাপ কৰিব ধৰিলে। চন্দ্ৰাপীড়ৰ শৰীৰ মৃত্যুৰ পিচতো নিৰ্বিকাৰ হৈ থাকিল। তাৰাপীড় আৰু দেৱী বিলাসৱতী পুত্ৰৰ মৃত্যুৰ বাতৰি পাই অত্যধিক উদ্বিগ্ন হৈ উঠিল। জাবালিৰ কথা ইয়াতে সমাপ্ত হয়। পিচত শুকক (পুণ্ডৰীকক) অন্বেষণ কৰি তেওঁৰ মিত্ৰ কপিঞ্জলে জাবালিৰ আশ্ৰমলৈ আহে, আৰু বন্ধুৰ এনেকুৱা মাৰ্মিক দশা দেখি তেওঁৰ অন্তৰ আবেগত কান্দি উঠিল। এদিন ভাটৌ-চৰাইটো জাবালিৰ আশ্ৰমৰপৰা উৰি গুছি গ'ল। এজন চণ্ডালে ভাটৌচৰাইটো ধৰি আনি জীয়েকক দিলে। চণ্ডাল কন্যাই ভাটৌটো শূদ্ৰকৰ ওচৰলৈ লৈ আহে। চণ্ডাল কন্যাই নিজৰ প্ৰকৃত পৰিচয় দিয়াৰ সময়ত কলে যে তেওঁ পুণ্ডৰীকৰ মাতৃ লক্ষ্মীদেৱী। পুণ্ডৰীকেই পূৰ্বজন্মৰ বৈশম্পায়ন আৰু ইহ জন্মৰ ভাটৌচৰাই। শূদ্ৰক পূৰ্বৰ জন্মৰ চন্দ্ৰাপীড়। এই কথা কৈ লক্ষ্মীদেৱী অন্তৰ্ধান হ'ল। পিছত শূদ্ৰক আৰু ভাটৌচৰাইটোৱে নিজৰ শৰীৰ ত্যাগ কৰে। চন্দ্ৰাপীড় পুনৰ্জীবিত হৈ উঠিল আৰু আকাশৰপৰা পুণ্ডৰীক নামি আহিল। প্ৰেমিক-প্ৰেমিকাৰ মাজত অভিশাপে যি বিপৰ্য্যয় ঘটাইছিল, সি আঁতৰি গ'ল। মহাশ্বেতাৰ পুণ্ডৰীকৰ আৰু কাদম্বৰীৰ লগত চন্দ্ৰাপীড়ৰ লগত মিলন হ'ল।

কাদম্বৰী বাণৰ শ্ৰেষ্ঠ ৰচনা। ই দুইভাগত বিভক্ত—পূৰ্বাৰ্দ্ধ আৰু উত্তৰাৰ্দ্ধ। পূৰ্বাৰ্দ্ধ গ্ৰন্থখনৰ দুই-তৃতীয়াংশ আৰু ই বাণৰ ৰচিত। উত্তৰাৰ্দ্ধ কাদম্বৰী কেৱল তৃতীয় অংশহে। পিতৃবিয়োগৰ পিচত পুলিন্দভট্টই এই অংশ ৰচনা কৰি কাদম্বৰী সম্পূৰ্ণ কৰে। কাদম্বৰী সংস্কৃত গদ্য-সাহিত্য কাননৰ কাঞ্চন-মণি। শব্দ আৰু অৰ্থ, ভাষা আৰু ভাব—দুয়োৰে যথাযথ সমাবেশ গদ্যকাব্যত দেখা যায়। বৰ্ণনাৰ চাতুৰতাও অতি চমৎকাৰ। ক'ৰবাত বিন্ধ্যাচলৰ গভীৰ বন তথা সাহসপ্ৰেমী সৈন্যৰ ৰোমাঞ্চকাৰী বৰ্ণনা, কৰবাত ধৰ্মৰ সাক্ষাৎ মূৰ্তি, সদয়তাৰ পৰম অৱতাৰ, আধ্যাত্মিকতাৰ জলন্ত নিদৰ্শন, জাবালিমুনি তথা তেওঁৰ পৰমপাৱন মনভাৱন আশ্ৰমৰ সুভগ শোভাই পাঠকৰ হৃদয় আপ্লুত কৰে। ক'ৰবাত বাল্যকালত গন্ধৰ্বৰ কোলাত বিহাৰ কৰা কলভাষিণী বীণাৰ নিচিনা মঞ্জুবাদিনী স্নিগ্ধহৃদয়তা মহাশ্বেতাৰ বিৰহবিধুৰা মূৰ্তিৰ দৰ্শন পোৱা যায়। আকৌ কৰবাত অলোক সামান্য সৌধ্যৰ

অনুসৰকাৰী গন্ধৰ্ব ৰাজ-কন্যা সকলঙ্কলৰ। কমনীয় কলেৱৰা কাদম্বৰীৰ প্ৰেমময়ী কথাই শ্ৰোতাসকলৰ চিত্তক আকৃষ্ট কৰিছে। সৰ্বত্ৰ অলংকাৰৰ মধুৰ ঝংকাৰে কৰ্ণক সুখদান কৰি আছে—ৰাগাত্মিকা বৃত্তিৰ সুভগ ব্যঞ্জনাই হৃদয়ক কোমাকিত কৰি ৰাখিছে। বাস্তৱিকতে অলংকাৰ তথা ৰসৰ মধুৰ মিলনত—ভাষা তথা ভাবৰ পৰস্পৰ সম্পৰ্কত কল্পনা তথা বৰ্ণনাৰ অনুৰূপ সংঘটনত—কাদম্বৰী সংস্কৃত সাহিত্যত অনুপম আৰু অদ্বিতীয়। কাদম্বৰী ৰসিক হৃদয়ক মতলীয়া কৰি তোলা কাদম্বৰী অৰ্থাৎ মিঠা মদিৰা। বাণভট্টৰ পুত্ৰ পুলিন্দভট্টই লিখি গৈছে—

'কাদম্বৰীৰসভৰেন সমস্ত এব
মত্তো ন কিঞ্চিদপি চেতয়তে জনোঽয়ম্।"

উক্ত কথাফাকিৰ চৰিতাৰ্থ প্ৰকৃততে কাদম্বৰীত প্ৰতীয়মান।

**বাণোচ্ছিষ্টং জগৎ সৰ্বম্**—বাণৰ পৰৱৰ্তীকালৰ গদ্যলেখকসকলে তেওঁৰ উচ্ছিষ্ট পাই পৰম সন্তোষ লাভ কৰে। বাণে কোনো এটা ক্ষেত্ৰও বাদ দিয়া নাই আৰু সহৃদয় সমালোচকে গোটেই কাব্যবিষয়, সমস্ত অভিব্যঞ্জনাপক্ষ আৰু ভাৱত বাণৰ উচ্ছিষ্ট ঘোষণা কৰিছে—'বাণোচ্ছিষ্টং জগৎ সৰ্বম্।'

বাণৰ প্ৰণয় চিত্ৰণ অত্যধিক উদাত্ত আৰু ৰমণীয়। কাদম্বৰী আৰু চন্দ্ৰাপীড়ৰ প্ৰথম মিলনৰ বৰ্ণনাত—ৰাজকুমাৰৰ সাক্ষাতৰ পিচত কাদম্বৰীৰ উৎকণ্ঠাপূৰ্ণ ভাব তথা সাত্ত্বিক ভাবৰ বৰ্ণনাত বাণে কাদম্বৰীৰ অন্তস্থিত ভাবক ভাষাত ৰূপ দিবলৈ সফল যত্ন কৰিছে। এই বৰ্ণনাত প্ৰথমে ৰাগোদ্বোধযুক্ত যুৱক চন্দ্ৰাপীড় আৰু অভিনৱ যৌৱনা কুমাৰী কাদম্বৰীৰ হৃদয়ৰ ৰঙীন উজ্জ্বলতা দেখিবলৈ পোৱা যায়।

বাণে নায়ক-নায়িকাৰ প্ৰথম দৰ্শনত উৎপন্ন ৰাগোদ্বোধৰ স্থিতি চিত্ৰিত কৰিছে। অনঙ্গ কলাৰ দ্বাৰা সৰ্বপ্ৰথম পৰিচিত মুগ্ধা নায়িকাৰ সলজ্জ, সস্পৃহ ভাৱনাৰ যি অপহ্নুতিময় অলংকৃত শৈলীত বৰ্ণনা কৰিছে, ই বাণৰ পৈণত পৰ্য্যবেক্ষণ শক্তিৰ পৰিচায়ক। মুগ্ধা কাদম্বৰীৰ কুমাৰ সুলভ লজ্জাৰ বাবে ৰাগাবিষ্ট স্থিতি ঢাকি ৰাখিবলৈ বাণে যি অপহ্নুতি প্ৰণালীৰ প্ৰয়োগ কৰিছে সি অতি কলাপূৰ্ণ। নায়ক-নায়িকাৰ প্ৰথম দৰ্শনৰ আন এটা চিত্ৰ আমি মহাশ্বেতা আৰু পুণ্ডৰীকৰ প্ৰথম দৰ্শনত দেখিবলৈ পাওঁ।

বিপ্ৰলম্ভ শৃঙ্গাৰৰ কৰুণ মাৰ্মিক পক্ষ মহাশ্বেতাৰ বিলাপ তথা কাদম্বৰীৰ বিৰহ বৰ্ণনাত পোৱা যায়। জৰদ্দ্ৰবিড়ধাৰ্মিকৰ বৰ্ণনাত হাস্যৰসৰ অৱতাৰণা দেখা যায়।

নাৰীৰ সৌন্দৰ্য্য বৰ্ণনাত বাণৰ তুলিকা পটু। চণ্ডালকন্যা, শূদ্ৰকৰ স্নানক্ৰিয়াৰ সময়ত উপস্থিত থকা বাৰবিলাসিনীসকল, মহাৰাণী বিলাসৱতী, তাম্বুলকৰঙ্কবাহিনী পত্ৰলেখা, তপঃপূত মহাশ্বেতা আৰু গন্ধৰ্ববাজপুত্ৰী কাদম্বৰীৰ ৰূপ বৰ্ণনাত বাণৰ ভাৱনা আৰু কল্পনা ৰাজোচিত উদাত্ত গতিৰে আগবাঢ়িছে। শব্দ-সম্ভাৰ, অলংকাৰ-ৰীতি, স্বভাৱোক্তি আৰু ৰসৰ ধাৰা স্বতঃস্ফূৰ্তভাৱে প্ৰৱাহিত হৈছে। কৃষ্ণকায় চণ্ডাল কন্যাৰ বৰ্ণনাত সহৃদয় পাঠকৰ মন চমকৃত কৰি তুলিছে। বাণৰ দুখ এইখিনিতেই—"এওঁ চিত্ৰগত সুন্দৰীৰ নিচিনা (চণ্ডাল কন্যা বাবে) কেৱল দৰ্শনৰ যোগ্যহে, স্পৰ্শ আলিঙ্গন আদিৰ নহয় (আলেখ্যগতামিৱ দৰ্শনমাত্ৰফলাম্)। বাণে নীচকুলজাতি চণ্ডাল কন্যাক ভবানী, লক্ষ্মী তথা কাত্যায়নীৰ লগত উপমা-দিবলৈ কুণ্ঠা বোধ কৰা নাই।

মহাশ্বেতাৰ তপঃপূতঃ মূৰ্তিৰ বৰ্ণনাত বাণে যি চিত্ৰ আঙ্কি ধৰিছে, যেনিবা বেদত্ৰয়ী স্বয়ং কলিযুগত ধৰ্মলোপ হোৱাৰ দুখত দুখীত হৈ বনবাসিনী হ'ল গৈ (ত্ৰয়ীমিৱ কলিযুগ ধ্বস্ত ধৰ্মশোক গৃহীত বনবাসাম্), যেনিবা মুনিসকলৰ ধ্যান-বস্তু স্বয়ং মূৰ্তৰূপ ধাৰণ কৰি সম্মুখত দেখা দিছে (দেহৱতীমিৱ মুনিজনধ্যান সম্পদম্), যেনিবা ধৰ্মৰ হৃদয়ৰপৰা বাহিৰ হৈ ওলাই আহিছে (ধৰ্মহৃদয়ামিৱ বিনিৰ্গতাম্)।

পুৰুষৰ আকৃতি বৰ্ণনাতো বাণ অতি নিপুণ। শূদ্ৰক আৰু চন্দ্ৰাপীড় আদি ৰজাসকলৰ পুৰুষোচিত আকৃতিৰ বৰ্ণনাতেই নহয়, জাবালি আৰু কপিঞ্জলৰ তপস্বিজনোচিত বৰ্ণনাতো কবি কৌশলৰ পৰিচয় দিছে। সেনাপতি মাতঙ্গৰ ভয়ানক আকৃতি তথা জৰদদ্ৰবিড়ধাৰ্মিকৰ ভয়, জুগুপ্সা আৰু হাস্যমিশ্ৰিত ভাৱ উৎপন্ন কৰা বিচিত্ৰ ৰূপৰ বৰ্ণনাও বাণৰ লেখনীৰ কম সফল নহয়। বাণৰ ৰচনা-শৈলীত স্বভাৱোক্তি, উপমা আৰু উৎপ্ৰেক্ষাই প্ৰধানৰূপে স্থান অধিকাৰ কৰিছে। উপমা বা উৎপ্ৰেক্ষাই এপিনে পাত্ৰৰ প্ৰতি বাণৰ ভাৱনা ব্যক্ত কৰিছে আৰু আনপিনে পাত্ৰৰ স্বভাৱৰ মনোবৈজ্ঞানিক পৰিচয় দিছে। যেতিয়া শূদ্ৰকৰ ক্ষেত্ৰত বাণে 'হৰ ইৱ জিতমন্মথঃ' বুলি কৈছে, ইয়াৰ দ্বাৰা এওঁ এইটো ব্যঞ্জনা কৰিবলৈ চাইছিল যে শূদ্ৰকৰ হৃদয় কিছু প্ৰাক্তন সংস্কাৰৰ বাবে নাৰীৰ প্ৰতি আকৰ্ষিত হোৱা নাছিল। উপমা প্ৰয়োগত কেতিয়াবা কেতিয়াবা এনেকুৱা শ্লিষ্ট সাধাৰণ ধৰ্ম দেখা যায়, যি বাহ্যিক শব্দসাম্য ব্যৱহাৰৰ দ্বাৰা শাব্দী-ক্ৰীড়া জানে, কিন্তু সূক্ষ্মভাৱে নিৰীক্ষণ কৰিলে অন্তঃসাম্যৰও ব্যঞ্জনা দেখা যায়।

হাৰীত আৰু জাবালিৰ বৰ্ণনাত বাণে অন্তিম ভাগত বিৰোধভাস যুক্ত শাব্দী-ক্ৰীড়া উপস্থাপিত কৰিছে।

প্ৰকৃতি বৰ্ণনাত বাণৰ কল্পনাত এটাৰ পিচত এটাকৈ ৰমণীয় পৰিবেশৰ সৃষ্টি হৈছে। সূৰ্য্যোদয়, সূৰ্য্যাস্ত, চন্দ্ৰোদয় আদি প্ৰাকৃতিক কল্পনাৰ তুলিকাত ভাহি উঠিছে। কবিয়ে সন্ধ্যাকালৰ বৰ্ণনা এইদৰে দিছে—"তপোবনবাসীসকলে দেখিলে, গোটেই দিন ভ্ৰমণ কৰি ফুৰা লোহিত তাৰকাযুক্ত ৰক্তিম সন্ধ্যা, ৰঙা ঘণ্টাযুক্ত তপোবনৰ কপিলা ধেনুৰ দৰে উভতি আহিছে। কমলিনীৰ অৱস্থা বিদেশলৈ যোৱা সূৰ্য্যৰ ( নায়কৰ ) বিচ্ছেদত দুখী হৈ কমলৰ বন্ধ কলীৰ কমণ্ডলু ধাৰণ কৰিলে। হাঁহৰ ধৌত বস্ত্ৰ পিন্ধি, মৃণালৰ শ্বেত যজ্ঞোপবীতৰ দ্বাৰা সুশোভিত হৈ, ভোমৰাৰ ৰুদ্ৰাক্ষ বলয় পিন্ধি যেনিবা সূৰ্য্যৰ লগত পুনৰ মিলনৰ আশাৰে তপস্যা কৰিছে। সূৰ্য্য পশ্চিম সমুদ্ৰত ডুব যোৱাত ওপৰলৈ উঠা পানীৰ কণিকাৰ দৰে তৰাবোৰক আকাশত ধাৰণ কৰিছে। ক্ষন্তেক পিছত গোটেই আকাশত তাৰকা চিটিকি পৰে, যেনিবা সিদ্ধ কন্যাগণে সন্ধ্যা-পূজাৰ বাবে প্ৰস্তুত কৰা ফুলহে চটিয়াই দিছে আৰু অলপ পিচত গোটেই সন্ধ্যাকালীন লালিমা লুপ্ত হৈ যায় ; যেনিবা সূৰ্য্যাস্তৰ সময়ত মুনিসকলে কৰা অৰ্ঘ্যদানৰ পানীয়ে সন্ধ্যাক ধুই পেলালে।

বাণে উক্ত বৰ্ণনাত কেৱল উপমা, সমাসোক্তি আৰু উৎপ্ৰেক্ষাৰেই অৱতৰণ কৰা নাই, বৰং সন্ধ্যাকালৰ চমৎকাৰ বিস্তৃত বৰ্ণনা উপস্থাপিত কৰিছে। সূৰ্য্যই সমুদ্ৰৰ বুকুত ডুব যোৱাত ওপৰলৈ ছিটিকি উঠা পানীৰ কণিকাবোৰৰ দ্বাৰা বাণে সন্ধ্যাকালৰ আকাশত তিৰবিৰাই দেখা দিয়ে তাৰকাৰ সংকেত দিয়ে। পিচত সিদ্ধাঙ্গনাৰ দ্বাৰা বিক্ষিপ্ত পুষ্পাঞ্জলিৰ কল্পনাৰ দ্বাৰা গোটেই আকাশত তাৰকামণ্ডলী চিটিকি পৰে। ইয়াৰ পিচত সন্ধ্যাকাল আঁতৰি যায়। বৰ্ণনাত অপ্ৰস্তুতৰ চয়ন আন এটা বিশেষতা। কবিয়ে জাবালিৰ আশ্ৰমত সন্ধ্যাৰ বৰ্ণনা কৰা সময়ত আশ্ৰমৰ জীৱনৰ দ্বাৰা অপ্ৰস্তুতৰ সূচনা কৰিছে। সন্ধ্যাকালত তপোবনৰ ধেনুৰ উপমাই কালিদাসৰ কল্পনা মনত পেলাই দিয়ে আৰু কমলিনীক বিযুক্ত নায়িকা হিচাবে দেখুৱাই নায়কৰ আগমনৰ বাবে ব্ৰত কৰা তপস্বিনী বুলি কল্পনা কৰে।

ৰসপ্ৰৱণতা, কলা-সৌন্দৰ্য্য, বক্ৰোক্তিময় অভিব্যঞ্জনা প্ৰণালী, সানুপ্ৰাসিক সমাসান্ত পদাৱলী, দীপক, উপমা আৰু স্বভাবোক্তিৰ সুযোজনা—যাৰ মাজে মাজে শ্লেষ, বিৰোধাভাস আৰু পৰিসংখ্যাৰ সমাবেশ—বাণৰ শৈলীৰ বিশেষতা। বাণৰ কথা ইমান ৰসৱতী যে তেওঁ নিজে পদশয্যাত সমন্বিত হৈ যায়, আৰু ইয়াৰ

উক্তিবোৰ কলাময় আৰু সুচাৰু। ভাবপক্ষ ( ৰস ) তথা কলাপক্ষৰ ( কলা আলাপ বিলাস ) এই বিচিত্ৰ সমন্বয় দেখি সহৃদয় চমকৃত হয়।

উজ্জ্বল দীপক তথা উপমা অলংকাৰ যুক্ত পদাৰ্থৰ দ্বাৰা কথাৰ যোজনা কৰিছে, মাজে মাজে শ্লেষৰ সমাবেশ আৰু স্বভাৱোক্তিৰ ৰমণীয়তাৰ দ্বাৰা কথাত সৰলতাৰ সঞ্চাৰ কৰিছে।

বাণৰ শৈলী কেতিয়াবা গৌড়ী আৰু কেতিয়াবা বৈদৰ্ভী ৰীতি এৰি পাঞ্চালী ৰীতিৰ আশ্ৰয় লৈছে।

**দণ্ডী**—'অৱন্তিসুন্দৰী কথা'ত লিখা মতে দণ্ডীৰ পূৰ্বপুৰুষসকলৰ গুজৰাটৰ আনন্দপুৰ নামৰ ঠাইৰ নিবাসী। তাৰপৰা এওঁলোক নাসিকলৈ আহে। তাৰ পিচত 'অচলপুৰ'লৈ আহি তাত বাস কৰে। এই বংশত কৌশিকগোত্ৰীয় ব্ৰাহ্মণ নাৰায়ণস্বামীৰ জন্ম হয়। তেওঁৰ পুত্ৰৰ নাম আছিল দামোদৰ। তাৰবিৰ পিচত দণ্ডীৰ পৰম্পৰা সম্বন্ধে 'অৱন্তিসুন্দৰী কথা'ত লিখিছে। তাৰবিৰ মাজু পুত্ৰৰ নাম মনোৰথ। এওঁৰ চাৰিজন পুত্ৰ। এওঁলোকৰ ভিতৰত বীৰদত্ত কনিষ্ঠ। বীৰদত্তৰ পত্নীৰ নাম আছিল গৌৰী। বীৰদত্ত আৰু গৌৰী দণ্ডীৰ পিতৃ-মাতৃ। দণ্ডী দাক্ষিণাত্যৰ ব্ৰাহ্মণ আৰু এওঁৰ জন্মস্থান কাঞ্চী। এওঁৰ জন্মস্থান সম্পৰ্কে মতভেদ আছে। এওঁ যে দাক্ষিণাত্যৰ লোক তাৰ প্ৰমাণ 'কাব্যাদৰ্শত' উল্লিখিত মলয়ানিল, কাঞ্চী, কাবেৰী, চোল আৰু 'দশকুমাৰচৰিত'ত উল্লিখিত কাঞ্চী, অশ্মকদেশ, লাটদেশ, কালপটনদ্বীপ, অঙ্গদেশ, অনঙ্গদেশ, চম্পা, উজ্জৈন, শ্ৰাৱন্তী, আৰু পুংদ্ৰদেশ আদি দক্ষিণ ভাৰতৰ প্ৰসিদ্ধ ঠাই। কিন্তু এওঁৰ দুয়োখন গ্ৰন্থতে বিদৰ্ভৰ উল্লেখ বেছিকৈ থকা দেখা যায়। ইয়াৰ আধাৰত বহুতো পণ্ডিতে দণ্ডী বিদৰ্ভৰ বুলি মতপোষণ কৰে। এওঁৰ ৰচনাশৈলী বৈদৰ্ভী-প্ৰধান। সেইবাবে এওঁক বিদৰ্ভবাসী বুলি কোৱা হয়। কিন্তু 'অৱন্তিসুন্দৰী কথা'ত এওঁ নিজে কাঞ্চী নিবাসী বুলি উল্লেখ কৰিছে। এওঁৰ জন্মস্থান অৱশ্যে কাঞ্চী, কিন্তু বিদৰ্ভৰ লগত ওতঃপ্ৰোত সম্বন্ধ আছে।

**আবিৰ্ভাৱকাল**—আচাৰ্য্য অভিনৱগুপ্তই ধ্বন্যালোকৰ 'লোচন' টীকাত প্ৰতিহাৰেন্দুৰাজ কৃত 'কাব্যালংকাৰ সাৰ-সংগ্ৰহ'ৰ 'লঘুবৃত্তি'ত দণ্ডীৰ নাম স্পষ্টৰূপে উল্লেখ কৰিছে। ৰাষ্ট্ৰকূটৰ ৰজা অমোঘবৰ্ষ কৃত কান্নাৰী ভাষাৰ গ্ৰন্থ 'কবিৰাজমাৰ্গ'ৰ সম্পাদক শ্ৰীপাঠকে বহুতো প্ৰমাণ দিছে যে ইয়াত 'কাব্যাদৰ্শ'ৰ প্ৰভাৱ বাৰুকৈ পৰিছে। এই গ্ৰন্থখন ৰচিত হয় ৮১৫-৮৭৫ খ্ৰীঃৰ মাজত। সেইদৰে প্ৰথম ৰাজসেনৰ ৰচিত সিংহলী ভাষাৰ গ্ৰন্থ 'সিয়াবসলকাৰ' (স্বভাবালংকাৰ) কাব্যাদৰ্শৰ

ওপৰত আধাৰিত আৰু ইয়াত কাব্যাদৰ্শৰ উল্লেখ আছে। বামনৰ 'কাব্যালংকাৰ সূত্ৰত' দণ্ডীৰ কাব্যাদৰ্শৰ প্ৰভাৱ পৰিছে। দণ্ডী বাণৰ পূৰ্বৰ নে পৰৱৰ্তীকালৰ সেই বিষয়ে মতভেদ আছে। 'পীটৰচন' আৰু 'যেকোবী'ৰ মতে কাব্যাদৰ্শৰ এটা শ্লোকত কাদম্বৰীৰ শুকনাসোপদেশৰ ছাঁ পৰিছে। এই পিনৰপৰা দণ্ডী বাণৰ পৰৱৰ্তীকালৰ। আনপিনে আমি যেতিয়া 'দশকুমাৰচৰিত'ৰ প্ৰসাদপৰক শৈলীৰ তুলনা বাণৰ কঠিন শৈলীৰ লগত কৰোঁ আৰু 'দশকুমাৰ চৰিতৰ' ভৌগোলিক তথা ৰাজনৈতিক বৰ্ণনাত বাণৰ আশ্ৰয়দাতা হৰ্ষবৰ্দ্ধনতকৈ পূৰ্বৰ ভাৰতবৰ্ষৰ স্থিতিৰ চিত্ৰণ পাওঁ—ইয়াৰপৰা প্ৰমাণিত হয় দণ্ডী বাণতকৈ পূৰ্বৰ।

মেক্সমূলাৰ, বেবৰ, মেকডোনাল্ড, কৰ্ণেল জেকব আদি পশ্চিমীয়া পণ্ডিত তথা আধুনিক ভাৰতীয় পণ্ডিতসকলৰ মতে দণ্ডী সপ্তম শতাব্দীৰ আৰম্ভণিৰ।

**দশকুমাৰ চৰিত**—দণ্ডীৰ 'দশকুমাৰ চৰিত' দুই ভাগে বিভক্ত—পূৰ্ব-পীঠিকা আৰু উত্তৰ-পীঠিকা। পূৰ্ব-পীঠিকা আৰু উত্তৰ-পীঠিকা মুঠতে আঠটা উচ্ছ্বাসৰ সমষ্টি। উত্তৰ-পীঠিকাৰ শেষৰ চাৰিটা উচ্ছ্বাসৰ নাম শেষ। মগধৰাজ ৰাজহংসৰ মন্ত্ৰী তিনিজনৰ পুত্ৰসকলে উত্তৰাধিকাৰী সূত্ৰে মন্ত্ৰীত্ব পদ লাভ কৰে। এবাৰ ৰাজহংস আৰু মালৱাধিপতি মানসাৰৰ মাজত যুদ্ধ হয়। যুদ্ধত ৰাজহংস অস্ত্ৰৰ আঘাতত সংজ্ঞাহীন হৈ পৰি যায়। তেওঁৰ ৰথৰ ঘোঁৰাবোৰে ভয়তে বিন্ধ্যাপৰ্বতৰ অভিমুখে ৰথখন লৈ যায়। ৰজা অপহৃত হোৱা বুলি শোকতে ৰাণীয়ে চিপজৰী লগাই মৃত্যুবৰণ কৰিবলৈ উদ্যত হয়। এনেতে ৰজাৰ সংজ্ঞা ঘূৰি আহিল আৰু ৰাণীৰ মাত বুজি পালে। পুনৰ দুয়োৰে মিলন হ'ল। ৰাজবাহন নামে ৰাণীৰ এটি পুত্ৰ-সন্তান ওপজে। ঠিক সেই সময়তে মন্ত্ৰী চাৰিগৰাকীৰো ক্ৰমে প্ৰমতী, মিত্ৰগুপ্ত, মাতঙ্গগুপ্ত আৰু বিশ্ৰুত নামে চাৰিজন পুত্ৰ জন্মে। পিচত ৰজাৰ পুত্ৰসকলৰ জন্ম আৰু লালন-পালনৰ' কথা অতি বিস্তৃতভাৱে বৰ্ণনা কৰিছে। যথাসময়ত ৰাজকুমাৰসকলক ডেকা জীৱনৰ দুৱাৰদলিত ভৰি দিলত, ৰজাই তেওঁ-লোকক দিগ্বিজয়ৰ অৰ্থে পঠালে। ৰজাৰ বিন্ধ্যপৰ্বতত মাতঙ্গ নামৰ এজন ব্ৰাহ্মণৰ লগত সাক্ষাৎ হয়। মাতঙ্গই ৰজাক পাতালৰ এটা সুৰঙ্গ দ্বাৰেৰে পাতাললৈ লৈ যায়। আন নজন ৰাজকুমাৰে ৰাজবাহনে উজ্জয়িনীলৈ যাত্ৰা কৰাৰ কথা গম নেপালে। তেওঁলোকে শেষত উজ্জয়িনীত ভেটা-ভেটি হ'ব বুলি ভিন্ ভিন্ পথেৰে যাত্ৰা আৰম্ভ কৰিলে। ৰাজবাহনে উজ্জয়িনী পাই সেই দেশৰ ৰাজকুমাৰী অৱন্তিক বিয়া কৰায়। সৰ্বশেষত আটাইবোৰ ৰাজকুমাৰে উজ্জয়িনীতে লগলাগি হয়। পিচত তেওঁলোকে মালৱা অধিকাৰ কৰি পুষ্পপুৰলৈ আহি ৰজাক শ্ৰদ্ধা

নিবেদন কৰে। জয় কৰা ৰাজ্যসমূহ ৰজাই ৰাজকুমাৰসকলৰ মাজত ভগাই দিয়ে। ৰাজবাহনে পুষ্পপুৰ আৰু উজ্জয়িনী ৰাজ্য পায়। ৰাজবাহনৰ নির্দেশত ৰাজকুমাৰ-সকলে অতি সুচাৰুৰূপে ৰাজ্য পৰিচালনা কৰে।

উক্ত বিৱৰণীৰ পৰা জনা যায় দশকুমাৰ চৰিতৰ বিষয়-বস্তু অসংলগ্ন। লিখনি শৈলীৰ পৰা অনুমান হয় পৰৱৰ্তীকালত দশকুমাৰ চৰিতৰ পিচৰ অংশ আন কোনোবা কবিৰহে প্ৰক্ষিপ্ত অংশ। পণ্ডিত M. R. Kavi-ৰ মতে দণ্ডীৰ মূল ৰচনাসমূহ কালৰ সোঁতত লোপ পায় আৰু পিচত তাৰ অনুবাদ গ্ৰন্থৰ পৰাহে পুনৰ গ্ৰন্থখন সংস্কৃতত লিখা হয়।

**শৈলী**—দশকুমাৰ চৰিতৰ বিষয় তথা অভিব্যঞ্জনাশৈলীৰ নিৰ্বাহত যি চাতুৰতা পোৱা যায়, আন সংস্কৃত গদ্যকাব্যত তাৰ অভাৱ। বেলেগ বেলেগ প্ৰসঙ্গৰ অনুকূলে এওঁৰ শৈলী পৰিবৰ্তন হৈ থাকে। ষষ্ঠ উচ্ছ্বাসৰ ধূমিনী, গোমিনী, নিম্বৱতী তথা নিতম্ববতীৰ কাহিনীৰ শৈলী অত্যন্ত সৰল তথা স্বাভাৱিক। দণ্ডী বাস্তৱিকতে ভাষাবিশাৰদ। এওঁ সৰল প্ৰৱাহময় ভাষাৰ সিদ্ধ প্ৰযোক্তা। দণ্ডী বৈদৰ্ভী ৰীতিৰ কবি। বৰ্ণনাত দণ্ডীৰ বাক্যৰ ঠায়ে ঠায়ে সমাসান্ত শৈলী পোৱা যায়, কিন্তু এওঁৰ শাব্দী বা আৰ্থী ক্ৰীড়াৰ ক্ষেত্ৰত অধিক কঠিনতা দেখা যায়। অভিব্যঞ্জনাৰ স্বাভাৱিকতা আৰু অৰ্থৰ স্পষ্টতাৰ পিনে দণ্ডী অধিক তৎপৰ।

দণ্ডীৰ প্ৰকৃতি বৰ্ণনাও অতি সুন্দৰ। দশকুমাৰ চৰিতত সূৰ্য্যোদয় তথা সূৰ্য্যাস্তৰ ৰমণীয় চিত্ৰ অঙ্কন কৰিছে। দণ্ডীয়ে ৰাজমাৰ্গ, ৰাজমহল, শ্মশান, গভীৰ হাবিৰ বৰ্ণনা আদি সকলোতে নিজ দক্ষতাৰ পৰিচয় দিছে।

দণ্ডীৰ শৈলী সৰল, স্বাভাৱিক আৰু স্পষ্ট, কিন্তু কোনো কোনো ঠাইত ভাষাৰ কলাত্মক কৃত্ৰিমতা দেখা যায়। সপ্তম উচ্ছ্বাসত দণ্ডীয়ে শাব্দীক্ৰীড়াৰ প্ৰয়োগ কৰিছে। তাত তেওঁ মিত্ৰগুপ্তৰ কথাত ওষ্ঠ্যবৰ্ণৰ ব্যৱহাৰ কৰা নাই।

দণ্ডীৰ পদলালিত্য অতি প্ৰশংসনীয়—'দণ্ডিনঃ পদলালিত্যম্'। দণ্ডীৰ গদ্যৰ এইটো এটা ডাঙৰ বিশেষত্ব। সুবন্ধুৰ গদ্যৰ নিচিনা ই 'প্ৰত্যক্ষৰ শ্লেষময়' নাইবা বাণভট্টৰ গদ্যৰ দৰে বৰাবৰ 'সৰসস্বৰবৰ্ণ পদ'ৰ দ্বাৰা সুশোভিত নহয়। ই দৈনন্দিন কামত ব্যৱহাৰ হোৱা 'ব্যৱহাৰিক' গদ্যৰ চানেকী। এই শৈলী 'দশকুমাৰ'ৰ কথাৰ বৰ্ণনাৰ বাবে সঁচাকৈ উপযুক্ত পদত লালিত্য বিৰাজমান। বৰ্ণনাও দীঘল সমাসযুক্ত নহয়। বাক্যবোৰ প্ৰায় চুটি চুটি। কথা-বৈচিত্ৰ্য অতি মনোৰঞ্জক। দশকুমাৰ চৰিতত সেই সময়ত প্ৰচলিত সামাজিক প্ৰথাৰ পৰিচয় পাওঁ। দশকুমাৰ চৰিত্ৰৰ ঠায়ে ঠায়ে অশ্লীলতা পোৱা যায়। ই সহৃদয়সকলৰ বাবে অত্যন্ত উদ্বেগজনক। এই দোষৰ বাহিৰে দশকুমাৰ চৰিতৰ গদ্য অতি সুন্দৰ আৰু সুললিত।

## দ্বাদশ অধ্যায়

# চম্পু-কাব্য

'গদ্যপদ্যময়ং কাব্যং চম্পূৰিত্যভিধীয়তে'—গদ্যপদ্যময়ী ভাষাত যি কাব্য ৰচনা কৰা হয় সেইয়েই চম্পূ। যদিও বৈদিক সাহিত্যত, বিশেষকৈ ব্ৰাহ্মণত গদ্য-পদ্যৰ সংমিশ্ৰণ দেখা যায়, তথাপি পৌৰাণিক গল্প আৰু আখ্যানসমূহেই ইয়াৰ মূল উৎস। চম্পূত গদ্য-পদ্যৰ অংশ কিমান থাকিব লাগে তাৰ কোনো ধৰাবন্ধা নিয়ম নাই। গদ্যকাব্যৰপৰা ইয়াৰ পাৰ্থক্য এইটোৱে যে গদ্যকাব্যত গদ্যই আখ্যান ভাগৰ মূল বাহন, কিন্তু চম্পূত আখ্যান ভাগ গদ্য আৰু পদ্য দুয়োটাতে বৰ্ণনা কৰা থাকে। চম্পূত কবিয়ে কাব্যৰ বিষয়বস্তুৰ প্ৰকাশভঙ্গী ব্যক্ত কৰাত সহজ পায়। দশম শতিকাত চম্পূকাব্যৰ ৰচনা বহুলভাৱে হয়। তলত চম্পূকাব্যসমূহৰ চমু বিৱৰণ দিয়া হ'ল—

১। **নলচম্পূ**—ত্ৰিবিক্ৰম বা সিংহাদিত্যই নলচম্পূ ৰচনা কৰে। এওঁ আছিল শাণ্ডিল্য গোত্ৰীয় শ্ৰীধৰৰ নাতি আৰু নেমাদিত্যৰ পুত্ৰ। এওঁ আছিল ৰাষ্ট্ৰকূট বংশীয় দ্বিতীয় কৃষ্ণৰ নাতি আৰু জগৎতুঙ্গৰ পুত্ৰ ইন্দ্ৰৰাজৰ ৰাজসভাৰ পণ্ডিত। ৰজা ইন্দ্ৰই কৌনজ আক্ৰমণ কৰি প্ৰতীহাৰ ৰাজবংশৰ ৰজা মহীপালক উচ্ছেদ কৰে। দময়ন্তীৰ কথাৰ আৰম্ভণি শ্লোকত বাণৰ কথা উল্লেখ কৰিছে আৰু তেওঁৰ নাম উল্লেখ কৰিছে ভোজে সৰস্বতীকণ্ঠাভৰণত। এদিনাখন ত্ৰিবিক্ৰমৰ পিতাকে কোনো কাৰ্য্যবশতঃ বাহিৰলৈ গৈছিল। এই সময়তে এওঁৰ পিতাকৰ প্ৰতি বিদ্বেষভাৱ থকা কোনো এজন পণ্ডিত ৰাজসভালৈ আহি শাস্ত্ৰাৰ্থত প্ৰতিদ্বন্দ্বিতা আহ্বান কৰে। ৰজাই নেমাদিত্যক ঘৰৰপৰা মাতি আনিবলৈ দূত পঠালে। নেমাদিত্য নথকাত ত্ৰিবিক্ৰমভট্টক ৰাজসভালৈ আহিব কলে। ত্ৰিবিক্ৰমভট্টই সৰস্বতীৰপৰা বৰ পাই ৰাজসভালৈ আহিল আৰু প্ৰতিদ্বন্দ্বী পণ্ডিত জনক পৰাস্ত কৰে। ৰজাই এওঁক বৰ আদৰ-সাদৰ কৰিলে। ঘৰলৈ উলটি আহি এওঁ সৰস্বতীৰ কৃপাত নলচম্পূ লিখিবলৈ আৰম্ভ কৰে। নলচম্পূৰ সপ্তম উচ্ছ্বাস সমাপ্ত হোৱাৰ দিনা এওঁৰ পিতাক ঘৰলৈ উভটি আহে। পিতাক উলটি অহাৰ লগে লগে তেওঁৰ কাব্য অসম্পূৰ্ণ হৈ ৰৈ যায়। সাতটা অধ্যায়যুক্ত এই কাব্যখনৰ নামেই দময়ন্তী কথা বা নলচম্পূ। ইয়াত নলদময়ন্তীৰ কথা অতি মনোৰমভাৱে বৰ্ণনা কৰা আছে।

নলচম্পূত এক বিশেষ বিশিষ্টতা আছে। ত্রিবিক্রম সংস্কৃত সাহিত্যৰ সৰ্বপ্ৰধান শ্লেষ কবি। নলচম্পূত যেনেকুৱা সৰস তথা প্ৰসন্ন শ্লেষ পোৱা যায়, তেনেকুৱা ৰমণীয় তথা চমৎকাৰজনক শ্লেষ ইমান বেছি পৰিমাণে অন্যত্ৰ উপলব্ধি নহয়।

২। **যশস্তিলক চম্পূ**—যশস্তিলক চম্পূ সাতটা আশ্বাসত বিভক্ত আৰু সোমদেৱৰ দ্বাৰা ৰচিত। সোমদেৱ আছিল জৈন দিগম্বৰ। চালুক্যবংশীয় ৰজা অৰিকেশৰীৰ জ্যেষ্ঠপুত্ৰৰ পৃষ্ঠপোষকতাত কবিয়ে এই চম্পূকাব্যখন ৰচনা কৰে। অৱন্তীৰাজ যশোধৰৰ জীৱন কাহিনীৰ আধাৰত ই ৰচিত। ইয়াত বৰ্ণিত আছে—ৰজা যশোধৰৰ ৰাজধানী উজ্জয়িনী, ৰাণীসকলৰ বিশ্বাসঘাতকতা আৰু ষড়যন্ত্ৰ, ৰজাৰ জৈনধৰ্মগ্ৰহণ, হত্যা আৰু পুনৰ্জন্ম আদি। ইয়াৰ শেষৰ তিনি আশ্বাসত জৈনধৰ্মৰ স্বৰূপ বৰ্ণনা কৰা আছে। চম্পূ-কাব্য কাননত যশস্তিলকে এক বিশিষ্ট স্থান অধিকাৰ কৰিছে।

৩। **ৰামায়ণ-চম্পূ**—পৰমাৰ ৰাজবংশীয় ধাৰাপতি ভোজৰ দ্বাৰা ই ৰচিত। ভোজে ১০১৮ খ্ৰীষ্টাব্দত ৰাজপাটত উঠি ১০৬৩ খ্ৰীষ্টাব্দলৈকে ৰাজ্যশাসন্ কৰে। ভোজৰাজৰ পিতাকৰ নাম আছিল সিন্ধুল। সিন্ধুলৰ মৃত্যুৰ পিচত ভোজৰ খুৰাক মুঞ্জই সিংহাসনত বহে। সিংহাসনত উঠিয়েই মুঞ্জই তেওঁৰ তলতীয়া ৰজা বৎসৰাজৰ দ্বাৰা ভোজক বধ কৰিবলৈ ষড়যন্ত্ৰ কৰিলে। বৎসৰাজে ভোজক লৈ যায় আৰু নিজৰ ঘৰত লুকাই ৰাখে। তেওঁ তৰোৱালত জন্তুৰ তেজ লগাই মুঞ্জৰ ওচৰত অৰ্পণ কৰে। বধকৰা সময়ত ভোজে কিবা কৈছিল নেকি বুলি মুঞ্জই বৎসৰাজক সুধাত তেওঁ গছৰ পাতত ভোজে লিখা শ্লোক এটা দেখুৱালে। শ্লোকটো পঢ়ি চাই মুঞ্জ মূৰ্চিত গৈ মাটিত বাগৰি পৰিল। পিচত বৎসৰাজে মুঞ্জৰ আগত সত্য কথাটো কলে। মুঞ্জই বৎসৰাজৰ ওপৰত সন্তুষ্ট হ'ল আৰু ভোজক ৰাজ্যভাৰ অৰ্পণ কৰি সন্ন্যাস ধৰ্ম গ্ৰহণ কৰি বনলৈ প্ৰস্থান কৰিলে।

'ৰামায়ণ-চম্পূ'ত কবিয়ে কবি-কৌশলৰ দ্বাৰা ৰামায়ণৰ কাহিনী গদ্য-পদ্যত ৰচনা কৰিছে। ৰচনাশৈলীৰপৰা বুজা যায়, ভোজে ৰামায়ণচম্পূৰ কিষ্কিন্ধ্যালৈকে হে ৰচনা কৰে, যুদ্ধকাণ্ডখিনি পৰৱৰ্তীকালত লক্ষ্মণ নামৰ কবিৰ দ্বাৰা প্ৰক্ষিপ্ত অংশ।

৪। **ভাৰত চম্পুতিলক**—গঙ্গাধৰ আৰু গঙ্গাম্বিকাৰ পুত্ৰ লক্ষ্মণে মহাভাৰতৰ কাহিনীৰ ওপৰত ভাৰতচম্পূতিলক ৰচনা কৰে।

৫। **ভাগৱত চম্পু, অভিনৱভাৰত চম্পু, ভাগৱতপাদলপ্তি আৰু কলিবিদম্বন**—অভিনৱ কালিদাসৰ প্ৰকৃত নাম কি আছিল আজিও অজ্ঞাত।

তেওঁৰ প্ৰিয় শিষ্য কবিকুঞ্জৰৰ ৰচিত ৰাজশেখৰ চৰিতত তেওঁ দাক্ষিণাত্যৰ ৰজা ৰাজশেখৰৰ ৰাজসভাৰ পণ্ডিত বুলি উল্লেখ কৰিছে। তেওঁৰ ভাগৱত চম্পূ, অভিনৱ ভাৰত চম্পূ, ভাগৱতপাদশপ্ততি আৰু কলিবিদম্বন নামৰ চাৰিখন গ্ৰন্থ ৰচনা কৰে।

৬। **ভাগৱত চম্পূ**—অনন্ত ভট্টই ভাগৱত চম্পূ ৰচনা কৰে। এওঁৰ আবির্ভাৱ কাল ১৫ শতাব্দীৰ পূৰ্বৰ।

৭। **পঞ্চকল্যাণ চম্পূ আৰু ৰাঘৱযাদৱ পাণ্ডৱীয় চম্পূ**—অনন্ত নাৰায়ণৰ পুত্ৰ, সূৰ্য্যনাৰায়ণৰ নাতি চিদাম্বৰে পঞ্চকল্যাণ আৰু ৰাঘৱযাদৱপাণ্ডৱীয় চম্পূ ৰচনা কৰে। তেওঁ আছিল 'বিজিয়া' নগৰৰ, বেঙ্কট ৰজাৰ (১৫৮৬-১৬১৪) ৰাজ কবি।

৮। **আনন্দকাণ্ড চম্পূ**—ই মিত্ৰমিশ্ৰৰ ৰচিত। তেওঁ শ্ৰীকৃষ্ণৰ বাল্য-কালৰ ওপৰত এই চম্পূ কাব্যখন ৰচনা কৰে। তেওঁ আছিল পঞ্চগৌড় শ্ৰেণীৰ সন্নাধ্য ব্ৰাহ্মণ।

৯। **বিশ্বগুণদৰ্শনম্**—অত্ৰেয়ী গোত্ৰীয় ৰঘুনাথ আৰু সীতাম্বাৰ পুত্ৰ বেঙ্কটধ্বাৰিণ বা বেঙ্কটাচাৰ্য্যই বিশ্বগুণদৰ্শনম্ ৰচনা কৰে। তেওঁৰ জন্ম হয় 'অৰচাণিপালৈ'ত। তেওঁ আছিল প্ৰলয়কাবেৰীৰ ৰাজসভাৰ পণ্ডিত।

ইয়াৰ বাহিৰেও নাৰায়ণৰ 'স্বাহাসুধাকৰ চম্পূ', কেশৱভট্টৰ 'নৃসিংহ চম্পূ', শঙ্কৰৰ 'শঙ্কৰচেতোবিলাস চম্পূ', শেষকৃষ্ণৰ 'বিজয় চম্পূ' আদিয়ে চম্পূ-কাব্যৰ উঁৰাল টনকিয়াল কৰিছে।

## ত্ৰয়োদশ অধ্যায়

# নাট্য-কাব্য

### সংস্কৃত নাটকৰ উৎপত্তি

সংস্কৃত সাহিত্যত নাট্য-কাব্যই এক বিশিষ্ট স্থান অধিকাৰ কৰি আছিছে। লোকপ্ৰিয়তাৰ ফালৰপৰা সংস্কৃত সাহিত্যত নাটকৰ স্থান প্ৰথম। সংস্কৃত নাটকৰ উৎপত্তি সম্বন্ধে নানা পণ্ডিতৰ নানা মত। বৈদিক যুগতেই নাট্যকলাৰ অস্তিত্ব সম্বন্ধে আমি যথেষ্ট সমল পাওঁ। 'পুৰুৰবা-উৰ্বশী, যম-যমী, ইন্দ্ৰ-ইন্দ্ৰাণী, বৃষাকপি, সৰমা-পানিস আদি ঋগ্বেদোক্ত সংবাদ প্ৰসঙ্গত নাট্যকলাৰ বীজ যথেষ্ট পৰিমাণে পৰিলক্ষিত হয়। 'কাত্যায়ন-শ্ৰৌতসূত্ৰ'ত সোমপানৰ পিচত এক লঘু অভিনয়ৰ কথাৰ উল্লেখ থকা পোৱা যায়। সোমবিক্ৰেতা বনবাসীসকলৰ যজমান আৰু অধ্বৰ্যুৰ সংবাদও নাট্যকলাৰ প্ৰাচীনতাৰ সুনিদৰ্শন।

পাশ্চাত্য পণ্ডিত মেক্সমুলাৰ, লেবী আৰু ওল্ডেনবাগ আদিয়ে বেদত প্ৰযুক্ত এনেবোৰ সংবাদাত্মক সুক্তৰ আধাৰত ভাৰতীয় নাট্যকলাৰ উৎপত্তি বৈদিক যুগ বুলি সিদ্ধান্তত উপনীত হৈছে।

সংস্কৃত নাটকৰ প্ৰাচীনতা সম্বন্ধে ঋগ্বেদৰ পিচত যজুৰ্বেদত কিছু বিস্তৃতভাৱে বৰ্ণনা কৰা আছে। 'যজুৰ্বেদৰ' বাজসনেয় সংহিতাৰ এটা প্ৰসঙ্গৰপৰা জনা যায় বৈদিক যুগত 'শৈলুষ' নামৰ এটা জাতিয়ে ব্যৱসায়িক ভিত্তিত নাটক প্ৰদৰ্শন কৰিছিল।

অষ্টাধ্যায়ী, ৰামায়ণ, অৰ্থ-শাস্ত্ৰ, বৌদ্ধজাতক আৰু মহাকাব্য আদিত নাট্যকলাৰ বিভিন্ন অঙ্গ সন্নিবিষ্ট থকা দেখিবলৈ পোৱা যায়। ৰামায়ণৰ এঠাইত কোৱা আছে, নট, নৰ্তকী আৰু গায়কসকলৰ শ্ৰুতিমধুৰ কথাই দৰ্শকমণ্ডলীক তন্ময় কৰি তুলে। ৰামায়ণ আৰু অষ্টাধ্যায়ীৰ বাহিৰেও 'মহাভাৰত'ত নাটকীয় শিল্প-ৰীতিৰ বিশদ স্পষ্টীকৰণ পোৱা যায়। ৰামৰ উপাখ্যানক নাট্যৰূপ দিয়া হৰিবংশত পোৱা যায়।

মৌৰ্য্য-বংশৰ ৰাজত্বকালত চাণক্যই লিখা 'অৰ্থশাস্ত্ৰ'ত সেই সময়ৰ নট, নৰ্তক, গায়ক, বাদক, কুশীলব, সৌমিত্ৰ ( ঐন্দ্ৰজালিক ) আৰু চাৰণ আদিয়ে কৰা গান-বাজনা আৰু নাটক প্ৰদৰ্শন কৰি জীৱিকা-উপাৰ্জন কৰাৰ কথা পোৱা যায়।

সেইদৰে বৈয়াকৰণ পতঞ্জলিৰ মহাভাষ্যত 'কংসবধ' আৰু 'বালিবধ' নামক দুখন নাট্যকাব্যৰ উল্লেখ আছে। ডঃ কীথৰ মতে পতঞ্জলিৰ সময়লৈ নটে কেৱল মাথোন নৰ্ত্তক হিচাবে থকা নাই, এওঁলোক একেবাহে সঙ্গীতজ্ঞ আৰু নাট্যকাৰ। ডঃ কীথে সংস্কৃত সাহিত্যৰ উৎপত্তি প্ৰায় খ্ৰীঃ পূঃ দুই শতাব্দী বুলি কব বিচাৰে। কামশাস্ত্ৰৰ বিখ্যাত আচাৰ্য্য বাৎস্যায়নৰ মতে তৎকালীন কলাপূৰ্ণ সৰস্বতী-ভৱনত মাহ বা পক্ষৰ প্ৰসিদ্ধ তিথিত অভিনয় কৰিবৰ অৰ্থে ৰজাই নট নিযুক্ত কৰিছিল।

নাট্য-শাস্ত্ৰৰপৰা জনা যায় আত্ৰেয় আদি তপঃপূত মনস্বি তথা মুনিসকলে নাটক ৰচনা কৰাৰ উদ্দেশ্য সম্পৰ্কে মহামুনি ভৰতক প্ৰশ্ন কৰাত তেওঁ এইদৰে উত্তৰ দিয়ে—"স্বয়ং ভুব মনুৰ সত্যযুগ উকলি যোৱাত বৈৱস্বত মনুৰ ত্ৰেতাযুগত যেতিয়া সমস্ত জনসমাজ কামক্ৰোধাদি বেয়া কামত লিপ্ত হয়, তেতিয়া দেৱগণে ব্ৰহ্মাৰ ওচৰলৈ গৈ এই দুৰাৱস্থাৰ কথা কলে আৰু দেখুৱালে যে জম্বুদ্বীপৰ সমস্ত প্ৰজাই দুঃখময় আৰু দুষ্কাৰ্য্যপূৰ্ণ জীৱন যি যুক্তিৰে সুখময় তথা সদাচাৰশীল কৰিব পাৰে আৰু যাৰ দ্বাৰা সকলো শ্ৰেণীৰ মানুহে একেলগে বহি আনন্দ উপভোগ কৰিব পাৰে, হে প্ৰভু। তাৰহে উপায় দিয়া।" তেতিয়া ভৰত মুনিয়ে দেৱতাসকলৰ অভীষ্ট পূৰণৰ বাবে নাটক নামৰ পঞ্চবেদ ৰচনা কৰে। সূত্ৰাকাৰত ৰচিত ভৰতৰ এই নাট্য-শাস্ত্ৰই সংস্কৃত-সাহিত্যৰ প্ৰথম নাট্য-কাব্য। ই তৃতীয় শতাব্দীত ৰচিত।

ব্ৰহ্মাই ঋগ্‌বেদৰপৰা কথা, সামবেদৰপৰা গীতি, যজুৰ্বেদৰপৰা অভিনয় আৰু অথৰ্ববেদৰপৰা অনুভূতি আৰু ৰস গ্ৰহণ কৰি পঞ্চমবেদ নাট্যকাব্য ৰচনা কৰে। শিৱ আৰু পাৰ্বতীৰপৰা যথাক্ৰমে তাণ্ডৱ আৰু লাস্য নৃত্য গ্ৰহণ কৰে। বিষ্ণুৰপৰা লাভ কৰে ৰীতি। অভিনয়ৰ বাবে মহামুনি ভৰতে অপ্সৰা আৰু গন্ধৰ্বসকলৰ সৃষ্টি কৰে। ৰঙ্গমঞ্চৰ সাজ-সজ্জাৰ ভাৰ পৰিছিল কলাগুৰু বিশ্বকৰ্মাৰ ওপৰত। ব্ৰহ্মাৰ স্বৰচিত 'অসুৰ-পৰাজয়', 'অমৃত-মন্থন' আৰু 'ত্ৰিপুৰাদাহ'ৰ প্ৰথম মঞ্চস্থ কৰা হয়।

## পাশ্চাত্য পণ্ডিতসকলৰ অভিমত

১। **ডঃ ৰিজৱেঃ মৃতক পূজা**—ডঃ ৰিজৱে নাটকৰ উৎপত্তিৰ মূল কাৰণ বীৰ পূজা বুলি অভিহিত কৰিছে। তেওঁৰ মতে মৃত বীৰপুৰুষসকলৰ স্মৃতিত সময়ে সময়ে যি সামূহিক সন্মান প্ৰদৰ্শন কৰে, তাৰপৰাই নাটকৰ জন্ম। গ্ৰীক্ আৰু ভাৰতত মৃত পূৰ্বপুৰুষসকলৰ স্তুতি গানেই তাৰ উদাহৰণ। ৰামলীলা আৰু কৃষ্ণলীলা এই প্ৰবৃত্তিৰ পৰিচায়ক।

২। **ডঃ কীথ : প্ৰাকৃতিক পৰিবৰ্তনৰ স্থূল চিত্ৰণ**—ডঃ কীথে নাটকৰ উৎপত্তি সম্বন্ধে এক নতুন মত পোষণ কৰে। তেওঁৰ মতে প্ৰাকৃতিক পৰিবৰ্তন জনসাধাৰণৰ সন্মুখত মূৰ্তৰূপে দেখুৱাবলৈ যি অভিলাষ কৰে, তাৰপৰাই নাটকৰ উৎপত্তি। মহাভাষ্যত থকা কংসবধ নামৰ নাটকৰ অভিনয়ৰপৰা এই মতৰ কিছু পুষ্টি সাধন হৈছে। ভাষ্যত লিখা আছে কংস তথা তেওঁৰ অনুগামীসকলে কলামুখা তথা কৃষ্ণ আৰু তেওঁৰ অনুগামীসকলে নাটক অভিনয়ত ৰঙা মুখা ধাৰণ কৰে। ডঃ কীথৰ মতে বসন্ত ঋতুৰ হেমন্ত ঋতুৰ ওপৰত বিজয় দেখুৱাটোৱেই মুখ্য উদ্দেশ্য। কৃষ্ণৰ বিজয় উদ্ভিজ জগতৰ ভিতৰত শ্ৰেষ্ঠত্ব দেখুৱা জীৱনী শক্তিৰ মাত্ৰ প্ৰতীকহে। এই বিচিত্ৰ সিদ্ধান্ত বিষয়ত কব পাৰি যে ইয়াৰ উদ্ভাৱকেও এই মতত বিশ্বাস নকৰে। ভাৰতীয় গ্ৰন্থত ইয়াৰ কোনো সংকেত নাই।

৩। **পিশেল : পুতুলা নাচ**—জাৰ্মান পণ্ডিত ডঃ পিশেলৰ মতে পুতুলা নাচেই সংস্কৃত নাট্য-সাহিত্যৰ আৰম্ভণি। তেওঁৰ মতে নৃত্যৰ উৎপত্তি ভাৰতত আৰু ইয়াৰপৰাই সমগ্ৰ বিশ্বত নৃত্যকলাৰ প্ৰচাৰ হয়। সংস্কৃত সাহিত্যত মঞ্চ পৰিচালকজনৰ নাম সূত্ৰধাৰ। তেওঁৰ সহকাৰী হ'ল স্থাপক। স্থাপকে সূত্ৰধাৰৰ পিচত মঞ্চত প্ৰৱেশ কৰি নাটকৰ বিষয়-বস্তু, নায়ক বা নাটকৰ উদ্দেশ্য সুন্দৰভাৱে যথাসময়ত উপযুক্ত ঠাইত প্ৰকাশ হোৱাৰ আশা প্ৰকাশ কৰে। ভাৰতীয় নাট্যৰ প্ৰবন্ধকক সূত্ৰধাৰ বোলাৰ তাৎপৰ্য্য এই যে ভাৰতীয় নাটকৰ উৎপত্তি হয় পুতুলা নাচৰপৰা। কিন্তু এই সামান্য নৃত্যৰপৰা ৰসভাৱ সম্বলিত নাটকৰ উৎপত্তি বুলি মানি লোৱাটো অত্যন্ত অপ্ৰমাণিক।

৪। **ডঃ কোনো : ছায়া নাটক**—ডঃ পিশেল, ডঃ লুৰ্ডৰ্স আৰু ডঃ কোনোৰ মতে নাটকৰ উৎপত্তি স্থল হৈছে ছায়া নাটক। কিন্তু এই মত সমীচীন নহয়। কাৰণ ভাৰতবৰ্ষত ছায়া নাটকৰ প্ৰাচীনতা সিদ্ধ হোৱা নাই। 'দূতাংগদ' নামক ছায়া নাটক সংস্কৃত সাহিত্যত অৱশ্যে প্ৰসিদ্ধ। কিন্তু ই ইমান প্ৰাচীন তথা মহত্ত্বপূৰ্ণ নহয়। ছায়া নাটকৰ সহজ-সৰল উপকৰণৰ দ্বাৰা ভাৰতীয় নাট্যকলাৰ উদ্ভৱ বুলি কোৱাটো ভ্ৰান্তিমূলক।

৫। **'মে'পোল সিদ্ধান্ত**—কিছুমান পণ্ডিতে 'মে'পোল নৃত্যৰপৰা নাটকৰ উৎপত্তি বুলি কবলৈ প্ৰয়াস কৰে। পশ্চিমীয়া দেশবোৰত মে' মাহত বৰ ধুমধামেৰে মে' পোল উৎসৱ পালন কৰে। এই উৎসৱত নাৰী-পুৰুষ সকলোৱে নৃত্য কৰি আনন্দত দিন কটায়। ই লোকনৃত্যৰ এক নমুনা। এই মে'পোলৰ পৰাই নাটকৰ উৎপত্তি বুলি পাশ্চাত্য পণ্ডিতসকলে কয়। ভাৰতৰ ইন্দ্ৰধ্বজ

উৎসৱো ঠিক তেনেকুৱাই। ইন্দ্ৰধ্বজ উৎসৱ আজিও নেপাল আদি ঠাইত অনুষ্ঠিত হয়। অৱশ্যে ইয়াকো প্ৰকৃততে নাটকৰ উৎস বুলি ধৰিব নোৱাৰি।

**সংস্কৃত সাহিত্যত গ্ৰীকৰ প্ৰভাৱ**—জাৰ্মান পণ্ডিত ডঃ ৱেবৰে' প্ৰথমে সংস্কৃত নাটকত গ্ৰীকৰ প্ৰভাৱৰ কথা উল্লেখ কৰে। প্ৰাচীন ভাৰতৰ সম্ৰাটসকলে ৰাজদৰবাৰত গ্ৰীক সংস্কৃতিৰ দ্বাৰা প্ৰভাৱান্বিত হৈ গ্ৰীক নাটক অভিনয় কৰি আনন্দ উপভোগ কৰিছিল। সম্ৰাটসকলৰ পৃষ্ঠপোষকতাত গ্ৰীকৰ প্ৰভাৱ ভাৰতীয় নাট্য-সাহিত্যত বিস্তাৰিত হয়। ডঃ ৱেবৰ'ৰ মতটো যুক্তি সহকাৰে 'ডঃ পিশেলে ১৮৮২ খ্ৰীষ্টাব্দত বাৰ্লিনত অনুষ্ঠিত Congress of Orientolists-ত খণ্ডন কৰে। পিচত বিণ্ডিশে এই প্ৰশ্নৰ বিস্তৃত মীমাংসা কৰি গ্ৰীকপ্ৰভাৱনতুনগৱেষণাৰ আধাৰত স্পষ্ট কৰিবলৈ প্ৰযত্ন কৰে। ডঃ ৱেবৰৰ মতে প্ৰাচীন সংস্কৃত নাট্য-সাহিত্যৰ উপাদান ইমান দুৰ্বল যে, ইয়াৰ আধাৰত নাটকৰ কমনীয় কলা উদয় হোৱাটো সম্ভৱপৰ নহয়।

আলেক্‌জেণ্ডাৰৰ তথা বেক্‌ট্ৰিয়া আৰু পঞ্জাবৰ গ্ৰীক্ ৰজাসকলৰ দৰবাৰত যি নাটক অভিনয় কৰা হৈছিল তাৰ প্ৰভাৱ যথেষ্ট পৰিমাণে সংস্কৃত সাহিত্যত পৰে। ভাৰতীয় প্ৰতিভা নবীন প্ৰভাৱক আত্মসাৎ কৰাত নিতান্ত প্ৰবীণ। গতিকে নাটকৰ বিকাশ নিজ প্ৰতিভাৰ বলত হোৱা নাই, প্ৰত্যুত গ্ৰীক নাটকৰ অভিনয় দেখি ভাৰতীয়সকলৰ এই দিশত প্ৰেৰণা জাগিল। কিন্তু এই সিদ্ধান্ত নিতান্ত উপেক্ষণীয়।

ডঃ বিণ্ডিশৰ মতে 'নিউ এটিক কমেডি' ভাৰতীয় নাটকৰ ওপৰত গ্ৰীক প্ৰভাৱ পৰাৰ মূল সূঁতি। খ্ৰীষ্টীয় প্ৰথম তথা দ্বিতীয় শতাব্দীত ৰোম আৰু ভাৰতৰ মাজত বাণিজ্যৰ যোগসূত্ৰ স্থাপন হৈছিল। 'বেৰিগাজা' গ্ৰীকসকলৰ বেহাবেপাৰৰ বন্দৰ আছিল। উজ্জয়িনীত লিখা 'মৃচ্ছকটিক' নাটকত গ্ৰীকৰ প্ৰভাৱ যথেষ্ট ৰকমে পৰিছে। কিন্তু এই 'নিউ কমেডি' তথা সংস্কৃত নাটকৰ সম্পৰ্ক আৰু সাদৃশ্য বস্তুতঃ বহুত কম। গ্ৰীক নাটকৰ নিচিনা সংস্কৃত নাটক অঙ্কত বিভক্ত। কিন্তু এই বিভাজন স্বতন্ত্ৰ ৰূপত সিদ্ধ হৈছে। 'মৃচ্ছকটিক' তৃতীয় শতকত ৰচিত। গতিকেই কালিদাসৰ পৰৱৰ্তীকালৰ। 'মৃচ্ছকটিক' অতি প্ৰাচীনও নহয় আৰু ইয়াৰ চৰিত্ৰ বিশ্লেষণত নতুনত্বও নাই। ভাসৰ 'দৰিদ্ৰ চাৰুদত্ত' মৃচ্ছকটিকাৰ আধাৰত ৰচিত। ইয়াৰ বিষয়বস্তু আন নাটকতকৈ ভিন্ন নহয়। কিন্তু গ্ৰীক প্ৰভাৱৰ কল্পনা কেৱল ইয়াক ভিত্তি কৰি ৰখা উচিত নহয়। সংস্কৃত সাহিত্যত ব্যৱহাৰ হোৱা 'যৱনী' আৰু 'যৱনিকা' শব্দ দুটাৰপৰা ভাৰতীয় সংস্কৃত নাট্য-

সাহিত্যত গ্ৰীকৰ প্ৰভাৱ পৰা বুলি ধাৰণা হয়। ৰঙ্গমঞ্চ আৰু প্ৰসাধন কক্ষৰ মাজত থকা কাপোৰখনৰ নামেই 'যৱনিকা'। গ্ৰীক নাটকৰ অভিনয়ৰ সময়ত মঞ্চৰ পিছফালে কোনো আঁৰ-কাপোৰ ব্যৱহাৰ কৰা বুলি জনা নাযায়। ইয়াৰপৰা প্ৰমাণিত হয় গ্ৰীক নাটকৰ প্ৰভাৱ ভাৰতীয় নাটকত পৰা নাই। সংস্কৃত নাটকত নৃপতিক যৱনীপৰিবৃত অৱস্থাত চিত্ৰিত কৰিছে তাৰপৰা বহুতে কৰলৈ প্ৰয়াস কৰে যে ইও গ্ৰীক্ প্ৰভাৱৰেই নিদৰ্শন। 'যৱনী' শব্দই গ্ৰীক্ ৰমণীসকলক বুজাইছে। সংস্কৃত নাটকত যি 'যৱনী' তিৰোতাৰ উল্লেখ আছে, সেই শ্বেতাঙ্গী গ্ৰীক্ যুৱতী-সকলক ভাৰতীয় ৰজাসকললৈ পঠাই দিয়া হয় আৰু ৰজাসকলে তেওঁলোকৰ প্ৰতি আকৃষ্ট হৈ অন্তঃপুৰত দাসীৰূপে নিয়োগ কৰে। এই সামাজিক ঘটনাৰ আধাৰত সংস্কৃত নাটকত 'যৱন' শব্দৰ ব্যৱহাৰ পোৱা যায়। ইয়াৰপৰা গ্ৰীক নাটকত প্ৰভাৱ পৰা বুলি কোনোমতে সমৰ্থন কৰিব নোৱাৰি।

## নাট্যকাৰসকল

**ভাস**—ভাসৰ আবিৰ্ভাৱ কাল সম্পৰ্কে নানা মতভেদ দেখা যায়। ভাসৰ ৰচনাত অপাণিনীয় প্ৰয়োগৰপৰা গণপতি শাস্ত্ৰী সিদ্ধান্ত কৰে যে, ভাস পাণিনিৰ পূৰ্ববৰ্তী নাট্যকাৰ। কৌটিল্যৰ অৰ্থশাস্ত্ৰক ভাসৰ নাটকৰপৰা দুটা শ্লোক উদ্ধৃত কৰা দেখা যায়। কৌটিল্য মৌৰ্য চন্দ্ৰগুপ্তৰ সমসাময়িক। গতিকে ভাসৰ আবিৰ্ভাৱ কাল চন্দ্ৰগুপ্তৰ পূৰ্বে। কালিদাসকে আদি কৰি আন আন নাট্যকাৰসকলে নাটকত ভৰত মুনিৰ নাট্যশাস্ত্ৰৰ যিবিলাক নিয়ম মানি চলিছে, ভাসৰ নাটকত সেই নিয়ম মানি চলা হোৱা নাই। যেনে—ভৰত মুনি নাটকৰ মঞ্চত নিদ্ৰা, যুদ্ধ, মৃত্যু আদি প্ৰদৰ্শন আৰু নাটকৰ বিয়োগান্ত পৰিণতি নিষেধ কৰিছে। কিন্তু ভাসৰ 'স্বপ্নবাসৱদত্তা'ত নিদ্ৰা, 'বালচৰিত'ত যুদ্ধ, উৰুভঙ্গ'ত মৃত্যু দেখুওৱা হৈছে আৰু উৰুভঙ্গ নাটকখনৰ পৰিণতি বিয়োগান্ত কৰা হৈছে। ভাসৰ উৰুভঙ্গ সংস্কৃত সাহিত্যত একমাত্ৰ 'ট্ৰেজেদি' জাতীয় ৰচনা। ইয়াৰপৰা বুজা যায় ভাস ভৰতৰ পূৰ্ববৰ্তী নাইবা যি যুগত ভৰতৰ নিৰ্দেশ কালিদাসৰ দৰে শ্ৰেষ্ঠ নাট্যকাৰে মানি চলিছিল, ভাস তাৰ পূৰ্ববৰ্তী। ভাস যে কালিদাসৰ পূৰ্ববৰ্তী তাত অকণো সন্দেহ নাই। কাৰণ কালিদাসে নিজে 'মালবিকাগ্নিমিত্ৰ' নাটকৰ সূচনাত ভাসৰ প্ৰশংসা কৰিছে—

"প্ৰথিতযশসাং ভাসকবিপুত্ৰসৌমিল্লকাদীনাং প্ৰবন্ধানতিক্ৰম্য বৰ্তমানকবেঃ কালিদাসস্য ক্ৰিয়ায়াং কথং পৰিষদো বহুমানঃ।" অৰ্থাৎ, কবিপুত্ৰ, সৌমিল্ল—

এইসকলো প্ৰখ্যাত কবিৰ ৰচনা বাদ দি সেইদিনৰ কবি কালিদাসৰ ৰচনাত পৰিষদৰ ইমান আদৰ হ'ল কিয় ?

আকৌ, ভাস যে অশ্বঘোষৰ পৰৱৰ্ত্তী তাৰ প্ৰমাণ, ভাসৰ 'প্ৰতিজ্ঞা-যৌগন্ধ-ৰায়ণ'ত অশ্বঘোষৰ 'বুদ্ধচৰিত'ৰ এটা শ্লোকৰ প্ৰভাৱ আছে। দ্বিতীয়তে, ভাসে ব্যৱহাৰ কৰা প্ৰাকৃত অশ্বঘোষৰ প্ৰাকৃতৰ তুলনাত আধুনিক। গতিকে ইয়াৰপৰা কব পাৰি যে অশ্বঘোষ আৰু কালিদাসৰ মধ্যৱৰ্ত্তী কালত ভাসৰ আৱিৰ্ভাৱ হৈছিল। কালিদাস যদি খ্ৰীষ্টীয় চতুৰ্থ শতাব্দীৰ কবি বুলি ধৰা হয়, তেনেহ'লে ভাসৰ আৱিৰ্ভাৱ কাল খ্ৰীষ্টীয় দ্বিতীয় বা তৃতীয় শতাব্দী বুলি ধৰিব পাৰি।

কৈনে কোনোৰ মতে ভাসৰ আৱিৰ্ভাৱকাল ক্ষত্ৰপ ৰজা কদ্ৰসিংহ প্ৰথমৰ (২০০ খ্ৰীঃৰ) ৰাজত্বকালত। ভাসে নাটকৰ পুষ্পিকাৰ ভৰতবাক্যত যি 'ৰাজ-সিংহ' পদৰ উল্লেখ কৰিছে, সেই সংকেত আছিল প্ৰথম কদ্ৰসিংহৰ। কিন্তু ভৰত-বাক্যত উল্লিখিত 'কদ্ৰসিংহ' ব্যক্তিবাচক নহৈ কোনো সম্ৰাটৰ ক্ষেত্ৰতহে প্ৰযুক্ত— যি হিমালয়ৰপৰা বিন্ধ্যাচল তথা সমুদ্ৰ পৰ্য্যন্ত একাধিপত্য বিস্তাৰ কৰিছিল। ভাস দাক্ষিণাত্যৰ ব্ৰাহ্মণকোৰ নিবাসী। কিছুমান পণ্ডিতৰ মতে ভাসৰ স্থিতি কাল খ্ৰীষ্টীয় তৃতীয় শতাব্দী আৰু কিছুমান ঐতিহাসিকৰ মতে ৬০০-ৰ পৰা ৪০০ খ্ৰীঃ পূৰ্বৰ ভিতৰত।

ভাসৰ ৰচনাৱলীলৈ পণ্ডিতসকলৰ মাজত যদিও বহুত মতানৈক্য আছে, তথাপি তলত তালিকাভুক্ত কৰা গ্ৰন্থসমূহেই তেওঁৰ কাপৰপৰা ওলোৱা। তেওঁৰ ৰচনা-ৱলীৰ ভিতৰত কিছুমান একাঙ্কী আৰু কিছুমান নাটক। স্বপ্নবাসৱদত্তা, প্ৰতিজ্ঞা-যৌগন্ধৰায়ণ, বালচৰিত, পঞ্চৰাত্ৰ, প্ৰতিমা, অভিষেক, অবিমাৰক আৰু দৰিদ্ৰ-চাৰুদত্ত আদি নাটকৰ অন্তৰ্ভুক্ত। মধ্যমব্যায়োগ, দূতবাক্য, দূতঘটোৎকচ, কৰ্ণভাৰ আৰু উৰুভঙ্গ আদি একাঙ্কী।

কথানকৰ দৃষ্টিকোণৰপৰা এই ৰূপকবোৰক চাৰিটা শ্ৰেণীত ভগাব পাৰি—

১। ৰামায়ণৰ আধাৰত ৰচিত—প্ৰতিমা আৰু অভিষেক।

২। মহাভাৰতৰ আধাৰত ৰচিত—দূতবাক্য, কৰ্ণভাৰ, দূতঘটোৎকচ, উৰু-ভঙ্গ, মধ্যমব্যায়োগ, পঞ্চৰাত্ৰ আৰু বাল চৰিত।

৩। উদয়ন-কথাৰ আধাৰত ৰচিত—প্ৰতিজ্ঞাযৌগন্ধৰায়ণ আৰু স্বপ্নবাসৱদত্তা

৪। কল্পনাৰ আধাৰত ৰচিত—অবিমাৰক আৰু চাৰুদত্ত।

এ. ডি. পুচলকৰে 'ভাস, এ ষ্টাদী'ত ভাসৰ নাটকাৱলীৰ বিস্তৃত সমীক্ষা

কৱিবলৈ উপৰোক্ত ৰচনাক্ৰমৰ দৃষ্টিকোণৰপৰা এওঁৰ ক্ৰম এইদৰে ৰাখিছে—'দূত-বাক্য, কৰ্ণভাৰ, দূতঘটোৎকচ, উৰুভঙ্গ, মধ্যমব্যায়োগ, পঞ্চৰাত্ৰ, অভিষেক, বাল-চৰিত, অবিমাৰক, প্ৰতিমা, প্ৰতিজ্ঞাযৌগন্ধৰায়ণ, স্বপ্নবাসৱদত্তা আৰু চাৰুদত্ত।

উক্ত নাটকসমূহক একেজন ব্যক্তিৰ ৰচিত বুলি নাটকসমূহৰ অন্তৰঙ্গ আৰু বহিৰঙ্গ কিছুমান সাদৃশ্যৰপৰা ধাৰণা কৰিব পাৰি। মহাকবি কালিদাসৰ পৰৱৰ্তীকালৰ নাটকসমূহত এটা বিশেষ বৈশিষ্ট্য দেখা যায়। নাটকবোৰত প্ৰথমে নান্দীশ্লোক গাই পিচত 'নান্দ্যন্তে সূত্ৰধাৰঃ বুলি' কোৱা আছে। কিন্তু এই নাটকবোৰত 'নান্দ্যন্তে ততঃ প্ৰৱিশতি সূত্ৰধাৰঃ' বুলি আৰম্ভ কৰা আছে। পিছৰ কালৰ নাটকসমূহত 'প্ৰস্তাৱনা' শব্দৰ ঠাইত 'স্থাপনা' শব্দ ব্যৱহাৰ কৰা হৈছে। কালি-দাস আদি নাট্যকাৰ কবিসকলে নাটক আৰু নাট্যকাৰৰ নাম প্ৰস্তাৱনাৰ মাজত উল্লেখ কৰিছে, কিন্তু এই নাটকসমূহৰ 'স্থাপনাৰ' মাজত নাটক বা নাট্যকাৰৰ নাম উল্লেখ কৰা দেখা নাযায়। তদুপৰি আটাইবোৰ নাটকতে শেষৰ শ্লোকত ভৰত বাক্যত একেধৰণৰ প্ৰাৰ্থনা দেখা যায়।

আনহাতে নাট্যকৌশলৰ পিনৰপৰা পৰ্য্যবেক্ষণ কৰিলে দেখা যায়, নাট্যকাৰে নাট্যশাস্ত্ৰৰ ৰীতি মানি চলিব পৰা নাই। পৰৱৰ্তীকালৰ নাটকবোৰত ৰঙ্গমঞ্চত মৃত্যু, যুদ্ধ, হত্যা আদি দৃশ্যৰ অৱতৰণা কৰা দেখা নাযায়। কিন্তু ভাসৰ নাটক-বোৰত সেইবোৰ দৃশ্যমান। এতেকে দেখা যায় নাটকবোৰ একেজন ব্যক্তিৰ দ্বাৰা ৰচিত।

ভাসৰ নাটকীয়তা আৰু নাটকৰ শ্ৰেষ্ঠতাৰ উল্লেখ কৰাৰ উপৰিও দণ্ডী, ভামহ, বামণ আৰু অভিনৱগুপ্ত আদি কাব্য শাস্ত্ৰীসকলে তেওঁলোকৰ গ্ৰন্থত ভাসৰ নাটকৰ অনেক শ্লোক উদাহৰণস্বৰূপে ব্যৱহাৰ কৰি ভাসৰ ব্যক্তিত্ব শ্ৰদ্ধাৰে স্বীকাৰ কৰিছে। ভাসক সৰ্বাগ্ৰণী নাট্যকাৰ হিচাপে স্বীকৃতি প্ৰদান কৰা হৈছে। ইয়াৰপৰা এইটো প্ৰমাণ হয় ভাসৰ উক্ত তেৰখন নাটক তেওঁৰ স্বৰচিত।

ভাসৰ নাটকাৱলীৰ চমু পৰিচয়—

১। দূতবাক্য—পাণ্ডৱে সন্ধিৰ প্ৰস্তাৱ আগবঢ়াই শ্ৰীকৃষ্ণক দূত হিচাপে কৌৰৱসকলৰ ওচৰলৈ পঠায়। কৌৰৱৰ ৰাজসভাত হোৱা দ্ৰৌপদীৰ অপমানত দুৰ্য্যোধন অতিশয় আনন্দিত। শ্ৰীকৃষ্ণই গৈ পাণ্ডৱসকলক অৰ্দ্ধেক ৰাজ্য দিবলৈ প্ৰস্তাৱ আগবঢ়ালে। কিন্তু দুৰ্য্যোধন মান্তি নহ'ল। শ্ৰীকৃষ্ণ বিফলমনোৰথ হৈ উলটি আহিবলগা হ'ল। এইয়েই নাটকৰ বিষয়-বস্তু।

দূতকাব্য এখন একাঙ্কী নাটক। ই ভাসৰ প্ৰথম নাটক। ইয়াত শ্ৰীকৃষ্ণ আৰু দুৰ্য্যোধন দুটা বিপৰীত চৰিত্ৰৰ নায়কক ভাসে বৰ নিপুণভাৱে চিত্ৰিত কৰিছে। নাটকীয় সংবিধানৰ ফালৰপৰা শ্ৰীকৃষ্ণ আৰু দুৰ্য্যোধনৰ কথোপকথন অতি স্বাভাৱিক আৰু প্ৰভাৱোৎপাদক।

২। **কৰ্ণভাৰ**—ই এখন একাঙ্ক নাটক। ইয়াত নাট্যশাস্ত্ৰৰ নিয়ম অনুসৰি সময় আৰু স্থানৰ সমন্বয় (unity) পালন কৰা হৈছে। এবাৰ কৰ্ণই পৰশুৰামৰ-পৰা দিব্য কবচ-কুণ্ডল লাভ কৰে। কিন্তু পৰশুৰামে কৰ্ণক ক'লে যে সময়ত এই কবচ-কুণ্ডল তেওঁৰ সহায়ক নহব। অৰ্জুনে যি সময়ত যুদ্ধ কৰিবলৈ কৰ্ণৰ ওচৰ চাপে, সেই সময়ত ইন্দ্ৰই ব্ৰাহ্মণৰ ৰূপ ধাৰণ কৰি কবচ-কুণ্ডল খুজিলে। কৰ্ণই সেই কবচ-কুণ্ডল ব্ৰাহ্মণৰূপী ইন্দ্ৰক দান কৰে। ফলত কৰ্ণই নিজৰ সৰ্বনাশ মাতি আনিলে। ইয়াত কৰ্ণৰ দানশীলতা অতি কবিত্বময় ৰূপত চিত্ৰিত কৰিছে।

৩। **দূতঘটোৎকচ**—ই এখন একাঙ্কী নাটক। ইয়াৰ বিষয়-বস্তু হৈছে—জয়দ্ৰথে অভিমন্যুক বধ কৰাত তাৰ প্ৰতিশোধৰূপে অৰ্জুনে জয়দ্ৰথক বধ কৰিবলৈ প্ৰতিজ্ঞা কৰে। শ্ৰীকৃষ্ণই হিৰিম্বাৰ পুত্ৰ ঘটোৎকচক কৌৰৱসকলৰ আগন্তুক বিপদৰ কথা জনাবলৈ দূত হিচাপে পঠালে। ইয়াতে ধৃতৰাষ্ট্ৰ আৰু দুৰ্য্যোধন খঙত জ্বলি উঠিল আৰু ঘটোৎকচক অপমান কৰি পঠাই দিলে। ফলত উভয় পক্ষৰ মাজত তুমুল ৰণ লাগিল।

ইয়াৰ কথা-বস্তু মহাভাৰতৰপৰা ললেও ই নাট্যকাৰৰ কল্পনা প্ৰসূত। দুৰ্য্যোধন আৰু ঘটোৎকচৰ কথোপকথন অতি তেজস্বীপূৰ্ণ।

**উৰুভঙ্গ**—ই ভীম আৰু দুৰ্য্যোধনৰ মাজত হোৱা গদাযুদ্ধৰ চিত্ৰণ দাঙি ধৰা এখন নাটক। কথানকৰ শেষত দুৰ্য্যোধনৰ উৰুভঙ্গ দেখুৱায়। শেষত দুৰ্য্যোধনৰ পুত্ৰ আৰু পত্নীৰ বিলাপ বৰ্ণনা আছে। ই সংস্কৃত নাট্যশাস্ত্ৰৰ নিয়মৰ বিপৰীতে লিখা এখন দুঃখান্ত নাটক।

ইয়াত দুৰ্য্যোধনৰ ক্ষত্ৰিয়োচিত চৰিত্ৰ প্ৰদৰ্শন কৰাত ভাসৰ অদ্ভুত কলা-নিপুণতা ফুটি উঠিছে। অশ্বত্থামাৰ প্ৰচণ্ড চৰিত্ৰ উপস্থাপিত কৰি ভাসে নাটকখন অধিক হৃদয়গ্ৰাহী কৰি তুলিছে। ইয়াত সময় আৰু স্থানৰ সমন্বয় পুৰাদমে পালন কৰা হৈছে। ই শাস্ত্ৰীয় নিয়ম উলঙ্ঘন কৰি ৰঙ্গমঞ্চত দুৰ্য্যোধনৰ মৃত্যু হোৱা দেখুৱাইছে। শাস্ত্ৰনিষেধ এনেকুৱা বিষয় অৱতাৰণা কৰাটো ভাসৰ দুঃসাহসিকতাৰ পৰিচয়।

৫। **মধ্যম ব্যায়োগ**—মহাভাৰতৰ কথাবস্তু আধাৰত লিখা ই এখন একাংকী ৰূপক। মধ্যম পাণ্ডৱ ভীমে এজন ব্ৰাহ্মণ পুত্ৰক ৰক্ষা কৰা কথাৰ বৰ্ণনা ইয়াত পোৱা যায়। ঘটোৎকচে মাক হিড়িম্বাৰ আদেশ মতে এজন ব্ৰাহ্মণ সন্তানক বধ কৰিবলৈ উদ্যত হয়। কিন্তু ভীমে এই কাৰ্য্যত ঘটোৎকচক বাধা প্ৰদান কৰে। ফলত দুয়োৰে মাজত তয়া-ময়া যুদ্ধ হয়। যুদ্ধত দুয়ো পিতা-পুত্ৰৰ চিনাকী হয় আৰু ব্ৰাহ্মণ সন্তান মৃত্যুৰ মুখৰপৰা ৰক্ষা পৰে।

'মধ্যম-ব্যায়োগ'ৰ কথানকত নাট্যকাৰৰ কল্পনাৰ প্ৰাধান্য দেখা যায়। ইয়াত চিত্ৰিত ভীম আৰু ঘটোৎকচৰ দ্বন্দ্বযুদ্ধ সংবাদশ্ৰেষ্ঠতাৰ দৃষ্টিকোণৰপৰা বৰ ৰুচিকৰ। ঘটোৎকচৰ হাতৰপৰা ব্ৰাহ্মণ পুত্ৰৰ জীৱন ৰক্ষা কৰি ভীমে ক্ষত্ৰিয়োচিত ধৰ্ম পালনত নিজ চৰিত্ৰত উদাত্ত শৌৰ্য্য প্ৰদৰ্শিত কৰি সঁচাকৈয়ে প্ৰশংসাৰ কাম কৰিছে।

৬। **পঞ্চৰাত্ৰ**—ই এখন তিনিটা অঙ্কৰ নাটক। এইখন ৰূপকৰ কথানক 'মহাভাৰত'ৰ কথানকৰপৰা সম্পূৰ্ণ ভিন্ন আৰু অনৈতিহাসিক। দুৰ্য্যোধনে যজ্ঞ সমাপনৰ পিচত দ্ৰোণাচাৰ্য্যক দান স্বৰূপে কিবা কিছু দিবলৈ প্ৰতিজ্ঞা কৰিছিল। সেই প্ৰতিজ্ঞা মতে দ্ৰোণাচাৰ্য্যই পাণ্ডৱসকলৰ অৰ্দ্ধৰাজ্য দিবলৈ দুৰ্য্যোধনক কলে। পাণ্ডৱসকলক পাঁচ ৰাতিৰ ভিতৰত আনি দিব পাৰিলে অৰ্ধেক ৰাজ্য দিব বুলি দুৰ্য্যোধনে উত্তৰ দিলে। দ্ৰোণাচাৰ্য্যই অশেষ যত্ন কৰি বিৰাট নগৰত পাণ্ডৱসকলৰ অনুসন্ধান পালে আৰু চৰ্ত অনুসৰি অৰ্ধেক ৰাজ্য লাভ কৰিলে। এয়েই নাটকৰ বিষয়-বস্তু।

অনৈতিহাসিক হলেও কথা-নিৰ্বাহত নাট্যকাৰে মৌলিকতাৰ ফালৰপৰা সফলতা লাভ কৰিছে। দুৰ্য্যোধনৰ দ্বাৰা দ্ৰোণাচাৰ্য্যকে দানস্বৰূপে অৰ্ধেক ৰাজ্য দান কৰাৰ প্ৰতিজ্ঞা, পাঁচ ৰাতিৰ ভিতৰত বিৰাট নগৰৰপৰা পাণ্ডৱসকলক অনুসন্ধান কৰি অনা আৰু তেওঁলোকক অৰ্ধেক ৰাজ্য দান কৰাৰ কথা এই আটাইবোৰ ঘটনা কল্পিত হলেও কৌতূহলপূৰ্ণ।

৭। **অভিষেক**—ই ছয়টা অঙ্কৰ নাটক। ইয়াৰ কথা-বস্তু ৰামায়ণৰ কিষ্কিন্ধ্যা, সুন্দৰ আৰু যুদ্ধ কাণ্ডৰ লগত জড়িত। ইয়াত বালিবধ, হনুমানে লঙ্কালৈ গৈ সীতাক আশ্বস্ত কৰা আৰু ৰাৱণক কৰা জুলুম আৰু শেষত ৰাৱণবধ তথা ৰামৰ ৰাজ্যাভিষেকৰ বৰ্ণনা আছে।

ই ভাসৰ পৰিপক্ক হাতৰ পৰিচয়। ভাসে স্বতন্ত্ৰ কল্পনাৰ দ্বাৰা ৰামায়ণৰ নীৰস

কথা বস্তুক নাটকীয় ৰূপত নিবদ্ধ কৰি সৰস হৃদয়গ্ৰাহী আৰু মঞ্চস্থ কৰাৰ উপযুক্ত কৰি তুলিছে। যদিও নাটকৰ সমাপ্তি ৰামৰ ৰাজ্যাভিষেকত তথাপি মঞ্চত বালী-হত্যা দেখুৱাই ভাসে নাটকত নাট্যশাস্ত্ৰৰ নিয়মৰ বিপৰীতে এক দুৰ্ঘটনাৰ অৱতৰণা কৰিছে। কলাত্মক সংযোজনাৰ দৃষ্টিকোণৰপৰা ই শ্ৰেষ্ঠ নাটক বুলি গণ্য নহয়।

৮। **বালচৰিত**—ই সাতটা অঙ্কৰ সমষ্টি। ইয়াৰ বিষয়-বস্তু হৈছে কৃষ্ণৰ শিশুকালৰ অলৌকিক ঘটনাৱলীৰপৰা আৰম্ভ কৰি কংসৰ মৃত্যুলৈকে। ইয়াৰ কথানক অংশ হৰিবংশ আৰু পুৰাণৰপৰা লোৱা। কৃষ্ণৰ জন্মৰ পিচত বাসুদেৱে তেওঁক যমুনাৰ তীৰাৱস্থিত বৃন্দাবনলৈ লৈ যায় আৰু তেওঁৰ ঠাইত নন্দৰ কন্যাক কংসৰ ওচৰত সমৰ্পণ কৰে। কংসই শিলৰ ওপৰত আচুৰি নন্দকন্যাক বধ কৰে। কালক্ৰমত প্ৰকৃত কথাটো জানিব পাৰি কংসই শ্ৰীকৃষ্ণৰ লগত যুদ্ধ কৰে। যুদ্ধত শ্ৰীকৃষ্ণই কংসক বধ কৰি উগ্ৰসেনক ৰাজ্যভাৰ অৰ্পণ কৰে।

ই ভাসৰ পূৰ্ণ প্ৰৌঢ় নাটক। ইয়াত কৃষ্ণৰ জন্মকালৰপৰা কংসবধলৈকে বৰ্ণিত কথা অংশত নাট্যকাৰৰ স্বতন্ত্ৰ কল্পনাৰ সমাবেশ দেখা যায়। নাট্যকলাৰ দৃষ্টি-কোণৰপৰা ইয়াত 'ইউনিটি অৱ্ একৃচনৰ' অভাৱ।

৯। **অবিমাৰক**—ই ছয়টা অঙ্কৰ সমষ্টি। ইয়াত মহাৰাজ কুন্তিভোজৰ কন্যা কুৰঙ্গী আৰু মহাৰাজ সৌবীৰৰ অবিমাৰক নামৰ ৰাজকুমাৰৰ প্ৰণয় কথা বৰ্ণিত আছে। অবিমাৰকে এটা হাতীৰ কৱলৰপৰা কুৰঙ্গীক ৰক্ষা কৰে। ফলত কুৰঙ্গী অবিমাৰকৰ প্ৰতি আসক্ত হয়। এবাৰ অবিমাৰকে কুন্তিভোজৰ হাতত ধৰা পৰে। ৰজাই তেওঁক প্ৰাণদণ্ডৰ আদেশ দিয়ে। ঠিক সেই সময়ত নাৰদে উপস্থিত হৈ ৰজাক সকলো কথা ভালদৰে বুজাই দিয়ে। নাৰদৰ কথা মতে দুয়োৰে বিবাহ সম্পন্ন হয়। ই লোক কথাৰ ওপৰত আধাৰিত এখন ৰূপক।

অবিমাৰক নাটকৰ কথা-বস্তু সম্পূৰ্ণৰূপে কল্পিত। অবিমাৰক আৰু কুৰঙ্গীৰ প্ৰণয় কথাত ৰচিত এই নাটকখনে ৰচনা কৌশলৰ ফালৰপৰা শ্ৰেষ্ঠত লাভ কৰিব পৰা নাই।

১০। **প্ৰতিমা**—ই সাতটা অঙ্কৰ নাটক। ইয়াত ৰামৰ বনবাসৰপৰা আৰম্ভ কৰি ৰাৱণবধলৈকে ঘটনা বৰ্ণনা কৰা আছে। মোমায়েকৰ ঘৰৰপৰা উলটি আহোঁতে ভৰতে অযোধ্যাৰ প্ৰতিমা-মন্দিৰত পৰলোকগত পূৰ্বপুৰুষসকলৰ লগত মহাৰাজ দশৰথৰও প্ৰতিমা দেখিবলৈ পায়। তেতিয়া তেওঁ পিতৃবিয়োগ হোৱা কথা জানিব পাৰিলে। তেওঁ ৰাম-ৰাৱণৰ যুদ্ধৰ বাতৰি পাই ৰামক সহায়

-কৰিবলৈ সৈন্য-সামন্ত পঠায়। প্ৰতিমাৰ জৰিয়তে পিতৃবিয়োগৰ কথা জনা বাবে নাটকৰ নাম ৰাখে 'প্ৰতিমা'।

১১। **প্ৰতিজ্ঞা যৌগন্ধৰায়ণ**—ই ছয়টা অঙ্কৰ সমষ্টি। ইয়াত বৎসৰাজ উদয়ন আৰু অৱন্তিকুমাৰী বাসৱদত্তাৰ বিবাহৰ ৰহস্যময় কথা বৰ্ণিত আছে। কৌশাম্বিৰাজ উদয়ন আছিল এজন সুসঙ্গীতজ্ঞ। অৱন্তিৰাজ মহাসেনৰ কন্যা ৰাজকুমাৰী বাসৱদত্তাৰ সঙ্গীত শিক্ষকৰূপে উদয়ন নিয়োজিত হয়। ইয়াত উভয়ৰে গাঢ় প্ৰেমাভাৱ গঢ়ি উঠে। মন্ত্ৰী যৌগন্ধৰায়ণৰ সহায়ত সুযোগে প্ৰণয়ৰ কথা প্ৰকাশ পায়।

'প্ৰতিজ্ঞা যৌগন্ধৰায়ণ' ভাসৰ এখন উৎকৃষ্ট নাটক। উদয়ন আৰু বাসৱদত্তাৰ কথা ঐতিহাসিক। এই ঐতিহাসিক কথাৰ সুন্দৰ শিল্প আৰু কবিত্বময় কল্পনাৰে ভাসে দৰ্শকৰ মন বিশেষভাৱে আকৰ্ষণ কৰি তুলিছে। যদিও নাটকত উদয়ন-বাসৱদত্তাৰ প্ৰণয়-কথা নিবদ্ধ কৰা আছে, বস্তুতঃ ইয়াক সাৰ্থক কৰি তোলাত যৌগন্ধৰায়ণৰ নীতিহে শ্ৰেষ্ঠত্ব লাভ কৰিছে। সেয়েহে যৌগন্ধৰায়ণ নাটকৰ মুখ্য চৰিত্ৰ। বিষয়-বস্তু, নাটকীয় সংবিধান আৰু চৰিত্ৰ চিত্ৰণৰ ফালৰপৰা ই এখন শ্ৰেষ্ঠ নাটক।

১২। **স্বপ্নবাসৱদত্ত**—ই এখন ছয়টা অঙ্কৰ নাটক। ইয়াত ৰজা উদয়নৰ মন্ত্ৰী যৌগন্ধৰায়ণৰ দূৰদৰ্শিতাত এইটো দেখুৱাইছে—উদয়নৰ প্ৰেয়সী বাসৱদত্তা লাৱনক নামৰ হাবিত জুইত পুৰি মৰা বুলি মিছা বাতৰি প্ৰচাৰ কৰিছে। বাসৱদত্তাৰ মৃত্যু হোৱা বুলি জানি উদয়নে মগধৰাজ দৰ্শকৰ ভনীয়েক পদ্মাৱতীক বিয়া কৰায়। এদিন নিদ্ৰাৱস্থাত উদয়নে সপোনত বাসৱদত্তাক দেখা পায়। কিন্তু যেতিয়া চকুমেলি চালে তেতিয়া সঁচাকৈ বাসৱদত্তাক তেওঁৰ মূৰ পিটিকি থকা দেখা পায়। আচল কথাটো এই যে বৎসৰ ৰজা উদয়নৰ প্ৰধানমন্ত্ৰী যৌগন্ধৰায়ণে জ্যোতিষীৰ মুখৰপৰা জানিব পাৰিলে দৰ্শকৰ ভনীয়েক পদ্মাৱতীৰ লগত উদয়নৰ বিবাহ সম্পন্ন হলে দৰ্শকৰ সহায়ত উদয়নৰ ৰাজ্য পুনৰ উদ্ধাৰ হ'ব। কিন্তু প্ৰিয়তমা বাসৱদত্তাৰ বাহিৰে উদয়নে আনক বিবাহ কৰিবলৈ মান্তি নহৈছিল। সেয়েহে যৌগন্ধৰায়ণে এই কৌশল অৱলম্বন কৰিব লগা হৈছিল।

ই ভাসৰ সৰ্বোৎকৃষ্ট নাটক। নাটকখনত চৰিত্ৰ চিত্ৰণৰ কৌশলতা আৰু সংলাপৰ চতুৰতাই সকলোৰে মন মুগ্ধ কৰিছে। ইয়াত বাসৱদত্তা, পদ্মাৱতী, উদয়ন আৰু যৌগন্ধৰায়ণ—এই চাৰিজন পাত্ৰৰ চৰিত্ৰৰ যি চিত্ৰ অঙ্কন কৰিছে আৰু যি

উদাত্ত মানবীয় গুণৰ স্ফুৰণ প্ৰকট কৰিছে ই নাটকৰ সৰ্বতোপ্ৰকাৰে শ্ৰেষ্ঠত্ব প্ৰকাশ কৰিছে। স্বামীৰ মঙ্গলৰ বাবে বাসৱদত্তাৰ অপূৰ্ব ত্যাগ সঁচাকৈ মন কৰিবলগীয়া। মন্ত্ৰী যৌগন্ধৰায়ণৰ ৰাজভক্তিও কম মহত্বপূৰ্ণ নহয়।

১৩। চাৰুদত্ত—ই এখন চাৰিটা অঙ্কৰ প্ৰকৰণ। ইয়াৰ বিষয়-বস্তু হৈছে উজ্জয়িনীৰ সাৰ্থবাহ ব্ৰাহ্মণ চাৰুদত্ত আৰু গণিকা বসন্তসেনাৰ বিশুদ্ধ প্ৰেম। বসন্ত-সেনাৰ আন এজন প্ৰণয়প্ৰাৰ্থী ৰজাৰ খুৰশালীয়েক শকাৰ। কিন্তু বসন্তসেনা তেওঁৰ প্ৰতি আসক্ত নহয়। দৰিদ্ৰ ব্ৰাহ্মণ চাৰুদত্তৰ লগত বসন্তসেনাৰ এই উদাত্ত প্ৰণয় বৰ মাৰ্মিকভাৱে দেখুৱা হৈছে। কথিত আছে প্ৰকৰণখন সম্পূৰ্ণ কৰাৰ আগতে ভাসৰ বৈকুণ্ঠ প্ৰয়াণ হয়। চাৰুদত্ত ভাসৰ শেষ নাটক।

কবিত্ব-প্ৰতিভা—ভাসৰ নাটকত সৰলভাৱ, ভাষা, কথোপকথন, ঘটনা আৰু ভাৱশৈলী সকলোতে সুবোধ গুণে প্ৰভাবোৎপাদকতাৰ উচ্চ শিখৰ পাইছে। ভাসৰ কবিত্ব-প্ৰতিভাৰ এইটো বিশেষত্ব। প্ৰতিমা নাটকৰপৰা তলত এটা সৰল লেখন শৈলীৰ উদাহৰণ উদ্ধৃত কৰা হ'ল—

'সূৰ্য্য ইব গতো ৰামঃ সূৰ্য্যং দিবস ই লক্ষ্মণোঽনুগতঃ।
সূৰ্য্যদিবসাৱসানে ছায়েব ন দৃশ্যতে সীতা॥'

উক্ত শ্লোকটো ভাসৰ অকল সৰলতাভাৱৰ পৰিচয় নহয়, ই অলংকাৰৰ সুন্দৰ নিদৰ্শনও। সেইদৰে ভাসে 'স্বপ্নবাসৱদত্ত'ত পোনপটীয়াকৈ উপমা অলংকাৰ প্ৰয়োগ কৰিছে।

"কঃ কং শক্তো ৰক্ষিতুং মৃত্যুকালে ৰজ্জুচ্ছেদেকেঘটং ধাৰয়ন্তি।
এবং লোকস্তুল্যধৰ্মা বনানাং কালে কালে চিদ্যতে ৰুহ্যতে চ॥"

অৰ্থাৎ, "মৃত্যুৰ সময়ত কোনে কাক ৰক্ষা কৰিব পাৰে। ৰঁচি চিঙি গলে ঘৰ বাগৰি পৰাৰপৰা কোনে ৰক্ষা কৰিব পাৰে। এই সংসাৰ অৰণ্যৰ সমান। যিদৰে অৰণ্যত গছ কটা হয় আৰু পুনৰ গজি উঠে, তেনেকৈ সংসাৰত মানুহে মৰে আৰু পুনৰ জন্মগ্ৰহণ কৰে।' ইয়াত আৰম্বৰহীন প্ৰয়োগৰ উপৰিও লোক উক্তিৰ মাৰ্মিক প্ৰয়োগ কৰা হৈছে। ভাসৰ নাটকত উপমা, ৰূপক, উৎপ্ৰেক্ষা আদি সহজ-সৰল প্ৰচলিত অলংকাৰৰ বহুল প্ৰয়োগ পৰিদৃশ্যমান। কিন্তু এওঁৰ অলংকাৰ যোজনত সৰ্বত্ৰ স্বাভাৱিকতা আৰু সৰলতা বিদ্যমান। ভাসৰ শৈলী প্ৰসাদযুক্ত, কিন্তু বীৰৰসৰ বৰ্ণনাত এওঁ ওজগুণো প্ৰদৰ্শন কৰিছে। ভাসে শৃঙ্গাৰ আৰু বীৰৰসক ব্যঞ্জনাত সফল হৈছে। ভাসৰ ৰচনা শৈলীত বীৰৰসৰদৰে শৃঙ্গাৰ ৰস

বৰ্ণনাও সংযমিত, শিষ্ট আৰু মধুৰ। 'স্বপ্নবাসৱদত্ত'ৰ চতুৰ্থ অংকত লিখিছে :—

"কামেনোজ্জয়িনীং গতে ময়ি তদা কামপ্যৱস্থাং গতে।
দৃষ্ট্বা স্বৈৰমৱন্তিৰাজতনয়াং পঞ্চেষৱঃ পতিতাঃ॥
তৈৰদ্যাপি সশল্যমেৱ হৃদয়ং ভূয়শ্চ বিদ্ধা ৱয়ম্।
পঞ্চেষুৰ্মদনো যদা কথময়ং ষষ্ঠঃ শৰঃ পাতিতঃ॥"

অৰ্থাৎ, "যেতিয়া মই উজ্জয়িনীত আছিলোঁ, তেতিয়া অৱন্তি ৰাজকুমাৰী বাসৱদত্তাক দেখি মোৰ এক বিশেষ অৱস্থা প্ৰাপ্ত হয়। কামদেৱে মোক একেলগে পাচপাত শৰ মাৰিছে। সেই বাণ নিক্ষেপৰ ঘা আজিও অন্তৰত আছে। সম্প্ৰতি বিয়োগৰূপী বাণে মোক পুনৰ বিদ্ধ কৰিছে। কামদেৱৰ যি পাঁচপাত বাণ আছিল, তাক প্ৰথমে মোৰ ওপৰত নিক্ষেপ কৰিছে, যি আজিও মোৰ হৃদয় বিদ্ধ কৰি আছে। পুনৰ এই ষষ্ঠ বাণ এঙ্ক ক'ৰপৰা মাৰিলে ?"

ভিন্ন-ভিন্ন ৰসৰ প্ৰয়োগত ভাসৰ ভাষাৰ শৈলীও পৰিৱৰ্তন হয়। ভাষা প্ৰয়োগৰ ফালৰপৰা যদিও ভাসৰ সৰ্বত্ৰ একোটা ঢং দেখা যায়, তথাপি বীৰৰস প্ৰসঙ্গত এওঁ কিছু ওজস্বী ভাষাৰ প্ৰয়োগ কৰিছে। 'উৰুভঙ্গ'ত বলৰামৰ ক্ৰোধিত-ৰূপ বৰ্ণনা কৰি লিখিছে :—

"চলবিলুলিতমৌলিঃ ক্ৰোধতাম্ৰায়তাক্ষো
ভ্ৰমৰমুখবিদষ্টাং কিঞ্চিদুৎকৃষ্য মালাম্।
অসিততনুবিলম্বিস্ৰস্ত বস্ত্ৰানুকৰ্ষী
ক্ষিতিতলমৱতীৰ্ণঃ পাৰিৱেষীৱ চন্দ্ৰঃ॥"

অৰ্থাৎ, "ক্ৰোধৰ কাৰণে বলৰামৰ বিশাল চকুজুৰি লাল হৈ উঠিছে। তেওঁৰ মূৰটো গৌৰৱেৰে মঙ্গলময় হৈছে। তেওঁৰ ডিঙিত পিন্ধা মালাৰ গোন্ধেৰে ভোমোৰাই তেওঁৰ ওচৰে পাজৰে ঘূৰি ঘূৰি তাক কাটি আছে আৰু সেই ভোমোৰাক আঁতৰোৱাৰ বাবে তেওঁ মালাডালক কিছুপৰিমাণে অকাই-পকাই আছে। তেওঁ মাটিত লেচেৰি পৰি যোৱা নিজৰ বস্ত্ৰক চম্ভালিবলৈ অহাত এনেকুৱা দেখা গৈছে যেনে মণ্ডলযুক্ত চন্দ্ৰমাই পৃথিৱীৰ তলত অৱতীৰ্ণ হৈ আছে।"

উক্ত বীৰৰসপূৰ্ণ বৰ্ণনাত ভাসে সমাসযুক্ত শৈলীৰ প্ৰয়োগ কৰিছে। কিন্তু ইয়াতো ভাৱৰ কোমলতা বিদ্যমান।

ভাসৰ নাটকত পদে পদে সুন্দৰ লোক উক্তিৰ সমাবেশ দেখিবলৈ পোৱা

যায়। 'প্ৰতিজ্ঞা-যৌগন্ধৰায়ণ'ৰ প্ৰথম অংকত অতি সুন্দৰ শ্লোক উক্তিৰ বৰ্ণনা কৰিছে—

"কাষ্ঠাদগ্নিৰ্জায়তে মথ্যমানাদ্ ভূমিস্তোয়ং খন্যমানাদদাতি।
সোৎসাহানাং নাস্ত্যসাধ্যং নৰাণাং মাৰ্গাৰব্ধাঃ সৰ্বযত্নাঃ ফলন্তি॥"

অৰ্থাৎ, "কাঠ মন্থনত জুই উৎপন্ন হয়। মাটি খান্দিলেই পানী দিয়ে। উৎসাহী ব্যক্তিৰ বাবে কোনো কামেই অসাধ্য নহয়। কাৰ্য্য আৰম্ভ কৰিলেই আটাইবোৰ লক্ষ্য সফল হয়।"

ভাসৰ প্ৰকৃতি বৰ্ণনাও অতি সুন্দৰ। 'স্বপ্নবাসবদত্ত'ৰ প্ৰথম অংকত লিখিছে—

"খগা বাসোপেতাঃ সলিলমবগাঢ়ো মুনিজনঃ
প্ৰদীপ্তোঽগ্নিৰ্ভাতি প্ৰবিচৰতি ধূমো মুনিবনম্।
পৰিভ্ৰষ্টো দূৰাদ্ ৰবিৰপি চ সংক্ষিপ্তকিৰণো
ৰথং ব্যাবৰ্ত্যাসৌ প্ৰবিশতি শনৈৰস্তশিখৰম্॥"

অৰ্থাৎ, "সন্ধ্যা হবলৈ ধৰিছে। চৰাই-চিৰিকতিবোৰে বাসস্থানলৈ উলটি গৈছে। মুনিসকলে জলাশয়ত স্নান কৰিব ধৰিছে। সন্ধ্যাকালীন অগ্নিহোত্ৰৰ বাবে প্ৰজ্জ্বলিত অগ্নি শোভা কৰি আছে আৰু ইয়াৰ ধোঁৱা সমস্ত তপোবনত বিয়পি পৰিছে। সূৰ্য্যয়ো কিৰণৰাশি কমাই আনি ৰথৰপৰা নামি আহি লাহে লাহে অস্তাচলৰ পিনে গমন কৰিছে।"

ভাসৰ কবিত্ব সমীক্ষাত প্ৰসাদগুণ, মাধুৰ্য্য, স্বাভাৱিক পদবিন্যাস আৰু সৰল, সুগম ভাষা বিদ্যমান।

## কালিদাস

কালিদাসৰ আবিৰ্ভাৱ কাল সম্বন্ধে মহাকাব্যৰ সমীক্ষাত বিস্তৃতভাৱে আলোচনা কৰা হৈছে। নাট্যশাস্ত্ৰৰ সম্পূৰ্ণ নাটকীয় তত্ত্ব যথাযথভাৱে পালন কৰা সৰ্বপ্ৰথম নাট্যকাৰ হৈছে কালিদাস। এওঁৰ কাব্যত যিদৰে সৰসতা আৰু অপূৰ্ব কল্পনা-শক্তি বিদ্যমান, সেইদৰে নাটকত সাংসাৰিক অনুভূতিৰ ব্যাপকতা, অনুপম ৰচনা-কৌশল আৰু লোকব্যৱহাৰৰ নিপুণতা সমাবিষ্ট।

সংস্কৃত সাহিত্যকাননত কালিদাস বসন্তকুমাৰ। বসন্তৰ আগমনত বন-উপবন

ফলে-ফুলে জাতিকাৰ হৈ উঠাৰ দৰে কালিদাসৰ সমাগমে সংস্কৃত সাহিত্যক নতুন সাজপাৰ, নতুন ভাব, নতুন বিচাৰ আৰু নতুন পদ্ধতিৰ দ্বাৰা মনোগ্ৰাহী কৰি তুলিছে। কালিদাসৰ সম্বন্ধে মহাকবি 'গেটে'ৰ ভাৱধাৰিক বিশ্বকবি ৰবীন্দ্ৰনাথে এইদৰে শমত প্ৰকাশ কৰিছে—"স্বৰ্গ আৰু মৰ্ত্ত্যৰ যি এই মিলন, তাক কালিদাসে সহজতেই সম্পাদিত কৰিছে। এওঁ ফুলক সহজ ভাৱৰ দ্বাৰা ফলত পৰিণত কৰিছে, মৰ্ত্ত্যৰ সীমাক এওঁ এইদৰে স্বৰ্গৰ জগত মিলাই দিছে, তাৰ কোনোক্ৰমে কাৰো অনুভৱ নহয়।"

ইংৰাজী সাহিত্যত চেক্সপিয়েৰ সৰ্বোচ্চ কবি আৰু নাট্যকাৰ হিচাপে পৰিগণিত। যিদৰে চেক্সপিয়েৰৰ নাটকত মহাৰাণী এলিজাবেথৰ সময়ৰ সাহিত্য সমৃদ্ধি ভৰপূৰ, ঠিক সেইদৰে কালিদাসৰ নাটকতো তৎকালীন ভাৰতৰ জনজীৱনৰ অনুভূতি মূৰ্তৰূপ বিৰাজমান। চেক্সপিয়েৰ আৰু কালিদাস দুয়োজন মহান কবি আৰু নাট্যকাৰ। এওঁলোকৰ অসাধাৰণ কৃতিত্ব আজিও কাব্য-প্ৰেমী বিদ্বৎ সমাজৰ মাজত সুপৰিচিত।

**কালিদাসৰ নাটকাৱলী**—কালিদাসে 'মালবিকাগ্নিমিত্ৰম্', 'বিক্ৰমোৰ্বশীয়ম্' আৰু 'অভিজ্ঞান শকুন্তলম্' নামৰ তিনিখন নাট্য-সাহিত্য লিখি সংস্কৃত সাহিত্যৰ ভঁৰাল টনকীয়াল কৰে। 'মালবিকাগ্নিমিত্ৰম্' কালিদাসৰ প্ৰথম ৰচনা। সেয়েহে ইয়াত কবিৰ নাটকৌশলৰ গভীৰ দৃষ্টিভঙ্গীৰ অভাৱ। ইয়াত দেহজ প্ৰেমৰ চিত্ৰণহে অঙ্কন কৰা হৈছে, আধ্যাত্মিকতা প্ৰেমৰ গোন্ধ নাই। বিক্ৰমোৰ্বশীয়মত কালিদাসৰ প্ৰতিভাৰ পূৰ্বাপেক্ষা অধিক বিকাশ হৈছে। ই কালিদাসৰ দ্বিতীয় নাটক। ইয়াত ইন্দ্ৰিয়জ প্ৰেমৰ গুৰুত্ব বেছিকৈ আৰোপ কৰিছে যদিও বিষয়বস্তু, প্ৰকাশভঙ্গী, ভাষাৰ প্ৰয়োগ আৰু প্ৰাকৃতিক চিত্ৰণৰ ফালৰপৰা মালবিকাগ্নিমিত্ৰম্তকৈ ভালেখিনি উচ্চখাপৰ। শকুন্তলাত কালিদাসৰ পৌঢ় কবি-কৌশলতা প্ৰস্ফুটিত হৈছে। এতেকে ই কালিদাসৰ শেষ ৰচনা। ইয়াত কবিয়ে দেহজ প্ৰেমক অতীন্দ্ৰিয় প্ৰেমলৈ ৰূপান্তৰ কৰাত কৃতকাৰ্য্যতা লাভ কৰিছে।

১। **মালবিকাগ্নিমিত্ৰম্**—ই পাঁচটা অংকৰ সমষ্টি। ইয়াত শুঙ্গবংশী ৰজা অগ্নিমিত্ৰ তথা মালবিকাৰ প্ৰেমকাহিনী নিবদ্ধ কৰা আছে। ৰজাৰ পত্নীসকলৰ মাজত ঈৰ্ষা, ৰজাৰ কামপৰায়ণতা, প্ৰধান মহিষী ধাৰিণীৰ ধীৰতা তথা চতুৰতা আদি বিষয় অতি সুন্দৰভাৱে দেখুৱাইছে।

প্ৰথম অংকত ৰজা অগ্নিমিত্ৰ বিদূষকৰ চিন্তাত ব্যাকুল। অলেখ পিচত বিদূষক গৌতমৰ প্ৰৱেশ। তেওঁ মালবিকাৰ লগত ৰজাৰ কি উপায়ে সাক্ষাৎ সম্ভৱ হব

সেই কথা ৰজাক কয়। বিদূষকৰ যুক্তিৰ প্ৰতিক্ৰিয়াস্বৰূপে ৰজাৰ ৰঙ্গশালাৰ আচাৰ্য্য গণদাস আৰু হৰদত্তই কাজিয়া কৰি কৰি মঞ্চত প্ৰৱেশ কৰে। সিঁহঁতৰ ভিতৰত কোন জন শ্ৰেষ্ঠ তাৰ সিদ্ধান্ত বিচাৰি দুয়ো ৰজাৰ ওচৰত উপস্থিত হয়। আচাৰ্য্য হৰদত্ত আছিল ৰজাৰ বিশ্বাসপাত্ৰ আৰু আচাৰ্য্য গণদাস আছিল মহাৰাণী ধাৰিণীৰ বিশ্বাস পাত্ৰ। ৰজাই বিচাৰত পক্ষপাতিত্ব কৰিব বুলি সন্দেহ কৰি ভগৱতী কৌশিকী নামৰ এজনী সন্ন্যাসিনীক বিচাৰপতি পাতে। তেওঁলোকৰ শ্ৰেষ্ঠত্ব নিজ নিজ শিষ্যসকলৰ কলা-প্ৰদৰ্শনৰ দ্বাৰা নিৰ্ণয় কৰিব বুলি ভগৱতী কৌশিকী ৰায় দিলে। মহাৰাণী ধাৰিণী যিকোনো ৰূপত মালৱিকা ৰজাৰ দৃষ্টি-গোচৰ হোৱাটো প্ৰচণ্ড কৰা নাছিল। কিন্তু এতিয়া কি হ'ব ?

দ্বিতীয় অঙ্কৰ আৰম্ভ সুসজ্জিত ৰঙ্গশালাৰ দৃশ্যৰপৰা হয়। মালৱিকাৰ নৃত্য-প্ৰদৰ্শনৰ শ্ৰেষ্ঠত্ব ঘোষণা কৰি গণদাসৰ শ্ৰেষ্ঠত্ব প্ৰমাণিত হয়। নৃত্যৰ আয়োজনৰ সময়ত মহাৰাণী ধাৰিণী চিন্তাত নিমগ্ন। তেওঁৰ চিন্তা আছিল অতি সোনকালে মালৱিকাক ৰজাৰপৰা আঁতৰাই পঠোৱাটো। ইপিনে ৰজা আৰু মালৱিকা পৰস্পৰে পৰস্পৰৰ প্ৰতি আসক্ত হয়।

তৃতীয় অঙ্কত মধুৰিকা আৰু সমাহিতিকাৰ দ্বাৰা আমি এইটো গম পাওঁ মালৱিকা অত্যধিক উদাসীন। অগ্নিমিত্ৰ তেওঁৰ প্ৰতি ব্যাকুল। ইয়াৰ পিচত মালৱিকাক উদ্যানত ফুলৰ মালা গাঠি থকা দেখা যায়। সেই সময়ত বিদূষকক লগত লৈ ৰজাৰ সৰুৰাণী ইৰাৱতীক প্ৰতীক্ষা কৰি উদ্যানত প্ৰৱেশ কৰে। ইৰাৱতী ইয়াতে লুকাই আছিল। অগ্নিমিত্ৰৰ মালৱিকাৰ লগত মিলনৰ বাটত ইৰাৱতীয়ে প্ৰাচীৰৰূপে ঠিয় দিয়ে। ইয়াৰ ভিতৰতে এদিনাখন প্ৰমোদবনত দোহদপূৰণৰ সময়ত ৰাণী ধাৰিণীৰ ভৰিৰ বিষ হোৱাত মালৱিকাক তালৈ পঠাই দিয়ে। ইৰাৱতীয়ে তীব্ৰবেগে আহি ৰজাক কটুবাক্য শুনাই গুচি যায়।

চতুৰ্থ অঙ্কত, ৰজাৰ সৈতে মালৱিকাক মিলন কৰি দিয়াৰ নিমিত্তে বকুলা-বলিকা প্ৰযত্নশীল। মহাৰাণী ধাৰিণীয়ে সেই কথা গম পাই মালৱিকা আৰু বকুলাবলিকাক গুপ্ত কোঠাত বন্দি কৰি থলে। গুপ্ত কোঠাৰপৰা দুয়োজনীক উদ্ধাৰ কৰি অনাৰ নিমিত্তে বিদূষকে এটা বুদ্ধি সাজিলে। তেওঁক সৰ্পই দংশন কৰাৰ ভাও কৰি মহাৰাণী ধাৰিণীৰপৰা বিষনাশক আঙুঠিটো লাভ কৰিলে আৰু সেই আঙুঠিয়ে গুপ্তকোঠা খুলি দুয়োজনীকে মুক্তি দিলে।

পঞ্চম অঙ্কত মালৱিকা বিদৰ্ভৰাজ মাধৱসেনৰ ভনী আৰু কৌশিকী মন্ত্ৰীৰ

ভনী বুলি পৰিচিত হয়। ইয়াৰ আগলৈকে তেওঁলোকৰ পৰিচয় গুপুতভাৱে আছিল। তেওঁলোকৰ পৰিচয় অৱগত হোৱাত মহাৰাণী ধাৰিণীৰ সম্মতিক্ৰমে মালবিকা আৰু অগ্নিমিত্ৰৰ বিবাহ সম্পন্ন হয়।

**নাটকীয় সংবিধান**—'মালবিকাগ্নিমিত্ৰ' কালিদাসৰ প্ৰথম নাটক। ইয়াৰ নায়ক অগ্নিমিত্ৰ। অগ্নিমিত্ৰ আছিল মৌৰ্য্যৰজা বৃহদ্ৰথৰ সেনাপতি পুষ্পমিত্ৰৰ পুত্ৰ।

মালবিকাগ্নিমিত্ৰত 'ঘটনা-ঐক্য' প্ৰতীয়মান। ইয়াৰ কথা-বস্তুৰ প্ৰত্যেক পৰিস্থিতি আৰু প্ৰত্যেক অৱস্থাত অগ্নিমিত্ৰৰ প্ৰেম-সিদ্ধিৰ বাবে প্ৰযত্ন কৰা দেখা গৈছে। ইয়াত অবাস্তৱ আৰু প্ৰতিকূল ঘটনাৰও সমাবেশ ঘটিছে। কিন্তু আটাইবোৰ ঘটনা মুখ্য ঘটনাৰ সহায়ক। ইয়াত চৰিত্ৰবোৰৰ পূৰ্ণবিকাশ দেখা নাযায়।

নাটকীয় কলা-কৌশলৰ ফালৰপৰা নাটকখন উচ্চখাপৰ বুলি ক'ব নোৱাৰি। কবিয়ে মালবিকাৰ চৰিত্ৰ সুন্দৰভাৱে চিত্ৰিত কৰিবৰ প্ৰয়াস কৰা নাই। কিন্তু নাচগানৰ মাজেদি কৌশিকীৰ চৰিত্ৰ ভালদৰে ফুটাই তুলিব পাৰিছে। নাটকত বিদূষকে সাধাৰণতে যি হাঁহিৰ খোৰাক যোগায়, মালবিকাগ্নিমিত্ৰত তাক কৰিব পৰা নাই। নাৰী-চৰিত্ৰৰ ভিতৰত অকল কৌশিকীয়ে সংস্কৃত ভাষা ব্যৱহাৰ কৰিছে।

ৰাজপ্ৰাসাদৰ ভিতৰ চ'ৰাত গুপুতপ্ৰেমৰ লীলাখেলা বিৰাজমান। ৰজাৰ মালবিকাৰ প্ৰতি যি আকৰ্ষণ তাত দৈহিক প্ৰেমৰ চিত্ৰণহে অঙ্কিত হৈছে, আদৰ্শ প্ৰেমৰ নহয়। ৰজাৰ বন্ধু বিদূষকৰ মধ্যস্থতাত সৰ্বশেষত সকলো বাধা-বিঘিনী অতিক্ৰম কৰি অগ্নিমিত্ৰৰ মালবিকাৰ লগত মিলনৰ বাট মুকলি হ'ল।

২। **বিক্ৰমোৰ্বশীয়ম্**—নাটকৰ প্ৰথম অংকত ভগবান শঙ্কৰক অৰ্চনা কৰি উৰ্বশী কৈলাস পৰ্বতৰপৰা ইন্দ্ৰলোকলৈ উভতি আহে। উভতি আহোঁতে বাটতে তেওঁক কেশী নামৰ এটা ভয়ঙ্কৰ দৈত্যই আক্ৰমণ কৰে। উৰ্বশীয়ে আৰ্তনাদ কৰাত, সেই কৰুণ ক্ৰন্দনৰ ধ্বনি ৰজা পুৰুৰবাৰ কাণত পৰিল। ৰজাই যুদ্ধ কৰি উৰ্বশীক দৈত্যৰ কবলৰপৰা ৰক্ষা কৰে। ইয়াতে উৰ্বশী আৰু পুৰুৰবা পৰস্পৰে পৰস্পৰৰ প্ৰতি আসক্ত হয়।

দ্বিতীয় অংকত ৰজাই তেওঁৰ অনুৰাগৰ বৃত্তান্ত বিদূষকক কয়। উৰ্বশী আৰু তেওঁৰ সখী চিত্ৰলেখাই লুকাই থাকি ৰজা আৰু বিদূষকৰ কথা-বতৰা শুনি আছিল। উৰ্বশীয়ে গছৰ পাতত প্ৰেম-পত্ৰ লিখি ৰজাৰ গালৈ দলিয়াই দিয়ে। বিদূষকৰ

অসাৱধানভাৱে চিঠিখন ৰজাৰ পাটমাদৈ ঔশীনৰীৰ ভৰিৰ ওচৰত পৰে। তেওঁ চিঠিখন পঢ়ি খঙত পুৰুৰবাক ভৎসনা কৰে। শেষত পুৰুৰবাৰ অনুনয়ত ঔশীনৰী শান্ত হয়।

তৃতীয় অঙ্কত ভৰত মুনিৰ দ্বাৰা নিৰ্দেশিত লক্ষ্মী-প্ৰণয়ৰ এখন নাটক অভিনীত হয়। উৰ্বশী আছিল ইয়াৰ নায়িকা। এওঁ লক্ষ্মী-দেৱীৰ অভিনয় কৰা সময়ত অন্যমনস্ক হৈ পুৰুষোত্তমৰ ঠাইত ‘পুৰুৰবা’ৰ নাম উচ্চাৰণ কৰে। ইয়াতে মহামুনি ভৰতে ক্ৰুদ্ধ হৈ উৰ্বশীক অভিশাপ দিয়ে। শাপৰ ফলত উৰ্বশী মৰ্ত্ত্যলোকলৈ নামি আহে। অভিশপ্ত হৈ পুৰুৰবাৰ ঔৰসত পুত্ৰসন্তান লাভ নকৰালৈকে উৰ্বশী মৰ্ত্ত্য-লোকত থাকিব লগা হয়। ঔশীনৰীৰ সম্মতিক্ৰমে উৰ্বশী আৰু পুৰুৰবা প্ৰণয়-পাশত আবদ্ধ হ’ল।

চতুৰ্থ অঙ্কত উৰ্বশী গন্ধমাদন বনত লতাৰ ৰূপ ধাৰণ কৰে। এদিন মন্দাকিনী নদীৰ তীৰত এক বিদ্যাধৰ-কুমাৰীৰ প্ৰতি পুৰুৰবা আকৰ্ষিত হয়। উৰ্বশীয়ে কষ্ট হৈ কাৰ্ত্তিকেয়ৰ গন্ধমাদন বনত প্ৰৱেশ কৰে। কাৰ্ত্তিকেয়ৰ গন্ধমাদন বনত যি নাৰী প্ৰৱেশ কৰে তেওঁ লতালৈ ৰূপান্তৰিত হয়। উৰ্বশীৰ সেয়ে দশা হ’ল। ইয়াতে পুৰুৰবা অত্যন্ত মৰ্মাহত হয়। এনেতে এদিন হঠাত দৈৱবাণী হ’ল। দৈৱবাণী মতে পুৰুৰবাই সংগমনীয় মণি লগত লৈ লতাৰূপী উৰ্বশীক আলিঙ্গন কৰে। ফলত পুৰুৰবাই পুনৰ উৰ্বশীক লাভ কৰে। পিচত ৰাজধানীলৈ উভতি আহি দুয়োৰে বিবাহ সম্পন্ন হয়।

পঞ্চম অঙ্কত এটা সেন চৰাই সংগমনীয় মণিটো থাপমাৰি লৈ যায়। কিন্তু অকস্মাৎ এপাত শৰ আহি সেন চৰাইটোক বিদ্ধ কৰাত সি মাটিত বাগৰি পৰে। পিচত কৃঞ্চুকীয়ে শৰপাতৰ সৈতে ৰজাক মণিটো দিলে। ৰজাই শৰপাতত লিখা থকা দেখিলে—‘পুৰুৰবাৰ পুত্ৰ আয়ুস’। ৰজাই উৰ্বশীৰ পুত্ৰ-সন্তান হোৱাটো গম পোৱা নাছিল। এনেতে চ্যৱন মুনিৰ আশ্ৰমৰপৰা এজনী তপস্বিনীয়ে এজন ল’ৰা লৈ ৰজাৰ ওচৰত উপস্থিত হয়। সেই ল’ৰাটো আছিল আয়ুস, উৰ্বশীৰ পুত্ৰ। শাপমুক্ত হোৱাৰ ভয়ত উৰ্বশীয়ে ল’ৰাটোক চ্যৱন মুনিৰ আশ্ৰমত থৈছিল। পুত্ৰৰ মুখদৰ্শন হোৱাৰ লগে লগে ৰজাৰপৰা বিচ্ছেদ হোৱাৰ ভয়ত উৰ্বশী ম্ৰিয়মান হ’ল। উৰ্বশীৰ বিচ্ছেদত ৰজাই বানপ্ৰস্থ অৱলম্বন কৰিবলৈ মনস্থ কৰিলে। এনেকুৱা অৱস্থাতে ইন্দ্ৰলোকৰপৰা নাৰদমুনি আহে। এওঁ আহি পুৰুৰবাক দেৱ-দানৱ যুদ্ধৰ সংবাদ দিয়ে। সেই যুদ্ধত পুৰুৰবাই দেৱতাসকলক সহায় কৰিব লাগিব বুলি নাৰদে ক’লে। লগতে এইটো ভাল সংবাদো দিলে যে ইন্দ্ৰৰ পুৰুৰবাই যুদ্ধত

সহায় কৰাৰ বিনিময়ত যাবজ্জীৱন উৰ্বশীৰ লগত কাল কটাব পাৰিব। এই সংবাদত ৰজা আৰু উৰ্বশী সন্তুষ্ট হ'ল। ইন্দ্ৰই আয়ুসক যুৱৰাজ পদত অধিষ্ঠিত কৰিলে। জীৱনৰ বাকীছোৱা পুৰুৰবাই সুখ-স্বাচ্ছন্দ্যৰ মাজত কটালে।

**নাটকীয় সংবিধান**—'বিক্ৰমোৰ্বশীয়' কালিদাসৰ পাঁচটা অঙ্কৰ ত্ৰোটক। ত্ৰোটকৰ গণনা উপৰূপকৰ প্ৰভেদত কৰা হৈছে। ইয়াৰ নায়ক-নায়িকাৰ কথা বেদ, পুৰাণ আদি প্ৰাচীনতম গ্ৰন্থসমূহত পোৱা যায়। পুৰুৰবাৰ আৰু উৰ্বশীৰ আখ্যান ঋগ্বেদ, মহাভাৰত, বিষ্ণুপুৰাণ, পদ্মপুৰাণ, মৎস্যপুৰাণ, ভাগৱত আৰু কথাসৰিৎসাগৰ আদি অনেক গ্ৰন্থত পোৱা যায়। কিন্তু ভাব, ভাষা, শৈলী, ৰসযোজনা আৰু নাটকীয় প্ৰক্ৰিয়া আদিৰ দৃষ্টিকোণৰপৰা কালিদাসে ইয়াক নবীন ৰূপত উপস্থাপিত কৰিছে। বিক্ৰমোৰ্বশীয়ত ভৰতমুনিৰ শাপ, কাৰ্ত্তিকেয়ৰ নিয়ম, উৰ্বশী লতাৰূপত পৰিণত হোৱা আৰু পুৰুৰবাৰ প্ৰলাপ আদি কালিদাসৰ স্বতন্ত্ৰ কল্পনা প্ৰসূত। কল্পিত বস্তুৰ বাবে নাটকৰ কথাবস্তুত প্ৰভাবোৎপাদকতা দেখা যায়।

নাটকত শৃঙ্গাৰৰ সম্ভোগ আৰু বিপ্ৰলম্ভৰ সুন্দৰ চিত্ৰণ দাঙি ধৰিছে। যদিও ইয়াৰ ভাষা সৰল নহয়, তথাপি ইয়াত সৌষ্ঠৱতা পৰিলক্ষিত। সৰু সৰু ছন্দৰ প্ৰয়োগে ইয়াক ৰুচিপূৰ্ণ কৰি তুলিছে। কালিদাসে বিশিষ্ট বৰ্ণনাচাতুৰী প্ৰদৰ্শন কৰিলেও নাটকীয় সংবিধানৰ দৃষ্টিকোণৰপৰা ই উৎকৃষ্ট নহয়। অৱশ্যে ইয়াৰ কবিত্ব-কল্পনা উচ্চস্তৰৰ। কিন্তু নাটকীয় ক্ৰিয়াশীলতাত শিথিল।

বিক্ৰমোৰ্বশীয় নাটকৰ নায়ক পুৰুৰবা হৈ ধীৰোদাত্ত। এওঁ বীৰ, বিখ্যাত, সহৃদয় আৰু ক্ষমতাশালী। কোনো কোনো ক্ষেত্ৰত 'অভিজ্ঞান-শকুন্তলম্'ৰ নায়ক দুষ্মন্ততকৈয়ো শ্ৰেষ্ঠত্ব লাভ কৰিছে। দুষ্মন্ত প্ৰথম ৰজা, পিচত প্ৰেমী। তেওঁৰ চকুত ৰাজকাৰ্য্য প্ৰথম, পিচতহে প্ৰণয় সম্বন্ধীয় কথা। কিন্তু পুৰুৰবা প্ৰথম প্ৰেমী, তাৰ পিচতহে ৰজা। সেই হেতুকে তেওঁ বহুদিন ধৰি ৰাজধানীৰপৰা আঁতৰত আছিল।

উৰ্বশী নাটকৰ নায়িকা। এওঁ আছিল ৰূপৱতী আৰু গুণৱতী। দেৱী আৰু মানৱী প্ৰবৃত্তিৰ সংমিশ্ৰণ এওঁৰ গাত বিদ্যমান। ৰজাই এওঁক উপকাৰ কৰাৰ প্ৰতিদান স্বৰূপে প্ৰেম নিবেদন কৰে। ৰজাৰ প্ৰতি থকা গভীৰ প্ৰেমৰ বাবে এওঁ নিজৰ নৱজাত শিশুকো আঁতৰত ৰাখিছিল। এওঁক সৰ্বদা উচ্চ কুলবধূ ৰূপত দেখা যায়।

ইয়াৰ বাহিৰেও কবিয়ে ঔশীনৰী, কঞ্চুকী, নিপুণিকা আৰু বিদূষকৰ চৰিত্ৰ

চিত্ৰণ কৰিছে। কিন্তু এইবোৰ চৰিত্ৰ সিমান প্ৰভাৱশালী আৰু সবল নহয়। বিদূষকৰ চৰিত্ৰ অকচিকৰ।

ঔশীনৰীৰ চৰিত্ৰৰ বিশেষত্ব ইয়াতে যে নিজৰ সুখ নেওচি স্বামীৰ সুখৰ বাবে উৰ্বশীৰ লগত মিলনৰ অনুমতি দিয়ে। সেয়ে উৰ্বশীতকৈ ঔশীনৰীৰ চৰিত্ৰৰ মহত্ত্ব অতি বেছি।

৩। **অভিজ্ঞানশকুন্তলম্**—এই নাটকখনৰ প্ৰথম অঙ্কত হস্তিনাপুৰৰ ৰজা দুষ্মন্তই মৃগয়া কৰি কণ্বমুনিৰ আশ্ৰমত প্ৰবেশ কৰে। কণ্বৰ আশ্ৰমৰ উদ্যানত ৰজাই প্ৰিয়ম্বদা আৰু অনসূয়াৰ লগত শকুন্তলাক দেখা পায়। হঠাতে এটা ভোমোৰা আহি শকুন্তলাৰ চাৰিওপিনে উৰি ফুৰিব ধৰে। ভোমোৰাৰ ভয়ত-ভীত হৈ শকুন্তলাই ৰক্ষা কৰা বুলি আৰ্তনাদ কৰিবলৈ ধৰাত দুষ্মন্ত গছৰ আঁৰৰপৰা ওলাই আহি ভোমোৰাটো খেদি পঠায়। প্ৰথম দৰ্শনতে দুষ্মন্তৰ প্ৰতি শকুন্তলা আকৰ্ষিত হয়। দুষ্মন্তই সখীয়েক সকলৰপৰা গম পালে যে, অনিন্দ্য সুন্দৰী শকুন্তলা, বিশ্বমিত্ৰ আৰু মেনকাৰহে দুহিতা, কণ্বমুনিৰ নহয়। শকুন্তলাৰ পৰিচয় পোৱাৰ পিচত ৰজাৰো মন তেওঁৰ প্ৰতি আকৃষ্ট হয়।

দ্বিতীয় অঙ্কত দুষ্মন্তই বন্ধু বিদূষকৰ আগত প্ৰেমৰ কাহিনী বিস্তৃতভাৱে বৰ্ণনা কৰে। ঠিক সেই সময়তে ৰজাৰ সন্মুখত দুটা সমস্যাই দেখা দিয়ে। তপস্বীসকলে তেওঁক কিছুদিন আশ্ৰমত থাকি যজ্ঞ উৎপীড়নকাৰী ৰাক্ষসসকলক নিধন কৰিবলৈ অনুৰোধ কৰিলে। আনপিনে ইন্দ্ৰপ্ৰস্থৰপৰা ৰাণী বসুমতীৰ আদেশ আছিল তেওঁ উপবাসপাৰায়ণ উৎসৱত উপস্থিত থাকিব লাগে। দুষ্মন্ত ৰাজধানীলৈ উভতি নগ'ল। তেওঁৰ পৰিবৰ্তে উৎসৱত উপস্থিত থাকিবলৈ বিদূষকক পঠাই দিয়ে। বিদূষকে যাতে ৰাণী বসুমতীৰ আগত তেওঁৰ প্ৰেমৰ কাহিনী ব্যক্ত নকৰে, তাৰ বাবে তেওঁ ভাবিচিন্তি বিদূষকক প্ৰেমৰ কাহিনীটো ধেমালী কৰি কোৱা বুলিহে ক'লে।

তৃতীয় অঙ্কত দুষ্মন্তই শকুন্তলাৰ কামাৱস্থা লুকাই নিৰীক্ষণ কৰিছে। শকুন্তলাই বিৰহৰ বেদনাত উত্তপ্ত হৈ পদুমৰ পাতত চিঠি লিখে। শেষত দুয়ো গন্ধৰ্ব প্ৰথমতে প্ৰণয় পাশত আবদ্ধ হয়।

চতুৰ্থ অঙ্কত ৰজাই ৰাজকাৰ্য্যবশতঃ নিজপুৰীলৈ প্ৰত্যাগমন কৰে। যোৱাৰ সময়ত বিৰহ-ব্যথিত শকুন্তলাক স্মৃতি চিহ্ন স্বৰূপে নিজৰ আঙুঠিটো দি এইদৰে আশ্বাস দিলে—"মোৰ নামত যিমান আখৰ আছে সিমান দিনৰ মূৰত মই তোমাক লৈ যাম। কিন্তু দুষ্মন্তই কথা মতে কাম নকৰিলে। দুষ্মন্তৰ চিন্তাত শকুন্তলাই

তন্ময় হৈ থাকে। এনেতে দুৰ্বাসামুনি শকুন্তলাৰ ওচৰলৈ আহি ভিক্ষা মাগে। চিন্তাত তন্ময় হৈ থকা হেতু শকুন্তলাই দুৰ্বাসাৰ আতিথ্যৰ পিনে কাণ-কাণ দিব নোৱাৰিলে। দুৰ্বাসাই ক্ৰোধান্বিত হৈ শকুন্তলাক এইদৰে অভিশাপ দিলে—"যাৰ চিন্তাত তন্ময় হৈ তই অতিথিক অপমান কৰিছ, তেওঁ তোক ভুলি যাব।" দুৰ্বাসাৰ এই অভিশাপ শুনি অনসূয়া আৰু প্ৰিয়ম্বদাই দৌৰি আহি মুনিৰ ওচৰত ক্ষমা ভিক্ষা মাগিলে। মুনিয়ে তেওঁলোকৰ কাকুতি-মিনতি এৰাব নোৱাৰি ক'লে—"অভিজ্ঞান দেখি ৰজাই শকুন্তলাক চিনি পাব।" কণ্বমুনিয়ে সোমতীৰ্থৰ-পৰা প্ৰত্যাগমন কৰি আশ্ৰমত শকুন্তলাৰ গান্ধৰ্ব-বিবাহৰ কথা শুনিলে। মুনিয়ে শকুন্তলাক স্বামীৰ গৃহলৈ পঠাই দিবলৈ যো-জা কৰিলে। শকুন্তলাৰ বিদায়ৰ সময়ত তপোবনৰ জীৱ-জন্তু চৰাই-চিৰিকতি, গছ-গছনি আটায়ে শোকত ম্ৰিয়মান হ'ল। শকুন্তলাই চিৰ-সহচৰীসকলক এৰি থৈ শোকাকুল হৃদয়েৰে আশ্ৰম ত্যাগ কৰিলে।

পঞ্চম অঙ্কত গৌতমী, শাৰ্ঙ্গৰৱ আৰু শাৰদ্বতে শকুন্তলাক লৈ দুষ্মন্তৰ ৰাজদৰবাৰত উপস্থিত হয়। কিন্তু দুৰ্ভাগ্যৰ কি পৰিহাস। বাটতে ক'ৰবাত শকুন্তলাৰ হাতৰ আঙুলিৰপৰা স্মৃতিচিহ্ন স্বৰূপ দুষ্মন্তই দিয়া আঙুঠিটো ওলাই পৰে। যথা-সময়ত শকুন্তলা ৰাজদৰবাৰত উপস্থিত হ'ল।' কিন্তু ৰজাই তেওঁক প্ৰত্যাখ্যান কৰিলে। শকুন্তলাই চিন স্বৰূপে আঙুঠিটো উলিয়াই দিব বিচাৰিলে। কিন্তু আঙুঠিটো হাতত নেপাই শকুন্তলা মূৰ্চা গ'ল। অনাদৃতা শকুন্তলাক তাতে এৰি থৈ আশ্ৰমবাসীসকল স্ব-স্থানলৈ প্ৰস্থান কৰিলে। তাৰ পিচত কোনো দৈৱ-শক্তিয়ে শকুন্তলাক আকাশৰ পিনে উঠাই লৈ যায়।

ষষ্ঠ অঙ্কত এজন মাছমৰীয়াই ৰজাৰ নাম অঙ্কিত আঙুঠি এটা বেচিবলৈ ধৰোঁতে ধৰা পৰে। আঙুঠিটোৰ সৈতে মাছমৰীয়াক ৰজাৰ ওচৰলৈ অনা হয়। আঙুঠিটো দেখাৰ লগে লগে ৰজাৰ অতীতৰ সমগ্ৰ ঘটনা-চক্ৰ স্মৃতিপটত জাঁহি উঠে। শকুন্তলাৰ প্ৰতি কৰা অবিচাৰৰ বাবে ৰজাৰ মন অনুতপ্ত হয়।

সপ্তম অঙ্কত ৰজাই 'কালনেমি' নামৰ দৈত্যক পৰাভূত কৰি ইন্দ্ৰলোকৰপৰা প্ৰত্যাগমন কৰে। বাটতে গন্ধমাদন পৰ্বতত মৰীচিৰ দৰ্শন লাভৰ অৰ্থে আশ্ৰমতে প্ৰৱেশ কৰে। আশ্ৰমত পুত্ৰ ভৰত আৰু প্ৰিয়া পত্নী শকুন্তলাৰ লগত ৰজাৰ সাক্ষাৎ হয়। পিছে মৰীচিৰ আশীৰ্বাদ লাভ কৰি দুষ্মন্তই পুত্ৰ-পত্নী সমন্বিতে ৰাজধানীলৈ উভতি আহে।

নাটকৰ কথা-বস্তুৰ আধাৰ—মহাভাৰতৰ শকুন্তলা উপাখ্যানৰ ওপৰত

কালিদাসৰ 'অভিজ্ঞান শকুন্তলা' আধাৰিত বুলি বহুত পণ্ডিতে মত পোষণ কৰে। কিছুমানৰ মতে 'পদ্মপুৰাণ'ৰ শকুন্তলাৰ উপাখ্যানৰও প্ৰভাৱ পৰিছে। কিন্তু 'পদ্মপুৰাণ'ৰ শকুন্তলা উপাখ্যান কালিদাসৰ পৰৱৰ্তীকালৰ বুলি প্ৰমাণিত হৈছে। গতিকে দেখা যায় 'পদ্মপুৰাণ'ৰ প্ৰভাৱ কালিদাসৰ ওপৰত পৰাটো সম্ভৱ নহয়। বৰং 'পদ্মপুৰাণ'ৰ গ্ৰন্থকাৰে 'শকুন্তলা'ৰ অনেক কথা পদ্ম পুৰাণত সংযোগ কৰিছে।

কিন্তু মহাভাৰতৰ শকুন্তলা উপাখ্যান কালিদাসৰ পূৰ্বৰ। এতেকে তাৰ প্ৰভাৱ কালিদাসৰ ওপৰত পৰাটো একো অস্বাভাৱিক নহয়। কিন্তু দুয়োটাৰ কথানক অংশ বিচাৰি চালে দেখা যায় 'অভিজ্ঞান শকুন্তলাত' যি কথা বৰ্ণিত আছে, মহাভাৰতত তাক পোৱা নাযায়।

মহাভাৰতত শকুন্তলাৰ পুত্ৰই ছয়বছৰত ভৰি দিয়াৰ পিচতহে শকুন্তলা পতিগৃহলৈ যায়। কিন্তু কালিদাসৰ নাটকত পুত্ৰজন্মৰ আগতেই শকুন্তলা পতি-গৃহলৈ গমন কৰে। মহাভাৰতত দুষ্মন্তই লোক-অপবাদৰ ভয়ত শকুন্তলাৰ লগত গন্ধৰ্ব বিবাহত সোমাবলৈ অস্বীকাৰ কৰে। দৈৱবাণী হোৱাতহে তেওঁ শকুন্তলাক গন্ধৰ্ব বিবাহ কৰায়। কিন্তু কালিদাসে দুয়োকে গন্ধৰ্ব-বিবাহত আবদ্ধ হোৱা দেখুৱাই।

ইয়াৰ বাহিৰেও দুৰ্বাসাৰ অভিশাপ, আঙুঠি প্ৰাপ্তি আদি কালিদাসৰ স্বকীয় কল্পনা। দুষ্মন্তক কলঙ্কৰ কালিমাৰপৰা মুক্ত ৰখাৰ উদ্দেশ্যেহে কালিদাসে এইবোৰ ঘটনা নাটকত অৱতাৰণা কৰিছে।

**নাটকীয় সংবিধান**—নাট্য-শাস্ত্ৰকাৰ ভৰতমুনিৰ মতে নাটকত থাকিবলগীয়া আটাইবোৰ গুণ শকুন্তলা নাটকত বিদ্যমান। নাটকৰ মূল কাহিনী হৈছে—দুষ্মন্ত আৰু শকুন্তলাৰ প্ৰেম কাহিনী।

ঘটনাৰ ঐক্যতা নাটকখনত বিদ্যমান। নাটকৰ মূল-কাহিনী সুচাৰুৰূপে আগবঢ়াই নিয়াত কবিক গান্ধৰ্ব-বিবাহ, অভিশাপ, আঙুঠিহৰণ আদি প্ৰতিকূল ঘটনা আৰু বিবাহ, আঙুঠি প্ৰাপ্তি তথা ৰক্ষাৰ নিমন্ত্ৰণ আদি অনুকূল ঘটনাই যথেষ্ট সহায় কৰিছে। উক্ত ঘটনাবোৰ কবিৰ কল্পনা-প্ৰসূত আৰু সেইবোৰে নাটকখনৰ সৌষ্ঠৱতা বৃদ্ধি কৰিছে।

ঘটনাৰ ঘাত-প্ৰতিঘাতৰ দৃষ্টিকোণৰপৰা বিচাৰকৰি চালে দেখা যায়, গোপন-বিবাহ, কণ্বৰ ভয়ত দুষ্মন্তৰ আশ্ৰম পৰিত্যাগ, দুৰ্বাসাৰ অভিশাপ আদি ঘটনাই কথা-বস্তুৰ গতিপথত যথেষ্ট বাধাৰ সৃষ্টি কৰিছে।

গোপনীয় গান্ধৰ্ব বিবাহে শকুন্তলা আৰু দুষ্মন্তৰ মনত গভীৰ ভয় আৰু চিন্তা সঞ্চাৰ কৰে। ৰাজদৰবাৰত শকুন্তলাৰ প্ৰত্যাখ্যান আৰু গৌতমীৰ দ্বাৰা ৰজাক ভৎর্সনা আদিয়ে সেই ভয় আৰু চিন্তা কাৰ্য্যত পৰিণত কৰে। গৌতমী, শাৰ্ঙ্গৰৱ আৰু শাৰদ্বত আদিয়ে ৰজাৰ প্ৰণয়ৰ কাহিনী প্ৰমাণ কৰিবলৈ যত্ন কৰে। দুষ্মন্তৰ অন্তৰত তুমুল অন্তৰ্দ্বন্দ্ব লাগে। ধৰ্মভয় আৰু লোকভয়ত শকুন্তলাক প্ৰত্যাখ্যান কৰিলেও ৰজাৰ অন্তৰ শকুন্তলাৰ প্ৰতি সমবেদনাত জৰ্জৰিত। পৰিত্যক্তা হৈ অবলা শকুন্তলাই উচ্চস্বৰে কান্দিবলৈ ধৰে। নাট-শাস্ত্ৰীয় সংবিধানৰ ফালৰপৰা 'অভিজ্ঞান শকুন্তলা' এখন শ্ৰেষ্ঠ নাটক।

**চৰিত্ৰ বিশ্লেষণ**—দুষ্মন্ত, শকুন্তলা, কণ্ব, অনুসূয়া আৰু প্ৰিয়ম্বদা আদিয়েই নাটকৰ লেখত লবলগীয়া চৰিত্ৰ। ইয়াৰ বাহিৰেও ভৰত, বিদূষক, শাৰ্ঙ্গৰৱ, শাৰদ্বত আৰু গৌতম আদি গৌণ চৰিত্ৰ।

দুষ্মন্তক নাটকৰ নায়ক। এওঁ চন্দ্ৰবংশীয় ৰজা। নায়ক হিচাপে এওঁ ধীৰোদাত্ত। দুষ্মন্ত এজন বীৰপুৰুষ। ৰাক্ষসসকলক নিধন কৰি তপোবনৰ যাগ-যজ্ঞ সুচাৰুৰূপে চলাবলৈ দিয়াত এওঁ অতি তৎপৰ। এওঁ কৰ্তব্যপৰায়ণ, ক্ষমাবান, প্ৰজাবৎসল, বিনয় আৰু মিষ্টভাষী। এওঁৰ স্বভাব আত্মপ্ৰশংসা ৰহিত। শকুন্তলাৰ প্ৰতি আসক্ত হলেও ৰাজকাৰ্য্যক অৱহেলা কৰা নাই। এওঁৰ আত্মবিশ্বাস আছিল অসীম। সেয়েহে শকুন্তলাক দেখি ভাবিছিল—

'অসংশয়ং ক্ষত্ৰপৰি গ্ৰহক্ষমা যদাৰ্য্যমস্যামভিলাষি মে মনঃ।
সতাং হি সন্দেহপদেষু বস্তুষু প্ৰমাণমন্তঃকৰণ প্ৰবৃত্তয়ঃ ॥'

অৰ্থাৎ "নিঃসন্দেহে এওঁ (শকুন্তলা) ক্ষত্ৰিয়ৰ গ্ৰহণযোগ্য, কাৰণ মোৰ সাধু মন এওঁৰ প্ৰতি আকৰ্ষিত হৈছে। কোনো সন্দিগ্ধ বস্তুক গ্ৰহণ কৰা বা নকৰা বিষয়ত সৎপুৰুষৰ অন্তঃপ্ৰকৃতিয়েই প্ৰমাণ।" পিছে শকুন্তলাক গ্ৰহণ কৰিবলৈ দ্বিধাবোধ কৰাটো তেওঁৰ শকুন্তলাৰ প্ৰতি অবিশ্বাস হেতু নহয়, অভিশাপৰ বাবেহে। প্ৰথম অঙ্কত যুৱতিসকলক আশ্ৰমৰ উদ্যানত লুকাই থাকি নিৰীক্ষণ কৰাটো দোষণীয় বুলি ধৰিব নোৱাৰি। কাৰণ সেইটো তেওঁৰ দোষ নহয়, মানৱজাত প্ৰবৃত্তিৰহে দোষ।

শকুন্তলা আশ্ৰমৰ প্ৰকৃতিৰ মাজত লালিত-পালিত এজনী সৰল স্বভাৱৰ যুৱতি। এওঁৰ মাক অপ্সৰা মেনকা আৰু দেউতাক ঋষি বিশ্বামিত্ৰ। কিন্তু কণ্বমুনিৰ পালিতা দুহিতা। কণ্বৰ শকুন্তলাৰ প্ৰতি মৰম আছিল অসীম।

শকুন্তলা আছিল পতিপৰায়ণা। এওঁ ভাৰতীয় নাৰীৰ আদৰ্শ। গান্ধৰ্ব

বিবাহত আবদ্ধ হৈ এওঁ দুষ্মন্তৰ প্ৰতি মন-বচন-কৰ্মৰ দ্বাৰা আকৃষ্ট। দুষ্মন্তই আৰক পৰিত্যাগ কৰি নিজপুৰীলৈ প্ৰত্যাগমন কৰাৰ সময়ত তেওঁৰ চিন্তাত শকুন্তলা ইমান আত্মবিস্মৃত হয় যে দুৰ্বাসাই কেতিয়া তেওঁৰ ওচৰত উপস্থিত হৈ অভিশাপ দি গুচি যায়, তাৰ গমকে নাপালে। ফলত স্বামীৰ ঘৰত শকুন্তলাই লাঞ্ছিতা আৰু অপমানিতা হৈ ঘূৰি আহিবলগা হয়। কিন্তু তাৰ বাবে তেওঁ নিজৰ কপালকেই ধিয়াইছে। কাকো দোষী সাব্যস্ত কৰা নাই। 'চক্ৰবৎ পৰিবৰ্ত্তন্তে দুঃখানি চ সুখানি চ।'—শকুন্তলাৰো ক্ষেত্ৰত সেয়েই হ'ল। কালৰ চকৰিত শকুন্তলাৰ দুষ্মন্তৰ লগত পুনৰ মিলন হ'ল। নাৰীয়ে স্বামীৰ কথাত প্ৰত্যুত্তৰ নকৰে। ই ভাৰতীয় নাৰীৰ আদৰ্শ। এই আদৰ্শ শকুন্তলাৰ চৰিত্ৰত ফুটি উঠিছে। শকুন্তলাৰ চৰিত্ৰত নাৰী-সুলভ কমনীয়তা, নম্ৰতা আৰু কষ্ট-সহিষ্ণুতা আদি গুণ বিদ্যমান।

মহৰ্ষি কণ্ব শান্তি, সন্তোষ, ধৈৰ্য্য আৰু সৰলতাৰ আকৰ। এওঁ আছিল কুলপতি। বৈদিক কৰ্মানুষ্ঠান আছিল এওঁৰ জীৱনৰ লগৰী।

শকুন্তলাৰ প্ৰতি দেখুৱা স্নেহে তেওঁৰ সাংসাৰিক অভিজ্ঞতাৰ পৰিচয় দিয়ে। সাংসাৰিক মায়া-মোহ এৰি তপস্বী জীৱন-যাপন কৰিলেও শকুন্তলাক নিজ সন্তানৰ দৰে জ্ঞান কৰে। বস্তুতঃ শকুন্তলাই এওঁক অনেক দায়িত্ব বহন কৰা গৃহস্থ হিচাপে গঢ় দিছে। এইটোৱে এওঁৰ চৰিত্ৰৰ বিশেষ বিশেষত্ব। নাটকত কণ্বৰ চৰিত্ৰই একমাত্ৰ চৰিত্ৰ, যি অতুলনীয়। কণ্ব আছিল গৃহ-মুনি। শকুন্তলাৰ বিদায় বেলাত এওঁ যি উক্তি প্ৰয়োগ কৰিছিল, ই সমগ্ৰ কবিতাৰ প্ৰাণ। এই উক্তিৰ দ্বাৰা 'অভিজ্ঞান শকুন্তলা' পৃথিৱীৰ শ্ৰেষ্ঠ কৃতি হিচাপে পৰিগণিত হৈছে। শকুন্তলা আৰু দুষ্মন্তৰ গান্ধৰ্ব-বিবাহত মুনি ক্ৰোধান্বিত নহয়, বৰং অতি আনন্দেৰে সেই বিবাহত সন্মতি জ্ঞাপন কৰে। এইটো এওঁৰ অত্যন্ত ব্যৱহাৰ কুশলতা।

স্বামীগৃহলৈ বিদায় লোৱাৰ সময়ত কণ্বই শকুন্তলাক পতিগৃহৰ মানুহৰ লগত যথোচিত ব্যৱহাৰ আৰু গাৰ্হস্থ্য জীৱনৰ বিষয়ে উপদেশ দিয়ে। অবিবাহিতা বাবে যুৱতী প্ৰিয়ম্বদা আৰু অনসূয়াক শকুন্তলাৰ লগত নপঠাই শাৰ্ঙ্গৰৱ আৰু গৌতমীক পঠায়। ই কণ্বৰ দূৰদৰ্শীতাৰ চিন। পুত্ৰ লাভৰ পিচত পুত্ৰ-স্বামী সমন্বিতে শকুন্তলাই পুনৰ তেওঁক আশ্ৰমত লগ পাব বুলি আশীৰ্বাদ দিয়ে। শকুন্তলাক স্বামীৰ ঘৰলৈ পঠাই কন্যা-দায়ৰ দায়িত্বৰপৰা হাত সাৰি মুনিয়ে পৰম শান্তি অনুভৱ কৰে।

চতুৰ্থ অঙ্কৰ বৈশিষ্ট্য—শকুন্তলা নাটকৰ প্ৰত্যেকটো দৃশ্যই কাব্যিক আৰু হৃদয়স্পৰ্শী। পণ্ডিতসকলৰ মাজত 'অভিজ্ঞান শকুন্তলাৰ' শ্ৰেষ্ঠতাৰ সম্পৰ্কে এইদৰে মন্তব্য প্ৰচলিত—

'কাব্যেষু নাটকং ৰম্যং তত্ৰাপি চ শকুন্তলা।
তত্ৰাপি চ চতুৰ্থোঽঙ্কস্তত্ৰ শ্লোকচতুষ্টয়ম্॥'

অৰ্থাৎ "কাব্যৰ ভিতৰত নাটক বেছি মনোগ্ৰাহী, তাৰ ভিতৰত অভিজ্ঞান শকুন্তলা, তাৰ ভিতৰত আকৌ চতুৰ্থ অঙ্কটো; তাৰে আৰু চাৰিটা শ্লোক সৰ্বশ্ৰেষ্ঠ।"

শকুন্তলা নাটকৰ চতুৰ্থ অঙ্কটো বাস্তৱিকতে বৰ মাৰ্মিক। কিছুমান পণ্ডিতে তৃতীয় অঙ্কটো নাটকৰ সৰ্বোৎকৃষ্ট অঙ্ক বুলি কবলৈ প্ৰয়াস কৰে। কাৰণ আধুনিকৰ দৃষ্টিকোণৰপৰা ইয়াত বৰ হৃদয়গ্ৰাহী চিত্ৰণ অঙ্কিত হৈছে। তথাপি, কবিৰ দৃষ্টিকোণৰপৰা চতুৰ্থ অঙ্কটো শ্ৰেষ্ঠ।

চতুৰ্থ অঙ্কৰ কেন্দ্ৰবিন্দু হৈছে দুৰ্বাসাৰ ক্ৰোধপূৰ্ণ অভিশাপ।

"আঃ অতিথি মাং পৰিভৱসি ?
বিচিন্তয়ন্তী যমনন্যমানসাং
অপোধনং বেৎসি ন মামুপস্থিতম্।
স্মৰিষ্যতি ত্বাং ন স বোধিতোঽপি সন্
কথাং প্ৰমত্তঃ প্ৰথমং কৃতামিব॥"

অৰ্থাৎ, "আঃ! অতিথি মোক অৱজ্ঞা কৰিছা। যাক একান্ত মনে চিন্তা কৰি থাকি আশ্ৰমলৈ অহা অতিথি মোৰ প্ৰতি অলপো মন দিয়া নাই, প্ৰমাদী মানুহে নিজৰ পূৰ্বকৃত প্ৰতিজ্ঞা ভুলি যোৱাৰ দৰে বাৰ বাৰ মনত পেলাই দিলেও তেওঁ (দুষ্মন্তই) তোক ভুলি যাব।"

অনাদৃত তপস্বীৰ এই অসন্তোষৰ ফল হাতে হাতে মিলিল। এই অঙ্কৰপৰা শাপগ্ৰস্তা শকুন্তলাৰ প্ৰতি কবি কৰুণা, মমতা আৰু বিচ্ছেদৰ অতি দুঃখময় বাতাবৰণ আৰম্ভ কৰে।

কন্যাদায় ভাৰতীয় পৰিয়ালৰ বাবে বৰ দায়িত্বপূৰ্ণ। পিতৃৰ বাৎসল্য, মাতৃৰ মমতা, ভাই-ভনীৰ প্ৰেম আৰু সখী লগসমনীয়া সকলক এৰি যেতিয়া আনৰ ঘৰলৈ যাবলগা হয়—এই মুহূৰ্তটো অতি কৰুণ। ইয়াৰ চিত্ৰণ কালিদাসে অতি অন্তস্পৰ্শীৰূপে প্ৰকট কৰিছে। গৃহস্থৰ বাবে কন্যা বিয়োগ অতি অসহ্যজনক। কিন্তু এই ক্লেশময় তথা পীড়াকৰ সংঘাতক জয় কৰিবৰপৰা এজন তপস্বীৰ হৃদয়কো

কন্যাবিচ্ছেদৰ কৰুণায় কিদৰে আন্দোলিত কৰিব পাৰে, তাক মহৰ্ষি কণ্বৰ অনুভূতিৰ পৰা জানিব পাৰি।

"যাস্যত্যদ্য শকুন্তলেতি হৃদয়ং সংস্পৃষ্টমুৎ কণ্ঠয়া
কণ্ঠঃ স্তম্ভিতঃ বাষ্পবৃত্তি কলুষশ্চিন্তাজড়ং দৰ্শনম্;
বৈক্লব্যং মম তাবদীদৃশমপি স্নেহাদৰণ্যৌকসঃ
পীড্যন্তে গৃহিণঃ কথং ন তনয়াবিশ্লেষদুঃখৈৰ্নবৈঃ ॥"

অৰ্থাৎ, "আজি শকুন্তলা পতিগৃহলৈ যাব, সেয়ে মোৰ হৃদয় দুঃখত ভৰি পৰিছে, কণ্ঠৰোধ হৈছে। চিন্তাজ্বৰ উৎপন্ন হৈছে। বনবাসী হৈও যদি মই কন্যাৰ বিচ্ছেদত ইমান ব্যাকুল হওঁ তেন্তে গৃহস্থীৰ কি দশা হয়?"

কণ্বৰ আশ্ৰমৰ বনদেৱতা, লতা, মৃগ আদিৰ প্ৰতি শকুন্তলাৰ সখাবৎ, সহচৰীবৎ, ভগিনীবৎ তথা পুত্ৰবৎ স্নেহ। সেয়েহে সেইবোৰে শকুন্তলাৰ বিচ্ছেদ বেদনা সহিবলৈ অসমৰ্থ। শকুন্তলাইয়ো সেইবোৰৰ প্ৰতি স্নেহ ত্যাগ কৰিবলৈ অপৰাগ।

এই সময়ত শকুন্তলাৰ শুভ কামনা কৰি কণ্বই কৈছে—

"পাতুং ন প্ৰথমং ব্যৱস্যতি জলং যুষ্মাস্বসিক্তেষু যা
নাদত্তে প্ৰিয়মণ্ডনাপি ভৱতাং স্নেহেন যা পল্লৱম্।
আদৌ বঃ কুসুমপ্ৰবৃত্তিসময়ে যস্যা ভৱত্যুৎসবঃ
সেয়ং যাতি শকুন্তলা পতিগৃহং সৰ্বৈৰনুজ্ঞায়তাম্ ॥"

অৰ্থাৎ, "যি শকুন্তলাই তোমালোকক পানী নখুওৱাকৈ নিজে পান নকৰে, আভূষণৰ ইচ্ছা হলেও যিয়ে মৰমৰ কাৰণে তোমালোকৰ পল্লৱ কেতিয়াও নিচিঙে, তোমালোক পুষ্পিত হোৱাৰ সময়ত যি অতি আনন্দিত হয়—সেই শকুন্তলা আজি পতিগৃহলৈ যায়। হে বনদেৱতা আৰু তপোবনৰ তৰুলতা, তোমালোকে এওঁক বিদায় দিয়া।"

প্ৰিয় সহচৰী, বান্ধৱী আৰু হিতৈষিণী শকুন্তলাৰ বিদায় বেলাত গোটেই তপোবন ব্যাকুল হৈ উঠিল। হৰিণবোৰে মুখমেলি বৈ থাকিল আৰু মুখৰপৰা ঘাঁহ-বন সৰি পৰিল। ময়ূৰে নাচিবলৈ এৰিলে। লতাবোৰে যেন শুকান পাত সৰাই চকু পানী টুকিব ধৰিলে:

"উদ্গীৰ্ণদৰ্ভকবলা মৃগী পৰিত্যক্তনৰ্তনা ময়ূৰী।
অপসৃতপাণ্ডুপত্ৰা মুঞ্চন্তি অশ্ৰু ইব লতাঃ ॥"

সাংসাৰিক মায়া-মমতাৰ বন্ধন মুক্ত হ'বলৈ যিসকল মহাত্মাই সংসাৰ ত্যাগ কৰিছে, তাৰ ভিতৰত কণ্ব এজন। কিন্তু এওঁৰ কন্যাৰ এজন পিতৃ হিচাপে কৈছে—

"অস্মান্ সাধু বিচিন্ত্য সংযমধনানুচ্চৈঃ কুলঞ্চাত্মন-
স্ত্বয্যস্যাঃ কথমপ্যবান্ধবকৃতাং স্নেহপ্ৰবৃত্তিং চ তাম্।
সামান্য প্ৰতিপত্তিপূৰ্বকমিয়ং দাৰেষু দৃশ্যা ত্বয়া
ভাগ্যাধীনমতঃ পৰং নখলু তৎস্ত্ৰীবন্ধুভিৰ্যাচ্যতে॥"

অৰ্থাৎ, "সংযমেই মাথোন আমাৰ ধন আৰু তুমিও অতি উচ্চ বংশত জন্মলাভ কৰিছা আৰু তোমাৰ প্ৰতি শকুন্তলাৰ যি অনুৰাগ সি তেওঁৰ কোনো বন্ধুৰ দ্বাৰা সংঘটিত হোৱা নাই—এই আটাইবোৰ বিবেচনা কৰি তুমি শকুন্তলাক অন্যান্য স্ত্ৰীৰ লগত সমানে আদৰ কৰিবা। ইয়াতকৈ বেছি আদৰ লাভ ভাগ্যৰ অধীন (অৰ্থাৎ ভাগ্যত থাকিলে পাটৰাণীও হব পাৰে)। কিন্তু বধূৰ আত্মীয়স্বজনসকলে এই কথা কোৱা উচিত নহয়।"

শাৰ্ঙ্গৰৱইতৰ হাতত দুষ্মন্তলৈ পঠাই দিয়া মহৰ্ষিৰ বাণী অতি মাৰ্মিক। পতিৰ গৃহত ভিন্ ভিন্ মানুহক কেনেকুৱা ব্যৱহাৰ কৰা উচিত, সেই বিষয়ে শকুন্তলাক দিয়া মহামুনিৰ উপদেশ অতি হৃদয়গ্ৰাহী।

কণ্বৰপৰা বিদায় লোৱাৰ সময়ত শকুন্তলাই কৈছে—'পিতা, আপোনাৰ বাহুৰ ছাঁৰপৰা বিৰত হৈ মই কিদৰে জীৱন ধাৰণ কৰিম?' ইয়াতে শকুন্তলাক আশ্বাস দি মুনিয়ে কৈছিল—"হে বাচা, সুদীৰ্ঘকাল আসমুদ্ৰ পৃথিৱী ভোগ কৰাৰ পিচত নিজ-পুত্ৰক সিংহাসনত বহুৱাই সমস্ত পৰিয়ালৰ ভাৰ তেওঁৰ ওপৰত ন্যস্ত কৰি তুমি পতিৰ লগত এই শান্ত আশ্ৰমলৈ আহিবা।"

শেষত গৌতমী আৰু শাৰ্ঙ্গৰৱৰ লগত শকুন্তলাক বিদায় দি কণ্বই দি স্বস্তিৰ নিশ্বাস পেলায় তাক মাথোন কন্যাৰ পিতৃয়েহে উপলব্ধি কৰিব পাৰে। কণ্বই কৈছিল—"শকুন্তলাক পতিগৃহলৈ পঠিয়াই মই নিশ্চিন্ত হ'লো—কাৰণ;

অৰ্থো হি কন্যা পৰকীয় এব তামদ্য সম্প্ৰেষ্য পৰিগ্ৰহীতুঃ।
জাতো মমায়ং বিশদঃ প্ৰকাম-প্ৰত্যৰ্পিত-ন্যাস ইবান্তৰাত্মা॥"

অৰ্থাৎ, "কন্যাধন পৰকীয়। এই পৰকীয় ধনপতিৰ গৃহলৈ পঠাই মোৰ এটা ভাঙৰ ইচ্ছা পূৰণ কৰিলো, যিদৰে আনৰ ন্যস্তধন প্ৰকৃত গৰাকীক দিয়া যায়। আজি মোৰ মন আনন্দত বিভোৰ।"

এইদৰে শকুন্তলাৰ চতুৰ্থ অঙ্কত কালিদাসে গৃহস্থজীৱনৰ যি মৰ্মান্তকাৰী প্ৰসঙ্গৰ চিত্ৰণ কৰিছে, সি চিৰন্তন যথাৰ্থ আৰু কবিত্বময়। ই কালিদাসৰ অতুলনীয় কবিত্বৰ চানেকী।

## শূদ্ৰক

ভাৰতীয় প্ৰাচীন নাট্যকাৰসকলৰ ভিতৰত শূদ্ৰকৰ স্থান আগশাৰীত। 'মৃচ্ছকটিক' নাটকে সংস্কৃত সাহিত্যৰ ইতিহাসত এওঁৰ নাম অমৰ কৰি ৰাখিছে। 'মৃচ্ছকটিকৰ' কথা-বস্তু তৎকালীন জনজীৱনৰ এখন দাপোণ। কিন্তু ইয়াৰ ৰচক সম্বন্ধে এতিয়াও সংদিগ্ধ অৱস্থাত আছে। এই সন্দেহৰ উৎস হ'ল নাটকখনৰ প্ৰস্তাৱনাত উল্লেখিত কিছুমান স্থানৰপৰা।

নান্দীৰ পিচত, দৰ্শক-মণ্ডলীক সম্বোধন কৰি সূত্ৰধাৰে কৈছে—"আমি 'মৃচ্ছকটিক' নামৰ প্ৰকৰণখন অভিনয় কৰিম। ইয়াৰ ৰচক মতঙ্গৰ দৰে গতিশীল; চকোৰ চৰাইৰ দৰে নেত্ৰধাৰী, পূৰ্ণচন্দ্ৰৰ দৰে সুন্দৰ, সুস্থ শৰীৰ আৰু অনুপম বলশালী ক্ষত্ৰিয়শ্ৰেষ্ঠ সু-প্ৰসিদ্ধ কবি শূদ্ৰক।"

আকৌ সূত্ৰধাৰে কৈছে—

"ঋগ্বেদং সামবেদং গণিতমথ কলাং কৌশিকীং হস্তিশিক্ষাম্।
জ্ঞাত্বা শৰ্বপ্ৰসাদাৎ ব্যপগততিমিৰে চক্ষুষী চোপলভ্য।
ৰাজানং বীক্ষ্য পুত্ৰং পৰমসমুদয়েনাশ্বমেধেন চেষ্টা।
লব্ধা চায়ুঃ শতাব্দং দশদিনসহিতং শূদ্ৰকোঽগ্নিং প্ৰবিষ্টঃ।"

অৰ্থাৎ, "ঋগ্‌বেদ, সামবেদ, গণিত, কলা-কৌশল, বাণিজ্য আৰু হস্তিশাস্ত্ৰ-জ্ঞাতা ভগবান শংকৰৰ অনুগ্ৰহত জ্ঞান-চকু লাভ কৰি দ্বিজশ্ৰেষ্ঠ শূদ্ৰকে অশ্বমেধ যজ্ঞৰ পিচত ৰাজকুমাৰৰ হাতত ৰাজ্যভাৰ গতাই দি এশ বছৰ দহদিন আয়ুস শেষ কৰি জুইত প্ৰৱেশ কৰে।"

কিন্তু উক্ত বৰ্ণনা প্ৰক্ষিপ্ত বুলি অনুমান হোৱাৰ থল আছে। কাৰণ গ্ৰন্থকাৰে নিজৰ মৃত্যুৰ সংকেত নিজে দিয়াটো অস্বাভাৱিক।

নাটকত আৰু উল্লেখ আছে—

"অৱন্তিপুৰ্য্যাং দ্বিজসাৰ্থবাহো-যুবা-দৰিদ্ৰঃ কিল চাৰুদত্তঃ।
গুণানুৰক্তা গণিকা চ যস্য বসন্তশোভেৱ বসন্তসেনা॥
তয়োৰিদং সৎসুৰতোৎ সৱাশ্ৰয়ং নয়প্ৰচাৰং ব্যৱহাৰদুষ্টতাম্।
খলস্বভাৱং ভৱিতব্যতাং তথা চকাৰ সৰ্বং কিল শূদ্ৰকো নৃপঃ॥"

অৰ্থাৎ, "উজ্জয়িনী নগৰত চাৰুদত্ত নামে এজন দ্বিজশ্ৰেষ্ঠ আছিল। এওঁ বৰ ধনী আছিল; কিন্তু পিচত দৰিদ্ৰ হয়। এই নগৰীতে চাৰুদত্তৰ গুণত মুগ্ধ বসন্তৰ সদৃশ বসন্তসেনা নামৰ এজনী গণিকা আছিল। এওঁলোক দুয়োজনৰে পবিত্ৰ প্ৰণয়, এওঁৰ প্ৰতি ন্যায় আৰু ন্যায়াধিকাৰীৰ দুৰ্ব্যবহাৰ, কিছুমান দুষ্টলোকৰ দুষ্ট প্ৰবৃত্তি আৰু এওঁলোকৰ কামৰ ধৰণ—এই আটাইবোৰ প্ৰকৰণত ৰজা শূদ্ৰকে নিবদ্ধ কৰে।"

'মৃচ্ছকটিক'ৰ উক্ত প্ৰস্তাৱনাৰপৰা সন্দেহ হয়—তেওঁ ইয়াৰ ৰচক আছিল নে আন কোনোবাহে আছিল। যদি শূদ্ৰক ইয়াৰ ৰচক তেনেহলে নিজৰ মৃত্যু সম্বন্ধে এইদৰে লিখিলে কেনেকৈ?

শূদ্ৰক প্ৰাচীন ভাৰতৰ ইতিহাস প্ৰসিদ্ধ ৰজা। ই ভ্ৰম সত্য। পিছত কবি-সকলে তেওঁৰ কাহিনী কাব্য আকাৰত লিপিবদ্ধ কৰে। ৰজা শূদ্ৰক আৰু কবি শূদ্ৰক এজন ব্যক্তি নে দুজন ভিন্ ভিন্ ব্যক্তি তাক নিৰূপণ কৰিব পৰা নাযায়।

**স্থিতিকাল**—শূদ্ৰকৰ স্থিতিকাল সম্বন্ধে পণ্ডিতসকল একমত নহয়। কিন্তু এইটো ঠিক যে এওঁ বামণ আৰু দণ্ডীতকৈ আগৰ। বামণে দ্যূতৰ প্ৰশংসাত মৃচ্ছকটিকৰ এটা বাক্য উদ্ধৃত কৰিছে—

'দ্যূতং হি নাম পুৰুষস্য অসিংহাসনং ৰাজ্যম্।'

দণ্ডীয়ে মৃচ্ছকটিকৰ 'লিম্পতীৱ তমোঽঙ্গানি'ৰ অলংকাৰ নিৰূপণ সুন্দৰভাৱে কৰিছে।

ড° পিশেলে ইয়াৰ আধাৰত দণ্ডীকেই মৃচ্ছকটিকৰ ৰচক বুলি মন্তব্য প্ৰকাশ কৰে। শূদ্ৰকৰ সময়ত ৰীতি-নীতি মনুৰ ব্যৱস্থা অনুসৰি চলিছিল বুলি অন্তৰঙ্গ প্ৰমাণৰপৰা প্ৰমাণিত হয়।

স্কন্দপুৰাণ, বেতালপঞ্চবিংশতি, ৰাজতৰঙ্গিনী, কথাসৰিৎসাগৰ, হৰ্ষচৰিত, কাদম্বৰী আৰু দশকুমাৰ-চৰিত আদি গ্ৰন্থত শূদ্ৰকৰ উল্লেখ থকা পোৱা যায়। কিন্তু ইয়াৰপৰাও শূদ্ৰকৰ সম্বন্ধে এক নিশ্চিত কথা জানিব নোৱাৰি। এইটো ধাৰণা হয়, উদয়নৰ নিচিনা শূদ্ৰককো পৰৱৰ্তীকালত লোককথাৰ নায়ক হিচাপে লোৱা হয়। তদুপৰি কিছুমান অবাস্তৱ কথা জোৰা দি তেওঁৰ প্ৰকৃত ৰূপটো নাইকিয়া কৰি পেলাইছে।

প্ৰফেচৰ ষ্টেন কানোৰ মতে আভীৰ বংশৰ ৰজা শিৱদত্তৰ (২৪৮ খ্ৰীঃৰ) আন এটা নাম শূদ্ৰক। ড° সিলবিন লেবীৰ মতে 'মৃচ্ছকটিক' কোনোবা অজ্ঞাতনামা

কবিৰ লিখনি। ড° বেলেটশিখৰ মতে শূদ্ৰক আংধ্ৰবংশৰ ৰজা সিমুক সাতবাহনৰেই আন এটা নাম। এওঁৰ আবিৰ্ভাৱ কাল খ্ৰীঃপূঃ ২৪০। ড° কীথৰ মতে কোনো ব্যক্তিয়ে নিজৰ মৃত্যুৰ সূচনা জীৱিত থকা কালত নিদিয়ে। গতিকে এই নাটকখন আন কোনোবা কবিৰ ৰচিত। শূদ্ৰক এক কাল্পনিক ব্যক্তি। জনশ্ৰুতি অনুসৰি ৰামিল আৰু সৌমিল্লই 'শূদ্ৰক-কথা' নামক এখন গ্ৰন্থ লিখে। ইয়াত শিৱবন্দনা আছে। সেয়ে বহুতে মৃচ্ছকটিক কোনোবা অজ্ঞাত কবি তথা সৌমিল্লই ৰচনা কৰে বুলি অনুমান কৰে।

শূদ্ৰকৰ ইতিবৃত্ত আৰু এওঁৰ অস্তিত্বৰ বিষয়ে যি সন্দেহপূৰ্ণ কথা আমি পঢ়িবলৈ পাওঁ, আধুনিক গৱেষণাই তাক নিৰৰ্থক কৰি পেলাইছে। আধুনিক পণ্ডিতসকলৰ মতে শূদ্ৰক এজন ঐতিহাসিক ব্যক্তি। বামনে (৮০০ খ্ৰীঃ) 'কাব্যালংকাৰ সূত্ৰবৃত্তি'ত 'মৃচ্ছকটিক'ৰ দুটা শ্লোক (১/৯ ; ২/৬) উদ্ধৃত কৰি শূদ্ৰকক নাটকৰ ৰচক বুলি স্বীকাৰ কৰিছে। কিন্তু আধুনিক পণ্ডিতসকলে 'মৃচ্ছকটিক' শূদ্ৰকৰ ৰচনা নহয় বুলি কব খোজে।

অৱশ্যে নাটকত শূদ্ৰকৰ নাম থকা শ্লোকবোৰ নিশ্চয় প্ৰক্ষিপ্ত। শূদ্ৰক অৱশ্যে ঐতিহাসিক নাম। কিন্তু নাটকৰ লগত ইয়াৰ কোনো সম্বন্ধ নাই। এতেকে 'মৃচ্ছকটিক' কোনোবা অজ্ঞাতনামা নাট্যকাৰৰ কৃতি।

**ৰচনাকাল**—'মৃচ্ছকটিক'ৰ ৰচনাকাল লৈ পণ্ডিতসকলৰ মাজত মতভেদ দেখা যায়। কিছুমানৰ মতে 'মৃচ্ছকটিক'ৰ ৰচনাকাল কালিদাসতকৈ আগৰ আৰু ভাসৰ পিচৰ। তেওঁলোকৰ মতে 'মৃচ্ছকটিক'ত কালিদাসৰ প্ৰভাব পৰিছে। কিন্তু লিখনিৰপৰা অনুমান হয়, ই কালিদাসৰ পূৰ্বৰ নহয়। ইয়াৰ অন্ত আৰু বাহ্যৰূপ বিশ্লেষণ কৰি আৰু বিশেষকৈ ইয়াত যি সামাজিক, ধাৰ্মিক, আৰ্থিক আৰু ৰাজনীতিক পৰিস্থিতি চিত্ৰণ কৰিছে, তাক চালিজাৰি চালে দেখা যায়, ই কালিদাসতকৈ বহুত পিচৰ। নাটকখনৰ বিষয়বস্তুৰ ওপৰত ভিত্তি কৰি ৰচনাকাল নিৰ্ণয় কৰিবলৈ হলে তলত দিয়া কথাখিনি চাব লাগিব।

'মৃচ্ছকটিক' কালিদাসতকৈ পিচৰ। কাৰণ কালিদাসে ব্যৱহাৰ কৰা প্ৰাকৃতৰ উপৰিও অনেক প্ৰকাৰ প্ৰাকৃতৰ ব্যৱহাৰ ইয়াত দেখা যায়। ইয়াৰ উপৰিও কালিদাসে তেওঁৰ পূৰ্ববৰ্তী ভাস, সৌমিল্ল, কবিপুত্ৰ আদি নাট্যকাৰৰ উল্লেখ কৰিছে। কিন্তু 'মৃচ্ছকটিক' সম্বন্ধে কোনো কথা উল্লেখ কৰা নাই। 'মৃচ্ছকটিকৰ' সৰল ৰচনাশৈলীৰপৰাও ই কালিদাসৰ পিচৰ বুলি সিদ্ধান্ত হৈছে।

যি যুগত মৃচ্ছকটিক ৰচনা হয়, সেই সময়ৰ ৰাজনীতিক ব্যৱস্থা অতি শোচনীয়। দেশৰ চাৰিওফালে অৰাজকতা বিৰাজমান। ৰজাসকলৰ চাৰিত্রিক অধঃপতন দৃশ্যমান।

সেই যুগত ৰজাৰ গুপ্তচৰ বিভাগ আছিল। গুপ্তচৰৰ কাৰ্য্যভাৰ বিভাগীয় অধীক্ষকৰ দ্বাৰা পৰিচালিত কৰা হৈছিল। বিভাগীয় অধীক্ষকসকলৰ কামৰ বেহৰূপ চাইছিল মন্ত্ৰীসকলে। সেই সময়ত ৰজাই আছিল শাসন-ব্যৱস্থাৰ অধিকৰ্তা। ন্যায়ালয়ত চাৰুদত্তই কৰা উক্তিৰপৰা তৎকালীন ৰাজ্য ব্যৱস্থাৰ সম্বন্ধে জনা যায়। ৰজাই ন্যায়ৰ একমাত্র অধিকৰ্তা। ৰজাই নিজ ইচ্ছামতে দোষীক শাস্তি বিহিব পাৰিছিল। সময়ে সময়ে ৰাজ্যত আক্ৰমণ হৈছিল আৰু প্ৰজায়ো বিদ্ৰোহ কৰিছিল।

প্ৰাণদণ্ডৰ প্ৰথা পুৰাদমে আছিল। অৱশ্যে প্ৰাণদণ্ডৰ ক্ষেত্ৰত ৰজাই নিৰপেক্ষ হিচাপে বিচাৰ কৰিছিল। বাদী আৰু প্ৰতিবাদীৰ সাক্ষ্য লৈহে বিচাৰত ৰায় দিছিল। শকাৰৰ প্ৰাণদণ্ড তাৰেই জলন্ত প্ৰমাণ। কিন্তু চাৰুদত্তই শকাৰক ক্ষমা কৰে।

সেই যুগত সমাজত ব্ৰাহ্মণসকলক বৰ সন্মান কৰা হৈছিল। ন্যায়ালয়ত চাৰুদত্ত উপস্থিত হোৱাৰ সময়ত বিচাৰকে তেওঁৰ প্ৰতি সন্মান দেখুৱাই। কিন্তু আইনৰ দৃষ্টিতে সকলোৰে একে শাস্তি বিধান আছিল। সেই সময়ত জুই, পানী আদিক সাক্ষী কৰি বিচাৰ-ব্যৱস্থা কৰাৰ প্ৰচলন আছিল। চাৰুদত্তৰ ওপৰত অভিযোগ তোলাৰ সময়ত তেওঁ বিচাৰকক কৈছিল—"হে বিচাৰক, যদি আপুনি বিষ, পানী, তুলা আৰু জুইক সাক্ষী কৰি মোৰ বিচাৰ কৰে তেনেহলে মোৰ শৰীৰত এতিয়াই তৰোৱালেৰে প্ৰহাৰ কৰক। আকৌ যদি শত্ৰুৰ প্ৰৰোচনাত মই ব্ৰাহ্মণক শাস্তি দিয়ে তেনেহলে আপুনি পুত্ৰপৌত্ৰাদি সহিত নৰকত ভুগিব।"

তেতিয়াৰ সমাজত চোৰ, লম্পট, জুৱাৰী, ধূৰ্ত্ত আদিৰে ভৰপুৰ। যুৱতীসকলে সন্ধিয়াৰ পিচত বাহিৰ ওলাবলৈ সাহস নকৰিছিল। ৰাতি ৰাজআলিত বেশ্যা, লম্পট আৰু জুৱাৰীৰ সমাগম পৰিলক্ষিত। সমাজ আছিল অতি প্ৰগতিশীল। ব্ৰাহ্মণ আৰু গণিকাৰ মাজত বিবাহ সম্পন্ন হোৱা দেখা যায়। মৃচ্ছকটিক নাটকত এনেকুৱা ব্ৰাহ্মণ-গণিকা বিবাহ চাৰুদত্ত-বসন্তসেনাৰ আৰু শাৰ্বিলক-মদনিকাৰ মাজত দেখুৱাইছে।

দাস প্ৰথাও সমাজত পুৰাদমে চলিছিল। টকা দি নাইবা নিৰ্দিষ্ট সময়ৰ পিচত

খাটি দি দাসত্ব বন্ধনৰপৰা মুক্ত হব পাৰিছিল। নাইবা গৰাকীৰ ইচ্ছামতেও দাসত্বৰ বন্ধনৰপৰা মুক্ত হৈছিল। মদনিকা আৰু স্থাবৰক ইয়াৰ উদাহৰণ। ৰাজ্যত যদিও কোনো বাধা নোহোৱাকৈ জুৱাৰ প্ৰচলন আছিল, তাৰ ভিতৰত কিছু নিয়মো নথকা নহয়। ঠগ-প্ৰৱঞ্চনা কৰিলে বিচাৰালয়ত যাবলগা হয়। চৰকাৰৰ ফালৰ-পৰাই দ্যূতালয়ত 'সভিক' নামক মুখীয়াল নিযুক্ত কৰে। ব্ৰাহ্মণ্য ধৰ্মই তেতিয়া আছিল মুখ্য ধৰ্ম। ই ৰাজধৰ্মও আছিল। শৈৱ আৰু শাক্তধৰ্মও পুৰাদমে চলিছিল। কিন্তু বৌদ্ধধৰ্মক হীনদৃষ্টিৰে চোৱা হৈছিল। ফলত বৌদ্ধধৰ্মৰ পতন হোৱা দেখা যায়। আলিবাটত বৌদ্ধভিক্ষু লগ পালে তাক অশুভ বুলি গণ্য কৰা হয় আৰু যাত্ৰা কালত সেই পথ পৰিত্যাগ কৰা হয়। সপ্তম অঙ্কত আৰ্যক আৰু চাৰুদত্তই তাকেই কৰে।

'মৃচ্ছকটিক'ত শৌৰসেনী তথা মাগধী প্ৰাকৃত আৰু চাণ্ডালী, শকাৰী, ঢক্কী, অৱন্তিকা আৰু প্ৰাচ্যা আদি ভাষাৰ প্ৰয়োগৰপৰা অনুমান হয় ইয়াৰ ৰচনাকাল পাঁচ-ছয় শতাব্দীৰ। সেই সময়ত বেপাৰ-বাণিজ্যতো যথেষ্ট উন্নতি সাধন হয়। চতুৰ্থ অঙ্কত মৈত্ৰেয় আৰু চেটীৰ কথোপকথনৰপৰা জনা যায় যে, জাহাজেৰে সমুদ্ৰ পথেৰে বিদেশলৈ বস্তু পঠোৱা হয়।

মৃচ্ছকটিকৰ এই আটাইবোৰৰ স্থিতি বিশ্লেষণ কৰি দেখা গ'ল—ইয়াৰ ৰচনা-কাল পঞ্চম-ষষ্ঠ শতাব্দীৰ ভিতৰত। দণ্ডিৰ 'দশকুমাৰ চৰিতত' যি সামাজিক, ৰাজনৈতিক তথা আৰ্থিক অৱস্থা বৰ্ণিত আছে, মৃচ্ছকটিকৰ লগত সম্পূৰ্ণ মিলে। ইয়াৰ ওপৰত ভিত্তি কৰিলে 'মৃচ্ছকটিক'ৰ ৰচনাকাল দণ্ডিৰ (প্ৰায় ৬৪০খ্ৰীঃ) সমসাময়িক।

**মৃচ্ছকটিকৰ কথা-বস্তু**—মৃচ্ছকটিকৰ দহটা অঙ্কৰ এখন প্ৰকৰণ। ই ভাসৰ 'চাৰুদত্ত' নাটকৰ আধাৰত ৰচিত। নাটকৰ প্ৰথম অঙ্কৰ আৰম্ভণিতে আমি বিদূষকক পাওঁ। চাৰুদত্ত আৰু বিদূষক ৰদনিকাৰ সৈতে মাতৃবলি অৰ্পণৰ বাবে বেদীলৈ যায়। এই অঙ্কতে বসন্তসেনাৰ পিচে পিচে যোৱা শকাৰ, আৰু বিটক দেখা যায়। তেওঁলোকৰপৰা ৰক্ষা পাবৰ নিমিত্তে বসন্তসেনাই চাৰুদত্তৰ ঘৰত প্ৰৱেশ কৰে। চাৰুদত্তৰ হাতত বসন্তসেনাই নিজৰ অলংকাৰ পাতি জমা থয়। ইপিনে ৰাতিৰ আন্ধাৰত শকাৰে বসন্তসেনা বুলি ভুলকৈ ৰদনিকাক ধৰে। চাৰুদত্তই বসন্তসেনাক নিজৰ ঘৰলৈ নিৰাপদে পঠাই দিয়ে। তেতিয়াৰপৰাই চাৰুদত্তৰ প্ৰতি বসন্তসেনাৰ অনুৰাগ বাঢ়ে।

দ্বিতীয় অঙ্কত সংবাহকক দেখা যায়। এসময়ত এওঁ আছিল পাটলিপুত্ৰৰ এজন সন্মানিত নাগৰিক। কিন্তু দুৰ্ভাগ্যবশতঃ উজ্জয়িনীত ব্ৰাহ্মণ চাৰুদত্তৰ সেৱক হিচাপে থাকিবলগা হয়। পিচত চাৰুদত্তই দাৰিদ্ৰ্যৰ কবলত পৰাত সংবাহকে কোনো গত্যন্তৰ নেদেখি শেষত জুৱাৰী হয়। জুৱাখেলত হাৰি আত্মৰক্ষাৰ বাবে তেওঁ এদিন হঠাৎ বসন্তসেনাৰ ঘৰত সোমায়। বসন্তসেনাই সোণৰ অলংকাৰ দি জুৱাৰীসকলৰ হাতৰপৰা সংবাহকক ৰক্ষা কৰে। ইয়াতে সংবাহকে আত্মগ্লানি সহ্য কৰিব নোৱাৰি বৌদ্ধভিক্ষু হয়।

তৃতীয় অঙ্কত বসন্তসেনাৰ দাসী মদনিকাৰ মুক্তিৰ বাবে প্ৰেমিক শাৰ্বিলকে চাৰুদত্তৰ ঘৰত সোমাই বসন্তসেনাই থবলৈ দিয়া অলংকাৰবোৰ চুৰি কৰে আনে।

চতুৰ্থ অঙ্কত শাৰ্বিলকে অলংকাৰবোৰ লৈ বসন্তসেনাৰ ঘৰ পায়। কিন্তু মদনিকা আৰু শাৰ্বিলকৰ কথাবতৰাৰপৰা প্ৰকৃত কথাটো গম পালে। বসন্তসেনাই মদনিকাক শাৰ্বিলকলৈ দি দিলে। ইফালে বসন্তসেনাৰ অলংকাৰবোৰ চুৰি হোৱাত চাৰুদত্তৰ মনত এটা ভাঙৰ সমস্যাই দেখা দিলে। বসন্তসেনাৰ অলংকাৰবোৰ জুৱাখেলত হাৰি শেষ কৰা বুলি খবৰ দি নিজৰ পত্নীৰ বহুমূলীয়া ৰত্নাৱলী মৈত্ৰেয়ৰ হাতত দি বসন্তসেনাক দিবলৈ পঠাই দিলে। চাৰুদত্তৰ পুত্ৰ ৰোহসেনৰ মাটিৰ গাড়ীখনত বসন্তসেনাই তেওঁৰ অলংকাৰবোৰ ভৰাই দিয়ে আৰু সেই অলংকাৰেৰে এখন সোণৰ গাড়ী কিনিবলৈ কয়। নাটকখনৰ 'মৃচ্ছকটিক' নাম সম্ভৱতঃ এই ঘটনাৰ আধাৰতে হয়।

পঞ্চম অঙ্কত বসন্তসেনাই বিটক লগত লৈ ভাৰৰীয়া বতৰত চাৰুদত্তৰ ঘৰলৈ আহে। তেওঁ বৰষুণত তিতি-বুৰি চাৰুদত্তৰ ঘৰ পায়। সেই দিনাখন ৰাতি বসন্তসেনাই চাৰুদত্তৰ ঘৰতেই থাকে।

ষষ্ঠ অঙ্কত চাৰুদত্ত পুষ্পকৰণ্ডক উদ্যানলৈ যায় আৰু বসন্তসেনাক তাত লগ ধৰিবলৈ লয়। বসন্তসেনাই উদ্যানলৈ যোৱাৰ সময়ত নিজৰ গাড়ীত উঠি ভুলক্ৰমে তেওঁ গাড়ীখনৰ পিচত বৈ থকা গাড়ীখনত উঠিল। ইফালে ৰজা পালকক কোনো সিদ্ধপুৰুষে ভৱিষ্যত বাণী কৰিলে যে তেওঁৰ পিচত গোপালৰ পুত্ৰ আৰ্য্যক ৰজা হব। এই কথাত বিশ্বাস কৰি পালকে জেলৰপৰা ওলাই আহি চাৰুদত্তই বসন্ত-সেনাৰ বাবে পঠোৱা গাড়ীত উঠিল। গাড়োৱানে লৌহ-শৃঙ্খলৰ শব্দক অলংকাৰৰ শব্দ বুলি ভাবি গাড়ীখন খেদিলে গ'ল। যাওঁতে বাটত চন্দন আৰু বীৰক নামৰ দুজন কনিষ্ঠবলে লগ পায়।

সপ্তম অঙ্কত আৰ্য্যকে বলিষ্ঠবলৰ হাতৰপৰা ৰক্ষা পৰিল। তেওঁ গাড়ীত উঠি গৈ উদ্যানত প্ৰৱেশ কৰে। তাত তেওঁ চাৰুদত্তক লগ পায়। এই অঙ্ক আৰ্য্যক আৰু চাৰুদত্তৰ কথোপকথনেৰে ভৰপুৰ।

অষ্টম অঙ্কত বসন্তসেনাই পুষ্পকৰণ্ডক উদ্যানত প্ৰৱেশ কৰে। তেওঁ তাত চাৰুদত্তৰ সলনি শকাৰকহে দেখা পায়। শকাৰে বসন্তসেনাৰ প্ৰণয় প্ৰাৰ্থনা কৰে। কিন্তু বসন্তসেনাই ক্ৰুদ্ধ হৈ শকাৰক তিৰস্কাৰ কৰে। শকাৰে খঙত বসন্তসেনাক ডিঙিতে চেপি ধৰে আৰু তেওঁক মৃতপ্ৰায় অৱস্থাত এৰি থৈ গুচি যায়। তাৰ পিচত সংবাহক নামৰ বৌদ্ধভিক্ষু এজন আহি বসন্তসেনাক শুশ্ৰূষা কৰে। বসন্তসেনাৰ জ্ঞান ঘিৰি আহিলত, সংবাহকে তেওঁক বুদ্ধবিহাৰলৈ লৈ যায়।

নৱম অঙ্কত শকাৰে ন্যায়ালয়ত গৈ বসন্তসেনাক হত্যা কৰা বুলি চাৰুদত্তৰ ওপৰত গোচৰ দিয়ে। বিচাৰত চাৰুদত্তৰ ফাঁচীৰ হুকুম হয়।

দশম অঙ্কত চাণ্ডালে চাৰুদত্তক ফাঁচীকাঠলৈ লৈ যায়। সেই সময়ত বৌদ্ধ ভিক্ষু সংবাহকে বসন্তসেনাক লৈ আহে। ইপিনে চাৰুদত্তৰ বন্ধু আৰ্য্যকে ৰজা পালকক বধ কৰি নিজে ৰজা হয়। ইয়াতে সকলোবোৰ ঘটনা চক্ৰৰ বাতাবৰণ বদলি যায়। ৰজা আৰ্য্যকে চাৰুদত্তক মুক্তি দিয়ে আৰু মিছা অভিযোগ তোলা বাবে শকাৰক ফাঁচী দিবলৈ হুকুম দিয়ে। কিন্তু চাৰুদত্তই শকাৰক ক্ষমা কৰে। শেষত চাৰুদত্ত আৰু বসন্তসেনাৰ বিবাহ সম্পন্ন হয়।

**নাটকখনৰ নামাকৰণ**—'মৃচ্ছকটিক'ৰ কথানক তথা বস্তু-সংবিধানৰ পিনৰপৰা ইয়াৰ নাম 'চাৰুদত্ত' নাইবা 'দৰিদ্ৰ-চাৰুদত্ত' হোৱা উচিত আছিল। কিন্তু কবিয়ে ইয়াৰ নাম 'মৃচ্ছকটিক' কিয় থলে? ইয়াৰ উত্তৰ আমি ষষ্ঠ অঙ্কৰ শিশু ক্ৰীড়াৰ প্ৰসঙ্গত দেখিবলৈ পাওঁ, যেতিয়া চাৰুদত্তৰ দাসী ৰদনিকাই চাৰুদত্তৰ পুতেক ৰোহসেনক নিচুকাইছিল। ৰদনিকাই মাটিৰ গাড়ীখন খেলিবলৈ দিয়াত ৰোহসেনে উচুপি উচুপি কান্দি কৈছিল—'কিমেতয়া মৃত্তিকাশকটয়া? তামেৱ সৌৱৰ্ণশকটিকাং দেহি।' অৰ্থাৎ মই মাটিৰ গাড়ীৰে খেলা নকৰোঁ। মোক সোণৰ গাড়ী দিয়া। তেতিয়া ৰদনিকাই দুখমনেৰে শিশুটোক কৈছিল—'জাত, কুতোঽস্মাকং সুৱৰ্ণ ব্যৱহাৰঃ? তাতস্য পুনৰপি ঋদ্ধয়া সুৱৰ্ণশকটিকয়া ক্ৰীড়িষ্যসি।' অৰ্থাৎ, "বোপা, সোণৰ লগত এতিয়া আমাৰ সম্বন্ধ ক'ত? দেউতাৰ পুনৰ ধনৱান হলে সোণৰ গাড়ী খেলিবলৈ পাবা।'

ৰোহসেন কোনো প্ৰকাৰে মান্তি নোহোৱাত ৰদনিকাই তাক সন্তুষ্ট কৰিবলৈ

বসন্তসেনাৰ ঘৰলৈ লৈ যায়। ল'ৰাটোক দেখা মাত্ৰকে বসন্তসেনাৰ মনত মাতৃৰৰ স্নেহ জাগি উঠিল। তেওঁৰ বদনিকাক সুধিলে—'কস্য পুনৰয়ং দাৰকঃ? অনলংকৃতোঽপি চন্দ্ৰমুখ ইব আনন্দয়তি মম হৃদয়ম্।' অৰ্থাৎ, "এই ল'ৰাটো কাৰ? অনলংকৃত হলেও ইয়াৰ চন্দ্ৰৰ নিচিনা উজ্জ্বল মুখে মোৰ হৃদয় আনন্দিত কৰি তুলিছে।" ইয়াতে বদনিকাই উত্তৰ দিলে—'এষ খৰ্যাৰ্য্যচাৰুদত্তস্য পুত্ৰো ৰোহসেনো নাম।' অৰ্থাৎ "এওঁ আৰ্য্য চাৰুদত্তৰ পুত্ৰ। নাম ৰোহসেন।"

বদনিকাৰপৰা ৰোহসেনৰ পৰিচয় পাই বসন্তসেনাৰ হৃদয় ল'ৰাটোৰ প্ৰতি আকৰ্ষিত হ'ল। তেওঁ মৰমতে ল'ৰাটোক ক'লে—"মোৰ ওচৰলৈ অহা আৰু মোক আলিঙ্গন কৰা।"

ৰোহসেনাক কোলাত তুলি লৈ বসন্তসেনাই বদনিকাক সুধিলে—'অথ কিং নিমিত্তমেষ ৰোদিতি? অৰ্থাৎ, "ই কেলেই কান্দিছে।" তাৰ কান্দোনৰ কাৰণ জানিব পাৰি বসন্তসেনাই ল'ৰাটোক মৰম কৰি কলে—'জাত, মা ৰুদিহি। সৌৱৰ্ণশকটিকয়া ক্ৰীড়িষ্যসি?' অৰ্থাৎ "বাচা, নাকান্দিবা, তুমি সোণৰ গাড়ীৰে খেলিবা।"

বসন্তসেনাৰ স্নেহযুক্ত কথা শুনি ৰোহসেনা অলপ আশ্বস্ত হৈ বদনিকাক সুধিলে—"হেৰা বদনিকা এওঁ কেন?" বদনিকাই উত্তৰ দিবলৈ নৌপাওঁতেই বসন্তসেনাই উত্তৰ দিলে—'পিতুস্তে গুণনিৰ্জিতা দাসী, অৰ্থাৎ, "দেউতাৰৰ গুণমুগ্ধ দাসী। বসন্তসেনাৰ এই কথা ল'ৰাটোৱে বুজিব নোৱাৰিলে। তেওঁ উৎকণ্ঠপূৰ্ণ চকুৰে বদনিকাৰ পিনে চালে। তেতিয়া বদনিকাই বুজাই কলে—"জাত, আৰ্য্যা তে জননী ভবতি" অৰ্থাৎ "বাচা, এওঁ তোমাৰ মা।" কিন্তু বদনিকাৰ কথাত সি পতিয়ন নগ'ল। অলংকাৰ বিহীন বুলিহে সি মাকক জানে। সেইবাবে সি বদনিকাক কলে—"বদনিকে, অলীকং ত্বং ভণসি। যদ্যস্মাকং আৰ্য্যা জননী তৎকিমৰ্থমলং কৃতা?' অৰ্থাৎ, "হেৰা বদনিকা তুমি মিছা কৈছা। যদি এওঁ মোৰ মা, তেনেহলে ইমানবোৰ অলংকাৰেৰে ভূষিত হ'ল কেনেকৈ?"

ল'ৰাটোৰ মুখত এনেকুৱা কথা শুনি বসন্তসেনাৰ স্নেহপূৰ্ণ হৃদয় গলি গ'ল। তেওঁ ল'ৰাটোক খুব মৰমেৰে কলে—"আৰে দুষ্ট! এনেকুৱা-সুন্দৰ মুখৰপৰা তই অতি নিষ্ঠুৰ কথা কইছ।"

সেই মুহূৰ্তে বসন্তসেনাই অলংকাৰবোৰ খহাই ল'ৰাটোক কলে—"এষেদানীং তে জননী সংবৃত্তা। তদ্ গৃহাণৈতমলংকাৰম্। সৌৱৰ্ণশকটিকাং কাৰয়।' অৰ্থাৎ

"বোপা! এতিয়াতো তোমাৰ মা হৈ গ'লো নহয়। লোৱা, এই আটাইবোৰ অলংকাৰ তুমি লোৱা আৰু সোণৰ গাড়ী তৈয়াৰ কৰা।"

উপৰোক্ত আলোচনাৰদ্বাৰা 'মৃচ্ছকটিক'ৰ নামাকৰণ 'স্বৰ্ণশকটিকা' হোৱা উচিত আছিল। কাৰণ সোণেই গোটেই প্ৰকৰণত এনেভাৱে প্ৰভাৱ পেলাইছে যে তাৰ দ্বাৰাই বসন্তসেনা আৰু চাৰুদত্তৰ মিলন সম্ভৱ হৈছে।

**চৰিত্ৰ বিশ্লেষণ**—যথাৰ্থবাদী নাটক হিচাপে 'মৃচ্ছকটিকাৰ' প্ৰত্যেক চৰিত্ৰতে জীৱনী-শক্তি বিৰাজমান। চাৰুদত্ত, বসন্তসেনা, শকাৰ, শাৰ্বিলক, মৈত্ৰেয় (বিদূষক), বীৰক, চন্দনক, দৰ্দুৰক, মদনিকা, ৰদনিকা, বিট, চেট আৰু চাণ্ডাল আদি অনেক চৰিত্ৰ নাটকত অঙ্কন কৰা হৈছে। এই চৰিত্ৰবোৰৰ মাজেৰে সমাজৰ প্ৰত্যেক স্তৰৰ সৎ আৰু অসৎ আদৰ্শৱলী উত্থাপিত কৰা হৈছে। ব্ৰাহ্মণ, ধূৰ্ত, বেশ্যা, লম্পট, চোৰ, জুৱাৰী, পুলিচ অধীক্ষক আদি অনেক চৰিত্ৰই তৎকালীন সামাজিক অৱস্থাৰ সজীৱ চিত্ৰ আমাৰ আগত দাঙি ধৰিছে।

চাৰুদত্ত ব্ৰাহ্মণ যুৱক। কৰ্মত এওঁ বণিক। এওঁৰ ব্যক্তিত্বত উদাৰতা, সহৃদয়তা, ধাৰ্মিকতা, সৌহাৰ্দ্য, আদৰ্শবাদিতা আৰু প্ৰেম আদি অনেক গুণ বিদ্যমান। 'মৃচ্ছকটিক'ৰ প্ৰথম অঙ্কত বিটৰ উক্তিয়ে চাৰুদত্তৰ সকলোখিনি গুণ প্ৰকাশ কৰে।

"দীননাং কল্পবৃক্ষঃ স্বগুণফলনতঃ সজ্জনানাং কুটুম্বী
আদৰ্শঃ শিক্ষিতানাং সুচৰিতনিকষঃ শীলবেলাসমুদ্ৰঃ।
সৎকৰ্তা নাৱমন্তা পুৰুষগুণনিধিৰ্দক্ষিণোদাৰসত্ত্বো
হ্যেকঃ শ্লাঘ্য স জীৱত্যধিকগুণতয়া চোচ্ছ্বসন্তীৱ চান্যে॥"

অৰ্থাৎ, "চাৰুদত্ত দুখীয়াৰ কল্পতৰু, গুণত বিনম্ৰ, সৎজনৰ স্বজন, শিক্ষিতৰ আদৰ্শ, সৎচৰিত্ৰৰ আধাৰ, শীলৰূপ সমুদ্ৰৰ লহৰ, সকলোৰে আদৰৰ পুৰুষৰ গুণ-ৰাজিৰে সমযুক্ত, কুশল আৰু উদাৰ একমাত্ৰ চাৰুদত্তইহে শ্লাঘনীয়। নিজগুণৰ উৎকৰ্ষতাত প্ৰকৃত অৰ্থত এওঁ জীৱিত। আন মানুহে কেৱল নিশ্বাস লৈ থাকে।"

এসময়ত চাৰুদত্ত আছিল উজ্জয়িনীৰ বিখ্যাত চহকী ব্যক্তি। কালক্ৰমত এওঁ দাৰিদ্ৰ্যৰ কবলত পৰে। অৱন্তিপুৰ্য্যাং দ্বিজসাৰ্থবাহো যুৱা দৰিদ্ৰঃ কিল চাৰুদত্তঃ।"

যুৱ অৱস্থাতেই দাৰিদ্ৰ্যৰ লগত সংগ্ৰাম কৰিবলগা হয়। এদিন এওঁৰ কামদেৱায়তনোদ্যানত বসন্তৰ শোভাযুক্ত ৰমণীয় বসন্তসেনাৰ লগত সাক্ষাৎ হয়।

প্ৰথম দৰ্শনতেই বসন্তসেনা দৰিদ্ৰ চাৰুদত্তৰ গুণত মুগ্ধ হয়। বসন্তসেনাৰ সান্নিধ্যত চাৰুদত্তৰ দৰিদ্ৰৰ দ্বাৰা জৰ্জৰিত মন পুনৰ সঞ্জীৱিত হৈ উঠে।

চাৰুদত্তৰ অন্তৰ অতি পবিত্ৰ। ব্ৰাহ্মণজনোচিত আটাইবোৰ সদ্গুণ এওঁৰ গাত বিদ্যমান। এওঁৰ বংশও অতি উচ্চ। এওঁ নিজে কৈছে—

"অপাপানাং কুলে জাতে মযি পাপং ন বিদ্যতে।
যদি সংভাব্যতে পাপমপাপেন চ কিং ময়া।"

অৰ্থাৎ "নিষ্পাপ কুলতে মোৰ জন্ম। মোৰ লেশমাত্ৰও পাপ নাই। ইয়াতো যদি মোৰ পাপৰ শংকা কৰিব পাৰে, তেন্তে নিজকেই মোৰ নিষ্পাপ নিৰ্দিষ্ট কৰাত ব্যৰ্থ হয়।"

প্ৰকৃততে চাৰুদত্ত এজন নিষ্কলুষ ব্যক্তি। মিছাতে বসন্তসেনাৰ বধ কৰাৰ কলঙ্ক এওঁৰ ওপৰত জাপি দিয়া হৈছিল। সেয়ে এওঁ বিচাৰালয়ত কৈছিল—তেওঁ মৃত্যুক ভয় কৰা নাই, কিন্তু ভয় কৰিছে মিছা কলঙ্ক। প্ৰাণদণ্ডৰ হুকুম দিয়াতো আনন্দেৰে তাক মূৰ পাতি লবলৈ কুণ্ঠাবোধ নকৰিছিল।

চাৰুদত্ত আছিল এজন দয়ালু পুৰুষ। শৰণাগতক ক্ষমা কৰাই এওঁৰ উদাৰতাৰ পৰাকাষ্ঠা। এওঁ উদাৰমনা। কিন্তু জন অপবাদ সহ্য কৰিব নোৱাৰিছিল। দৰিদ্ৰ হলেও তেওঁ গুণৰ সাগৰ।

চাৰুদত্তই মনত খেদ কৰি বিদূষকক কৈছিল—"মই ধনৰ বাবে দুখ কৰা নাই। কিন্তু দুখ ইয়াতেই যে মোৰ দাৰিদ্ৰ্যতাৰ বাবে বন্ধু বান্ধৱলকল মোৰ ওচৰলৈ আহিবলৈ এৰি দিছে।"

এওঁৰ হৃদয় সৰল আৰু পবিত্ৰ। চোৰে এওঁৰ ঘৰত সোমাই একো বস্তু নোপোৱাত নিজে তাৰ বাবে খেদ কৰিলে। এনেকি চোৰে নিজৰ কুকৰ্মৰ বাবে প্ৰায়শ্চিত্ত কৰিবলৈ চাৰুদত্তৰ ওচৰ চপাত তাক ক্ষমা কৰে। মানৱীয় গুণেৰে শোভিত চাৰুদত্তৰ নিচিনা চৰিত্ৰৰ উদাহৰণ অতি বিৰল।

বসন্তসেনা স্বভাৱত সৰল, সহৃদয়, মৃদুভাষিণী, সৎজনৰ আদৰৰ পাত্ৰী, শৰণাগতবৎসল। বেশ্যা হলেও আদৰ্শ প্ৰেমিকা আৰু সদ্গৃহিণী।

বসন্তসেনা উজ্জয়িনীৰ বিখ্যাত গণিকা। গণিকা হলেও এওঁৰ কৰ্ম তথা আচৰণ অতি পবিত্ৰ। পঞ্চম অঙ্কত বিটে বসন্তসেনাৰ বিষয়ে এইদৰে কৈছে—'অপণ্যা শ্ৰীৰেষা'। অৰ্থাৎ, "এওঁ সাক্ষাৎ শ্ৰী।" প্ৰভেদ ইয়ানেই যে এওঁৰ জন্ম পত্নৰপৰা নহয়।

এওঁৰ জন্ম আৰু কৰ্মৰ ভিন্নতা আমাৰ আগত পৰিলক্ষিত। এওঁৰ গাত

গণিকাতকৈ কুলস্ত্ৰীৰ স্বভাৱ তথা সদাচৰ অন্তৰ্নিহিত হৈ আছে। অন্তৰণৰাই সৎনাৰীৰ আটাইবোৰ গুণ এওঁৰ গাত বিদ্যমান। মাতৃৰ বাৎসল্য ভাবো এওঁৰ গাত বিৰাজমান। সেয়ে এওঁ শিশু ৰোহসেনৰ ইচ্ছা পূৰণৰ অৰ্থে নিজৰ মূল্যবান সোণৰ আভূৰণ ত্যাগ কৰে। মাতৃত্বৰ ইচ্ছা ইমান প্ৰবল যে চাৰুদত্তৰ পত্নী হোৱাৰ আগতেই এওঁ ৰোহসেনক মাক হিচাপে চিনাকী দিয়ে। এইটো এওঁৰ চৰিত্ৰৰ এক তাওৰ মহানতা।

এওঁৰ মনে গণিকা হিচাপে থাকিবলৈ নিবিচাৰে, চাৰুদত্তৰ কুলবধূ হবলৈহে অভিলাষ কৰে। দাসী গণিকা মদনিতাক তেওঁ কৈছিল—"সাম্প্ৰতং ত্বমেৱ বন্দনীয়া সংবৃত্তা। তদ্‌গচ্ছ আৰোহ প্ৰবহণম্" । পিছে এই ইচ্ছা পূৰণো হয়।

যদিও বসন্তসেনা গণিকা, তথাপি এওঁ আছিল অক্ষত যৌৱনা। এওঁৰ প্ৰথম মিলন চাৰুদত্তৰ লগতেই হয়। সাধাৰণ গণিকাৰ দৰে এওঁ ভ্ৰষ্ট চৰিত্ৰ নহয়। এওঁ আছিল সৎনাৰীৰ দৰে লজ্জাৱতী। যেতিয়া শ্যামলক ৰাজ আলিবে যোৱা দেখিছিল, তেতিয়া এওঁ হৰিণীৰ দৰে আঁতৰি যায়।

মাকে বসন্তসেনাৰ শকাৰৰ লগত বিবাহ প্ৰস্তাৱ আগবঢ়ায়। কিন্তু শকাৰৰ অভদ্ৰ আচৰণৰ বাবে বসন্তসেনাই মাকৰ সেই প্ৰস্তাৱ অগ্ৰাহ্য কৰে। মাক আৰু বসন্তসেনাৰ ·চৰিত্ৰৰ মাজত আকাশ-পাতাল পাৰ্থক্য। মাক ধনৰ লুভীয়া। কিন্তু বসন্তসেনা শীল আৰু গুণৰ প্ৰতি অনুৰক্তা। ধনৰ লোভত প্ৰেমলীলাত ৰত গণিকাতকৈ এওঁৰ প্ৰণয়ৰ ভিন্নতা দেখা যায়। অষ্টম অঙ্কত এওঁ শকাৰক কৈছে—"হে দুষ্ট, নীচ, পাপী, মোক ধনৰ লোভ দেখুৱাইছ কিয়? ভোমৰাই পবিত্ৰ পদুম কেতিয়াও পৰিত্যাগ নকৰে; ই তাৰ স্বভাৱ। মই তোৰ ধনৰ লোভত পদুমসদৃশ প্ৰিয়তম চাৰুদত্তক ত্যাগ কৰিম নে? কুল-শীল সমন্বিত দৰিদ্ৰ পুৰুষকেই সেৱা কৰা উচিত বুলি মই ভাবো।" সেয়ে বসন্তসেনা কুলস্ত্ৰী, পৰস্ত্ৰী নহয়।

চাৰুদত্তৰ প্ৰতি এওঁৰ প্ৰণয় স্বাভাৱিক। এই প্ৰণয়ক দমন কৰিব নোৱাৰি, আতৰাই পঠাব নোৱাৰি, ধনেৰে কিনিব নোৱাৰি। চাৰুদত্তৰ প্ৰতি এওঁৰ প্ৰেম প্ৰবল। সেয়ে ঘোৰ আন্ধাৰ ৰাতি ধাৰাসাৰ বৰষুণতো তিতি-বুৰি চাৰুদত্তৰ ঘৰলৈ যায়। এওঁ বৰষুণ এৰিবলৈ ইন্দ্ৰক অনুনয়-বিনয় কৰিছিল। কিন্তু অনুনয়-বিনয় কৰা সত্বেও বৰষুণ নেৰাত নিজৰ দৃঢ় সংকল্পৰ কথা প্ৰকাশ কৰি কৈছিল—

'গৰ্জ বা বৰ্ষ বা শক্ৰমুঞ্চ বা শতশোঽশনিম্।
ন শক্যা হি স্ত্ৰিয়ো ৰোদ্ধুং প্ৰস্থিতা দয়িতং প্ৰতি॥'

অর্থাৎ, "হে ইন্দ্র, তুমি গর্জনেই কৰা বা বৰষুণেই দিয়া বা বজ্ৰপাতেই মাৰা; তথাপি নিজৰ প্ৰেমীকজনৰ ওচৰলৈ যাবলৈ উন্মত্ত তিৰোতাক বাধা দিব নোৱাৰা।"

শৰ্বিলকৰ চৰিত্ৰৰ প্ৰধান বৈশিষ্ট্য হ'ল তেওঁৰ উগ্ৰ সাহসিকতা। "সাহসে শ্ৰীঃ প্ৰতিবসতি" বুলি এওঁৰ বিশ্বাস। এওঁ অতি স্পষ্টবাদী। প্ৰেমিকা মদনিকাৰ-পৰা সকলো কথা গম পাই শৰ্বিলকে চাৰুদত্তৰ ওচৰলৈ গৈ নিজৰ দোষ স্বীকাৰ কৰে।

এওঁ আছিল স্বাধীনচেতীয়া স্বভাৱৰ। এওঁ আচলতে চোৰ নাছিল। চুৰি কৰাৰ একমাত্ৰ উদ্দেশ্য আছিল প্ৰেমিকা মদনিকাক দাসত্বৰ শিকলিৰপৰা মুক্ত কৰি তেওঁৰ লগত সুখৰ জীৱন-যাপন কৰা। চোৰ কৰা পাপ বুলি জানে। কিন্তু মদনিকাৰ মুক্তিৰ বাবে এওঁৰ আন একো পন্থা নাছিল। চোৰ কৰাৰ কাৰণ নিজে কৈছে—

'গণিকামদনিকার্থম্ কার্য্যমছ্তিষ্ঠামি।'

শকাৰ ৰজাৰ খুলশালীয়েক। শকাৰৰ চৰিত্ৰ আত্মাভিমান, অহংকাৰ, মদ-উন্মত্ততা, মূৰ্খতা, প্ৰতি স্পৰ্ধা আৰু আস্ফালন আদি দুৰ্গুণেৰে পৰিপূৰ্ণ।

বসন্তসেনাক বলাৎকাৰ কৰিবলৈ বিফল হৈ তেওঁৰ মাকক ধনৰ প্ৰলোভন দেখুৱাই বধ কৰিবলৈ যি চেষ্টা কৰিছিল, তাতে তেওঁৰ মূৰ্খতা আৰু উন্মাদী স্বভাৱৰ পৰিচয় পোৱা যায়। মুঠতে শকাৰ চৰিত্ৰৰ অতি কুৎসিত আৰু কু-কৰ্মৰে ভৰা।

নাটকৰ আন আন চৰিত্ৰৰ ভিতৰত চাৰুদত্তৰ ধৰ্ম-পত্নী ধূতা ভাৰতীয় নাৰীৰ আদৰ্শ। এওঁ সৎচৰিত্ৰা, স্নেহময়ী, নিজ পতিৰ কল্যাণ-কামিনী। চাৰুদত্ত আৰু বসন্তসেনাৰ প্ৰণয়ক এওঁ আনন্দৰে স্বীকৃতি দিয়ে।

মৈত্ৰেয়ৰ চৰিত্ৰ বিদূষকৰ ৰূপত সফলভাৱে চিত্ৰিত কৰিছে। এওঁ ব্ৰাহ্মণ। কিন্তু অতি লুভীয়া। চাৰুদত্তৰ পৰম বন্ধু। চাৰুদত্তৰ ভাল অৱস্থাত এওঁ খুব খোৱা-বোৱা কৰিছিল; কিন্তু তেওঁৰ দৰিদ্ৰতাৰ দিনত মৈত্ৰেয়ই আহাৰ বিচাৰি দিনৰ দিনটো ঘূৰি ফুৰিছিল আৰু ৰাতি শুবৰ সময়ত চাৰুদত্তৰ ঘৰলৈ আহিছিল। এওঁ আছিল বৰ খুহতীয়া। দুখৰ দিনতো চাৰুদত্তক হাঁহিব খোৱাক যোগান পাৰিছিল।

চাৰুদত্তৰ পুত্ৰ ৰোহসেন পিতৃভক্ত। বিট উদাত্তচৰিত আৰু স্পষ্টবাদী। মদনিকা গণিকা আৰু দাসী হলেও নিজ গৰাকী বসন্তসেনাৰ সততেৰে ভূষিতা। মদনিকাও নিজৰ গৰাকী চাৰুদত্তৰ প্ৰতি নিষ্ঠাভাৱ ৰখা ধুনীয়া।

কবিত্ব—মৃচ্ছকটিক এখন যথাৰ্থবাদী প্ৰকৰণ। কবিয়ে কল্পনা আৰু কবিত্বৰ কম অৱকাশ পালেও ইয়াৰ শ্ৰেষ্ঠতা হ্ৰাস হোৱা নাই। সামাজিক আচাৰ আৰু নাটকীয় সংবিধানত অভিজ্ঞ ইয়াৰ ৰচক ৰসপ্ৰসিদ্ধ কবি। এওঁৰ পৰিপূৰ্ণ কবি-কল্পনাৰ ছাপ নাটকখনৰ সৰ্বত্ৰ বিদ্যমান।

মৃচ্ছকটিকত প্ৰকৃতিৰ উদ্দীপন আৰু আলম্বন দুয়োটা ৰূপতে অতি সুন্দৰ চিত্ৰ অঙ্কিত হৈছে। বাৰিষাকালৰ মেঘাচ্ছন্ন আকাশৰ বৰ্ণনা 'মৃচ্ছকটিক'ৰ পঞ্চম অঙ্কত বিস্তৃতভাৱে বৰ্ণনা কৰা হৈছে আকাশৰপৰা জলধাৰা পৃথিবীত পৰাত কেনেকুৱা দেখা গৈছে, তাৰ চিত্ৰণ তলৰ শ্লোকটোত পোৱা যায়—

'তালীষু তাৰং বিটপেষু মন্দ্ৰং শিলাসু ৰুক্ষং সলিলেষু চণ্ডম্।
সংগীত বীণা ইব তাড্যমানাস্তালানুসাৰেণ পতন্তি ধাৰাঃ॥'

অৰ্থাৎ, "এই জলধাৰা তালগছত উচ্চস্বৰে, গছত গম্ভীৰ স্বৰে, শিলত অতি ৰুক্ষস্বৰে, আৰু পানীত প্ৰচণ্ডস্বৰে, সংগীতৰ বীণাৰ নিচিনা সুৰ তুলি মাটিত পৰিছে।" অৰ্থাৎ যিদৰে বীণা, মন্দ্ৰ, ৰুক্ষ আৰু চণ্ড আদি অনেক স্বৰ আৰু লয়ত বজোৱা হয়, সেইদৰে বাৰিষাৰ এই বৰষুণতও সঙ্গীতময় গতি বিদ্যমান।

উক্ত শ্লোকত কবিৰ অনুভূতি জলবৃষ্টিৰ বিভিন্ন স্থিতিৰ দৃশ্যৰ উপৰি ইয়াৰ সংগীতজ্ঞতাও প্ৰকট হৈছে। পূৰ্ণোপমাৰ এনেকুৱা ভব্য আৰু কোমলতা কালিদাসৰ কবিতাত দেখিবলৈ পোৱা যায়।

বাৰিষাৰ বৰ্ণনাৰ লগত অভিসাৰিকা বসন্তসেনাৰ তলত দিয়া বৰ্ণনা অতি কবিত্বময়। "প্ৰস্ফুটিত হোৱা কদমফুল, কদমগছতকৈ সুগন্ধময় উত্তেজিত হোৱা মেঘৰ বৰ্ষাজলেৰে তিতিযোৱা অলক (কপালত ওলমি পৰা কেঁকোৰা চুলি) যুক্ত প্ৰসন্ন আমাৰ এই বসন্তসেনা অথবা বৰ্ষাঋতুই নিজৰ প্ৰিয়তমৰ ঘৰলৈ আহিছে। বিজুলীৰ চিকমিকনি আৰু মেঘৰ গিৰগিৰ শব্দেৰে চকিত হৈ তোমাৰ দৰ্শনৰ অভিলাষকাৰিণী বোকাৰে কষ্ট দিয়া নিজৰ নূপুৰযুক্ত ভৰিদুখন ধুই তেওঁ বাহিৰত ঠিয় হৈ আছে।"

ইয়াৰ উপৰিও অন্ধকাৰৰ বাবে অঞ্জন আৰু বৰ্ষাৰ উপমা, চন্দ্ৰাস্তৰ বৰ্ণনা, নভ-মধ্যগত সূৰ্য্যৰ বৰ্ণনা আৰু অতিপাত গৰমৰ বাবে গছৰ ছাঁত বিশ্ৰাম লোৱা গাই-গৰুৰ বৰ্ণনা—মৃচ্ছকটিক ৰচকৰ সূক্ষ্ম প্ৰকৃতি-নিৰীক্ষণৰ পৰিচয়।

'মৃচ্ছকটিক' প্ৰণয় প্ৰধান প্ৰকৰণ। ইয়াত শৃঙ্গাৰ ৰসৰ অনেক সুন্দৰ চিত্ৰণ অঙ্কিত কৰা হৈছে। বসন্তসেনা স্বয়ং সৌন্দৰ্য্যৰ মূৰ্তিমতী দেৱী। এওঁৰ অঙ্গে অঙ্গে শোভা বিদ্যমান।

প্ৰকৰণত চাৰুদত্তৰ প্ৰতি বসন্তসেনাৰ প্ৰণয় অতি ভাবপূৰ্ণভাৱে বৰ্ণনা কৰা হৈছে। দ্বিতীয় অঙ্কত বসন্ত সেনা আৰু মদনিকাৰ কথোপকথন মদনিকাই চাৰুদত্তৰ দৰিদ্ৰতাৰ সংকেত দিয়ে। তেওঁ আন কোনোবা ধনসম্পন্ন ব্যক্তিক প্ৰেমিক হিচাপে লবলৈ বসন্তসেনাক উপদেশ দিয়ে। মদনিকাই বসন্তসেনাক এইদৰে কৈছে—আৰ্যে কিং হীনকুসুমং সহকাৰপাদপং মধুকৰ্যঃ পুনঃ সেব্যন্তে ?" অৰ্থাৎ, "হে আৰ্য্যে ! ফুলহীন আমগছক কেতিয়াবা মৌমাখিয়ে সেৱন কৰেনে ?" ইয়াতে বসন্তসেনাই যি উত্তৰ দিছে, সি অতি মাৰ্মিক। আৰু ই কবিক ৰসসিদ্ধ কবীশ্বৰ হোৱাৰ পৰিচয় দিছে। বসন্তসেনাই কৈছে—'অতএব তা মধুকৰ্য্যঃউচ্যন্তে। সেই বাবেইটো ইয়াক মধুকৰী বোলা হয়।' বসন্তসেনাৰ মুখৰপৰা ওলোৱা 'মধুকৰী' শব্দৰ প্ৰয়োগ অতি ভাবপূৰ্ণ। বসন্তসেনাৰ উক্তিৰ প্ৰকৃত অৰ্থ হৈছে—"মধুকৰে কেৱল মৌৰ বাবেহে আমগছত পৰে। ইহঁত স্বাৰ্থপৰ। এইটো বাস্তৱিক প্ৰেম নহয়। কিন্তু মোৰ প্ৰেম মধুকৰৰ নিচিনা স্বাৰ্থপূৰ্ণ আৰু অবাস্তৱিক নহয়। সেইবাবেই মই চাৰুদত্তক ইচ্ছা কৰিছোঁ, কাৰণ এওঁ ফুলহীন আমগছৰ দৰে। চাৰুদত্তৰ এই দৰিদ্ৰতা মোৰ বাবে মধুকৰীৰ মৌ।"

চাৰুদত্তৰ দৰিদ্ৰতা সমগ্ৰ প্ৰকৰণখনৰ কথাবস্তুৰ কেন্দ্ৰবিন্দু। প্ৰথম অঙ্কত চাৰুদত্তৰ দৰিদ্ৰতাৰ অতি কৰুণ চিত্ৰ দাঙি ধৰিছে। চাৰুদত্তই দৰিদ্ৰতাৰ বৰ্ণনা নিজৰ মুখৰে বৰ্ণনা কৰাত ই অতি স্বাভাৱিক হৈ উঠিছে। দৰিদ্ৰ মানুহৰ সমাজত কেনেকুৱা স্থান, তাক ভুক্তভোগী চাৰুদত্তই কৈছে—

'দাৰিদ্ৰাৎ পুৰুষস্য বান্ধবজনো বাক্যে ন সন্তিষ্ঠতে।
সুস্নিগ্ধা বিমুখীভৱন্তি সুহৃদঃ স্ফাৰীভৱন্ত্যাপদঃ॥
সত্বং হ্ৰাসমুপৈতি শীলশশিনঃ কান্তিঃ পৰিম্লায়তে।
পাপং কৰ্ম চ যৎপৰৈৰপি কৃতং তত্তস্য সংভাব্যতে॥'

অৰ্থাৎ, "ধনহীন হোৱা বাবে আত্মীয়-স্বজনসকলেও তেওঁৰ কথাত আদৰ নকৰে। তেওঁৰ অতি প্ৰিয় বন্ধুও শত্ৰু হয়। তেওঁৰ বিপদ সদায় বাঢ়ি যায়। তেওঁৰ শক্তি ক্ষীণ হয়। তেওঁৰ শীলৰূপ চন্দ্ৰৰ শক্তি কান্তি মলিন হয়। আনে কৰা কুকৰ্ম দৰিদ্ৰ মানুহৰ ওপৰত জাপি দিয়া হয়।"

'মৃচ্ছকটিক' প্ৰকৰণখনৰ বিশেষতা হৈছে—ইয়াৰ প্ৰাকৃত ভাষা। সৰহ ভাগ চৰিত্ৰই প্ৰাকৃত ভাষা ব্যৱহাৰ কৰিছে। শূদ্ৰকৰ সংস্কৃতশৈলী অতি সৰল আৰু সৰল। কঠিন ছন্দৰ প্ৰয়োগ দেখা নাযায়। মুঠতে বস্তুনিৰ্দেশ, চৰিত্ৰ-চিত্ৰণ, ৰসপৰিপাক আদিৰ দৃষ্টিকোণৰপৰা মৃচ্ছকটিক এখন উৎকৃষ্ট প্ৰকৰণ।

## হৰ্ষবৰ্দ্ধন

হৰ্ষবৰ্দ্ধন থানেশ্বৰৰ ৰজা প্ৰভাকৰ বৰ্দ্ধনৰ দ্বিতীয় পুত্ৰ। জ্যেষ্ঠ ভ্ৰাতৃ ৰাজ্যবৰ্দ্ধনৰ মৃত্যুৰ পিচত এওঁ ৰাজসিংহাসনত আৰোহণ কৰে। বাণভট্ট, ময়ূৰভট্ট আৰু দিবাকৰ ভট্টই এওঁৰ ৰাজসভা অলংকৃত কৰে। বাণভট্টই 'হৰ্ষচৰিত'ত এওঁৰ চৰিত-কথা বৰ্ণনা কৰিছে। চীনা পৰিব্ৰাজক হিউয়েনচাং এওঁৰ সময়ত ভাৰতলৈ আহে। এওঁ হৰ্ষবৰ্দ্ধনৰ বিদ্বত্তা, দানশীলতা আৰু বিদগ্ধতাৰ অনেক প্ৰশংসা কৰে। এওঁৰ ৰাজত্বকাল ৬০৬ খ্ৰীঃৰপৰা ৬৪৫ খ্ৰীঃলৈ। নালন্দাৰ তৎকালীন আচাৰ্য্য ধৰ্মকীৰ্ত্তিৰ লগত হৰ্ষৰ সাক্ষাৎ হয়। আচাৰ্য্য ধৰ্মকীৰ্ত্তিৰ সহায়ত হৰ্ষই বৌদ্ধধৰ্ম তথা বৌদ্ধদৰ্শনৰ জ্ঞান পায়।

**ৰচনাৱলী**—হৰ্ষবৰ্দ্ধনে 'প্ৰিয়দৰ্শিকা', 'ৰত্নাৱলী' আৰু 'নাগানন্দ' নামৰ তিনিখন গ্ৰন্থ লিখে। তাৰ ভিতৰত প্ৰথম দুখন নাটিকা, শেষৰখন নাটক।

**কথাবস্তু : ১। প্ৰিয়দৰ্শিকা**—প্ৰিয়দৰ্শিকা চাৰিটা অঙ্কৰ নাটিকা। ইয়াৰ কথাবস্তু গুণাঢ্যৰ 'বৃহৎকথা'ৰপৰা লোৱা। ইয়াৰ ৰচনা-শৈলীত কালিদাসৰ ৰচনা-শৈলীৰ প্ৰভাৱ পৰিছে। বৎসৰ ৰজা উদয়ন আৰু মহাৰাজ দৃঢ়বৰ্মাৰ ছহিতা প্ৰিয়দৰ্শিকাৰ প্ৰণয় কাহিনীয়েই নাটিকাৰ বিষয়বস্তু। নায়িকাৰ নাম অনুসৰি নাটিকাখনৰ নাম হৈছে—প্ৰিয়দৰ্শিকা।

নাটিকাৰ প্ৰথম অঙ্কত বিনয় বসু আৰু দৃঢ়বৰ্মাৰ প্ৰৱেশ। অঙ্গদেশৰ ৰজা স্থিৰ কৰিছিল। উদয়নৰ লগত প্ৰিয়দৰ্শিকাৰ বিয়াৰ ঠিক হোৱা বুলি শুনি কলিঙ্গৰ অধিপতিৰ বৰ খণ্ড উঠিল। কাৰণ তেওঁ প্ৰিয়দৰ্শিকাৰ পাণিপ্ৰাৰ্থী আছিল। কলিঙ্গৰ অধিপতিয়ে তাৰ প্ৰতিশোধ লবৰ নিমিত্তে দৃঢ়বৰ্মাৰ ৰাজ্য অঙ্গদেশ হঠাৎ আক্ৰমণ কৰে। যুদ্ধত দৃঢ়বৰ্মা বন্দী হয়। বিনয় বসুৱে প্ৰিয়দৰ্শিকাক উদয়নৰ হাতত অৰ্পণ কৰিবৰ নিমিত্তে দৃঢ়বৰ্মাৰ বন্ধু আৰণ্যদেশৰ ৰজা বিন্ধ্যাকেতুৰ ওচৰ পালে। প্ৰিয়দৰ্শিকাক বিন্ধ্যাকেতুৰ ওচৰত থৈ বিনয় বসু আগস্ত্যতীৰ্থলৈ গুচি গ'ল। ইতিমধ্যে উদয়নৰ সৈন্যই বিন্ধ্যাকেতুৰ ৰাজ্য আক্ৰমণ কৰি তেওঁক বধ কৰে। বিনয় বসু তীৰ্থৰপৰা ঘূৰি আহি প্ৰিয়দৰ্শিকাৰ কোনো অনুসন্ধান নাপালে তেওঁ দুখে-বেজাৰে অঙ্গদেশলৈ উভতি গ'ল।

যুদ্ধত জয়লাভ কৰা বাবে উদয়নে সেনাপতি বিজয়সেনৰ সম্বৰ্দ্ধনা জনায়। তেওঁলোকে যুদ্ধত জয়লাভ কৰি আৰণ্যকৰ প্ৰিয়দৰ্শিকাক লগত লৈ আহে।

ৰজাই প্ৰিয়দৰ্শিকাক বাসৱদত্তাৰ হাতত অৰ্পণ কৰে।" বাসৱদত্তাই ৰজাৰ আদেশ মতে প্ৰিয়দৰ্শিকাক ৰাজ-অন্তঃপুৰত ৰাখিলে। আৰণ্য দেশৰপৰা অহা বাবে তেওঁৰ নাম হ'ল আৰণ্যকা।

দ্বিতীয় অংকত বাসৱদত্তাৰ কোনো মাংগলিক অনুষ্ঠানৰ বাবে সহচৰী ইন্দিবাক আৰু আৰণ্যকক পদুম ফুল আনিবলৈ আদেশ দিলে। ফুল চিঙি থাকোঁতে প্ৰিয়দৰ্শিকাৰ উদয়নৰ লগত সাক্ষাৎ হয়। ৰজাই এটা জোপোহাৰ মাজত লুকাই থাকি আৰণ্যকাৰ অৰ্থাৎ প্ৰিয়দৰ্শিকাৰ ৰূপৰস পান কৰিবলৈ ধৰিলে। পদুমত থকা ভোমোৰা এটাই আৰণ্যকাক পদুমফুল চিঙাত সমস্যাৰ সৃষ্টি কৰে। ৰজাৰ বাবে প্ৰিয়দৰ্শিকাই চিঞৰ মাৰি দিয়ে। উদয়নে সভানুৰূপভাৱেই ওলাই আহি প্ৰিয়দৰ্শিকাক ৰক্ষা কৰে। প্ৰথম সাক্ষাতত দুয়োৰে পৰস্পৰৰ প্ৰতি অনুৰাগ বাঢ়িল। ইন্দিবাই ৰজাক আৰু প্ৰিয়দৰ্শিকাক একেলগে এৰি গুচি যায়। তেতিয়া প্ৰিয়দৰ্শিকা আৰু উদয়নে কথাবতৰা পতাৰ সুবিধা পায়।

তৃতীয় অংকত সাংকৃত্যায়নী নামৰ এগৰাকী বৃদ্ধাই উদয়ন আৰু বাসৱদত্তাৰ বিয়াৰ ঘটনাটোৰ ওপৰত নাটক লিখে। লোকৰঞ্জনৰ বাবে ৰাজদৰবাৰত এই কাহিনীৰ অভিনয় কৰা হয়। নাটকত বাসৱদত্তাৰ অভিনয় কৰিলে আৰণ্যকাই আৰু উদয়নৰ অভিনয় কৰিলে ৰজাই। এই অভিনয় দৰ্শকৰ মনোৰঞ্জনতেই সীমিত নাথাকি বাস্তৱৰূপত ৰূপায়িত হয়। অৰ্থাৎ, আৰণ্যকা আৰু উদয়নৰ প্ৰেমৰ কথা সৰ্ববিদিত হ'ল। তাকে দেখি বাসৱদত্তা ক্ৰোধানলত জ্বলি উঠিল। বাসৱদত্তা ৰজাৰ ওপৰত ৰুষ্ট হ'ল।

চতুৰ্থ অংকত বাসৱদত্তাৰ আদেশ মতে আৰণ্যকাক বন্দী কৰি থলে। সাংকৃত্যায়নীৰ অনুৰোধক্ৰমে বাসৱদত্তাৰ খং মাৰ গ'ল। তেওঁ সকলো কথা মাৰ্জনা কৰিলে। বাসৱদত্তা আৰু ৰজাই কথাবতৰা পাতি থাকোঁতে বিজয়সেন আৰু দৃঢ়বৰ্মাৰ কঞ্চুকী আহি ৰাজদৰবাৰত উপস্থিত হয়। ৰজাৰ তৎক্ষণাত তেওঁলোকক লৈ আহি যথাযোগ্য সন্মান দেখুৱায়। কলিঙ্গৰ ৰজাৰ মৃত্যু আৰু দৃঢ়বৰ্মা ৰাজ্যত অধিষ্ঠিত হোৱা শুনি ৰজাই আনন্দ পালে। তেওঁ সেনাপতি বিজয়সেনৰ শলাগ ললে। বসন্তকৰ কথা মতে বিজয়ৰ উৎসৱৰ দিনাখন বাসৱদত্তাই আৰণ্যকক মুক্তি দিলে। বাসৱদত্তাই প্ৰিয়দৰ্শিকাৰ সকলো খবৰ কঞ্চুকীৰপৰা পাই বৰ বেজাৰ কৰিলে। আৰণ্যকে বিষখোৱা বুলি শুনি বাসৱদত্তাই উদয়নক কৰযোৰে আৰণ্যকক ভাল কৰিবলৈ অনুনয় কৰে। কঞ্চুকীয়ে আৰণ্যকক দেখি "এইজনীয়েই প্ৰিয়দৰ্শিকা' বুলি চিঞৰি কলে। ৰজাৰ যত্নত প্ৰিয়দৰ্শিকা সুস্থ

হ'ল। শেষত বাসৱদত্তাৰ কথা মতে উদয়নে প্ৰিয়দৰ্শিকাৰ পাণিগ্ৰহণ কৰে। ইয়াতে নাটিকাখনৰ পৰিসমাপ্তি ঘটে।

ৰত্নাৱলী—এই নাটিকাখন চাৰিটা অঙ্কৰ সমষ্টি। ইয়াৰ বিষয়বস্তু হৈছে—সিংহলৰ ৰাজকুমাৰী ৰত্নাৱলী আৰু মহাৰাজ উদয়নৰ প্ৰেম-কাহিনী। নাটিকাখনৰ প্ৰথম অঙ্কত মন্ত্ৰী যৌগন্ধৰায়ণে জ্যোতিষীসকলৰ পৰা জানিলে যে ৰত্নাৱলীৰ পাণি যিয়ে গ্ৰহণ কৰিব, তেওঁ সসাগৰা পৃথিৱীৰ অধিপতি হ'ব। সেয়ে যৌগন্ধৰায়ণে ৰত্নাৱলী কেনেকৈ উদয়নৰ পত্নী হ'ব পাৰে তাৰে চিন্তা কৰিব ধৰিলে। এই কাৰ্য্য সমাপন কৰাৰ অৰ্থে যৌগন্ধৰায়ণে ৰাজমহিষী বাসৱদত্তা জুইত পুৰি মৰা বুলি মিছাকৈ প্ৰচাৰ কৰে। সিংহলৰ অধিপতি বিক্ৰমবাহুৱে নিজৰ দুহিতা ৰত্নাৱলীক(সাগৰীকাক) মন্ত্ৰী বসুমতী আৰু কঞ্চুকীৰ লগত উদয়নৰ ওচৰলৈ পঠাই দিয়ে। হঠাৎ সাগৰত জাহাজ ডুব যোৱাত কৌশম্বীৰ এজন বণিকৰ হাতত ৰত্নাৱলীৰ জীৱন ৰক্ষা পৰে। বণিকে যৌগন্ধৰায়ণৰ হাতত ৰত্নাৱলীক গতাই দিলে। ৰত্নাৱলীৰ মুখে মন্ত্ৰী যৌগন্ধৰায়ণে সকলো কথা গম পালে। তেওঁ নিজৰ উদ্দেশ্য সিদ্ধি হোৱাৰ উদ্দেশ্যে ৰত্নাৱলীক সাগৰিকা নাম দি বাসৱদত্তাৰ লিগিৰী হিচাবে অন্তঃপুৰত ৰাখিলে। অতি ৰূপৱতী সাগৰিকাক ৰজাৰ চকুৰ আঁতৰত ৰাখে। কিন্তু মদনমহোৎসৱত উদয়ন আৰু সাগৰিকাৰ সাক্ষাৎ হয়। ইয়াত দুয়ো পৰস্পৰে পৰস্পৰৰ প্ৰতি আকৰ্ষিত হয়।

দ্বিতীয় অঙ্কত সাগৰিকাই সখীয়েক সুসংগতাৰ আগত উদয়নৰ প্ৰতি তেওঁৰ প্ৰেমাসক্তিৰ কথা ব্যক্ত কৰে। হঠাৎ বাহিৰত বৰ কোলাহল শুনা যায়। কাৰণ ৰজাৰ পুহনীয়া এটা বান্দৰ আৰু এটা ভাটৌ বাহিৰলৈ ওলাই আহে। কোলাহল শুনি ৰজা আৰু বিদূষক ঘটনাস্থলীত উপস্থিত হয়। ইয়াতে ৰজাই সাগৰিকাক লগ পায়। বিদূষকে বাসৱদত্তা অহা বুলি কোৱাৰ লগে লগে ৰজাই সাগৰিকাৰ হাতখন এৰি দিয়ে। সাগৰিকাই লাজতে বেগাবেগিকৈ সেই স্থান পৰিত্যাগ কৰে। বাসৱদত্তাই ওচৰলৈ আহি ৰজাক খণ্ড কৰে আৰু কোনো কথা-বতৰা নপতাকৈ তাৰপৰা গুচি যায়।

তৃতীয় অঙ্কত দুয়ো প্ৰেমিক-প্ৰেমিকাৰ মিলনৰ বাবে বিদূষকে এটা বুদ্ধি পাতিলে। সাগৰিকাই ৰজাৰ লগত তেওঁৰ মিলন অসম্ভৱ বুলি ভাবি মনৰ দুখত অশোক গছত ফাঁচ লগাই মৃত্যুবৰণ কৰিবলৈ চেষ্টা কৰে। বিদূষকে দেখা পাই চিঞৰ-বাখৰ কৰে। ৰাণীৰ কাপোৰ পৰিধান কৰি আছিল বাবে বিদূষকে তেওঁক বাসৱদত্তা বুলিহে ভাবিছিল। ৰজাই বিদূষকে চিঞৰ-বাখৰ কৰা শুনি

অশোক গছজোপাৰ ওচৰলৈ দৌৰি আহি দেখে যে বসন্তসেনা নহয়, সাগৰিকাহে। ৰজাই সাগৰিকাক মৃত্যুৰপৰা ৰক্ষা কৰি তেওঁৰ লগত প্ৰেমালাপ কৰে। ইয়াকে দেখি বাসৱদত্তা ক্ৰোধত জ্বলি উঠে।

চতুৰ্থ অঙ্কত সাগৰিকাক বাসৱদত্তাই বন্দী কৰি থয়। কিন্তু তেওঁক উজ্জয়িনীলৈ পঠাই দিয়া বুলি মিছা জনৰব তুলি দিয়ে। সেই সময়ত এজন ঐন্দ্ৰজালিকে ৰজাক যাদু দেখুৱাবলৈ আহে। যাদু দেখুৱাই থাকোঁতে হঠাৎ অন্তঃপুৰত জুই লগা দেখা যায়। সাগৰিকা জুইত পুৰি মৰা বুলি বাসৱদত্তাৰ মহা ভয় লাগিল। সাগৰিকাক ৰক্ষা কৰিবৰ নিমিত্তে বাসৱদত্তাই ৰজাক অনুনয়-বিনয় কৰিব ধৰিলে। ৰজাৰ বাসৱদত্তাৰ অনুৰোধ ক্ৰমে জুইত জাপ দি সাগৰিকাৰ প্ৰাণ ৰক্ষা কৰে। সেই সময়ত সিংহলৰ ৰজাৰ মন্ত্ৰী বসুভূতি প্ৰৱেশ কৰে। তেওঁ ৰজাৰ আগত সাগৰিকাৰ প্ৰকৃত পৰিচয়টো দিয়ে। শেষত মন্ত্ৰী যৌগন্ধৰায়ণে সকলোৰে আগত এই ষড়যন্ত্ৰৰ কথা প্ৰকাশ কৰে। বাসৱদত্তাই ৰত্নাৱলীক ৰজাৰ হাতত অৰ্পণ কৰে। ৰত্নাৱলীয়ে বাসৱদত্তক ভক্তিসহকাৰে সেৱা কৰিলে। বাসৱদত্তাই মৰমেৰে ৰত্নাৱলীক তুলি লৈ আলিঙ্গন কৰিলে। ইয়াতেই নাটিকাৰ পৰিসমাপ্তি ঘটে।

নাগানন্দ—নাগানন্দ পাঁচটা অঙ্কৰ নাটক। নাটকৰ পূৰ্বাৰ্দ্ধত বিদ্যাধৰ কুমাৰ জীমূতবাহন তথা সিদ্ধকন্যা মলয়ৱতীৰ প্ৰেম-কাহিনীৰ বৰ্ণনা আৰু উত্তৰাৰ্দ্ধত জীমূতবাহনৰ দ্বাৰা গৰুড়ৰ সৰ্পভক্ষণ ত্যাগৰ কথা বৰ্ণনা কৰা আছে।

নাটকৰ প্ৰথম অঙ্কত বিদ্যাধৰৰাজ জীমূতকেতুই পুত্ৰেক জীমূতবাহনক ৰাজ্য অৰ্পণ কৰি বাণপ্ৰস্থ জীৱন গ্ৰহণ কৰে। কিন্তু পৰম পিতৃভক্ত জীমূতবাহনে ৰাজ্য এৰি পিতাকৰ পৰিচৰ্য্যাৰ বাবে বন্ধু আত্ৰেয়ৰ লগত বনলৈ গুচি গ'ল। পিতাকক বিচাৰি গৈ জীমূতবাহনে মলয়পৰ্বত পালে। ইয়াতে দেৱী গৌৰীৰ মন্দিৰত উপাসনা কৰি থকা সিদ্ধৰাজৰ কন্যা মলয়ৱতীৰ লগত এওঁৰ সাক্ষাৎ হয়। জীমূতবাহনে জানিলে যে দেৱী-গৌৰীয়ে মলয়ৱতীক সপোনত এটা বৰ দিয়ে। সেই বৰমতে মলয়ৱতী কোনো বিদ্যাধৰ ৰজাক পতিৰূপে পাব। এওঁলোকৰ কথা-বতৰা জীমূতবাহনে জোপোহাৰ মাজত লুকাই থাকি মলয়ৱতীয়ে সখীয়েকক কোৱা শুনে। বৰদানৰ কথা শুনি জীমূতবাহনৰ শৰীৰ ৰোমাঞ্চিত হৈ উঠিল। বিদূষকে দুয়োৰে মিলনৰ ব্যৱস্থা কৰে। কিন্তু হঠাৎ তেওঁলোকৰ সন্মুখত সন্ন্যাসী এজন আহি উপস্থিত হোৱাত তেওঁৰ কথা আধৰুৱা হৈ থাকে। জীমূতবাহন আৰু মালয়ৱতীৰ মাজত প্ৰগাঢ় প্ৰেম গঢ়ি উঠে।

দ্বিতীয় অংকত মলয়ৱতীৰ প্ৰেমাতুৰ দৃশ্য চিত্ৰণ কৰা হৈছে। ইপিনে জীমূতবাহনৰো একে অৱস্থা দেখা গৈছে। ইয়াৰ মাজতে মলয়ৱতীৰ ভাতৃ মিত্ৰাবসুৰ আগমন দেখা যায়। তেওঁ ভনীয়েকৰ খবৰ পাই তাতে আহি জমূতবাহনক মলয়ৱতীৰ পাণি-গ্ৰহণ কৰিবলৈ প্ৰস্তাৱ দিয়ে। মিত্ৰাবসু আৰু জীমূতবাহণ আছিল পৰম বন্ধু। মলয়ৱতীক মিত্ৰাবসুৰ ভনীয়েক বুলি গম নোপোৱাত জীমূতবাহনে তেওঁক বিয়া কৰাবলৈ অস্বীকাৰ কৰে। তাকে শুনি মলয়ৱতী আত্মহত্যা কৰিবলৈ উদ্যত হয়। পিছে জীমূতবাহনে তেওঁৰ গভীৰ প্ৰণয়ক স্বীকাৰ কৰাত মলয়ৱতীয়ে আত্মহত্যাৰপৰা বিৰত হয়।

তৃতীয় অংকত সমগ্ৰ ঘটনাৰ স্পষ্টীকৰণ হয়। ইয়াতে মলয়ৱতী আৰু জীমূতবাহনৰ বিবাহ সম্পন্ন হয়। জীমূতবাহনে কিছুদিনৰ পিচত মলয়ৱতীক লৈ পিতাকৰ আশ্ৰমলৈ আহিল।

চতুৰ্থ অংকত জীমূতবাহন আৰু মিত্ৰবসুৱে ফুৰিবলৈ সমুদ্ৰৰ তীৰলৈ যায়। তাৰপৰা দুয়ো পৰ্বতৰ ওপৰলৈ উঠিব ধৰে। এনেতে বহুত দূৰৈত এটা কিহবাৰ বগা দ'ম দেখিলে। জীমূতবাহনে সেইবোৰ মেঘ বুলি ভাবিছিল। পিচত বন্ধু মিত্ৰাবসুৰপৰা জানিব পাৰিলে, সেইবোৰ সাপৰ হাড়হে, মেঘ নহয়। তাত শংখচূড় নামক নাগৰ মাকে দুখমনেৰে বিলাপ কৰি আছিল। ঘটনাৰ আতিগুৰি বিচাৰি তেওঁলোকে জানিলে—গৰুড়ৰ বাবে প্ৰতিদিন একোটাকৈ নাগ পঠাব লাগে। আজি মাকৰ একমাত্ৰ পুত্ৰ শংখচূড়ৰ পাল। জীমূতবাহনে শংখচূড়ৰ পৰিবৰ্তে নিজৰ জীৱনগৰুড়ৰ আহাৰ হিচাপে বিসৰ্জন দিবলৈ ইচ্ছা কৰি বধ্যশিলাৰ ওপৰত বহিল। গৰুড়ে ধুমুহাৰ দৰে আহি জীমূতবাহনক মলয়পৰ্বতলৈ উকৰাই লৈ গ'ল।

পঞ্চম অংকত জীমূতবাহন উভতি নহাত জীমূতকেতু আৰু বিশ্বাবসু চিন্তাত ব্যাকুল হ'ল। এনেতে তেজ আৰু মঙহ লাগি থকা এধাৰ মণি আহি তেওঁলোকৰ আগত পৰিলহি। জীমূতবাহনৰ মাকে পুতেকৰ মণি বুলি চিনি পাই আটাই কেইজন বৰ চিন্তিত হৈ পৰিল। শংখচূড়ে গৰুড়ৰ ওচৰলৈ দৌৰি গৈ জীমূত-বাহনক মুক্তি দিবলৈ অনুনয় কৰে। গৰুড়ে জীমূতবাহন বুলি জানি নিজৰ ভুলৰ বাবে বৰ দুখ প্ৰকাশ কৰে। সেই সময়তে দেৱী গৌৰী আবিৰ্ভাৱ হৈ জীমূত-বাহনক পুনৰ জীৱন দান কৰি লগতে আন আন নাগবোৰকো জীৱন দান-দিয়ে।

গৌৰী প্ৰসন্ন হৈ জীমূতবাহনক বিদ্যাধৰ ৰাজচক্ৰৱৰ্তী পদত অভিষিক্ত কৰে।

গৰুড়ে ভৱিষ্যতে কোনো নাগ বধ নকৰিবলৈ প্ৰতিজ্ঞা কৰে। শেষত ভৰত-বাক্যৰে নাটকৰ সামৰণি পৰে।

নাটকীয় সংবিধান—হৰ্ষই 'ৰত্নাৱলীত' দৃশ্যকাব্যৰ শাস্ত্ৰীয় সিদ্ধান্ত পুঙ্খানুপুঙ্খভাৱে মানি চলিছে। শাস্ত্ৰীয় সিদ্ধান্ত সম্পূৰ্ণৰূপে মানিচলা সংস্কৃত সাহিত্যৰ ভিতৰত 'ৰত্নাৱলী' এখন সফল নাটিকা। হৰ্ষৰ ৰচনাৱলীত কালিদাসৰ প্ৰভাৱ যথেষ্ট পৰিমাণে পৰা দেখা যায়। উদয়ন আৰু অগ্নিমিত্ৰৰ অন্তঃপুৰৰ কন্যাসকলৰ প্ৰতি প্ৰেম 'মালবিকাগ্নিমিত্ৰৰ' অন্তঃপুৰপ্ৰণয়ৰ অনুকৰণ।

স্বপ্নবাসৱদত্তাৰ প্ৰভাৱো হৰ্ষৰ নাটিকা কেইখনত পৰিছে। দশৰূপকৰ ৰচক ধনঞ্জয়ৰ মতে 'প্ৰিয়দৰ্শিকা' আৰু 'ৰত্নাৱলীৰ' নায়ক উদয়ন ধীৰললিত। 'স্বপ্নবাসৱদত্তাৰ লাৱণকদাহৰ সংকেত ৰত্নাৱলীত পোৱা যায়।

হৰ্ষৰ ৰচনা-নৈপুণ্য তথা কল্পনা চাতুৰীৰ পূৰ্ণ পৰিপাক হয় 'প্ৰিয়দৰ্শিকা'ত। কবিয়ে নাটিকাৰ কথানক 'বৃহৎকথা'ৰ পৰিবৰ্তিত সংস্কৰণ 'কথাসৰিৎসাগৰ' আৰু 'বৃহৎ কথামঞ্জৰী'ৰপৰা লোৱা। কিন্তু নিজ কল্পনাশক্তিৰে কবিয়ে ইয়াক সজীৱ কৰি তোলে। বৎসৰাজ উদয়নৰ কথা কালিদাসৰ বহু আগৰপৰাই লোককথাৰ ৰূপত প্ৰচলিত হৈ আহিছে। এই লোকপ্ৰিয় কথানক 'প্ৰিয়দৰ্শিকা'ত লিপিবদ্ধ কৰা হৈছে। প্ৰিয়দৰ্শিকাৰ কথানক অতি লেহেম গতিত আগবাঢ়ে; দ্বিতীয়তে নাটিকাৰ প্ৰথম অঙ্কত নায়ক-নায়িকাৰ পূৰ্বৰাগৰ বীজ দেখা নাযায়। প্ৰিয়দৰ্শিকাৰ তৃতীয় অঙ্কত গৰ্ভাঙ্কৰ সুযোজনা কবিৰ নাট্যকৌশলৰ উত্তম চানেকী। দ্বিতীয় অঙ্কত প্ৰিয়দৰ্শিকাই ভোমোৰাৰপৰা পোৱা ভয় অভিজ্ঞানশকুন্তলাৰ প্ৰভাৱ।

নাটকীয় সংবিধানৰ ফালৰপৰা প্ৰিয়দৰ্শিকাত যি দৃষ্টিগত হয়, ৰত্নাৱলীত তাৰ পৰিমাৰ্জন কৰে। উদাহৰণস্বৰূপে, ইয়াৰ প্ৰথম অঙ্কত কামদেৱ পূজা শেষ হোৱাৰ পিচত নায়ক-নায়িকাৰ পূৰ্বৰাগ প্ৰদৰ্শন কৰিবলৈ কবিয়ে পাহৰি যোৱা নাই।

প্ৰিয়দৰ্শিকাতকৈ ৰত্নাৱলীৰ নাটকীয় সংবিধান আৰু কথাত্মকতা উভয়তে প্ৰৌঢ়তা বিদ্যমান।

'নাগানন্দত' নাটকৰ মঙ্গলাচৰণ আৰু ভৰতবাক্যত বৌদ্ধপ্ৰভাৱ পৰিছে। কথা-বস্তুৰ ফালৰপৰা নাটকখন দুটা ভাগত বিভক্ত কৰিব পাৰি। প্ৰথম তিনিটা অঙ্কত প্ৰণয় কথা বৰ্ণিত। সেয়েহে আন দুখন নাটিকাৰ দৰে 'নাগানন্দৰ' এই অংশ প্ৰণয় প্ৰধান। নাটকীয় দৃষ্টিকোণৰপৰা নাটকখন ত্ৰুটিপূৰ্ণ।

# ভৱভূতি

**পৰিচয়**—ভৱভূতিয়ে মহাবীৰ চৰিতৰ প্ৰস্তাৱনাত নিজৰ বিষয়ে যৎকিঞ্চিত পৰিচয় দিছে। প্ৰস্তাৱনাৰ পৰা জনা যায়—এওঁ বিদৰ্ভদেশৰ (আজিকালিৰ বৰাৰ) পদ্মপুৰৰ নিবাসী। এওঁ কাশ্যপগোত্ৰীয় আৰু কৃষ্ণযজুৰ্বেদৰ তৈত্তিৰীয় শাখাৰ অনুগামী। ভৱভূতিৰ পিতৃৰ নাম নীলকণ্ঠ, মাকৰ নাম জাতুকৰ্ণী আৰু পিতামহৰ নাম ভট্টগোপাল। ভৱভূতিৰ আন এটা নাম 'উম্বেক' বুলি জনা যায়। উম্বেক আছিল মীমাংসাশাস্ত্ৰৰ এজন ডাঙৰ পণ্ডিত।

বিদৰ্ভৰাজ্যৰ পদ্মপুৰ আছিল তেওঁলোকৰ বাসস্থান। ভৱভূতিৰ আচল নাম আছিল 'শ্ৰীকণ্ঠ'। টীকাকাৰ সকলৰ মতে 'ভৱভূতি' হ'ল শ্ৰীকণ্ঠৰ পিছৰ কালত লোৱা উপাধি। ভৱভূতি বেদ, উপনিষদ, সাংখ্য, যোগ, ছন্দ, জ্যোতিষ আদিত সুপণ্ডিত আছিল। ইয়াৰ বাহিৰে ভৱভূতিয়ে তেওঁৰ জন্মকাল সম্বন্ধে নাইবা তেওঁৰ পৃষ্ঠপোষক ৰজাৰ সম্বন্ধে কোনো কথা স্পষ্টকৈ উল্লেখ কৰা নাই। কাশ্মীৰৰ কবি কল্হনে 'ৰাজতৰঙ্গিনী'ত খ্ৰীঃ অষ্টম শতাব্দীৰ মধ্যভাগৰ কান্যকুব্জৰ ৰজা যশোবৰ্মাৰ ৰাজসভাৰ কবি বুলি ভৱভূতিৰ নাম উল্লেখ কৰিছে।

বামনৰ কাব্যালংকাৰত ভৱভূতিৰ নাম উল্লেখ আছে। বামনৰ গ্ৰন্থৰচনাকাল খ্ৰীষ্টীয় সপ্তম-অষ্টম শতাব্দী বুলি ধৰা হয়। গতিকে ভৱভূতিৰ আবিৰ্ভাৱ কাল খ্ৰীষ্টীয় সপ্তম-অষ্টম শতাব্দী বুলি ঠিৰাং কৰা হয়।

**আবিৰ্ভাৱকাল**—ৰাজতৰঙ্গিনীত ললিতাদিত্য নামৰ এজন অতি পৰাক্ৰমী কাশ্মীৰৰ ৰজাৰ বিস্তৃত বৰ্ণনা পোৱা যায়। ললিতাদিত্যাই সমগ্ৰ উত্তৰ ভাৰত জয় কৰে। তেওঁ সুদূৰ গৌড়দেশও (বঙ্গদেশ) জয় কৰে। পিচত তেওঁ কান্যকুব্জৰ ৰজা যশোবৰ্মাৰ হাতত পৰাস্ত হয়। যশোবৰ্মা অকল বিদ্বানসকলৰ আশ্ৰয় দাতাই নহয়, নিজেও এজন সুপণ্ডিত। এওঁ ৰামাভ্যুদয় নামক নাটক এখন ৰচনা কৰে। দশৰূপক আদি গ্ৰন্থত এই নাটকখনৰ বহুবাৰ উল্লেখ আছে। কিন্তু আজিলৈকে এই গ্ৰন্থখন উদ্ধাৰ হোৱা নাই। এওঁৰ ৰাজসভা ভৱভূতি, বাক্‌পতিৰাজ আদি কবিৰ দ্বাৰা অলংকৃত আছিল। ললিতাদিত্যৰ ৰাজত্বকাল ৬৯৫ খৃষ্টাব্দ আৰু এওঁ সিংহাসনত আৰোহণ কৰিয়েই দিগ্বিজয় কৰিবলৈ মন মেলে। গতিকে ভৱভূতিৰ আবিৰ্ভাৱ কাল ৭০০ খ্ৰীঃৰ ওচৰা-ওচৰি হয়। কিন্তু চীনদেশীয় ইতিহাসৰ মতে ললিতাদিত্যৰ ৰাজত্বকাল ৭২৫ খ্ৰীঃৰ আগপিচ। চীনদেশৰ ইতিহাসৰ এই প্ৰমাণিকতা বাক্‌পতিৰাজ ৰচিত 'গউডবহো'ত উল্লিখিত সূৰ্য্যগ্ৰহণৰ সময়ৰপৰা

সিদ্ধ হৈছে। কাৰণ 'গউডবহো'ত যশোবৰ্মাই বধ কৰা কোনোবা গৌড়দেশৰ ৰজাৰ বৰ্ণনা আছে। কিন্তু ললিতাদিত্যৰ দ্বাৰা এওঁৰ পৰাজয় বৰণ কৰাৰ কথাৰ উল্লেখ নাই। যশোবৰ্মাই ৭৩৩ খ্ৰীঃত কাশ্মীৰৰ ৰজাৰ অধীনতা স্বীকাৰ কৰে। এতেকে ইয়াৰপৰা প্ৰতীয়মান হয়—মহাকবি ভৱভূতিৰ আবিৰ্ভাৱ কাল অষ্টম শতাব্দীৰ পূৰ্বাৰ্দ্ধ।

**ৰচনাৱলী**—ভৱভূতিৰ নাটক তিনিখন—মালতীমাধৱ, মহাবীৰচৰিত আৰু উত্তৰৰামচৰিত। মালতীমাধৱখন প্ৰকৰণ আৰু আনদুখন নাটক।

(১) **মালতীমাধৱ**—ই দহটা অঙ্কৰ সমষ্টি। ইয়াত মালতী আৰু মাধৱৰ প্ৰেমকাহিনী কবিয়ে অতি চমৎকাৰভাৱে অঙ্কিত কৰিছে।

নাটকৰ প্ৰথম অঙ্কত মদনোৎসৱৰ আয়োজন কৰা হৈছে। ইয়াতে মালতী আৰু মাধৱ পৰস্পৰে পৰস্পৰৰ প্ৰতি আকৃষ্ট হয়। পিচত সখীয়েকসকলৰ লৈতে মালতি গুচি যায় আৰু মকৰন্দই প্ৰৱেশ কৰে। মাধৱৰ বিয়োগ অৱস্থাৰ বৰ্ণনাৰ লগতে প্ৰথম অঙ্কৰ সমাপ্তি ঘটে।

দ্বিতীয় অঙ্কত পদ্মাৱতীদেশৰ মন্ত্ৰী ভূৰিবসুৱে নিজৰ ছোৱালী মালতীৰ বিবাহ নন্দনৰ লগত সম্পন্ন কৰিবলৈ ইচ্ছা কৰে। ইপিনে কামন্দকীয়ে মালতীক মাধৱৰ লগত বিয়া দিবলৈ যো-জা কৰে।

তৃতীয় অঙ্কত কামন্দকী শিৱমন্দিৰৰ ওচৰৰ অশোক বনত মালতী আৰু মাধৱৰ মিলনৰ আয়োজন কৰে। মাধৱে ইয়াত আগেয়ে লুকাই আছিল। লৱঙ্গিকাই মালতীক লৈ ইয়ালৈ অহাত দুয়োৰে মিলন হোৱাৰ পূৰ্বে পিঞ্জৰাৰপৰা এটা বাঘ ওলাই মদয়ন্তিকাক আক্ৰমণ কৰে। মাধৱৰ প্ৰিয় বন্ধু মকৰন্দই মদয়ন্তিকাক বাঘৰ হাতৰপৰা ৰক্ষা কৰে।

চতুৰ্থ অঙ্কত মৃত সিংহৰ ওচৰত মাধৱ আৰু মকৰন্দ মূৰ্ছিত গৈ পৰি থাকে। সংজ্ঞা ঘূৰি অহাত মকৰন্দই মালতীৰ লগত মদয়ন্তিকাক দেখা পায় আৰু তেওঁৰ প্ৰতি আকৃষ্ট হয়।

পঞ্চম অঙ্কত কাপালিকা অঘোৰঘণ্টই মালতীক কৰালাদেৱীৰ ওচৰত বলি দিবলৈ অপহৰণ কৰে। মালতীয়ে ভয়ত চিঞৰ মৰাত শ্মশানৰপৰা আহি মাধৱ উপস্থিত হয় আৰু অঘোৰঘণ্টক বধ কৰে।

ষষ্ঠ অঙ্কত এপিনে কপালকুণ্ডলাই গুৰু অঘোৰঘণ্টৰ বধৰ প্ৰতিশোধ লবলৈ উদ্যত হয় আৰু আনপিনে ৰজাৰ সৈন্যবোৰে মালতীক বিচাৰি শ্মশানলৈ যায়। তাত তেওঁলোকে মালতীক পায়। পুনৰ মালতী আৰু নন্দনৰ বিবাহৰ যো-জা

হয়। ইয়াৰ মাজতে এদিনে কামন্দকীৰ বুদ্ধিমত্তাৰ দ্বাৰা মালতীৰ ঠাইত মকৰন্দৰ লগত নন্দনৰ বিবাহ হয় আৰু আনদিনে কামন্দকী মালতীক শিৱৰ মন্দিৰলৈ লৈ গৈ মাধৱৰ লগত গন্ধৰ্ব বিবাহ পাতি দিয়ে।

সপ্তম অংকত মদয়ন্তিকা আৰু বুদ্ধৰক্ষিতা লৱঙ্গিকাৰ মাজত কথোপকথন, মকৰন্দৰ প্ৰিয়তমাৰ ওচৰত আত্মপ্ৰকাশ আৰু মদয়ন্তিকাই মকৰন্দৰ ওচৰত আত্ম-সমৰ্পণ কৰা দেখা যায়।

অষ্টম অংকত মালতী আৰু মাধৱ উদ্যানত মদয়ন্তিকা আৰু মকৰন্দক অপেক্ষা কৰি থাকে। ইফালে মদয়ন্তিকাক পলাই নিয়াৰ অপৰাধত সৈন্যবোৰে মকৰন্দক বন্দী কৰে। এই বাতৰি কলহংসই আহি মাধৱক জনায়। বন্ধুৰ ৰক্ষাৰ নিমিত্তে মাধৱে মালতীক অকলে এৰি থৈ তালৈ গুচি যায়। তাত সৈন্যবোৰ আৰু মাধৱ-মকৰন্দৰ মাজত তুমুল ৰণ হয়।

নৱম অংকত, মকৰন্দৰ লগত মাধৱে বিক্ষিপ্ত অৱস্থাত বিন্ধ্যপৰ্বতত ভ্ৰমণ কৰা দেখুৱায়। মাধৱ মালতীৰ বিয়োগত ব্যাকুল হয়। ঠিক সেই সময়ত কামন্দকীৰ শিষ্যা সৌদামিনীৰ প্ৰৱেশ প্ৰদৰ্শন কৰে। দশম অংকত মালতীৰ পিতৃ ভূৰিবসু, কামন্দকী, লৱঙ্গীকা আৰু মদয়ন্তিকা আদি মালতীৰ শোকত ম্ৰিয়মাণ হয়। মকৰন্দই আহি মাধৱ মালতীৰ মিলনৰ বাতৰি দিয়ে। পিচত মকৰন্দৰ মদয়ন্তি-কাৰ লগত বিবাহ হয়।

'মালতী-মাধৱ'ৰ কল্পিত কথাৰ নাটকীয়ৰূপ দিবলৈ ভৱভূতিয়ে 'অবিমাৰক' নাটক নাইবা 'মৃচ্ছকটিক' নাটকৰপৰা প্ৰেৰণা পায়।

'অবিমাৰকৰ' লোককথাৰপৰা গ্ৰহণ কৰা কথানক আৰু প্ৰকৃতি চিত্ৰণ তথা ৰচনাশৈলী আৰু বহুকথা মালতীমাধৱত একে দেখা যায়।

কাহিনীৰ শৃঙ্খলতাৰ অভাৱ নাটখনত বিদ্যমান। নাটকত যি ঔৎসুক্য আৰু প্ৰভাৱাত্মকতাৰ বাবে অনেক ৰহস্যৰ সমাবেশ কৰিছে তাতো ই স্বাভাৱিক গতি আৰু সংবিধান কাৰ্য্যত কুপ্ৰভাৱ পেলাইছে। স্বাভাৱিক পৰিস্থিতিত কাহিনীটো আগবঢ়াই নিওঁতে কৰিয়ে মাধৱে শ্মশানত মাংসবিক্ৰী কৰা, ভূত-প্ৰেতৰ তাণ্ডৱ-নৃত্য, ঘৃণা-ব্যঞ্জক বিৱৰণ, অঘোৰঘণ্টই মালতীক বধ কৰাৰ চেষ্টা আদি অনেক অলৌকিক ভৌতিক আৰু অসাধাৰণ বস্তুৰ সহায় লৈছে। ঐতিহাসিক আখ্যানযুক্ত নাটকত এনেকুৱা অতিপ্ৰাকৃত ঘটনা থকাটো সমীচীন নহয়।

তদুপৰি হঠাৎ মাধৱ উপস্থিত হৈ আঘোৰঘণ্টকৰ হাতৰপৰা মালতীক ৰক্ষা কৰা, সৌদামিনীয়ে কপালকুণ্ডলাৰ হাতৰপৰা মালতীক ৰক্ষা কৰা, নগৰত বাঘ ওলোৱাত মদয়ন্তিকাৰ সন্ত্ৰাস, মকৰন্দৰ দ্বাৰা মদয়ন্তিকাক ৰক্ষা, প্ৰতিটো চৰিত্ৰই আত্মহত্যা কৰিবলৈ উদ্যত হোৱাত কিবা অলৌকিক ব্যক্তিয়ে তেওঁলোকক ৰক্ষা কৰা আদি আকস্মিক ঘটনাৰ সহায় লৈছে। নাটকখনৰ কলা-কৌশলৰপৰা অনুমান হয়—কবি নাটকৰ কাহিনী বিকাশত সিমান অভিজ্ঞ নহয়। বাস্তৱতাতকৈ কল্পনাইহে নাটকত বেছি ঠাই অধিকাৰ কৰিছে।

মহাবীৰচৰিত—ই সাতটা অঙ্কৰ সমষ্টি। ৰামায়ণৰ কথাৰ পূৰ্বাৰ্দ্ধভাগ—ৰামৰ বিবাহ, ৰামৰ বনবাস, সীতাহৰণ আৰু ৰামৰ ৰাজ্যাভিষেক আদিয়েই নাটকৰ কথা-বস্তু।

যজ্ঞ ৰক্ষাৰ্থে বিশ্বামিত্ৰ মুনিয়ে ৰজা দশৰথৰ ওচৰত ৰাম-লক্ষ্মণক খোজে। অনিচ্ছা সত্বেও ৰজা দশৰথে ৰাম-লক্ষ্মণক ঋষিৰ লগত যাবলৈ দিয়ে। যজ্ঞ চাবলৈ জনকপুৰীৰপৰা মহাৰাজ জনকৰ সৰু ভাই কুশধ্বজে সীতা আৰু উৰ্মিলাক লগত লৈ আহে। ইয়াতে দুয়োৰে ৰাম-লক্ষ্মণৰ লগত সাক্ষাত হয়। এনেতে তাড়কাই কোলাহল কৰি প্ৰৱেশ কৰে। বিশ্বামিত্ৰৰ আদেশ পাই ৰামে তাড়কাক বধ কৰে।

ৰামে হৰধনু ভঙ্গ কৰি সীতাৰ পাণিগ্ৰহণ কৰাত পৰশুৰামৰ খুব খং উঠে। পৰশুৰাম আৰু ৰামৰ ভিতৰত তুমুল যুদ্ধ হয়। যুদ্ধত পৰশুৰাম পৰাস্ত হয়। ইয়াৰ পিচত ৰাৱণৰ মন্ত্ৰী মাল্যবানে ভনীয়েক শূৰ্পণখাক কৈকেয়ীৰ পৰিচাৰিকা মন্থৰাৰ ছদ্মবেশ ধাৰণ কৰাই ৰামৰ ওচৰলৈ পঠায়। ছদ্মবেশী শূৰ্পণখাই কৈকেয়ী দিয়া বুলি মিছাকৈ ৰামক এখন চিঠি দিয়ে। চিঠিত লিখা আছিল কৈকেয়ীৰ দশৰথৰ ওচৰত খুজা বৰ দুটাৰ কথা। প্ৰথম বৰ আছিল ৰামৰ চৈধ্যবছৰ বনবাস আৰু ভৰতৰ ৰাজ্যাভিষেক। ৰামে চিঠিখন পঢ়ি পিতৃসত্য পালনাৰ্থে লক্ষ্মণ আৰু সীতাৰ লগত বনলৈ যায়।

বনত থাকোঁতে ৰামক বহুত বিপদ-বিঘিনিৰ মাজত পেলায়। ৰাৱণে সীতাক হৰণ কৰে। ৰামে হনুমানৰ সহায়ত ৰাৱণক বধ কৰি সীতাক উদ্ধাৰ কৰে আৰু বিভীষণক লঙ্কাৰ ৰাজসিংহাসনত বহুৱায়। চৈধ্যবছৰ বনবাস কটাই ৰামে পুষ্পক বিমানেৰে অযোধ্যালৈ ঘূৰি আহি অযোধ্যাৰ ৰাজসিংহাসনত বহে।

ভৱভূতিৰ মহাবীৰ-চৰিত নাটকীয় সংবিধানৰ দৃষ্টিকোণৰপৰা এখন উৎকৃষ্ট

নাটক। যদিও কথাবস্তু সুশৃঙ্খল নহয়, তথাপি শিল্প-কৌশল অতি চমৎকাৰ। মহাবীৰ চৰিতৰ কথাবস্তু ৰামায়ণৰপৰা ধাৰ কৰা। কিন্তু ইয়াৰ বস্তু, শিল্প আৰু নাট্যত ভাসৰ অভিষেক আৰু বালচৰিতৰ স্পষ্ট প্ৰভাৱ পৰিছে। দীঘল দীঘল সংবাদ আৰু বৰ্ণন সংকুলতা দোষে অনেক ঠাইত নাটকৰ গতিৰোধ কৰিছে। চৰিত্ৰ চিত্ৰণৰ ফালৰপৰাও নাটকখন উচ্চ পৰ্য্যায়ৰ নহয়। মহাবীৰ চৰিতত কোনো কোনো ঠাইত ৰামৰ যি মানবীয়ৰূপ চিত্ৰিত কৰিছে, উত্তৰ ৰামচৰিত অপেক্ষা বহুত তলখাপৰ। ভৱভূতি বীৰৰস আৰু করুণৰস বিশাৰদ। কিন্তু মহাবীৰ চৰিতত কবিৰ এই কুশলতাও দেখা নাযায়।

**উত্তৰৰামচৰিত**—ভৱভূতিৰ উত্তৰৰামচৰিত সাতটা অঙ্কৰ নাটক। নাটকৰ প্ৰথম অঙ্কত নান্দীপাঠৰ পিচত সূত্ৰধাৰে নাট্যকাৰৰ পৰিচয় দিছে। তাৰপিচত নাটকৰ প্ৰস্তাৱনাৰপৰা এইটো বিদিত হয় যে ৰামৰ মাতৃয়ে অৰুন্ধতীৰ লগত ঋষ্যশৃঙ্গৰ বাৰবৰ্ষীয় যজ্ঞলৈ যায়। এই সময়ত ৰামে পিতৃ-বিয়োগত দুখ কৰি থকা সীতাক সান্ত্বনা দিবলৈ অন্তঃপুৰত প্ৰবেশ কৰে। এনেতে অষ্টাবক্ৰই প্ৰবেশ কৰি ৰাম আৰু সীতাক বশিষ্ঠ তথা অৰুন্ধতীৰ আশীৰ্বাদ বাতৰি দিয়ে। অষ্টাবক্ৰৰ পিচত লক্ষ্মণে প্ৰবেশ কৰি খেদগ্ৰস্ত সীতাৰ মনোবিনোদৰ বাবে ৰামৰ বিগত জীৱনৰ কথা চিত্ৰপটত দেখুৱায়। চিত্ৰপটত সীতায় গঙ্গাক দেখা পায় আৰু ৰামৰ লগত পুনৰ বন-বিহাৰ আৰু গঙ্গাস্নান কৰিবলৈ ইচ্ছা কৰে। ৰামে গৰ্ভৱতী সীতাৰ ইচ্ছা পূৰণাৰ্থে এই কাৰ্য্যভাৰ লক্ষ্মণৰ হাতত অৰ্পণ কৰে। ইয়াৰ পিচত সীতাই শুই পৰে। ইয়াৰ ভিতৰতে দুৰ্মুখে সীতাৰ লোকনিন্দাৰ কথা ৰামক নিবেদন কৰে। ৰাম শোকত অভিভূত হৈ পৰে। ৰাতিপুৱা সীতাক লৈ লক্ষ্মণ বনলৈ যায়।

দ্বিতীয় অঙ্কত আত্ৰেয়ী আৰু বাসন্তীৰ কথোপকথনৰপৰা জনা যায়—মহৰ্ষি বাল্মীকিৰ আশ্ৰমত কুশ-লব নামৰ দুজন বালক আছে। তেওঁলোক দুয়ো জৃম্ভকাস্ত্ৰত সিদ্ধহস্ত। আত্ৰেয়ীৰপৰা জনা যায়—তমসা নদীলৈ যোৱা মহৰ্ষিয়ে কোনো এটা ব্যাধে ক্ৰৌঞ্চ চৰাই এটা বধ কৰা দেখা পায়। ইয়াতে ঋষিয়ে সন্তপ্ত হৈ ব্যাধক অভিশাপ দিয়ে। মহৰ্ষিৰ এই শ্লোকবদ্ধ বাণী শুনি ব্ৰহ্মাই তেওঁৰ আগত দেখা দি ঋষিক ৰামায়ণ ৰচনা কৰিবলৈ আদেশ দিয়ে। আত্ৰেয়ীৰ কথাৰপৰা এইটোও জনা যায়—ৰামে সীতাৰ সোণৰ মূৰ্তিক ধৰ্মপত্নীৰূপে লৈ যজ্ঞ আৰম্ভ কৰে। পুষ্পক বিমানত উঠি ৰামে প্ৰৱেশ কৰে আৰু অপৰাধী শম্বূকক

আঘাত কৰে। ফলত শম্বুকে দিব্যৰূপ ধাৰণ কৰি ৰামক জনায় যে অগস্ত্যই আশ্ৰমত ৰামক অপেক্ষা কৰি আছে। পিচত আটায়ে প্ৰস্থান কৰে।

তৃতীয় অঙ্কত মুৰলা আৰু তমসা নামৰ দুটা নদীৰ বাৰ্তালাপৰ পৰা জনা যায় যে সীতাই সূৰ্য্য উপাসনা কৰিবলৈ আহিব। পুষ্প-চয়ন কৰি সীতাই প্ৰৱেশ কৰে। সেই সময়তে পুষ্পক বিমানত উঠি ৰামে সেইপিনে আহে। ৰামৰ অৱস্থা দেখি সীতা মূৰ্চ্ছিত হয়। সীতাৰ হাতৰ স্পৰ্শত ৰামে চেতনা লাভ কৰে। ইয়াৰ পিচত বাসন্তী আৰু ৰামৰ কথাবতৰা হয়। পিচত ৰামে অশ্বমেধ যজ্ঞৰ বাবে অযোধ্যালৈ প্ৰস্থান কৰে।

চতুৰ্থ অঙ্কত বিষ্কম্ভত দাণ্ডায়ন আৰু সৌধাতকী নামক বালক তপস্বীৰ কথোপ-কথনৰপৰা জনা যায়—ঋষি বশিষ্ঠই অৰুন্ধতী আৰু ৰামৰ মাতৃক লগত লৈ ঋষ্যশৃঙ্গ মুনিৰ আশ্ৰমৰপৰা গৈ বাল্মীকি মুনিৰ আশ্ৰমত উপস্থিত হয়। এইটো জনা যায় যে মহাৰাজ জনকে আগেয়ে বাল্মীকিৰ আশ্ৰমলৈ আহে। জনকৰ লগত বশিষ্ঠ আদিৰ মিলন হয়। ইয়াৰ মাজতে লৱই প্ৰৱেশ কৰে। তেওঁলোকৰ আগত লৱই কুশৰ ভাই আৰু বাল্মীকিৰ শিষ্য বুলি পৰিচয় দিয়ে। ইপিনে লক্ষ্মণৰ পুত্ৰ চন্দ্ৰকেতুই অশ্বমেধ যজ্ঞৰ ঘোঁৰা লৈ তালৈ আহে। লৱই যজ্ঞৰ ঘোঁৰা অপহৰণ কৰে।

পঞ্চম অঙ্কত লৱই চন্দ্ৰকেতুৰ সৈন্যক পৰাস্ত কৰে। লৱৰ জৃম্ভকাস্ত্ৰ দেখি সুমন্ত্ৰই আচৰিত হয়। পিচত লৱ আৰু চন্দ্ৰকেতুৰ মাজত যুদ্ধ হয়।

ষষ্ঠ অঙ্কত বিমানত বিচৰণ কৰা বিদ্যাধৰ আৰু বিদ্যাধৰীৰ কথোপকথনৰপৰা জনা যায়—চন্দ্ৰকেতু আৰু লৱৰ যুদ্ধত আগ্নেয়, বাৰুণ আৰু বায়ব্য আদি অস্ত্ৰ ব্যৱহাৰ কৰা হৈছিল। পিচত ৰামৰ উপস্থিতিত যুদ্ধ বন্ধ হয়। লৱ, কুশ, চন্দ্ৰকেতু আৰু ৰামৰ যুদ্ধক্ষেত্ৰত পৰিচয় হয়। পিচত অৰুন্ধতী, বশিষ্ঠ, বাল্মীকি, জনক আৰু কৌশল্যা আদি ৰামৰ ওচৰলৈ আহে।

সপ্তম অঙ্কত 'গৰ্ভাঙ্ক' নামক এখন অবাস্তৱ নাটক যোজনা কৰি পূৰ্বৰ ছটা অঙ্কৰ সমগ্ৰ ঘটনা দেখুৱায়। গঙ্গাৰ তীৰত নাটকৰ অভিনয় দেখি সকলোৱে সীতাক প্ৰণাম কৰে আৰু লোকপাল তথা সপ্তৰ্ষি পুষ্পবৃষ্টি কৰে। ইয়াতে ৰাম, সীতা, লক্ষ্মণ, কুশ, লৱ, আৰু শত্ৰুঘ্ন আদি সকলোৱে মিলিত হয় আৰু সুখান্ত অৱস্থাত নাটকৰ সামৰণি পৰে।

উত্তৰৰামচৰিত ৰামায়ণৰ উত্তৰাৰ্দ্ধৰ আধাৰত ৰচিত। কিন্তু ৰচনাশৈলীত কবিৰ প্ৰতিভা ফুটি উঠিছে। বাল্মীকিৰ ৰামকথা দুঃখান্ত। কিন্তু ভৱভূতিয়ে

ইয়াক বেলেগ ৰূপত লোকানুৰঞ্জনকাৰী কৰি তুলিছে। চিত্ৰদৰ্শন, ৰামৰ দণ্ডকাৰণ্যলৈ পুনৰাগমন, বাসন্তীৰ বিলাপ, ছায়া সীতাৰ উদ্ভাৱনা আৰু সপ্তম অঙ্কত গৰ্ভাঙ্ক—এই সকলোবিলাক ভৱভূতিৰ স্বকীয় কল্পনা।

উত্তৰৰামচৰিতৰ পাত্ৰবোৰৰ চৰিত্ৰ আদৰ্শ, কৰ্তব্যনিষ্ঠা, পবিত্ৰতা, দৃঢ়তা, আত্মত্যাগ আৰু লোকপৰম্পৰাৰ দ্বাৰা অনুপ্ৰাণিত।

চতুৰ্থ তথা পঞ্চম অঙ্কত আৰু সম্পূৰ্ণ প্ৰত্যাভিজ্ঞান দৃশ্যত নাটকীয় সোৎপ্ৰাস (Dramatic Irony) ৰ সফলভাৱে প্ৰদৰ্শন কৰিছে। এইবোৰ বৈশিষ্ট্যৰ বাবে উত্তৰৰামচৰিত নাটকীয় সংবিধানৰ দৃষ্টিকোণৰপৰা এক সৰ্বাঙ্গীন কৃতি অপেক্ষা এক উৎকৃষ্ট কাব্যকৃতি।

**উত্তৰৰামচৰিতে ভৱভূতিৰ্বিশিষ্যতে**—সংস্কৃত সাহিত্যৰ সমালোচক-মণ্ডলীৰ মাজত এটা কিংবদন্তি প্ৰচলিত আছে। কিংবদন্তিমতে এবাৰ কোনোৱে কালিদাসক প্ৰশ্ন কৰিলে—নাটকৰ ক্ষেত্ৰত কালিদাস আৰু ভৱভূতিৰ ভিতৰত কোনো অধিক সফলতা লাভ কৰিছে? উত্তৰত কালিদাসে কলে—

'নাটকে ভৱভূতিৰ্বাবৰং বা বয়মেৱ বা।
উত্তৰ ৰামচৰিতে ভৱভূতিৰ্বিশিষ্যতে॥'

কালিদাস আৰু ভৱভূতিৰ কালক্ৰমৰ ফালৰপৰা এই কিংবদন্তিৰ মিল নাই। তথাপি সংস্কৃত সাহিত্যৰ মনীষীসকলে ভুয়োজনে মহাকবিৰ বিষয়ে উক্ত ধৰণে মানি লয়। এই ধাৰণাৰ যথাৰ্থতা সিদ্ধিৰ বাবে কেইটামান কথা আলোচনা কৰি চোৱা যাওক। কালিদাস সৰস্বতীদেৱীৰ সৌভাগ্যশালী বৰপুত্ৰ। সৰস্বতীৰ অনুকম্পা এওঁৰ ওপৰত স্বাভাৱিক। এওঁ আছিল বিক্ৰমাদিত্যৰ ৰাজসভাৰ নৱ-ৰত্নৰ ভিতৰত অন্যতম কবি। ৰাজকীয় বাতাবৰণত থকাহেতু কালিদাসে কোমল তথা ললিত বস্তুৰ প্ৰতি আকৃষ্ট। আনপিনে ভৱভূতি আছিল উপনিষদ আৰু দৰ্শনৰ পণ্ডিত, যাৰ ফলত এওঁৰ কবিতাত গাম্ভীৰ্য্যৰ উৎকৰ্ষ পোৱা যায়। জীৱিত-কালত ভৱভূতিয়ে তেওঁৰ কাব্যৰ স্বীকৃতি নাপালে। জীৱনৰ অধিককাল এওঁ বিষম পৰিস্থিতিৰ মাজত কটাব লগা হয়। পৰৱৰ্তীকালত তেওঁৰ লিখনিত বিশেষকৈ উত্তৰ ৰামচৰিতত যি বৈশিষ্ট্যতা আছে, সি সমালোচকসকলৰ দৃষ্টিত কালিদাসতকৈও ওপৰত স্থান পায়। ভৱভূতিৰ বৈশিষ্ট্যতা তেওঁৰ ৰচনা-শৈলীৰ বাহ্য আৰু আন্তৰিক পক্ষত দেখা যায়।

**বাহ্যপক্ষ:**

**প্ৰকৃতিবৰ্ণন**—প্ৰকৃতিৰ বাবে ভৱভূতিৰ মন অতি আগ্ৰহী। ভৱভূতিয়ে

প্ৰকৃতিৰ সৌম্যৰূপেই কেৱল বৰ্ণনা কৰা নাই, ৰৌদ্ৰৰূপটোও বৰ্ণনা কৰিছে। উত্তৰ ৰামচৰিতৰ দ্বিতীয় অঙ্কত ভৱভূতিয়ে প্ৰকৃতিৰ ৰৌদ্ৰ আৰু প্ৰভাবোৎপাদক ৰূপৰ স্বাভাৱিক চিত্ৰণ দাঙি ধৰিছে। দণ্ডকাৰণ্যৰ ভীষণতাৰ চিত্ৰণ অতি স্পষ্ট আৰু স্বাভাৱিক।

"নিষ্কূজস্তিমিতাঃ ক্বচিৎ ক্বচিদপি প্ৰোচ্চণ্ডসত্ত্বস্বনাঃ
স্বেচ্ছা-সুপ্তগভীৰভোগভুজগশ্বাস প্ৰদীপ্তাগ্নয়ঃ।
সীমানঃ প্ৰদৰোদৰেষু বিলসৎস্বল্পাম্ভসো যা স্বয়ং
তৃষ্যদ্ভিঃ প্ৰতিসূৰ্য্যকৈৰজগৰস্বেদদ্ৰবঃ পীয়তে ॥"

অৰ্থাৎ, "এই গভীৰ বন ক'ৰবাত নিৰ্জনতাৰ ছায়াৰে আবৃত। ক'ৰবাত হিংস্ৰ পশুৰ ঘোৰ গৰ্জন শুনিবলৈ পোৱা গৈছে। ক'ৰবাত ক'ৰবাত স্বেচ্ছাপূৰ্বক শুই থকা মুখেৰে ফোঁচ্ ফোঁচ্ শব্দ কৰা সাপৰ নিশ্বাসেৰে প্ৰজ্বলিত হৈ জুই লাগিছে। ক'ৰবাত গাঁতত অলপ পানী জিলমিলাই আছে। আকৌ, ক'ৰবাত তৃষ্ণাতুৰ হৈ পৰিথকা অজগৰৰ শৰীৰৰ ঘাম পান কৰি আছে।"

প্ৰকৃতিৰ সৌম্যৰূপো সুন্দৰভাৱে প্ৰকট কৰিছে। প্ৰকৃতিৰ ধীৰস্থিৰ প্ৰশান্ত আৰু মধুৰ দৃশ্যৰো বৰ্ণনা পোৱা যায়। এওঁ চকুৰে কমলবন কম্পিত কৰা মল্লিকাক্ষ হংস আৰু গছৰ ডালত নাচি থকা ময়ূৰৰ কোমল ভঙ্গিমা অবলোকন কৰিছিল।

এইদৰে দণ্ডকাৰণ্যত প্ৰকৃতিৰ 'স্নিগ্ধশ্যাম' আৰু 'ভীষণাভোগৰুক্ষ' দুয়োটা দেখে।

"স্নিগ্ধশ্যামাঃ কচিদপৰতো ভীষণাভোগৰুক্ষাঃ
স্থানে-স্থানে মুখৰককুভো ঝাঙ্কৃতিনিৰ্ঝৰাণাম্ ॥"

উত্তৰ ৰামচৰিতৰ এটা অঙ্কত কবিয়ে বৈ গৈ থকা পাহাৰী নিজৰাৰ এক ৰমণীয় দৃশ্য দাঙি ধৰিছে—

"ইহ সমদশকুন্তাক্ৰান্ত বাণীৰবীৰুৎ
প্ৰসভ সুৰভিশীতস্বচ্ছতোয়া বহন্তি।
ফলভৰ পৰিণাম শ্যামজম্বুনিকুঞ্জ
স্খলনমুখৰভূৰিস্ৰোতসো নিঝৰিণ্যঃ ॥"

অৰ্থাৎ, "জন্মস্থানৰ ঘনপূৰ্ণ জামগছৰ নিকুঞ্জৰ মাজেৰে নদী বৈ আহি আগুৱাই গৈ আছে। নদীবিলাকৰ কাষত গজালিমেলা বেতকুঞ্জত বহি সুমধুৰ কণ্ঠেৰে গোৱা চৰাইবিলাকে কিৰিলি পাৰি আছে। এই কুঞ্জবিলাকৰ ছায়া নিজৰাবিলাকৰ

পানীত পৰি আছে। এই শাৰবীবোৰ নাচি থকাত বেতৰ ফুলবোৰ নদীৰ শীতল আৰু স্বচ্ছ পানীত পৰি তাক সুগন্ধিত কৰি আছে। এই নদী যেতিয়া পকি কলা হোৱা জামগছৰ ফলৰ থোপাযুক্ত ঠালঠেঙুলিবে খুন্দা-খাই প্ৰবাহিত হয়, তেতিয়া সেইবোৰ বেলেগ বেলেগ ধাৰাৰে (সোঁতেৰে) মুখৰিত হৈ উঠে।"

উক্ত বৰ্ণনাত প্ৰাকৃতিক সুষমাৰ স্বাভাৱিক, সংশ্লিষ্ট আৰু বিম্বগ্ৰাহী চিত্ৰণ দেখা যায়।

ভৱভূতিৰ প্ৰকৃতিৰ বৰ্ণনাৰ এক বিশেষতা এই যে, ইয়াত অনাৱশ্যক অপ্ৰস্তুত বিধানৰ অভাৱ। এওঁৰ বৰ্ণনাত প্ৰকৃতি সশৰীৰ অৱতৰিত হয়। বনদেৱী, বাসন্তী, তমসা তথা মুৰলা আদি নদী প্ৰকৃতিৰ এনেকুৱা সজীৱ ৰূপ। ভৱভূতিয়ে নিৰ্জীৱ প্ৰকৃতিক সজীৱৰূপত অংকিত কৰি দুষ্কৰ কাৰ্য্য সম্পাদন কৰে। এওঁ উত্তৰ ৰামচৰিতৰ তৃতীয় অংকত মানৱী সীতাক ছায়াৰূপত দেখুৱাই এক অসাধাৰণ কাৰ্য্য সম্পাদন কৰে। উক্ত আটাইবোৰ কথাই ভৱভূতিৰ প্ৰকৃত প্ৰকৃতি ভক্তিৰ পৰিচয় দিয়ে। এওঁ প্ৰকৃতিৰ পশু-পক্ষী, গছ-লতা আদিক স্বজন হিচাপে আঁকোৱালি লয়। সেয়ে কবিয়ে কৈছে—

'যত্ৰ দ্ৰুমা অপি মৃগা অপি বান্ধবো মে।'

**যুদ্ধবৰ্ণন**—কালিদাস শৃঙ্গাৰ ৰসৰ কবি। এওঁৰ কাব্যত বীৰৰস কেতিয়াবা ব্যৱহাৰ হলেও ই অঙ্গৰূপেহে ব্যৱহাৰ হয়। মূলতঃ শৃঙ্গাৰ ৰস প্ৰকাশৰ বাবেহে এওঁ বীৰৰস ব্যৱহাৰ কৰিছে। কালিদাস শৃঙ্গাৰ ৰসপ্ৰিয় বাবে যুদ্ধৰ বৰ্ণনাত জোৰ দিয়া নাই। কিন্তু ভৱভূতিৰ যুদ্ধবৰ্ণন অতি চমৎকাৰ। এওঁ শাব্দী-ধ্বনিত নিপুণ। সেয়ে কৰ্ণগোচৰ হোৱা মাত্ৰকে যুদ্ধৰ ভয়াবহ দৃশ্য চকুত ভাহি উঠে।

শ্লোক পঢ়িলেই বীৰৰসৰ অনুভূতি হয়। 'ঝণঝ্ঠিত কঙ্কণ ক্বণিত কিঙ্কীটিকং ধনুঃ' আদি পঢ়িলেই ধনুত বাজি উঠা কিঙ্কিনীৰ শব্দ হঠাৎ কাণত পৰে। যুদ্ধ বৰ্ণন প্ৰসঙ্গত গৌড়ীৰ গাঢ়বন্ধন তথা শাব্দীধ্বনি আৰু সংঘৰ্ষময় বীৰাশ্ৰয় বৰ্ণন কলিদাসৰ লিখনিত বিচাৰিলেও পোৱা নাযায়।

### আন্তৰিক পক্ষ :

**প্ৰণয় চিত্ৰণ**—প্ৰেম চিত্ৰণত কালিদাসৰ অপেক্ষা ভৱভূতিৰ নিজস্ব বৈশিষ্ট্য আছে। কালিদাসৰ কাব্যত সাংসাৰিক বাসনাময় স্বাভাৱিক প্ৰেমৰ চিত্ৰ অংকিত কৰা দেখা যায়। দুষ্মন্ত আৰু শকুন্তলাৰ প্ৰেম বাসনামিশ্ৰিত উন্মুক্ত প্ৰেমৰ নিদৰ্শন। কিন্তু ভৱভূতিয়ে উত্তৰ ৰামচৰিতত উজ্জ্বল দাম্পত্য প্ৰেমৰ যি চিত্ৰ

দাঙি ধৰিছে ই সহজ স্বাভাৱিক আৰু প্ৰকৃত। প্ৰেমৰ বৰ্ণনাত ভৱভূতিয়ে কেতিয়াও কামুকতাৰ স্তৰত অৱতৰণ কৰা নাই। ভৱভূতিৰ পাত্ৰ সমাজ প্ৰেমৰ পক্ষপাতী নহয়, বৰং সমাজৰ দ্বাৰা অভিনন্দিত ধৰ্মানুযায়ী প্ৰেমৰ আদৰ্শৰ প্ৰতীক।

শৃঙ্গাৰৰ সংযোগ আৰু বিপ্ৰলম্ভ দুয়োটা পক্ষ ভৱভূতিয়ে অতি কৌশলেৰে চিত্ৰিত কৰিছে। এওঁৰ এই শৃঙ্গাৰ বৰ্ণন সকলো পিনৰপৰা মৰ্য্যাদিত আৰু আদৰ্শ-পূৰ্ণ। সেইবাবে ভৱভূতিক আদৰ্শময় প্ৰেমৰ সৰ্বোচ্চ কবি হিচাপে স্বীকৃতি দিয়া হৈছে। উত্তৰ ৰামচৰিতৰ প্ৰথম অঙ্কত শৃঙ্গাৰ চিত্ৰণ অতি মধুৰ, মৰ্য্যাদিত আৰু হৃদয়গ্ৰাহী। জনস্থানৰ মনোমোহা সৌন্দৰ্য্য দেখি ৰামৰ অতীতৰ স্মৃতি মনলৈ আহে আৰু ভাবিবলৈ ধৰে—

"কিমপি কিমপি মন্দং মন্দমাসত্তিযোগা
দবিৰলিত কপোলং জল্পতোৰক্ৰমেণ।
অতি শিথিল পৰিৰম্ভ ব্যাপৃতৈকৈকদোষ্ণো
ৰবিদিতগতযামা ৰাত্ৰিৰেৱ ব্যৰং সীৎ॥"

অৰ্থাৎ, "আহ! এইখনেই ঠাই, য'ত ৰাম আৰু সীতাই ৰাতি গালত গাল লগাই পৰস্পৰে পৰস্পৰৰ বাহুৰে গাঢ় আলিঙ্গন কৰি নানা অসংলগ্ন কথা পাতি প্ৰহৰৰ পিচত প্ৰহৰ কটাই গোটেই নিশা অতিবাহিত কৰিছিল। উজাগৰে ৰাতি পুৱাল, কিন্তু কথা হ'লে শেষ নহ'ল।"

ৰাম আৰু সীতাৰ প্ৰেম সমস্ত দাম্পত্য প্ৰেমৰ আদৰ্শৰ প্ৰতীক। কবিয়ে প্ৰকৃত প্ৰেমক দৈৱী বৰদান বুলি মানে। 'অদ্বৈতং সুখদুঃখয়োৰনুগতং সৰ্বাস্ববস্থাসু তং' আদি শ্লোকত ভৱভূতিৰ মতে প্ৰেমৰ জ্যোতি সুখৰ সমীৰত তথা দুঃখৰ ধুমুহাত সমানৰূপে জ্বলি উঠিছে।

ভৱভূতিয়ে দাম্পত্য প্ৰেমৰ যি উল্লেখ কৰিছে তাৰ কল্যাণময় পৰিণতি হৈছে সন্তান প্ৰাপ্তি। সন্তানেই পতি-পত্নীৰ স্নেহসিক্ত হৃদয়ক একসূত্ৰত বন্ধন কৰা আনন্দদায়ী গ্ৰন্থি।

'অন্তঃ কৰণতত্বস্য দাম্পত্যোঃ স্নেহসংশ্ৰয়াৎ।
আনন্দগ্ৰন্থিৰেকোঽয়মপত্যম্ ইতি কথ্যতে॥'

ভৱভূতিৰ এই প্ৰণয় বৰ্ণন ভাৰতীয় আদৰ্শৰ দ্বাৰা পৰিবেষ্টিত। ইয়াক আমি মাতা-পত্নী, ল'ৰা-ছোৱালী আটাইৰে আগত নিঃসংকোচে পঢ়িব পাৰো। ইয়াত সংযম, মৰ্য্যাদা পবিত্ৰতা আৰু জনকল্যাণকৰ উচ্চ আদৰ্শ সন্নিহিত।

**ভৱভূতিৰ কৰুণ ৰস ঃ**

অভিজ্ঞান শকুন্তলাৰ দৰে উত্তৰ ৰামচৰিত সংস্কৃত ভাষাৰ কণ্ঠহাৰ। অভিজ্ঞান শকুন্তলা নাটকৰ জনপ্ৰিয়তাৰ কাৰণ যিয়েই নহওঁক, কিন্তু উত্তৰ-ৰামচৰিতৰ ইমান লোকবিশ্ৰুতি আৰু প্ৰতিষ্ঠা লাভ কৰাৰ একমাত্ৰ কাৰণ হৈছে ইয়াৰ কাৰুণিক সৃষ্টি। কৰুণৰসপৰাই সাধাৰণতে কবিতা সৃষ্টি হোৱা দেখা যায়। সংস্কৃতৰ ক্ষেত্ৰত কবিতাময়ী ভাষাৰ প্ৰথম বৰদান কৰুণাময়ী বাণীয়েই দিয়ে আৰু ইয়াৰ কাৰণ আছিল ৰামকথা। সেইবাবে বাল্মীকিক আদি কবি বোলা হয়। তেওঁৰ ৰামায়ণ সংস্কৃত প্ৰেমিকৰ বাবে প্ৰেৰণাদায়িনী সৃষ্টি। কিন্তু ৰামৰ জীৱনৰ দুখময় কাহিনীৰ যি অংশ বাল্মীকি মুনিও চিত্ৰিত কৰিব পৰা নাই, ভৱভূতিয়ে তাক সম্পন্ন কৰে। কৰুণা, ব্যথা আৰু বিয়োগৰ দ্বাৰা আচ্ছন্ন ৰামৰ জীৱনৰ এই অংশ অতি মহত্ত্বপূৰ্ণ। উত্তৰ-ৰামচৰিত ইয়াৰ পৰিণাম।

ভৱভূতিয়ে কৰুণৰস প্ৰধান নাটক ৰচনা কৰি নাটকৰ প্ৰধান ৰস বীৰ বা শৃঙ্গাৰ হব লাগে—কাব্যাচাৰ্য্য আৰু নাট্যাচাৰ্য্যসকলৰ এই পৰম্পৰাগত ৰীতি উলঙ্ঘন কৰে। নাটক ৰচনাত ভৱভূতিৰ ই এটা অভিনৱ সৃষ্টি। পৰম্পৰাৰ উক্ত ৰুচিৰ সমৰ্থক কিছুমান লোকে কৰলৈ প্ৰয়াস কৰে যে উত্তৰ ৰামচৰিত শৃঙ্গাৰ ৰসৰ ৰচনা। কিন্তু তাক বহুতে মানি নলয়। কাৰণ দুখ আৰু কৰুণাৰ স্নেহশীল কোমলতাৰ ভিতৰত বৰ অন্তৰ।

নাটক ৰচনাত ভৱভূতিয়ে পৰম্পৰাৰ ৰুঢ়ি উলঙ্ঘন ভুলবশতঃ কৰা নাই, বৰং জানি-বুজিহে কৰিছে। তৃতীয় অঙ্কত কৰুণৰসৰ ব্যাখ্যা এইদৰে কৰিছে—

"একো ৰসঃ কৰুণ এৱ নিমিত্তভেদাৎ
ভিন্নঃ পৃথক্‌পৃথগিবাশ্ৰয়তে বিৱৰ্ত্তান্।
আৱৰ্ত্তবুদ্‌বুদ্‌তৰঙ্গময়ান বিকাৰান্
অম্ভো যথা সলিলমেৱ হি তৎসমগ্ৰম্॥"

অৰ্থাৎ, "কৰুণ ৰসেই মুখ্য ৰস। আন আঠবিধ ৰস ইয়াৰ প্ৰকাৰন্তৰ। যিদৰে এটা ৰূপত থকা স্থিৰ পানী অনেক প্ৰকাৰ আয়তন, বুদ্‌বুদ্ তথা তৰঙ্গৰ ৰূপত পৰিৱৰ্তিত হ'লেও তাৰ মূল অৱস্থা একেদৰে থাকে, ঠিক সেইদৰে এক কৰুণৰস অন্য বিভাবাদিৰ বাবে অনেক ৰসৰ ৰূপ ধাৰণ কৰিলেও নিজৰ মূলৰূপত এক হৈ থাকে।

করুণ ৰসৰ নিমিত্তে উত্তৰ ৰামচৰিত ৰচনা কৰা বুলি ভৱভূতিয়ে স্বীকাৰ কৰিছে, যি উক্ত শ্লোকত আন আটাইবোৰ ৰস করুণ ৰসৰ প্ৰকাৰন্তৰ বুলি কৈছে। তাৰ উদাহৰণ আমি উত্তৰ ৰামচৰিতৰ কথাবস্তুত দেখিবলৈ পাওঁ। এই করুণ ৰস সম্পূৰ্ণ কথাবস্তুৰ বীজ। ই আৰম্ভ, উন্নয়ন আৰু পৰ্য্যৱসান সকলোতে বিদ্যমান।

'উত্তৰ-ৰামচৰিতৰ' কথাৰ আৰম্ভ প্ৰথম অঙ্কৰ চিত্ৰদৰ্শনৰপৰাই আৰম্ভ হয়। এই চিত্ৰপট দেখি সীতা আৰু ৰাম এপিনে পঞ্চবটীক স্মৰণ কৰি বিগত জীৱনৰ পৰিতাপত দুখিত আৰু আনপিনে ৰাম পত্নীবিচ্ছেদৰ আশঙ্কাত ম্ৰিয়মাণ। পত্নীৰ অনিষ্ট সূচক প্ৰথম অঙ্কৰ এই দৃশ্য অতি দুখদায়ী। ইয়াৰ সংযোজনাত ভৱভূতিয়ে বস্তুতঃ বৰ কৌশল দেখুৱাইছে। কোলাত শুই থকা সীতাৰ প্ৰতি ৰামৰ হৃদয় হঠাৎ আশঙ্কিত হৈ উঠিছে "কিমস্যা ন প্ৰেয়ো যদি পৰমসহ্যস্তু বিৰহঃ"। অৰ্থাৎ, এওঁ প্ৰিয়তৰ নহয়, কিন্তু এওঁৰ বিয়োগ খুব অসহনীয়।

নাটকৰ প্ৰথম অঙ্কত, ৰাম-সীতাৰ ভৱিষ্যত জীৱনৰ বেদনা, পীড়া, পৰিতাপ আদিৰ ভূমিকা সংবদ্ধ কৰা হৈছে আৰু দ্বিতীয় অঙ্কৰপৰা এওঁলোকৰ জীৱনত ই ক্ৰিয়াত্মক ৰূপত দেখা দিছে। ৰামে দণ্ডকাৰণ্য আৰু পঞ্চবটীত প্ৰবেশ কৰিছে আৰু সম্মুখত সীতাৰ লগত চিৰদিনলৈ অনুভূত এই ঠাই দেখি অতীতৰ সকলো স্মৃতি ব্যথাযুক্ত হৈ ওলাই আহিছে—

"চিৰাদ্বেগাৰম্ভী প্ৰসৃত ইৱ তীব্ৰো বিষৰসঃ
কুতশ্চিৎসংবেগাৎপ্ৰচল ইৱ শল্যস্য শকলঃ।
ব্ৰণো ৰূঢ়গ্ৰন্থিঃ স্ফুটিত ইৱ হৃন্মৰ্মণি পুনঃ
ঘনীভূত, শোকো বিকলয়তি মাং মূৰ্চ্ছয়তি চ॥"

অৰ্থাৎ, "মোৰ এই ঘনীভূত শোক বহুদিনৰ পিছত আজি হঠাৎ জাগি উঠি মোৰ গোটেই শৰীৰত তীব্ৰ বিষয় নিচিনা চাৰিওপিনে বিয়পি পৰিছে। এনেকুৱা লাগিছে যেন মোৰ হৃদয়ত গঢ়ি উঠা শল্যক কোনোবাই জোৰেৰে গতা মাৰি ঢোৰ কৰি দিছে। মোৰ হৃদয়ৰ মৰ্মস্থলত যি ঘা ভৰি আছিল, জানিব পাৰিছো যে সি আজি বৰ জোৰেৰে শব্দ কৰি ফাটি গৈছে। এই মাৰাত্মক শোকে মোক আৰু ভয়াবহ কৰি তুলিছে। মই মূৰ্চ্ছিত হৈ পৰি আছো।"

পঞ্চবটীৰ গছ-লতা, পশু-পক্ষী, হৰিণ আদি সকলোৱে সীতাৰ সহচৰীৰ সাক্ষী। ইয়াকে দেখি সীতালৈ মনত পৰি ৰামৰ হৃদয়ৰ অন্তৰ্গূঢ় ব্যথা চকুৰ পানীৰূপত

যদি বাহিৰ হয় তেনেহলে তাত আশ্চৰ্য্যৰ কাৰণ কি? ফুলতকৈ কোমল দুঃখিতা সীতাৰ দুখত হাবিৰ পশু-পক্ষীবোৰেও চকুপানী টুকে। কবিৰ অন্তৰো কান্দি উঠে আৰু সংসাৰৰ মায়ামোহৰপৰা মুক্ত বাল্মীকি মুনিৰও চকুপানী ওলায়। তেনেস্থলত ৰামৰ হৃদয় কান্দি উঠা স্বাভাৱিক। পঞ্চৱটীৰ প্ৰত্যেক বস্তু আৰু প্ৰত্যেক দৃশ্যতে ৰামে সীতাকহে দেখা পায়। এই বস্তুবোৰৰ স্পৰ্শত, সাহচৰ্য্যত তথা দৰ্শনত ৰামে সীতাৰ স্পৰ্শ, সাহচৰ্য্য আৰু দৰ্শন অনুভৱ কৰে।

ভৱভূতিৰ কৰুণ ৰসৰ ই এক মনোবৈজ্ঞানিক পক্ষ। সেই কাৰণে ভৱভূতি কৰুণ ৰসৰ সৰ্বশ্ৰেষ্ঠ নাট্যকাৰ বুলি স্বীকৃতি লাভ কৰিছে। এনেকুৱা অনুভূতি, অভিব্যঞ্জনা আৰু জীৱন্তৰূপ ভৱভূতিৰ কৰুণ ৰসত দেখিবলৈ পোৱা যায়।

ইয়াৰ পিচত চতুৰ্থ অঙ্কৰ জনক তথা কৌশল্যাৰ বিলাপ অতি বেদনাদায়ক। পঞ্চম অঙ্কৰ লব আৰু চন্দ্ৰকেতুৰ যুদ্ধত সীতাৰ মনবেদনা অতি কৰুণাকৰ। ষষ্ঠ অঙ্কত লব-কুশৰ মুখমণ্ডলত সীতাৰ আকৃতি দেখি শোকাকুল ৰামৰ অৱস্থায়ো কৰুণ ৰসৰ সঞ্চাৰ কৰিছে। এই অঙ্কত, লব-কুশক দেখি ৰামৰ আসন্নগৰ্ভা সীতালৈ মনত পৰি শোক সাগৰত ডুব যায়।

ৰামে সীতাৰ লগত মিলন হবলৈ আতুৰ হৈ উঠে। তেওঁ সীতাক নেপাই প্ৰলাপ বকিবলৈ ধৰে—"হে সীতা তুমি ক'ত? তোমাৰ অনুসন্ধানৰ বাবে মোৰ সকলো উপায় বিফল হৈছে। সুগ্ৰীৱৰ মিত্ৰতা, বান্দৰসকলৰ পৰাক্ৰম, মহাবীৰ হনুমান তথা লক্ষ্মণৰ শক্তি আটাইবোৰে হাৰ মানিছে। মই তোমাক কেনেকৈ পাম?"

ভৱভূতিৰ কৰুণ ৰসযুক্ত এই বাণী অতি মাৰ্মিক আৰু প্ৰভাৱকাৰী। ই জড়ত চৈতন্য আৰু চেতনত জড়তা সঞ্চাৰ কৰিছে। 'জডনামপি চৈতন্যং ভৱভূতেৰভূদ্‌গিৰা।'

তেনেহলে য'ত পাথৰেও কান্দে আৰু বজ্ৰৰ হৃদয়ও বিগলিত হয়, তাত মানুহৰ তো কথাই নাই: 'অপি গ্ৰাবা ৰোদিত্যপি দলপি বজ্ৰস্য হৃদয়ম্।' সেয়েহে 'আৰ্য্যাসপ্তশতী'ৰ ৰচয়িতা গোবৰ্দ্ধনাচাৰ্য্যই কৈছে—

'ভৱভূতেঃ সম্বন্ধাৎ ভূধৰভূৰেৱ ভাৰতী ভাতি।
এতৎ কৃত কাৰুণ্যং কিমন্যথা ৰোদিতি গ্ৰাবা॥'

ৰামৰ কৰুণ ৰসৰ গম্ভীৰতা তথা মৰ্য্যাদা তৃতীয় অঙ্কত প্ৰকাশ পাইছে—

'অনিৰ্ভিন্নো গভীৰত্বাদন্তৰ্গূঢ়ঘনব্যথঃ
পুটপাক প্ৰতীকাশো ৰামস্য কৰুণো ৰসঃ॥'

ভৱভূতিয়ে সংস্কৃত সাহিত্যত কৰুণ ৰসৰ মন্দাকিনী বোৱাই ভাৰতভূমিক

চিৰদিন সিক্ত কৰি ৰাখিছে। সেয়ে কোৱা হয় যদি সংস্কৃত সাহিত্যত করুণ ৰসৰ অভিব্যঞ্জনা কৰাত কোনোবা সফল হৈছে তেনেহলে একমাত্র ভবভূতিয়েই 'কারুণ্যং ভবভূতিৰেব তনুতে'।

তদুপৰি ভবভূতিৰ কবিতাত ভাব আৰু ভাষাৰ অনুপম সামঞ্জস্য দেখা যায়। এওঁ অকল দীঘল সমাসযুক্ত ও গুণবিশিষ্ট পদ্য ৰচনা কৰাই নহয়, সমাসবিহীন লঘুকায় অনুষ্টুপৰ ৰচনাতো সিদ্ধহস্ত। ভবভূতিৰ ৰচনাৰ শব্দৰ অৰ্থও মন্ত্র কৰিবলগীয়া। অৱস্থা বিশেষে মানৱ হৃদয়ত যি যি ভাৱনাৰ জোৱাৰ উঠে তাক ভবভূতিয়ে যথোচিত ভাষাত বৰ্ণনা কৰিছে।

## বিশাখদত্ত

**পৰিচয়** —মুদ্রাৰাক্ষস নাটকৰ ৰচয়িতা বিশাখদত্ত। মুদ্রাৰাক্ষসৰ বিষয় হৈছে কূটনীতি বা ৰাজনীতি। মুদ্রাৰাক্ষসৰ প্রস্তাৱনাত পোৱা মতে বিশাখদত্তৰ পিতামহৰ নাম বটেশ্বৰ দত্ত বা বৎসৰাজ। পিতৃৰ নাম আছিল ভাস্কৰ দত্ত বা পৃথু। পৃথুৱে মহাৰাজ পদবী লাভ কৰে। বিশাখদত্ত ৰাজনীতি, দৰ্শন, ন্যায় তথা জ্যোতিষৰ বিচক্ষণ পণ্ডিত। ঐতিহাসিক গবেষণাৰ মতে এওঁৰ আবিৰ্ভাৱ কাল খ্রীষ্টীয় পাঁচ শতাব্দী।

নাটকৰ ভৰতবাক্যত মহাৰাজ চন্দ্রগুপ্তৰ উল্লেখ আছে। তাত কোৱা হৈছে —অতীতত পৃথিৱী প্রলয়সাগৰত ডুব যোৱাত তাক উদ্ধাৰ কৰিবলৈ ভগৱান বিষ্ণুৱে বৰাহৰূপ ধাৰণ কৰি পৃথিৱীক তাৰ দাঁতেৰে তুলি ধৰি ৰক্ষা কৰে। আকৌ, বৰ্তমান কালত পৃথিৱীত ম্লেচ্ছৰ অত্যাচাৰ বাঢ়ি যোৱাত ভগৱান বিষ্ণুৱে ৰাজমূৰ্তি ধাৰণ কৰি পৃথিৱীক ম্লেচ্ছৰ অত্যাচাৰৰপৰা ৰক্ষা কৰে। বিষ্ণুৰ এই ৰাজমূৰ্তিয়েই হ'ল মহাৰাজ চন্দ্রগুপ্ত। বিষ্ণুৰ ৰাজমূৰ্তি চন্দ্রগুপ্তই পৃথিৱীক চিৰকাল পালন কৰক, তেওঁৰ আত্মীয়স্বজন আৰু ভৃত্যসকলৰ শ্রীবৃদ্ধি সাধন হওঁক।

"বাৰাহীমাত্মযোনেস্তনুমৱনবিধাৱস্থিত স্যানুৰূপাং
যস্য প্রাগদন্তকোটিং প্রলয়পৰিগতা শিশ্রিয়ে ভূতধাত্রী।
ম্লেচ্ছৈৰুদ্বেজ্যমানা ভুজযুগমধুনা সংশ্রিতা ৰাজমূৰ্তেঃ
স শ্রীমদ্বন্ধুভৃত্যাচিৰমৱতু মহীং পাৰ্থিৱশ্চন্দ্রগুপ্তঃ॥"

( মুদ্রা, ৭ম অংক )

ইয়াৰপৰা অনুমান হয় চন্দ্রগুপ্ত বিশাখদত্তৰ পৃষ্ঠপোষক আছিল। গতিকে আমি ধৰি লব পাৰো যে বিশাখদত্তৰ আবিৰ্ভাৱ মহাৰাজ চন্দ্রগুপ্তৰ ৰাজত্ব কালত।

এই চন্দ্ৰগুপ্ত অৱশ্যে নাটকৰ নায়ক চন্দ্ৰগুপ্ত নহয়। বিশাখদত্তৰ পৃষ্ঠপোষক এই চন্দ্ৰগুপ্ত প্ৰকৃততে দ্বিতীয় চন্দ্ৰগুপ্ত (খ্ৰী. ৩৮০-৪১৩)। 'ষ্টেন কানো, এচ. শ্ৰীকণ্ঠ শাস্ত্ৰী আৰু ডঃ কাশীপ্ৰসাদ জয়সওয়ালে এই মত পোষণ কৰে।

দ্বিতীয় চন্দ্ৰগুপ্তৰ দিনত যিবিলাক বিদেশী শত্ৰুৱে ভাৰতবৰ্ষ আক্ৰমণ কৰিছিল, তেওঁলোকক নাটকত ম্লেচ্ছ বোলা হৈছে। উইলচনৰ মতে 'ম্লেচ্ছ' শব্দই পট্টন ৰজাসকলক বুজাইছে।

নাটকত বৰ্ণিত মগধৰ ৰাজধানী কুসুমপুৰ বা পাটলিপুত্ৰ সমৃদ্ধিৰ স্বৰ্ণযুগত পদাৰ্পণ কৰিছিল। নাটকখনৰ শেষৰ অঙ্কত বৌদ্ধধৰ্মৰ সম্পৰ্কে যিবোৰ কথা উল্লেখ আছে তাৰপৰা এইটো কথা সহজে অনুমান কৰিব পাৰি যে সেই সময়ত বৌদ্ধধৰ্মই উন্নতিৰ চৰম সীমাত উপনীত হৈছিল।

উইলচনৰ মতে বিশাখদত্ত দক্ষিণ ভাৰতৰ। পণ্ডিত কাশীনাথ ত্ৰ্যম্বক তৈলঙ্গৰ মতে বিশাখদত্ত উত্তৰ ভাৰতৰ। পিচত বহুত গবেষণা কৰি এওঁক উত্তৰ ভাৰতৰ বুলিয়েই স্থিৰ কৰা হৈছে।

**মুদ্ৰাৰাক্ষস**—বিশাখদত্তৰ প্ৰতিভা 'মুদ্ৰাৰাক্ষস' নাটকৰ মাজেৰেই প্ৰকাশ পায়। মুদ্ৰাৰাক্ষসৰ বাহিৰেও এওঁ 'দেবী চন্দ্ৰগুপ্ত' আৰু 'অভিসাৰিক বনচিত্তক বা অভিসাৰিক বনহিতক' নামৰ দুখন নাটক লিখে বুলি জনা যায়। দেবী চন্দ্ৰগুপ্তৰ বিষয়বস্তু চন্দ্ৰগুপ্তৰ প্ৰণয় কাহিনী। অভিসাৰিক বনহিতকখন বাসৱদত্তা, পদ্মাৱতী আৰু উদয়নৰ প্ৰণয় কাহিনীযুক্ত শৃঙ্গাৰ ৰসৰ নাটক।

মুদ্ৰাৰাক্ষসৰ প্ৰথম অঙ্কত নন্দবংশ বিনাশ কৰি ৰাক্ষসক নিজৰ বশলৈ আনিবৰ বাবে চাণক্য দৃঢ়প্ৰতিজ্ঞ। চাণক্যই ৰাক্ষসে চন্দ্ৰগুপ্তক মাৰিবলৈ পঠোৱা বিষকন্যাৰ দ্বাৰা পৰ্বতেশ্বৰক বধ কৰা বুলি মিছাকৈ প্ৰচাৰ কৰে। চাণক্যৰ গুপ্তচৰ ভাগুৰায়ণে ছদ্মবেশে ৰাক্ষসৰ বিশ্বাস ভাজন হৈ থাকে। ৰাক্ষসে নিজৰ পৰিয়ালবৰ্গক নিৰাপত্তাৰ বাবে বন্ধু চন্দনদাসৰ ঘৰত থয়। শকটদাস চন্দনদাসৰ লগত থাকে। এদিনাখন এজন ল'ৰাই চন্দনদাসৰ ঘৰৰ দুৱাৰমুখত ৰাক্ষসৰ মুদ্ৰা এটা পেলায়। নিপুণকে মুদ্ৰাটো মনে মনে নি চাণক্যক দিয়ে। চন্দনদাসক চাণক্যই ৰাক্ষসৰ পৰিয়ালবৰ্গক সমৰ্পণ কৰিব কয়। কিন্তু চন্দনদাস মান্তি নহ'ল। তেওঁ ৰাক্ষসৰ পৰিয়ালটোক চাণক্যৰ হাতত অৰ্পণ নকৰিলে। এই অপৰাধত অপৰাধী কৰি চন্দনদাসক ধৰি আনি কাৰাগাৰত বন্দী কৰি থলে। এই অঙ্কত চাণক্যই বুদ্ধি-কৌশল প্ৰয়োগ কৰি ৰাক্ষসক নিজৰ হাতলৈ আনিবলৈ যত্ন কৰে।

দ্বিতীয় অঙ্কত ৰাক্ষসে চাণক্যৰ অনিষ্ট সাধিবলৈ কৌশল প্ৰয়োগ কৰে। গুপ্তচৰ বিৰাধকৰপৰা ৰাক্ষসে জানিলে যে চন্দ্ৰগুপ্ত বধৰ সকলো ষড়যন্ত্ৰ চাণক্যই বিফল কৰি দিলে। ইয়াত ৰাক্ষসে আন এটা কৌশল অবলম্বন কৰে। তেওঁ চন্দ্ৰগুপ্তৰ বৈতালিকৰ পদত নিজৰ গুপ্তচৰ নিযুক্ত কৰে। তেওঁৰ উদ্দেশ্য আছিল যাতে বৈতালিকৰ প্ৰশস্তি শুনি চাণক্য আৰু চন্দ্ৰগুপ্তৰ কাজিয়া লাগে। চন্দ্ৰগুপ্ত চাণক্যৰ ওপৰত ৰুষ্ট হয়। এই কথা শুনি ৰাক্ষস নিজৰ কৌশলৰ সফলতাত আনন্দিত হয়।

তৃতীয় অঙ্কত চাণ্যকই অতি নীতিমত্তাৰ পৰিচয় দিয়ে। ৰাক্ষসৰ সকলোবোৰ কথাৰ গুপ্তসংবাদ চাণক্যই পাই থাকে। তেওঁ চন্দ্ৰগুপ্তক সকলো কথাৰ ৰহস্য জনায়। চাণক্য আৰু চন্দ্ৰগুপ্তই পৰস্পৰে পৰস্পৰৰ ব্যৱহাৰত ৰুষ্ট হোৱা ভাও জুৰে। চাণক্যই পাটলিপুত্ৰত চন্দ্ৰগুপ্তৰ আজ্ঞা অৱজ্ঞা কৰি কৌমুদী মহোৎসৱ পাতে। ফলত চন্দ্ৰগুপ্ত আৰু চাণক্যৰ মাজত মিছাকৈ বাহিৰত দেখুৱাৰ নিমিত্তে বাদ-বিবাদ হয়। সকলোৱে বিশ্বাস কৰিছিল চন্দ্ৰগুপ্তই চাণক্যক অৱহেলা কৰি সমস্ত ৰাজকীয় কাম নিজে কৰিছে। কিন্তু সেইবোৰ বাহ্যিকৰূপেহে দেখুৱাইছিল মাথোন।

চতুৰ্থ অঙ্কত ৰাক্ষসৰ কূটনীতিৰ অৱসান ঘটে। পুষ্পপুৰৰপৰা ভাগুৰায়ণ মলয়কেতুৰ ওচৰলৈ আহে। তেওঁ কয় যে ৰাক্ষসৰ পক্ষৰ মানুহৰ শত্ৰুতা বাস্তৱিকতে চাণক্যৰ লগতহে, চন্দ্ৰগুপ্তৰ লগত নহয়। এনেতে শকটাৰও পুষ্প-পুৰৰপৰা আহে। তেওঁ ৰাক্ষসক চাণক্য আৰু চন্দ্ৰগুপ্তৰ মাজত কাজিয়া লাগে বুলি জনায়। এই কথাত ৰাক্ষস আনন্দিত হয়। তেওঁ চন্দ্ৰগুপ্ত নিজৰ হাতৰ মুঠিলৈ অহা বুলি ভাবিলে। তেওঁ পাটলিপুত্ৰ আক্ৰমণ কৰিবলৈ চিন্তা কৰিলে।

পঞ্চম অঙ্কত অনেক ঘটনা একত্ৰিতে সংঘটিত হয়। জীৱসিদ্ধি ক্ষপণক পুষ্পপুৰলৈ যাবৰ নিমিত্তে ভাগুৰায়ণৰপৰা মুদ্ৰা নিবলৈ শিবিৰলৈ আহে। মলয়-কেতুই শিবিৰত দুয়োৰে বাৰ্তালাপ শুনে। জাল চিঠি আৰু আভূষণ লৈ শিবিৰৰ পৰা ওলাই যাবলৈ চেষ্টা কৰোতে সিদ্ধাৰ্থক ধৰা পেলায়। চিঠিখন ৰাক্ষসে চন্দ্ৰগুপ্তক দিয়া বুলি মলয়কেতুৰ ওচৰত তেওঁ কলে। মলয়কেতু নিৰাশ হ'ল আৰু ৰাক্ষসক বিশ্বাসঘাতক বুলি ভাবিলে। ৰাক্ষসে সেই সময়ত যি ভূষণ পিন্ধিছিল সেইবোৰ আছিল পৰ্বতেশ্বৰৰ। ৰাক্ষসে সেই ভূষণবোৰ পৰ্বতেশ্বৰৰ বুলি জানিছিল। সেইবোৰ চাণক্যৰ কোনো গুপ্তচৰে ৰাক্ষসৰ ওচৰত বিক্ৰী কৰিছিল। মলয়কেতুৰ

বিশ্বাস হ'ল যে পৰ্বতেশ্বৰক ৰাক্ষসে বধ কৰিছে। ফলত মলয়কেতু আৰু ৰাক্ষসৰ মাজত মনোমালিন্য হ'ল।

ষষ্ঠ অঙ্কত ৰাক্ষসে বন্ধু চন্দনদাসক ৰক্ষা কৰিব নোৱাৰা বাবে বিলাপ কৰিছে। এওঁ পাটলিপুত্ৰৰ এখন ভগ্ন উদ্যানত অকলে বহি নিজৰ অকৃতকাৰ্য্যতা আৰু দুৰ্ভাগ্যৰ কথা চিন্তা কৰি সন্তাপ কৰিছে। এনেতে চন্দ্ৰগুপ্তৰ এজন গুপ্তচৰ তালৈ আহি ডিঙিত চিপজৰি লগাই মৰিবলৈ যো-জা কৰে। ৰাক্ষসে তাক বাধা দি আত্মঘাতী হবলৈ ওলোৱা কাৰণ সোধাত চন্দ্ৰনদাসক ৰক্ষা কৰিব নোৱাৰাৰ দুখত সেই কাম কৰিবলৈ ওলোৱা বুলি কলে। সেই কথা শুনা মাত্ৰকে চন্দনদাসক ৰক্ষা কৰিবলৈ ৰাক্ষস দৌৰি গ'ল।

সপ্তম অঙ্কত চাণক্যৰ গুপ্তবেশধাৰী চণ্ডালে চন্দনদাসক শূলত দিবলৈ লৈ যায়। চন্দনদাসৰ পৰিয়ালবৰ্গই কান্দি কান্দি তেওঁক অনুসৰণ কৰে। এনেতে চাণক্য আৰু চন্দ্ৰগুপ্তই প্ৰৱেশ কৰে। চাণক্যই নিজৰ কূটনীতিৰ সমগ্ৰ বৃত্তান্ত ৰাক্ষসৰ ওচৰত প্ৰকাশ কৰে আৰু চন্দ্ৰগুপ্তৰ মন্ত্ৰী হবলৈ অনুৰোধ কৰে। এওঁৰ লগতে আন আন অপৰাধীকো মুক্তি দিয়া হয়। অৱশেষত ভৰতবাক্যেৰে নাটকৰ সামৰণি পৰে।

নাটকখনত মাধুৰ্য্য আৰু সৌন্দৰ্য্যৰ অভাৱ দেখা যায়। কৰুণ ৰস আৰু শৃঙ্গাৰ ৰসৰ অভাৱো ইয়াত পৰিলক্ষিত। নাটকখন বীৰৰস প্ৰধান। ইয়াৰ নায়ক চন্দ্ৰগুপ্ত ধীৰোদাত্ত। চন্দ্ৰগুপ্তৰ ৰাজ্যপ্ৰাপ্তি আৰু নন্দৰ মন্ত্ৰী ৰাক্ষসক চন্দ্ৰগুপ্তৰ মন্ত্ৰী হিচাপে লাভ কৰাই নাট্যকাৰৰ মূখ্য উদ্দেশ্য।

নাটকখনত মুখ্য চৰিত্ৰ হৈছে ৰাজনীতিজ্ঞ চাণক্য আৰু তেওঁৰ প্ৰতিদ্বন্দ্বী ৰাক্ষস। নাটকৰ নায়ক চন্দ্ৰগুপ্ত আৰু প্ৰতিনায়ক মলয়কেতু। ইয়াৰ বাহিৰেও চন্দনদাস, শকটদাস, ভাগুৰায়ণ আদিৰ নাম উল্লেখনীয়। চাণক্যৰ চৰিত্ৰত নিঃস্বাৰ্থতা প্ৰতীয়মান। এওঁ দূৰদৰ্শী, দৃঢ়প্ৰতিজ্ঞ, কূটনীতিবিশাৰদ আৰু ৰাজনীতিজ্ঞ পুৰুষ। ৰাক্ষসও এজন প্ৰৌঢ় ৰাজনীতিজ্ঞ। এওঁৰ চাণক্যৰ দৰে দৃঢ়-প্ৰতিজ্ঞ, স্থিৰমতি আৰু কাৰ্য্যনিষ্ঠ। ৰাক্ষসৰ চৰিত্ৰৰ ডাঙৰ বিশেষত্ব তেওঁৰ প্ৰগাঢ় স্বামীভক্তি। চন্দনদাসৰ চৰিত্ৰ বন্ধুত্বৰ উজ্জ্বল চানেকী। ধন-প্ৰাণ আদি সকলো জলাঞ্জলি দি তেওঁ শেষ মুহূৰ্তলৈ ৰাক্ষসক সহায় কৰে।

## ৰাজশেখৰ

'বালৰামায়ণ'ৰ প্ৰস্তাৱনাত পোৱা মতে ৰাজশেখৰ মহাৰাষ্ট্ৰৰ চূড়ামণি কবিৰ অকালজলদৰ নাতি আৰু দুৰ্দকৰ পুত্ৰ। মাকৰ নাম শীলৱতী। কিছুমান পণ্ডিতৰ

মতে ৰাজশেখৰ ব্ৰাহ্মণ আৰু কিছুমানৰ মতে ক্ষত্ৰিয় বংশজাত। ৰাজশেখৰৰ পত্নী অৱন্তিসুন্দৰী 'কৰ্পূৰমঞ্জৰী'ত পোৱামতে চৌহানবংশৰ ক্ষত্ৰিয়া নাৰী।

ৰাজশেখৰ যাযবৰ বংশৰ লোক। এওঁ আছিল প্ৰতিহাৰ বংশীয় ৰজা নিৰ্ভৰৰ শিক্ষাগুৰু। ৰাজশেখৰে নিজকে 'কবিৰাজ' বুলি আখ্যা দিছে। তাৰ কাৰণো উল্লেখ কৰিছে। 'কাব্যমীমাংসা'ৰ ছয় অধ্যায়ত কবিসকলৰ উত্তৰোত্তৰ শ্ৰেষ্ঠতা দহ শ্ৰেণীৰ উল্লেখ কৰিছে। যিয়ে এক ভাষাত মহান প্ৰবন্ধ ৰচনা কৰে তেওঁ মহা কবি। (যোঽন্যতম প্ৰবন্ধে প্ৰবীণঃ স মহাকবি)। সপ্তম শ্ৰেণীৰ কবিৰ সম্বন্ধে কৈছে—যি বেলেগ বেলেগ ভাষাত ভিন্ন ভিন্ন প্ৰবন্ধ আৰু স্বতন্ত্ৰতাপূৰ্বক ভিন্ন ভিন্ন ৰসত গ্ৰন্থ ৰচনা কৰিব পাৰে তেওঁ কবিৰাজ। ৰাজশেখৰ নৱম শতাব্দীৰ মধ্যভাগ বা শেষ ভাগৰ কবি।

**ৰচনাৱলী**—বালৰামায়ণৰ প্ৰস্তাৱনাত ছয়খন গ্ৰন্থৰ নাম উল্লেখ কৰিছে। কিন্তু বৰ্তমান এওঁৰ নামত কৰ্পূৰমঞ্জৰী, বিদ্ধশালভঞ্জিকা, বালৰামায়ণ, বালভাৰত (প্ৰচণ্ড পাণ্ডৱ) আৰু কাব্যমীমাংসা আদি গ্ৰন্থ কেইখনহে পোৱা গৈছে। কাব্যমীমাংসা অলংকাৰ শাস্ত্ৰৰ গ্ৰন্থ আৰু বাকী চাৰিখন নাটক। 'বালৰামায়ণ' আৰু 'বালভাৰত' যথাক্ৰমে ৰামায়ণ আৰু মহাভাৰতৰ আধাৰত ৰচিত। কাব্য-মীমাংসা এওঁৰ শেষ ৰচনা। হৰবিলাস নাট আৰু 'ভূৱনকোষ'খন এতিয়াও উদ্ধাৰ কৰিব পৰা নাই।

**কৰ্পূৰমঞ্জৰী**—কৰ্পূৰমঞ্জৰী ৰাজশেখৰৰ প্ৰথম আৰু সৰ্বোৎকৃষ্ট ৰচনা। ই চাৰিটা অঙ্কৰ নৃত্য প্ৰধান 'সট্টক'। এই নাটকখন ৰাজশেখৰ পত্নী অৱন্তীসুন্দৰীৰ অনুৰোধ ক্ৰমে ৰচনা কৰে।

নাটকখনৰ প্ৰথম অঙ্কত প্ৰস্তাৱনাৰ পিচত বসন্ত উৎসৱৰ আয়োজনত ৰজা চন্দ্ৰপাল, ৰাণী বিভ্ৰমলেখা, বিদূষক আৰু প্ৰধান পৰিচাৰিকা বিচক্ষণাৰ প্ৰৱেশ। বিদূষকে খং কৰি গুচি যায় আৰু ভৈৰৱানন্দ নামৰ সিদ্ধযোগী এজনৰ লগত পুনৰ উভটি আহে। যোগৰ বলত ভৈৰৱানন্দই ৰজাৰ আগত বিদৰ্ভৰ অনুপম সুন্দৰী ৰাজকুমাৰী কৰ্পূৰমঞ্জৰীক প্ৰদৰ্শন কৰে। ৰাজকুমাৰীৰ প্ৰতি ৰজা আসক্ত হয়। কৰ্পূৰমঞ্জৰী আছিল বিভ্ৰমলেখাৰ সম্বন্ধীয় ভনীয়েক। ৰাণীয়ে ভৈৰৱানন্দক কিছু দিনৰ বাবে কৰ্পূৰমঞ্জৰীক লৈ আহিব কয়।

দ্বিতীয় অঙ্কত কৰ্পূৰমঞ্জৰীয়ে ৰজাৰ প্ৰতি মোহিত হয়। বিচক্ষণাৰ জৰিয়তে ৰজাই সেই কথা গম পায়। বিদূষক আৰু বিচক্ষণাৰ মুখৰপৰা কৰ্পূৰমঞ্জৰীৰ

ৰূপ-লাৱণ্যৰ কথা ৰজাৰ কাণত পৰে। দোল চতুৰ্থীৰ দিনা ৰজাই গছৰ আঁৰত থাকি কৰ্পূৰমঞ্জৰীক জুমি চায়। ৰাণীৰ কথা মতে কৰ্পূৰমঞ্জৰীয়ে কুৰবক, তিলক আৰু অশোক গছক ক্ৰমে আলিঙ্গন কৰাত সেই গছবোৰ স্বতঃ বিকশিত হৈ উঠে। ইয়াক 'দোহদ-সংস্কাৰ' বোলে। ই কামিনীসকলৰ অনুপম ৰূপৱতী হোৱাৰ প্ৰমাণ।

তৃতীয় অংকত ৰজাই কৰ্পূৰমঞ্জৰীক সপোনত দেখাৰ কথা বিদূষকৰ আগত ব্যক্ত কৰে। বিদূষকেও এটা সপোন দেখা বুলি ৰজাক কলে। দুয়োৰে মাজত প্ৰণয় আৰু যৌবন সম্বন্ধীয় কথা-বতৰা হয়। এনেতে কুৰঙ্গিকাৰ লগত বিৰহ বিদগ্ধা কৰ্পূৰমঞ্জৰীও সেই পিনে আহে। সকলো আত্মীয়স্বজনক এৰি থৈ সুৰঙ্গেৰে তেওঁ বাহিৰলৈ ওলাই আহে। ৰজা আৰু কৰ্পূৰমঞ্জৰীৰ মাজত চন্দ্ৰোদয় পৰ্য্যন্ত আলিঙ্গন চুম্বন হয়। পিচত তেওঁলোকৰ প্ৰণয়ৰ কথা ৰাণীৰ কাণত পৰে।

চতুৰ্থ অংকত ৰজাক কামাতুৰ অৱস্থাত দেখা যায়। সাৰঙ্গিকাই ৰাণীৰপৰা এখন চিঠি লৈ ৰজাৰ ওচৰলৈ আহে। চিঠিত লিখা আছিল আজি ৰজাৰ বিবাহ হব। ৰজাই সাৰঙ্গিকাক এই ৰহস্যৰ কথা সোধে। উত্তৰত সাৰঙ্গিকাই কলে যে আজি মহাৰাণীয়ে ভৈৰৱানন্দ যোগীৰ ওচৰত দীক্ষা লৈছে। দীক্ষাৰ পিচত ৰাণীয়ে যোগীৰাজক দক্ষিণা দিবলৈ ইচ্ছা কৰাত লাট্দেশৰ ৰজা চন্দ্ৰসেনৰ কন্যা ধনসাৰমঞ্জৰীক ৰজালৈ বিয়া দিলেই দক্ষিণা দিয়া হব বুলি ভৈৰৱানন্দই কলে। সেই বাবে ৰাণীয়ে মহাৰাজক মতা বুলি সাৰঙ্গিকাই কলে। ৰাণীয়ে জনা নাছিল যে ধনসাৰমঞ্জৰীয়েই কৰ্পূৰমঞ্জৰী। বিয়াৰ পিচত এই ৰহস্যৰ উদ্ঘাটন হয়।

নাটকীয় সংবিধানৰ ফালৰপৰা ই এখন অসম্পূৰ্ণ নাটক। ৰজা চন্দ্ৰপাল ইয়াৰ ধীৰললিত নায়ক। কাৰণ এওঁৰ চৰিত্ৰ সৌন্দৰ্য্য, সঙ্গীত তথা প্ৰেমেৰে পৰিপূৰ্ণ। কৰ্পূৰমঞ্জৰী মুগ্ধা নায়িকা। ইয়াৰ আদ্যোপান্ত শৃঙ্গাৰ ৰসেৰে পৰিপূৰ্ণ। ঋতুবৰ্ণনা আৰু প্ৰাকৃত বৰ্ণনাত অতি হৃদয়গ্ৰাহী। ইয়াত বৈদৰ্ভী, মাগধী আৰু পাঞ্চালী তিনিওটা ৰীতিৰ সমন্বয় ঘটিছে। সেইবাবে নাটখন সৌন্দৰ্য্য, সৰুচি আৰু প্ৰণয় আদি অনেক কথাত বৰ উৎকৃষ্ট হৈছে। নাটকখনত বসন্ততিলক, শাৰ্দুল-বিক্ৰীড়িত আৰু স্ৰগ্ধৰা আদি দীঘল ছন্দৰ প্ৰয়োগ অতি সুন্দৰ।

নাটকৰ ভাষা শৌৰসেনী প্ৰাকৃত। ই কবিৰ প্ৰাকৃত প্ৰেমৰ উৎকৃষ্ট নিদৰ্শন। সংস্কৃত সাহিত্যত এইখনেই একমাত্ৰ-সম্পূৰ্ণ প্ৰাকৃত ভাষাত লিখা নাটক। সংস্কৃত নাটক পৰম্পৰাৰ ক্ষেত্ৰত ৰাজশেখৰৰ ই এক নতুন পদক্ষেপ। ৰস প্ৰয়োগৰ মূলতেই হৈছে তেওঁৰ পত্নী অৱন্তী-সুন্দৰীৰ প্ৰেৰণা।

পৰৱৰ্ত্তীকালত এই প্ৰাকৃত নাটকখনে অধিক লোকপ্ৰিয়তা লাভ কৰে। এই লোকপ্ৰিয়তাৰ মূল কাৰণ ইয়াৰ অভিনয় কৌশল, সুন্দৰ নৃত্য-গীতৰ সমাবেশ তথা জনসাধাৰণৰ ভাষা ব্যৱহাৰ। আন নাটকতকৈ ইয়াত হাস্যৰসৰ সুন্দৰ চিত্ৰণ দেখা যায়। তৃতীয় অঙ্কত বিদূষকৰ স্বপ্নবৰ্ণন আৰু মাজে মাজে কৰা উক্তি হাস্যপূৰ্ণ, বিনোদপ্ৰিয়, ৰুচিকৰ আৰু সজীৱ।

'কর্পূৰমঞ্জৰীৰ প্ৰস্তাৱনাত কুশীলৱৰ প্ৰৱেশ, ধ্ৰুবাগীত তথা বিচিত্ৰ বাদ্যৰ উল্লেখ আৰু চতুৰ্থ অঙ্কত, উল্লিখিত নৃত্যৰ দৃশ্যৰপৰা এওঁৰ অভিনেয়তা প্ৰমাণিত হয়। এইবিলাক বিশেষত্ব থকা সত্বেও 'কর্পূৰমঞ্জৰী' মঞ্চস্থ কৰাৰ বাবে উপযুক্ত নহয়।

**বিদ্ধশালভঞ্জিকা**—'বিদ্ধশালভঞ্জিকা' ৰাজশেখৰৰ দ্বিতীয় নাটক। ই চাৰিটা অঙ্কৰ সমষ্টি। এই নাটিকাখন 'মালবিকাগ্নিমিত্ৰ', ৰত্নাৱলী আৰু স্বপ্নবাসৱদত্তাৰ অৱলম্বনত লিখা। ইয়াত বিদ্যাধৰমল্ল নামৰ ৰাজকুমাৰ আৰু মৃগাঙ্কাৱলী তথা কুৱলয়মালা নামৰ দুজনী ৰাজকুমাৰীৰ প্ৰণয় কথা বৰ্ণিত আছে।

**বালৰামায়ণ**—বালৰামায়ণ দহটা অঙ্কৰ এখন নাটক। ইয়াক মহানাটক বুলিও অভিহিত কৰা হয়। নিৰ্ভয় ৰজাৰ আদেশ মতে ৰাজশেখৰে এই নাটকখন লিখে। ইয়াৰ কথাবস্তু সীতাৰ সয়ম্বৰৰপৰা আৰম্ভ কৰি লঙ্কাৰপৰা অযোধ্যালৈ ঘূৰি অহাত শেষ কৰিছে।

ৰাৱণৰ প্ৰেম অতি বিচিত্ৰৰূপত চিত্ৰিত কৰা আৰু গোটেই নাটকখনত ই প্ৰাধান্যতা লাভ কৰাটোৱেই নাটকখনৰ বিশেষ বৈশিষ্ট্য। পঞ্চম অঙ্কত সীতাৰ বিয়োগত ৰাৱণৰ ব্যঙ্গ ব্যথাৰ বৰ্ণনা কাল্পনিক। এই অংশ 'বিক্ৰমোৰ্বশীয়'ৰ পুৰুৰবাৰ দৃশ্যৰ দ্বাৰা প্ৰভাৱিত।

**বালভাৰত ( প্ৰচণ্ড পাণ্ডৱ )**—বালভাৰতৰ মাথোন দুটা অঙ্কহে পোৱা গৈছে। তাত দ্ৰৌপদীৰ স্বয়ম্বৰ, কৌৰৱ-পাণ্ডৱৰ পাশাখেল আৰু দ্ৰৌপদীৰ বস্ত্ৰহৰণ আদি বৰ্ণিত আছে।

**কবিত্ব-প্ৰতিভা**—কবিত্বৰ দৃষ্টিকোণৰপৰা নিৰীক্ষণ কৰিলে দেখা যায় ৰাজশেখৰৰ নাটকীয় গুণৰ অপেক্ষা কাব্যাত্মক গুণহে অধিক। এওঁৰ কবিতাত নাদ সৌন্দৰ্য্য বিদ্যমান। বৰ্ণনাত ৰস, ভাব আৰু ব্যঞ্জনাৰ সমাবেশ দেখা যায়। প্ৰকৃতি আৰু মানুহৰ মাজত ৰাগাত্মক সম্বন্ধ স্থাপন কৰাতো এওঁৰ কাব্যাত্মকতা অপূৰ্ব।

এওঁৰ কবিত্বত কলাত্মকতাও বিদ্যমান। কবিৰ প্ৰশংসনীয় ছন্দ কৌশল এই

দৃষ্টিকোণৰপৰা স্মৰণীয়। শাৰ্দুলবিক্ৰীড়িত আৰু স্রগ্ধৰা আদি দীঘল ছন্দক প্ৰাকৃত আৰু সংস্কৃত উভয়তে অতি নিপুণভাৱে প্ৰয়োগ কৰিছে। শাৰ্দুলবিক্ৰীড়িত ছন্দৰ এওঁ বিখ্যাত পণ্ডিত। সুবৃত্ততিলকত লিখা আছে—

'শাৰ্দুলক্ৰীড়িতৈৰেৱ প্ৰখ্যাতো ৰাজশেখৰঃ।
শিখৰীৱ পৰং বক্ৰৈঃ সোল্লেখৈকচ্ছশেখৰঃ॥'

পদ্যত নাটকৰ উপযুক্ত গীতাত্মকতাও ৰাজশেখৰৰ কবিত্ব-প্ৰতিভাৰ উজ্জ্বল চানেকী। এওঁৰ অনুপ্ৰাস প্ৰধান পদ্যত সুন্দৰ শব্দবিন্যাস দেখিবলৈ পোৱা যায়। লোকক্তিৰ প্ৰয়োগত ৰাজশেখৰ সুনিপুণ। নাটক ৰচনাৰ সময়ত ৰাজশেখৰে দৃষ্টি ৰাখিছিল জনসাধাৰণৰ ওপৰত। তৎকালীন সামাজিক জীৱনৰ সুন্দৰ চিত্ৰ নাটকৰ মাজেৰে কবিয়ে দাঙি ধৰিছে। কৃপাশঙ্কৰ শৰ্মাই ৰাজশেখৰৰ সম্বন্ধে এইদৰে মন্তব্য কৰিছে—সহৃদয়ৰ মন মুহিবপৰা সৰস সূক্তি আৰু জীৱন তৰুৰ মধুৰ ফল আস্বাদন কৰিবলৈ হলে ৰাজশেখৰ অমৃতবৰ্ষিণী কবিতা পঢ়া উচিত। ললিত পদ প্ৰয়োগেই কবিৰ ভাষা সৌষ্ঠৱতাৰ প্ৰমাণ।

এওঁৰ এই পদলালিত্য 'কৰ্পূৰমঞ্জৰী'ত বিশেষৰূপে ধ্বনিত হৈছে। সম্ভৱতঃ ইয়াৰ কাৰণ হৈছে প্ৰাকৃত ভাষাৰ স্বাভাৱিক মধুৰতা।

## ভট্টনাৰায়ণ

ভট্টনাৰায়ণৰ জীৱনচৰিত সম্বন্ধে বিশেষ জনা নাযায়। তথাপি কিংবদন্তিৰ পৰা জনা যায় এওঁ মূলতঃ কনৌজৰ নিবাসী। বঙ্গদেশৰ ৰজা আদিশূৰে বৈদিক ধৰ্মপ্ৰচাৰ তথা উদ্ধাৰৰ বাবে কনৌজৰপৰা নিজৰ দেশলৈ আমন্ত্ৰণ কৰে। এওঁৰ বংশৰ কুলীন ব্ৰাহ্মণ আজিও বঙ্গদেশত আছে।

বামনে কাব্যালংকাৰত বেণীসংহাৰৰ এটা পদৰ যুক্তিমত্তা প্ৰদৰ্শিত কৰিছে। 'পতিতং বেৎস্যসি ক্ষিতৌ'ত (বেণীসংহাৰত) বামনে 'বেৎস্যাত'ক দুটা পদত বিভক্ত কৰি সিদ্ধ কৰিবলৈ যত্ন কৰিছে। ইয়াৰপৰা প্ৰমাণ হয় ৮০০ খ্ৰীষ্টাব্দৰ পূৰ্বে নাটকখন ৰচিত হয়। আদিশূৰৰ সমসাময়িক হোৱাৰপৰাও এইটো ভট্টনাৰায়ণৰ আবিৰ্ভাৱ কাল বুলি প্ৰমাণিত হয়। ঐতিহাসিকসকলৰ মতে আদিশূৰ ৭১৫ খ্ৰীঃত গৌড়দেশৰ ৰজা হয়। ডঃ ষ্টেনকানোৰ মতে আদিশূৰ মগধ দেশৰ গুপ্তবংশীয় ৰজা আদিত্য সেন। কিন্তু এইটো তেওঁৰ কল্পনা মাত্ৰ। ভট্টনাৰায়ণৰ আবিৰ্ভাৱ

কাল সম্বন্ধে প্ৰামাণিক তথ্য আচাৰ্য্য দণ্ডীৰ গ্ৰন্থত উল্লিখিত শ্লোক এটাত পোৱা যায়। তাত ভট্টনাৰায়ণে তিনিখন কাব্য ৰচনা কৰাৰ কথা উল্লেখ আছে—

'ব্যাপ্তং পদত্ৰয়েণাপি যঃ শক্তো ভুৱনত্ৰয়ম্।
তস্য কাব্যত্ৰয়ব্যাপ্তৌ চিত্ৰং নাৰায়ণস্য কিম্॥'

উক্ত তথ্যসমূহৰপৰা এইটো সিদ্ধান্তত উপনীত হোৱা গৈছে যে ভট্টনাৰায়ণ অষ্টম শতাব্দীৰ পূৰ্বাৰ্দ্ধৰ লোক।

**ৰচনা**—আচাৰ্য্য দণ্ডীৰ পূৰ্বোক্ত শ্লোকৰ মতে ভট্টনাৰায়ণ যদিও তিনিখন গ্ৰন্থৰ ৰচক, বৰ্তমান এওঁৰ নামত 'বেণীসংহাৰ' নাটকখনহে মাথোন পোৱা গৈছে।

**বেণীসংহাৰ**—বেণীসংহাৰৰ কথানাক অংশ মহাভাৰতৰপৰা লোৱা। দ্ৰৌপদীয়ে নিজ অপমানৰ প্ৰতিশোধ নোলোৱা পৰ্য্যন্ত বেণী নাবান্ধো বুলি প্ৰতিজ্ঞা কৰে। কৌৰৱৰ সভাত দুঃশাসনে দ্ৰৌপদীৰ বস্ত্ৰহৰণ কৰি তেওঁক অপমান কৰে। এই অপমানৰ প্ৰতিকাৰ স্বৰূপে দ্ৰৌপদীয়ে উক্ত প্ৰতিজ্ঞা কৰে। মহাভাৰতৰ এই ঘটনা ভট্টনাৰায়ণে 'বেণীসংহাৰত' নিবদ্ধ কৰিছে।

নাটকীয় সংবিধানৰ দৃষ্টিকোণৰপৰা বেণীসংহাৰে এক শ্ৰেষ্ঠ ৰচনা বুলি স্বীকৃতি লাভ কৰিছে। কৌৰৱসকলে কৰা দ্ৰৌপদীৰ অপমানৰ প্ৰতিকাৰ কৰাই নাটকৰ উদ্দেশ্য। এই প্ৰতিকাৰেই ৰাজ্যপ্ৰাপ্তিৰো ফল। সেই উদ্দেশ্যে নাটকৰ প্ৰথম অঙ্কত 'মথ্যামস্তাৰ্ণবাম্ভঃ' তথা 'ক্ৰোধজ্যোতিৰিয়ং মহৎ কুৰুবনে যৌধিষ্ঠিৰং জৃম্ভতে' আদি পদ্যৰ দ্বাৰা যুধিষ্ঠিৰৰ ক্ৰোধৰূপী বীজ নিক্ষেপ কৰি 'মুখসন্ধি'ৰ যোজনা কৰিছে। দ্বিতীয় অঙ্কত যুধিষ্ঠিৰৰ ক্ৰোধৰূপী বীজ নানা ৰূপত প্ৰতিফলিত হৈ 'প্ৰতিমুখ সন্ধি'ৰ সূত্ৰপাত কৰি বিন্দুৰ ৰূপত প্ৰকাশ কৰিছে। ইয়াত নাট্যকাৰে ভীম বধৰ সূচনা দি শীঘ্ৰে যুধিষ্ঠিৰৰ হাতত সুয়োধনৰ মৃত্যুৰ সংকেত দিয়ে। নাটকৰ তৃতীয়, চতুৰ্থ আৰু পঞ্চম অঙ্কত 'গৰ্ভসন্ধি'ৰ বিস্তাৰ দেখুৱাইছে।

বাহিৰত যুদ্ধৰ যি বাতাৱৰণ চলিছে তেনেকুৱা সময়ত দুৰ্য্যোধন আৰু ভানুমতীৰ ৰাজঅন্তঃপুৰত প্ৰেমালাপ দেখুৱা সমীচীন হোৱা নাই। দুৰ্য্যোধনক উপস্থিত দুৰ্য্যোগৰপৰা পৰাঙ্মুখ দেখুৱাটো তেওঁৰ দুৰ্বলতাৰ পৰিচায়ক। মম্মটে ইয়াক 'অনুচিত ঠাইত ৰস নিবেশ'ৰ ( অকাণ্ডে প্ৰথনম্ৰ ) দোষপূৰ্ণ প্ৰসঙ্গ বুলি কৈছে।

চতুৰ্থ অঙ্কত সুন্দৰকৰ যুদ্ধভূমিৰ বৰ্ণনা কাব্যাত্মক হলেও নাটকীয় দৃষ্টিকোণৰ-পৰা ই উপযুক্ত নহয়। ষষ্ঠ অঙ্কত চাৰ্বাক-ৰাক্ষসৰ প্ৰসঙ্গৰ দ্বাৰা যুধিষ্ঠিৰৰ

অপমান ধ্বনিত হয়। এই প্ৰসঙ্গৰ কৰুণ ৰস অস্বাভাৱিক। নাট্যকাৰৰ শৈলী পৰিষ্কৃত নহয়। কৰুণ, বীৰ, ৰৌদ্ৰ আৰু ভয়ানক আদি ৰস কোনো কোনো ঠাইত অনাৱশ্যকভাৱে দেখুৱাইছে। ইয়াৰ বাহিৰেও নাটকৰ দীঘল দীঘল সমাস আৰু জটিল বাক্যবিন্যাস এক ঘটনা প্ৰধান নাটকৰ বাবে উপযুক্ত নহয়।

চৰিত্ৰ—বেণীসংহাৰৰ আটাইবোৰ চৰিত্ৰ ঐতিহাসিক। মহাভাৰতৰ এই ঐতিহাসিক-চৰিত্ৰবোৰক নাট্যকাৰে অধিক সজীৱ ৰূপত চিত্ৰিত কৰিছে। ভীম, দুৰ্য্যোধন, অশ্বত্থামা, যুধিষ্ঠিৰ আৰু শ্ৰীকৃষ্ণ প্ৰমুখ পুৰুষ চৰিত্ৰ আৰু দ্ৰৌপদী তথা ভানুমতী প্ৰমুখ স্ত্ৰী চৰিত্ৰ।

## অনঙ্গ হৰ্ষ

অনঙ্গ হৰ্ষৰ আন এটা নাম মাতৃৰাজ। এওঁ কোনোবা দেশৰ ৰজা আছিল। এওঁৰ পিতৃৰ নাম আছিল নৰেন্দ্ৰবৰ্ধন। ৰাজশেখৰৰ উক্তিমতে এওঁ চেদিদেশৰ কলচুৰি বংশীয় ৰজা। অনঙ্গ হৰ্ষৰ আবিৰ্ভাৱ কাল অষ্টম শতকৰ উত্তৰাৰ্দ্ধ।

'তাপস বৎসৰাজ' নাটকখন এওঁৰ ৰচিত। ই ছয়টা অঙ্কৰ সমষ্টি। ৰজা উদয়নে বাসৱদত্তাৰ শোকত আকুল হৈ প্ৰয়াগত আত্মহত্যা কৰিবলৈ যায়। পিছে অনেক যুক্তি দেখুৱাই তেওঁক ঘুৰাই অনা হয়। শেষত পদ্মাৱতীৰ লগত তেওঁৰ বিবাহ হয়। বৎসৰাজ-বিষয়ক নাটকসমূহৰ ভিতৰত এই নাটখনৰ স্থান অতি মহত্ত্বপূৰ্ণ। বাৰ্লিন লাইব্ৰেৰীত মাথোন ইয়াৰ এটা নকল পোৱা গৈছে।

নাটকখনত সৰল তথা সুবোধ ভাষাৰ প্ৰয়োগ দেখা যায়। শাৰ্দুল-বিক্ৰীড়িত ছন্দৰ বহুল তথা ৰুচিকৰ প্ৰয়োগ নাটকখনৰ এক বৈশিষ্ট্যতা।

## মুৰাৰি

অনৰ্ঘৰাঘৱ নাটকৰ ৰচক মুৰাৰি। এওঁ মৌদগল্য গোত্ৰীয় শ্ৰীবৰ্দ্ধমানক তথা তন্তুমতীদেৱীৰ পুত্ৰ। এওঁৰ আবিৰ্ভাৱ কাল অষ্টম শতকৰ উত্তৰাৰ্দ্ধ। ডঃ কীথে এওঁৰ 'মহিস্মতী'ৰ ( নৰ্মদাৰ পাৰত অৱস্থিত মান্ধাতাৰ ) নিবাসী কোনোবা ৰজাৰ সভাপণ্ডিত বুলি কৈছে। নাটকৰ এক প্ৰসঙ্গৰপৰা জনা যায়, এওঁ বাল-বাল্মীকি উপাধিৰে সন্মানিত হৈছিল।

এওঁৰ নাটক 'অনৰ্ঘৰাঘৱ' সাত অঙ্কৰ সমষ্টি। প্ৰস্তাৱনাত সূত্ৰধাৰে কৈছে— ৰৌদ্ৰ, বীভৎস, ভয়ানক তথা অদ্ভুত ৰসযুক্ত নাটকৰ অভিনয় দেখি দৰ্শকমণ্ডলী উদ্বিগ্ন হয়। সেয়ে এওঁ 'অভিমত ৰস'যুক্ত নাটকৰ অভিনয় প্ৰদৰ্শন কৰিবলৈ

ইচ্ছুক। এওঁ ভবভূতিৰ মহাবীৰ চৰিত্ৰৰ আধাৰত 'অনৰ্ঘৰাঘৱ' ৰচনা কৰে। নাটকীয় সংবিধানৰ দৃষ্টিকোণৰপৰা নাটকখনে সফলতা লাভ কৰিবপৰা নাই।

## জয়দেৱ

জয়দেৱে 'প্ৰসন্নৰাঘৱ' নাটকখন ৰচনা কৰে। নাটকখনত ৰামায়ণৰ কথা অতি চমৎকাৰভাৱে অঙ্কিত কৰা হৈছে। ই সাত অঙ্কৰ নাটক। প্ৰসাদময়ী কবিতাৰ বাবে নাটকৰ নাম 'প্ৰসন্নৰাঘৱ' উপযুক্ত হৈছে। নাটকখন মধুৰ আৰু গীতবহুল।

জয়দেৱৰ পিতৃৰ নাম সুমিত্ৰ আৰু মাতৃৰ নাম মহাদেৱী। জয়দেৱ অকল নাট্যকাৰেই নহয়; এওঁ এজন ন্যায়শাস্ত্ৰবিদ আৰু আলঙ্কাৰিক। বিশ্বনাথ কবিৰাজে 'সাহিত্যদৰ্পণ'ত জয়দেৱৰ তলত দিয়া শ্লোকটো ধ্বনিৰ উদাহৰণস্বৰূপে উদ্ধৃত কৰিছে—

'কদলী কদলী কৰভঃ কৰভঃ কৰিৰাজকঃ কৰিৰাজকঃ।
ভুৱনত্ৰিতয়েঽপি বিভৰ্তি তুলামিদমূৰীযুগং ন চমূৰুদৃশঃ॥'

ইয়াৰপৰা জয়দেৱৰ আবিৰ্ভাৱ কাল চতুৰ্দশ শতক বুলি অনুমান হয়।

## ক্ষেমিশ্বৰ

ক্ষেমিশ্বৰ ৰাজশেখৰৰ সমকালীন। এওঁ আছিল কনৌজৰ ৰজা মহীপালৰ ৰাজসভাৰ সভাপণ্ডিত। এওঁ দুখন নাটক ৰচনা কৰে। চণ্ডকৌশিক আৰু নৈষধানন্দ। ইয়াৰ ভিতৰত চণ্ডকৌশিকখন বিশেষ প্ৰসিদ্ধ। সত্য হৰিশ্চন্দ্ৰৰ জীৱন চৰিত নাটক ৰূপত ৰূপায়িত কৰা হৈছে। ই পাঁচটা অঙ্কৰ নাটক।

**বিলহন**—কৰ্ণসুন্দৰী নাটিকাৰ ৰচক বিলহন। আনহিলবাদৰ ৰজা কামদেৱ ত্ৰৈলোক্যমল্লৰ কৰ্ণটৰ ৰাজকুমাৰী মিয়নল্লাদেৱীৰ বিবাহেই নাটিকাৰ কথাবস্তু।

**ৰামচন্দ্ৰ** ( ১১০০-৭৫ )—ৰামচন্দ্ৰ জৈন পণ্ডিত হেমচন্দৰ শিষ্য আৰু গুজৰাটৰ ৰজা সিদ্ধুকুমাৰ পাল আৰু অজয় পালৰ সমসাময়িক। 'নলবিলাস', নিৰ্ভয়-ভীমব্যায়োগ, হৰিশ্চন্দ্ৰ এই তিনিখন এওঁৰ অতি ৰমণীয় নাটক। 'কৌমুদী মিত্ৰানন্দ' দহ অঙ্কৰ এখন সুদীৰ্ঘ প্ৰকৰণ।

**জয়সিংহ সূৰি** ( ১২২৫ )—'হম্মীৰ-মদ-মৰ্দন' এওঁৰ একমাত্ৰ নাটক। ইয়াত গুজৰাটৰ ৰজা হম্মীৰৰ ওপৰত মুছলমানৰ আক্ৰমণ, ৰজাৰ দুৰ্দশা, ৰজা বীৰধৱল আৰু তেওঁৰ মন্ত্ৰী বস্তুপালৰ কথা বৰ্ণিত আছে।

**ৰবিবৰ্মা**—ৰবিবৰ্মাৰ আবিৰ্ভাৱ কাল ১৩ শতাব্দীৰ উত্তৰাৰ্দ্ধ। এওঁ-

'প্ৰদ্যুম্নাভ্যুদয়' নামৰ পাঁচ অঙ্কৰ এখন নাটক ৰচনা কৰে। ৰবিবৰ্মা কেৰেলাৰ অন্তৰ্গত 'কোলম্বপুৰ'ৰ ৰজা। এওঁ পৰম বৈষ্ণব। ৰবিবৰ্মা আছিল এজন সুগায়ক, কবি তথা আলংকাৰিক।

**বামনভট্টবাণ**—এওঁ দক্ষিণ ভাৰতৰ নিবাসী। আবিৰ্ভাৱ কাল প্ৰায় ১৪২০ শক। 'পাৰ্বতী-পৰিণয়' এওঁৰ এখন পাঁচ অঙ্কৰ নাটক।

ইয়াত শিব-পাৰ্বতীৰ বিবাহৰ কথা বৰ্ণনা কৰা আছে। 'শৃঙ্গাৰভূষণ' ভাণ এওঁৰ প্ৰচলিত ভাণ। কবি-সাৰ্বভৌম, সাহিত্যচূড়ামণি আদি উপাধিৰপৰা এওঁৰ অসীম পাণ্ডিত্যৰ পৰিচয় পোৱা যায়।

**মহাদেৱ**—মহাদেৱ ৰামচন্দ্ৰ দীক্ষিতৰ সমসাময়িক কবি। এওঁ দাক্ষিণাত্যৰ নিবাসী। মহাদেৱৰ আবিৰ্ভাৱ কাল ১৭ শতাব্দীৰ উত্তৰাৰ্দ্ধ। এওঁৰ ৰচিত নাটকখনৰ নাম অদ্ভুতদৰ্পন'। ইয়াৰ বিষয়বস্তু ৰামৰ কাহিনী। অঙ্গদৰ যুদ্ধৰপৰা আৰম্ভ কৰি ৰামৰ ৰাজ্যাভিষেকলৈকে ইয়াত বৰ্ণনা কৰা আছে।

**শক্তিভদ্ৰ**—কেৰেলাৰ নিবাসী শক্তিভদ্ৰই 'আশ্চৰ্য্যচূড়ামণি' নাটক ৰচনা কৰে। বহুতে এওঁক 'তপতীসম্বৰণ'ৰ ৰচক কুলশেখৰ বৰ্মাতকৈ আগৰ বুলি কব খোজে। সেইদিনৰপৰা এওঁৰ আবিৰ্ভাৱ কাল দশম শতাব্দী। 'আশ্চৰ্য্য-চূড়ামণি' সাতটা অঙ্কৰ নাটক। ইয়াত ৰামৰ চৰিত্ৰ নাটকীয় ৰূপত দেখুৱা হৈছে। কিন্তু কবিয়ে ৰসক মুখ্য হিচাপে লৈ নাটকখন প্ৰণয়ন কৰিছে। এওঁৰ গ্ৰন্থত কালিদাসৰ প্ৰভাৱ যথেষ্টৰূপে পৰিছে। নাটকখনৰ ভাষা অতি সৰল, সুবোধগম্য আৰু সৰস।

**হনুমান্নাটক**—চৈধ্যটা অঙ্কৰ এখন মহানাটক। এই মহানাটকখনৰ সংস্কৰণ কাল একাদশ শতাব্দীৰ মাজভাগ। ইয়াৰ দুটা সংস্কৰণ পোৱা যায়। প্ৰথম সংস্কৰণ মধুসূদন মিশ্ৰ বিৰচিত নটা অঙ্কৰ নাটক আৰু দ্বিতীয় সংস্কৰণ দামোদৰ মিশ্ৰ বিৰচিত চৈধ্যতা অঙ্কৰ নাটক। অধিক অঙ্ক থকা হেতু নাটকখনক মহানাটক বোলা হৈছে। নাটকখন নান্দীশ্লোক, প্ৰস্তাৱনা আৰু প্ৰাকৃত ভাষাহীন। মহাকবি কালিদাসৰ গ্ৰন্থৰ কিছুমান বাক্যহে ইয়াত পোৱা যায়।

**কৌমুদী মহোৎসৱ**—ইয়াৰ নাট্যকাৰ প্ৰকৃততে কোন তাক এতিয়াও জনা নাই। কোনোমতে বিজ্জকা নামৰ এজনী স্ত্ৰী কবিয়ে ইয়াক ৰচনা কৰে। ই পাঁচটা অঙ্কৰ নাটক। এই নাটকখন পাটলিপুত্ৰৰ ৰজা দেৱ কল্যাণবৰ্মাৰ নতুনকৈ ৰাজ্যপ্ৰাপ্তি উপলক্ষ্যে কৰা হৈছিল।

## ৰূপকৰ শ্ৰেণী বিভাগ

ভাণ—প্ৰাচীনতাৰ দৃষ্টিকোণৰপৰা ভাণে এক মহত্বপূৰ্ণ স্থান অধিকাৰ কৰি আছে। বিশ্বনাথ কবিৰাজৰ মতে ধূৰ্ত্ত, বিটৰ চৰিত্ৰৰ লগত যুক্ত অনেক ঘটনা, নিপুণ বিট, সম্বোধন উক্তি-প্ৰত্যুক্তি আৰু আকাশভাষিত বিজ্ঞপ্তি, যি বীৰ তথা শৃঙ্গাৰ ৰস প্ৰধান, মুখ্য কথা কল্পিত, বৃত্তি ভাৰতী বা কৌশিকী, য'ত মুখ্য তথা নিৰ্বহন সন্ধি বিদ্যমান সেই ৰচনাক ভাণ বোলা হয়। ভাণবিলাক একাংকী। ইয়াত ভাব, ভাষা আৰু ঘটনা চক্ৰৰ সাৰ্বলীল গতিৰ শ্ৰেষ্ঠতা দেখা যায়। বৰৰুচি, ঈশ্বৰদত্ত, শ্যামলিক আৰু শূদ্ৰকে ভাণ ৰচনা কৰে।

প্ৰায় খ্ৰী: পূ: ৩০০ ত বৰৰুচিয়ে 'উভয়াভিসাৰিকা', ৫০০ খ্ৰীঃত শূদ্ৰকে 'পদ্ম-প্ৰাভৃতক', ৮০০ খ্ৰীঃত শ্যামলিকে 'পাদতাড়িত' আৰু ১১০০ খ্ৰীঃত ঈশ্বৰদত্তই 'ধূৰ্ত্ত-বিট-সংবাদ' ভাণ লিখে। এই ভাণজাতীয় দৃশ্যকাব্য চাৰিখনক একেলগে চতুৰ্ভাণী বোলা হয়। প্ৰত্যেকখনেই একাঙ্কিকা আৰু নাটকীয় একোক্তি। এই ভাণসমূহৰ সাহিত্যিক মূল্য বিশেষ পৰিলক্ষিত নহয়। অৱশ্যে সমাজৰ বাস্তৱ চিত্ৰ উপস্থাপনৰ ক্ষেত্ৰত ভাণসমূহে সফলতা লাভ কৰিছে। এই ভাণসমূহ শৃঙ্গাৰ-ৰসাত্মক। অশ্লীলতাৰ সমাবেশো ইয়াত কম নহয়। ব্যঙ্গ আৰু হাস্যৰস ইয়াৰ মূল সাহিত্যিক গুণ।

ভাণসমূহ ভৰতৰ নাট্যশাস্ত্ৰ ৰচনাৰ পিচত আৰু ভাসৰ আবিৰ্ভাৱ কালৰ পূৰ্বে ৰচিত। কোনো কোনোৰ মতে এইবোৰ গুপ্তযুগত ৰচিত। ডঃ মোতিচন্দ্ৰৰ মতে ভাণসমূহ চতুৰ্থ শতাব্দীৰ শেষাৰ্ধৰপৰা পঞ্চম শতাব্দীৰ প্ৰথমাৰ্ধত ৰচিত। ভাণসমূহত তৎকালীন নগৰীয়া জীৱনৰ বিলাস-ব্যসনৰ অপৰিহাৰ্য সৃষ্টি বাৰবনিতাক কেন্দ্ৰ কৰি এই ভাণসমূহৰ বিষয়-বস্তু গঢ়ি উঠিছে। তদুপৰি সেই সময়ৰ আচাৰ-আচৰণ, ভাস্কৰ্য, স্থাপত্য, নৃত্য-গীত, চিত্ৰ-কলা, বিলাস-ব্যসন, বেশভূষা আদিৰ চিত্ৰও ভাণসমূহত সুন্দৰৰূপে চিত্ৰিত হোৱা দেখা যায়। ১২ শতাব্দীত বৎসৰাজে 'কৰ্পূৰচৰিত' ভাণ লিখে। ইয়াৰ উপৰিও ১৩ শতাব্দীত কাশীপতি কবিৰাজে 'মুকুন্দানন্দ', ১৬শতাব্দীত বামণভট্টবাণে শৃঙ্গাৰভূষণ, শ্ৰীকৃষ্ণ চৈতন্যৰ শিষ্য ৰূপগোস্বামী 'দানকেলি কৌমুদী', ১৭ শতাব্দীত গুৰুৰামে 'মদনগোপাল বিলাস', ৰাজচূড়ামণি দীক্ষিতে 'শৃঙ্গাৰ তিলক', ৰামচন্দ্ৰ দীক্ষিতে 'শৃঙ্গাৰ তিলক', নল্লকবি 'শৃঙ্গাৰ-সৰ্বস্ব', ৰৰদাচাৰ্য্যই 'বসন্ততিলক ভাণ', তাঞ্জোৰৰ ৰজা তুকোজীৰ মন্ত্ৰী ঘনশ্যামে বিভিন্ন বিষয়ৰ ওপৰত প্ৰায় এশ গ্ৰন্থ লিখে। এওঁ 'মদনসঞ্জীৱন' (ভাণ)

আৰু 'নৱগ্ৰহচৰিত'ও (সট্টক) লিখে। ঊনৈশ শতাব্দীত কোটিলিংগপুৰৰ ৰাজকুমাৰে 'ৰসসদন' ভাণ লিখে।

প্ৰহসন—সংস্কৃত প্ৰহসনবোৰৰ লোকপ্ৰিয়তা অতি বেছি। ইয়াত কোনো কোনো ঠাইত অশ্লীলতা থাকিলেও চাৰ্বাক, জৈন, বৌদ্ধ, কাপালিক আদি বেদবিৰোধীসকলৰ প্ৰতি ইয়াত যি আক্ষেপ কৰা হৈছে ই অতি মাৰ্মিক।

ভাণৰদৰে সন্ধি সংধ্যঙ্গ, লস্যাঙ্গ আৰু অঙ্কৰ দ্বাৰা সম্পাদিত নিন্দনীয় পুৰুষৰ কবি কল্পিত বৃত্তান্তক প্ৰহসন বোলা হয়।

প্ৰহসন কেবা প্ৰকাৰৰ। য'ত তপস্বী, সন্যাসী, ব্ৰাহ্মণ আদিৰপৰা কোনো দৃষ্ট নায়ক হ'লে সি শুদ্ধ প্ৰহসন। বেশ্যা, চেট, নপুংসক আদিৰ য'ত আশ্ৰয় সি সঙ্কীৰ্ণ প্ৰহসন আৰু কুঞ্চুকী, তাপস, কামুক, বন্দী আদিৰ য'ত অনুকৰণ হয় সি বিকৃত প্ৰহসন।

খ্ৰীষ্টীয় প্ৰথম আৰু দ্বিতীয় শতাব্দীৰ ভিতৰত লিখা বোধায়ণৰ 'ভগবদজ্জুক' আটাইতকৈ প্ৰাচীন প্ৰহসন। পল্লৱৰ ৰজা মহেন্দ্ৰ বিক্ৰমণৰ এক শিলালিপিত 'মৰ্ত্তবিলাস' প্ৰহসনৰ লগত উক্ত প্ৰহসনৰ উল্লেখ থকা বাবে কিছুমানে ইয়াক মহেন্দ্ৰ বিক্ৰমণৰ ৰচনা বুলি ভাবে।

খ্ৰীষ্টীয় সাত শতাব্দীৰ পূৰ্বাৰ্দ্ধত পল্লৱৰাজ সিংহবিষ্ণুৰ পুত্ৰ প্ৰথম মহেন্দ্ৰ বিক্ৰমনে 'মত্তবিলাস' নামে এখন প্ৰহসন ৰচনা কৰে। খ্ৰীঃ ১২ শতাব্দীৰ আৰম্ভণিত শঙ্খধৰ কবিৰাজে 'লটকমেলকম্' নামে এখন সুন্দৰ প্ৰহসন লিখে। সেইদৰে জ্যোতিৰীশ্বৰ কবিয়ে ১৪ শতাব্দীত 'ধূৰ্ত্তসমাগম', কবি তাৰ্কিকে ১৭ শতাব্দীত 'কৌতুক ৰত্নাকৰ', সামৰাজ দীক্ষিতে 'ধূৰ্ত্তনৰ্ত্তক', ১৮ শতাব্দীত তাঞ্জোৰৰ ৰজা তুকোজীৰ মন্ত্ৰী ঘনশ্যামে 'ডমৰুক' আৰু জগদীশে 'হাস্যাৰ্ণৱ' তথা গোপীনাথ চক্ৰৱৰ্তী 'কৌতুকসৰ্বস্ব' লিখে।

## একাংকী

সংস্কৃত সাহিত্যত এটা অঙ্কৰ নাটক ৰূপক আৰু উপৰূপক দুয়োটাতে পোৱা যায়। ৰূপকত ব্যায়োগ, উৎসৃষ্টাংক, ভাণ, বীথি আৰু প্ৰহসন পূৰ্ণৰূপে আৰু উপৰূপকত নাট্যৰাসক, ৰাসক, গোষ্ঠী, উল্লাপ্য, কাব্য, শ্ৰীগদিত, বিলাসিকা তথা প্ৰেংখন আদি কিছু হীন-দেৰী হলেও একাংকী। এক অঙ্কত সমাপ্ত হোৱা এই ৰূপক উপৰূপকত সংস্কৃত কাব্য শাস্ত্ৰজ্ঞসকলে অনেক শ্ৰেণীত বিভাজিত কৰিছে।

ডঃ কীথৰ মতে এক অঙ্কত শেষ হোৱা এই নাটকবোৰক একাংকী নাটক (One Act Play) বোলে।

কবি ভাস্কৰে 'উন্মত্তৰাঘৱ' নামৰ এখন নাটক ৰচনা কৰে। ই 'বিক্রমোর্বশীয়'ৰ চতুর্থ অঙ্কৰ আধাৰত ৰচিত। ১৪ শতাব্দীৰ পূর্বভাগত বিজয়নগৰৰ দ্বিতীয় হৰিহৰৰ পুত্র বিৰুপাক্ষই 'উন্মত্তৰাঘৱ' নামৰ এখন একাংকী নাটক লিখে। ইয়াতো বিক্রমোর্বশীয় নাটকৰ চতুর্থ অঙ্কৰ প্রভাৱ পৰা দেখা যায়।

ব্যায়োগ—ব্যায়োগ ৰচনাত ভাস ৰচিত মধ্যমব্যায়োগ দূতবাক্য, দূত-ঘটোৎকচ, কর্ণভাৰ আৰু উৰুভঙ্গ আদি উল্লেখযোগ্য। কনকাচার্য্যৰ (১২০০ খ্রীঃৰ) 'ধনঞ্জয় বিজয়', ৰামচন্দ্র কবিৰ (১৩০০ খ্রীৰ) 'নির্ভয়ভীম', প্রহ্লাদদেৱৰ 'পৰার্থ পৰাক্রম', বৎসৰাজৰ 'কিৰাতাৰ্জুনীয়', বিশ্বনাথৰ 'সৌগন্ধিকা-হৰণ' কোনোবা অজ্ঞাত পণ্ডিতৰ 'ধনঞ্জয়বিজয়', মোক্ষাদিত্যৰ 'ভীমবিক্রম' আদি উল্লেখনীয় ব্যায়োগ।

ৰূপকৰ অপ্রচলিত শ্রেণী—ৰূপকৰ এই শ্রেণীত নাটক, প্রকৰণ, ভাণ, প্রহসন আৰু ব্যায়োগৰ ওপৰত অনেক গ্রন্থ ৰচনা কৰা হৈছে আৰু লোকসমাজত সমাদৰ লাভ কৰিছে। ইয়াৰ বাহিৰে ডিম, সমৱকাৰ বীথি আৰু ঈহামৃগ—এই পাঁচ শ্রেণীৰ প্রচলন বহুত কম। ৰূপকৰ এই আটাইবোৰ অপ্রচলিত শ্রেণীত বৎসৰাজে একোখনকৈ গ্রন্থ ৰচনা কৰি নিজ পাণ্ডিত্যৰ পৰিচয় দিছে।

**বৎসৰাজৰ ৰচনাৱলী :**

(১) **কর্পূৰচৰিত** (ভাণ)—নীলকণ্ঠৰ যাত্রা মহোৎসৱত এই ভাণখন 'পৰমল'ৰ আজ্ঞামতে মঞ্চস্থ কৰা হৈছিল। ইয়াত এজন জুৱাৰীৰ জুৱাখেল তথা বেশ্যাৰ লগত তাৰ প্রণয়লীলাৰ মনোহৰ বর্ণনা আছে।

(২) **হাস্যচূড়ামণি** (প্রহসন)—এই প্রহসনখন এক অঙ্কৰ। ধার্মিক কর্ম ত্যাগ কৰি লৌকিক কার্য্যৰ অনুৰক্তিক লক্ষ কৰি এই প্রহসনখন ৰচনা কৰে।

(৩) **ত্রিপুৰদাহ** (ডিম)—এইখন ডিম চাৰিটা অঙ্কৰ। কথাভাগ পুৰাণৰ-পৰা লোৱা। ভগৱান শংকৰে ত্রিপুৰ অসুৰক কেনেকৈ বিনাশ কৰে তাৰেই সাঙ্গো-পাঙ্গ বর্ণনা ইয়াত কৰিছে। ইয়াত ৰৌদ্র ৰসৰ পৰিপাক পূর্ণৰূপে বিদ্যমান। ইয়াৰ বাহিৰেও ঘনশ্যাম ৰচিত ডিম, বেঙ্কটবর্য্যৰ 'কৃষ্ণবিজয়', ৰামকবিকৃত 'মন্মথোন্মথন' আদি উল্লেখযোগ্য ডিম।

(৪) **কিৰাতাৰ্জুনীয়** (ব্যায়োগ)—এক অঙ্কত ৰচিত। এই একাঙ্কী ৰূপকত অর্জুন আৰু শিৱৰ যুদ্ধ বর্ণনা কৰিছে। 'প্রহ্লাদন দেৱ' ৰচিত 'পার্থ-পৰাক্রম'

কিৰাতাৰ্জুনীয়ৰ্তকৈও প্ৰাচীন ব্যায়োগ। ইয়াৰ ৰচক চন্দ্ৰাৱতীৰ (যোধপুৰ) পৰমাৰ ৰজা ধাৰাবৰ্ষৰ ভ্ৰাতৃ। প্ৰহ্লাদন দেৱৰ আবিৰ্ভাৱ কাল ১১৬২-১২০৯ খ্ৰীঃ। 'পাৰ্থ-পৰাক্ৰম' এখন লোকপ্ৰিয় ব্যায়োগ। ইয়াত অৰ্জুনে বিৰাট ৰজাৰ গৰুবোৰ কৌৰৱৰ হাতৰপৰা লৈ অহা কাহিনীয়েই 'পাৰ্থ-পৰাক্ৰম'ৰ কথাবস্তু। কাঞ্চনাচাৰ্য্যৰ 'ধনঞ্জয় বিজয়', ৰামচন্দ্ৰৰ নিৰ্ভয়ভীম, বিশ্বনাথৰ সৌগন্ধিকাহৰণ আদি উল্লেখযোগ্য ব্যায়োগ।

(৫) সমুদ্ৰ-মথন (সমৱকাৰ)—ই তিনিটা অঙ্কৰ সমৱকাৰ। ইয়াত সমুদ্ৰ-মথনৰ বৃত্তান্ত অতি বিস্তৃতভাৱে বৰ্ণনা কৰা আছে।

(৬) মাধৱী (বীথি)—এই ৰূপক শৃঙ্গাৰ ৰস আৰু কৌশিকী বৃত্তি প্ৰধান। ইয়াত এটা বা দুটা চৰিত্ৰ থাকে। 'মাধৱী' বীথিখন এতিয়াও অপ্ৰকাশিত।

(৭) শৰ্মিষ্ঠাযযাতি (অঙ্ক)—অঙ্কৰ কথানক অংশ পুৰাণ আৰু ইতিহাসৰ-পৰা লোৱা হয়। ই করুণ ৰস প্ৰধান। ইয়াত বাস্তৱ যুদ্ধৰ বৰ্ণনা কৰা নহয়, মাথোন বাক্-যুদ্ধহে দেখুৱা হয়। 'শৰ্মিষ্ঠাযযাতি' নামৰ ৰূপকখন এতিয়াও পোৱা হোৱা নাই। ভাস্কৰ কবিৰ 'উন্মত্তৰাঘৱ' অঙ্কখন পোৱা গৈছে। কিন্তু ইয়াৰ ৰচনাকাল এতিয়াও নিৰ্ণয় হোৱা নাই।

(৮) ৰুক্মিণী-পৰিণয় (ঈহামৃগ)—বৎসৰাজৰ 'ৰুক্মিণী-পৰিণয়' তিনি অঙ্কৰ ৰূপক। ইয়াত কৃষ্ণৰ লগত শিশুপাল তথা ৰুক্মিণীৰ সংঘৰ্ষ তথা চলপূৰ্বক যুদ্ধ বন্ধ কৰাৰ বৰ্ণনা আছে।

কাব্য দৃষ্টিকোণৰপৰা বৎসৰাজৰ এই ৰূপকসমূহ অতি সুন্দৰ। ভাষা সহজ সৰল আৰু লালিত্যময়ী। শ্লোকসমূহপ্ৰসাদ গুণযুক্ত।

## ছায়া নাটক

নাট্যগ্ৰন্থত ৰূপকৰ ভেদত 'ছায়া নাটকৰ' উল্লেখ নাই। কিন্তু বাস্তৱিকতে ছায়া নাটক ৰচনা হৈছিল অতি প্ৰাচীন কালতেই। ছায়া নাটকৰ বৈশিষ্ট্য এই যে, ইয়াৰ চৰিত্ৰবোৰ ৰঙ্গমঞ্চত দেখা নিদিয়ে, মাথোন চৰিত্ৰবোৰৰ ছায়া পুতুলাৰ দ্বাৰা পৰ্দাৰ ওপৰত ঘূৰিফুৰা দেখুৱায়। ডঃ পিশলৰ মতে ছায়া নাটক নাটকৰ প্ৰাচীন তথা আদিম ৰূপ। কবি সুভটৰ 'দূতাঙ্গদ'য়েই ইয়াৰ প্ৰমাণ। এই নাটকখন ১২৪৩ খ্ৰীঃত চালুক্য ৰজা ত্ৰিভুবন পালৰ ৰাজসভাত মঞ্চস্থ কৰা হৈছিল। এতেকে সুভটৰ সময় ১৩শ শতাব্দী।

প্ৰেফেচৰ লুডৰ্চৰ মতে ছায়া নাটকৰূপৰ। সংস্কৃত নাটকৰ উৎপত্তি। তেওঁ কীথে ছায়া নাটকৰ অস্তিত্ব স্বীকাৰ কৰে। কিন্তু তেওঁৰ মতে ছায়া নাটকৰ উৎপত্তি নাটকৰ পিছত।

১৫শ শতাব্দীত ব্যাস শ্ৰীৰামদেৱে 'সুভদ্ৰা পৰিণয়', ৰামাভ্যুদয় আৰু পাণ্ডৱাভ্যুদয় নাটক ৰচনা কৰে। ইয়াতে সুভদ্ৰা পৰিণয় নাটকখন সুভটৰ শৈলীৰ ওপৰত লিখা ছায়া নাটক। ছায়া নাটকবোৰ ৰামায়ণ আৰু মহাভাৰতৰ কাহিনীৰ ওপৰত ভিত্তি কৰি ৰচিত।

## প্ৰতীকাত্মক বা ভাবাত্মক নাটক

সংস্কৃত সাহিত্যত এক প্ৰকাৰ নতুন ৰূপক পোৱা যায়। ইয়াত শ্ৰদ্ধা, ভক্তি আদি অমূৰ্ত পদাৰ্থবোৰ নাটকীয় চৰিত্ৰ। ক'ৰবাত অমূৰ্ত পদাৰ্থক মূৰ্ত-কল্পনা আৰু ক'ৰবাত মূৰ্ত-অমূৰ্তৰ মিশ্ৰণ দেখা যায়। ইয়াত চৰিত্ৰসমূহ অমূৰ্ত পদাৰ্থৰ প্ৰতীক হোৱা বাবে ইয়াক 'প্ৰতীক নাটক' বোলা হয়।

এতিয়া প্ৰশ্ন হ'ল এই নাটকৰ উৎপত্তি কেতিয়া? ইয়াৰ যথাযথ উত্তৰ দিয়া সম্ভৱপৰ নহয়। এই প্ৰতীকাত্মক শৈলীৰ নাটক আধাৰভূমি কালিদাসোত্তৰ কবি-সকলৰ ৰচনাত পোৱা যায়। অশ্বঘোষৰ 'শাৰিপুত্ৰ-প্ৰকৰণ' প্ৰতীকাত্ম নাটকৰ নিদৰ্শন। এই নাটকখনত বুদ্ধি, কীৰ্তি, বৃত্তি আদি চৰিত্ৰসমূহে ৰঙ্গমঞ্চত প্ৰৱেশ কৰি বাৰ্তালাপ কৰে।

১১শ শতাব্দীৰ মধ্যভাগত কৃষ্ণমিশ্ৰই 'প্ৰবোধচন্দ্ৰোদয়' নামৰ সুপ্ৰসিদ্ধ। প্ৰতীকাত্মক নাটক লিখে। কৃষ্ণমিশ্ৰৰ এই নাটকখনে সংস্কৃত সাহিত্যত এক নৱনাট্যধাৰা প্ৰৱৰ্তন কৰে। পৰৱৰ্তীকালৰ নাট্যকাৰসকলে এই নাটকখনৰ ৰচনা-শৈলীৰ অনুকৰণত অনেক প্ৰতীকাত্মক নাটক ৰচনা কৰে। এই নাটকখনত অদ্বৈত বেদান্ত তথা বিষ্ণুভক্তিৰ মিলন অতি সুন্দৰভাৱে দেখুৱা হৈছে। ৰজাই মোহৰ পিঞ্জৰাত বান্ধ খোৱাৰ ফলত পুৰুষে নিজৰ সংস্বৰূপ জ্ঞানৰূপৰা বঞ্চিত হয়। বিবেকৰ দ্বাৰা যেতিয়া মোহ পৰাজয় হয় তেতিয়া পুৰুষে শাশ্বত জ্ঞান লাভ কৰে। বিবেক পূৰ্বক উপনিষদ অধ্যয়ন কৰাত আৰু বিষ্ণুভক্তিৰ আশ্ৰয় লোৱাত জ্ঞানৰূপ চন্দ্ৰমাৰ উদয় হয়। নাটকখনৰ চৰিত্ৰবোৰত সজীৱতা বিৰাজমান। দ্বিতীয় অঙ্কত, দম্ভ আৰু অহঙ্কাৰৰ কথোপকথন অতি হাস্যোৎপাদক। অদ্বৈত বেদান্ত তথা বৈষ্ণৱ ধৰ্মৰ সমন্বয় এই নাটকখনৰ বিশেষ বিশেষত্ব।

**যশোপাল**—চালুক্যৰাজ কুমাৰপালৰ উত্তৰাধিকাৰী অজয়পালৰ মন্ত্ৰী যশোপালে 'মোহৰাজ পৰাজয়' নাটক ৰচনা কৰে। এই নাটকখন ১২২৯ খ্ৰীষ্টাব্দৰ পৰা ১২৩২ খ্ৰীষ্টাব্দৰ ভিতৰত ৰচিত। আচাৰ্য্য হেমচন্দ্ৰৰ প্ৰভাৱত ৰজা কুমাৰপালে জৈন ধৰ্মত দীক্ষিত হোৱা ঘটনাই নাটকৰ মুখ্য ঘটনা। কলা শিল্পৰ ফালৰপৰা ই প্ৰবোধচন্দ্ৰোদয়তকৈ তলখাপৰ। মহাবীৰৰ উৎসৱত কুমাৰবিহাৰত পোনপ্ৰথমে এই নাটকখন অভিনীত কৰা হয়।

**বেদান্ত দেশিক**—বেদান্ত দেশিকৰ 'সংকল্প সূৰ্য্যোদয়' এখন প্ৰসিদ্ধ প্ৰতীক নাটক। বিশিষ্ট দ্বৈতবাদৰ সমৰ্থক বেদান্ত দেশিকৰ আবিৰ্ভাৱ কাল ১৩শ শতাব্দী। দহটা অঙ্কত ৰচিত এওঁৰ 'সংকল্প সূৰ্য্যোদয়'ৰ বিষয়বস্তু হৈছে—মোহৰ পৰাজয় তথা বিবেকৰ উদয়। ইয়াৰ শান্তৰস হৈছে চিত্তৰ খেদ দূৰ কৰি প্ৰকৃত আনন্দ দিব পৰা একমাত্ৰ ৰস।

প্ৰতীকাত্মক শৈলীৰ ওপৰত ১৫৭৯ খ্ৰীষ্টাব্দত কবি কৰ্ণপূৰে 'চৈতন্যচন্দ্ৰোদয়' নামৰ এখন নাটক লিখে। এই নাটকখনত প্ৰতীকাত্মকতাৰ লগত পৌৰাণিক পণ আৰু চাৰিত্ৰিক প্ৰধানতাও বিদ্যমান। ১৬শ শতাব্দীত গোকুল নামে 'অমৃতোদয়' আৰু বক্ষখেট শ্ৰীনিবাসে 'ভাৱনাপুৰুষোত্তম' ৰচনা কৰে। ১৮শ শতাব্দীত তাঞ্জোৰৰ ৰজা শাহীৰায় শৰভাজীৰ প্ৰধান মন্ত্ৰী আনন্দৰায় মখী বিদ্যাপৰিণয়ন আৰু জীৱানন্দন নামে দুখন প্ৰতীক নাটক লিখে। আনন্দৰায় মখী 'বেদকবি' নামে জনাজাত। এওঁ আছিল শৈৱ আৰু সৰস্বতীৰ উপাসক। এওঁৰ নাটক বিদ্যাপৰিণয় এখন সাত অঙ্কৰ নাটক। ইয়াত কবিয়ে অদ্বৈত বেদান্তৰ লগত শৃঙ্গাৰ ৰসৰ মঞ্জুল সামঞ্জস্য দেখুৱাইছে। নাটকখনৰ প্ৰধান উদ্দেশ্য হৈছে—শিৱভক্তিৰ দ্বাৰা মোক্ষ প্ৰাপ্তি। 'জীৱানন্দন'খনো সাত অঙ্কৰ নাটক। ইয়াত গলগণ্ড, পাণ্ডু, উন্মাদ, কুষ্ঠ, গুল্ম, কৰ্ণমূল আদি ৰোগৰ তত্ত্বও ৰূপকেৰে প্ৰকাশ কৰে।

ভূদেৱ শুক্লই ১৬২৫ খ্ৰীষ্টাব্দত পাঁচ অঙ্কৰ 'ধৰ্মবিজয়' ৰূপক নাটক লিখে। ১৭৩৮ খ্ৰীষ্টাব্দত কবি সামৰাজ দীক্ষিতে চৈতন্যচন্দ্ৰোদয়ৰ কথাত্মকতাৰ আধাৰত 'শ্ৰীৰাম-চৰিত' নাটক লিখে।

প্ৰতীক নাটকৰ অনুৰূপ 'মৰেলিটি' নামৰ নাটক মধ্যযুগত ইউৰোপতো প্ৰচলন আছিল। এই নাটকবোৰৰ উদ্দেশ্য আছিল ৰঙ্গমঞ্চত কল্পিত চৰিত্ৰবোৰ উত্থাপন কৰি দাৰ্শনিক তথা ধাৰ্মিক তত্ত্ব সমাজৰ মাজত প্ৰচাৰ কৰা। বিজ্ঞান যুগৰ আৰম্ভণিৰ লগে লগে ইউৰোপত এনেকুৱা নাটকৰ সমাদৰ কমি আহে। কিন্তু ভাৰতবৰ্ষত জনসাধাৰণৰ মনোৰঞ্জনৰ বাবে বহু শতাব্দী ধৰি ই চলি আহিছে।

চতুৰ্দ্দশ অধ্যায়

# বৌদ্ধ-সাহিত্য

## পালি-সাহিত্য

পালি-সাহিত্যৰ ৰচনা তথাগতৰপৰা আৰম্ভ কৰি বৰ্তমানলৈকে অবিচ্ছিন্ন গতিত প্ৰৱাহিত হৈ আছিছে। শ্ৰীভৰত সিংহই পালি-সাহিত্যৰ ইতিহাসক দুটা ভাগত বিভক্ত কৰিছে। প্ৰথম ভাগৰ সময়ৰ সীমা বুদ্ধ-পৰিনিৰ্বাণৰপৰা খ্ৰীঃ পূঃ প্ৰথম শতাব্দীলৈ আৰু দ্বিতীয় ভাগৰ ৰচনা খ্ৰীঃ পূঃ প্ৰথম শতাব্দীৰপৰা বৰ্তমানলৈকে চলি আছিছে।

বুদ্ধই জ্ঞানলাভ কৰাৰপৰা পৰিনিৰ্বান প্ৰাপ্ত হোৱালৈকে—এই সময়ছোৱাৰ ভিতৰত কোৱা কথাবোৰ 'সুত্তপিটক', 'বিনয়পিটক' আৰু 'অভিধম্মপিটক'ত ক্ৰমে অনুশাসন বিষয়ক, উপদেশাত্মক আৰু মনোবৈজ্ঞানিক নীতিৰ ওপৰত আধাৰিত দৰ্শনৰ দুৰহ সংগ্ৰহ। এই ত্ৰিপিটকৰ সংকলন কৰে ভিক্ষুকসকলে।

দীঘ, মজ্‌ঝিম, সংযুক্ত, অঙ্গুৰত্তৰ আৰু খুদ্দক আদি 'সুত্তপিটক'ৰ পাঁচখন গ্ৰন্থ। বিনয়পিটক তিনিভাগত বিভক্ত—সুত্ত, খন্ধক আৰু পৰিবাৰ। ধম্মসংগনি, বিভঙ্গ, ধাতুকথা, পুগ্‌গলপংঞত্তি, কথাবৎথু, যমক আৰু পট্‌ঠনি—এই সাতখন 'অভিধম্মপিটক'ৰ গ্ৰন্থ। 'পিটক' সাহিত্যৰ পিচত অনুপিটক সাহিত্যৰ ৰচনা হয়। পালি অনুপিটক সাহিত্যৰ প্ৰথম যুগক 'প্ৰাগ্‌বুদ্ধঘোষ যুগ', ২য় যুগক 'বুদ্ধ-ঘোষ যুগ' আৰু তৃতীয় যুগক 'উত্তৰবুদ্ধঘোষ যুগ' বা 'বুদ্ধঘোষ যুগ' বা 'টীকাৰযুগ' বুলি কোৱা হয়।

প্ৰথম প্ৰাগ্‌বুদ্ধঘোষ যুগত ৰচিত অনুপিটক সাহিত্যৰ গ্ৰন্থসমূহৰ ভিতৰত 'নেত্তিপ্ৰকৰণ', পেটকোপদেশ, সুত্তসংগ্ৰহ, মিলিন্দপঞ্‌হ আৰু দীপবংশ আদিৰ নাম উল্লেখযোগ্য। দ্বিতীয় 'বুদ্ধঘোষ' যুগৰ গ্ৰন্থসমূহৰ ভিতৰত বিসুদ্ধিমগ্‌গ, অৰ্থকথা, বুদ্ধদত্ত, কচ্চান ব্যাকৰণ, লঙ্কাত ৰচিত 'মহাবংশ' আৰু অনিৰুদ্ধৰ 'অভি-ধম্মৎথ-সংগ্ৰহ' আদিয়েই প্ৰধান। তৃতীয় উত্তৰবুদ্ধঘোষযুগ 'বৃহদ্‌-অৰ্থকথা' সাহিত্যৰ টীকা আৰু অনুটীকাৰ যুগ। এই যুগত ৰচিত গ্ৰন্থসমূহৰ ভিতৰত আচাৰ্য্য বুদ্ধ-ঘোষৰ ৰচিত 'অৰ্থকথাৰ' ওপৰত মগধ ভাষাত লিখা টীকা সৰ্বপ্ৰথম। সিংহলৰ নৃপতি পৰাক্ৰমবাহুৰ ৰাজত্বকাল ১২-১৩ শতাব্দীত সিংহলৰ নিবাসী ভিক্ষু সাৰিপুত্ৰ

আৰু তেওঁৰ শিষ্যসকলে টীকা ৰচনা কৰে। 'মহাবংশ'ৰ 'চুল্লবংশ' ভাগও এই যুগত ৰচিত। ধৰ্মানন্দ কৌশাম্বীৰ 'বিসুদ্ধিমগ্‌গদীপিকা' আৰু অভিধম্মত্থ-সংগ্ৰহ টীকাও বৰ্তমানৰ উল্লেখনীয় গ্ৰন্থ। ব্ৰহ্মদেশৰ ভিক্ষুকসকলে অনিৰুদ্ধৰ 'অভিধম্মত্থ-সংগ্ৰহ'ৰ আধাৰত অনেক গ্ৰন্থ লিখে। পালি অনুপিটক সাহিত্যৰ তৃতীয় যুগত শ্যাম, ব্ৰহ্মদেশ, লঙ্কা আৰু ভাৰতত অনেক গ্ৰন্থৰ ৰচনা হয়।

**পালি-সাহিত্যৰ বিস্তৃতি**—পালি ভাৰতৰ অতি প্ৰাচীন ভাষা। ভাৰতীয় ভাষাসমূহৰ বিকাশত ই যি পৰিমাণে বিস্তাৰ লাভ কৰিছে, তেনেকৈ সিংহল, শ্যাম আৰু বৰ্মা দেশৰ ভাষাৰ বিকাশতো ইয়াৰ অবদান যথেষ্ট। সম্ভৱতঃ সেইবাবেই ভাৰতীয় সংস্কৃতিৰ লগত উক্ত দেশসমূহৰ ওতঃপ্ৰোত সম্বন্ধ।

মহাস্থবিৰ নাগসেনৰ সংকলিত 'ভলিন্নপঞ্হ' এখন পালি ভাষাৰ বিশিষ্ট গ্ৰন্থ। এই গ্ৰন্থখনৰ প্ৰকৃত ৰচক কোন আৰু ইয়াৰ ৰচনাকাল কি তাক ঠিৰাংকৈ কোৱা টান। কিন্তু এইটো নিশ্চিত যে বৰ্তমান ৰূপত উপলব্ধি গ্ৰন্থখনেই ইয়াৰ আদি ৰূপ। ইয়াৰ সাতটা অধ্যায়। ৩১৭-৪২০ খ্ৰীঃৰ ভিতৰত 'নাগসেন-সূত্ৰ' নামেৰে ইয়াৰ প্ৰথম তিনিটা অধ্যায় চীনভাষাত অনুবাদ হয়। বৌদ্ধতত্ত্বজ্ঞান, বৌদ্ধনীতি শাস্ত্ৰ আৰু বৌদ্ধমনোবিজ্ঞানৰ বাহিৰেও এই গ্ৰন্থৰ ঐতিহাসিক মহত্ব যথেষ্ট। ইয়াত সাহিত্য, ভূগোল, ইতিহাস আৰু তত্ত্বজ্ঞান আদি সকলো বিষয়ৰ অপূৰ্ব মিলন ঘটিছে। সেইবাবে ইয়াৰ স্থান 'ত্ৰিপিটক'ৰ পিচতেই।

পালি-সাহিত্যত বুদ্ধদত্তৰ ৰচনাসমূহৰ স্থান 'মিলিন্দপঞ্হ'ৰ পিচতেই। এওঁ 'অভিধৰ্মপিটক'ৰ 'অটঠকথা' চমুকৈ 'অভিধম্মাৱতাৰ'ত আৰু 'বিনয়পিটক'ৰ আট্‌ঠকথা' চমুকৈ 'বিনয়বিনিচ্ছয়ত' লিখে। বুদ্ধদত্ত আছিল চোলৰাজ্যৰ অন্তৰ্গত ঠৰগপুৰৰ ( উৰঙ্গপুৰৰ ) নিবাসী।

বুদ্ধদত্তৰ সময়ত অনুপিটক সাহিত্যৰ ব্যাখ্যাকাৰ হৈছে বুদ্ধঘোষ। বুদ্ধঘোষৰ সময়ত সংস্কৃত ভাষাৰ প্ৰচাৰ যথেষ্ট হয়। বুদ্ধ-সাহিত্যক অশ্বঘোষ, নাগাৰ্জুন, বসুবন্ধু আৰু দিঙ্‌নাগ আদিয়ে সংস্কৃত গ্ৰন্থ লিখে। আনপিনে গুপ্তকালত পালিৰ ঠাইত সংস্কৃত ভাষাৰ প্ৰচলন হয়। অৱশ্যে পালিভাষাৰ প্ৰতি অনুৰাগ থকা সাহিত্যিকো কম নাছিল। খ্ৰীঃ ৫০০ত বুদ্ধঘোষে পালিভাষাৰ পুনৰুদ্ধাৰৰ বাবে যৎপৰোনাস্তি চেষ্টা কৰে। এওঁ 'আনোদয়' আৰু 'অট্‌ঠসালিনী' নামৰ দুখন গ্ৰন্থ লিখে।

বুদ্ধঘোষে 'সমন্তপাসাদিকা', 'কংখাবিতৰণী'ৰ বাহিৰেও প্ৰথম চাৰিখন 'নিকায়' গ্ৰন্থৰ ওপৰতো আট্‌ঠকথা লিখে। এওঁ 'দীঘনিকায়, মজ্‌ঝিমনিকায়, সংযুক্তনিকায়

আৰু অঙ্গুত্তৰনিকায়'ৰ ওপৰত ক্ৰমে 'সুমঙ্গলবিলাসিনী, পপঞ্চসূদনী, সাৰত্থপ্পকাসিনী আৰু মনোৰথপুৰণি' আদি আট্‌ঠকথা ৰচনা কৰে। বুদ্ধঘোষে 'খুদ্দকনিকায়'ৰ গ্ৰন্থ ধম্মপদ, জাতক, খুদ্দকপাঠ আৰু সুত্তনিপাতৰ ওপৰত ক্ৰমে ধৰ্মপদট্‌ঠকথা, জাতকট্‌ঠ কথা আৰু পৰমত্থজ্যোতিক আদি তিনিখন আট্‌ঠকথা লিখে। সিংহলৰ অনুৰাধাপুৰ মহাবিহাৰৰ পৰম্পৰাত এওঁ 'অভিধম্মপিটক'ৰ সাতখন গ্ৰন্থৰ ওপৰত সাতখন আট্‌ঠকথা লিখে। ইয়াৰ বাহিৰেও ধম্মসংগনিৰ ওপৰত আট্‌ঠসালিনী, বিভঙ্গৰ ওপৰত 'সংমোহবিনোদিনী' আৰু শেষৰ পাঁচখন গ্ৰন্থৰ ওপৰত 'পচপ্পকৰণট্‌ঠকথা' ৰচনা কৰে।

বৰ্তমান পালিভাষাত পোৱা 'জাতকট্‌ঠবণ্ণনা'ৰ কিছু কিতাপ সিংহলী ভাষাৰ কিতাপৰ অনুবাদ। ধম্মপালে বুদ্ধঘোষৰ ৰচিত 'খদ্দ্‌ক-নিকায়'ৰ ছয়খন গ্ৰন্থৰ ওপৰত 'পৰমত্থদীপিনী' .নামৰ গ্ৰন্থ ৰচনা কৰে। বুদ্ধঘোষৰ 'বিসুদ্ধিমগ্‌গ'ৰ ওপৰতো 'পৰমত্থমঞ্জুষা' নামৰ টীকা এখন লিখে।

**বংশ-সাহিত্য**— বৌদ্ধ-সাহিত্য সবিশেষ পৰিচয় পাবলৈ হলে বংশ-সাহিত্যৰ স্থান অতি মহত্বপূৰ্ণ। সংস্কৃত সাহিত্যত পুৰাণ ওঠৰখনৰ তথা মহাভাৰত আৰু ৰাজতৰঙ্গিনীৰ যি স্থান, পালি-সাহিত্যতো বংশগ্ৰন্থসমূহৰ সেই স্থান। কিন্তু সংস্কৃত পুৰাণ-ইতিহাসসমূহতকৈ পালি বংশগ্ৰন্থত সংগৃহীত বিষয়বস্তু সঙ্গতিপূৰ্ণ, অধিক স্পষ্টীকৰণ আৰু সত্যৰ ওপৰত প্ৰতিষ্ঠিত। পালিবংশ সাহিত্যৰ ৰচনা-কাল প্ৰায় খৃষ্টাব্দ চাৰি শতাব্দীৰ উত্তৰাৰ্দ্ধকালৰপৰা আৰম্ভ হৈ বৰ্তমানলৈ প্ৰবাহিত হৈ আহিছে। পালি-সাহিত্যৰ মুখ্য বংশ-সাহিত্য কেইখন ক্ৰমে— ১। দীপবংশ, ২। মহাবংশ, ৩। চুলবংশ, ৪। বুদ্ধঘোসুপ্পত্তি, ৫। সদ্ধম্মসংগ্ৰহ, ৬। মহাবোধিবংশ, ৭। থূপবংশ, ৮। অত্তনগলুবিহাৰবংশ, ৯। দাঠাবংশ ১০। ছকেসধাতুবংশ, ১১। গ্ৰন্থবংশ, ১২। সাসনবংশ।

দীপবংশত পালিভাষাত প্ৰাচীন লঙ্কাদ্বীপৰ শাসন পৰম্পৰা সম্বন্ধে লিপিবদ্ধ কৰা আছে। পালি-সাহিত্য তথা বৌদ্ধধৰ্মৰ বিকাশ সম্বন্ধেও এই গ্ৰন্থৰপৰা জানিব পাৰি। বিষয়, ক্ৰম, আকাৰৰ ফালৰপৰা দীপবংশতকৈ 'মহাবংশ'ৰ কাব্যত্বগুণ অধিক। ই এখন বিশুদ্ধ ঐতিহাসিক মহাকাব্য। মহাবংশৰ ৰচক ভদন্তমহানাম।

বুদ্ধঘোসুপ্পত্তি ( বুদ্ধঘোষোৎপত্তি ) নামৰ গ্ৰন্থখন বুদ্ধদেৱৰ জীৱনী গ্ৰন্থ। সিংহলৰ ভিক্ষু মহামঙ্গল ইয়াৰ ৰচক। 'সদ্ধম্মসংগ্ৰহ' নামৰ ঐতিহাসিক গ্ৰন্থত প্ৰথমৰপৰা ১৩ শতাব্দীলৈকে ভিক্ষুসংঘৰ কথা বৰ্ণিত আছে। অশোকে তৃতীয়

বৌদ্ধমহাযেল পতাৰ পিচত ইয়াৰ প্ৰচাৰাৰ্থে পঠোৱা ভিক্ষুকসকলৰ পৰিচয়ো এই গ্ৰন্থত পোৱা যায়। এই গ্ৰন্থখন ৪০টা অধ্যায়ত বিভক্ত। 'বালাবতাৰ ব্যাকৰণ' ৰচয়িতা ধম্মকিত্তি মহাসামীয়ে ( ধৰ্মকীৰ্ত্তি মহাস্বামীয়ে ) ১৪ শতাব্দীৰ শেষভাগত এই গ্ৰন্থখন ৰচনা কৰে। সিংহলী ভিক্ষু উপতিসসে্ ( উপতিয়ে ) মহাবোধিবংশত অনুৰাধাপুৰৰ বোধিবৃক্ষৰ কথা পদ্যাকাৰত বৰ্ণনা কৰিছে। সিংহলী ভিক্ষু সাৰিপুত্তৰ শিষ্য বাচিস্‌সৰ থূপবংশত ভগবান বুদ্ধৰ ধাতুনিৰ্মিত স্তূপৰ ইতিহাস বৰ্ণনা কৰিছে।

'অত্তনগলুবিহাৰবংশ' গ্ৰন্থৰ ৰচক কোন সি এতিয়াও অজ্ঞাত। সিংহলী ভিক্ষু অনোমদস্‌সীৰ অনুৰোধক্ৰমে ১৩ শতাব্দীত পৰাক্ৰমবাহুৰ সময়ত ৰচিত। ই এঘাৰটা অধ্যায়ত ৰচিত আৰু ইয়াৰ বৰ্ণনাশৈলী অতি সহজ-সৰল।

'হাঠবংশ বা দন্তধাতুবংশ' নামৰ গ্ৰন্থখন ১৩ শতাব্দীৰ আৰম্ভণিত সিংহলী ভিক্ষু সাৰিপুত্তৰ শিষ্য মহাথেৰ ধম্মকিত্তিয়ে ( মহাস্থবিৰ ধৰ্মকীৰ্তিয়ে ) ৰচনা কৰে।

'ছকেসাধাতুবংশ', 'সাসনবংশ' আৰু 'নম্বৰংশ'—এই গ্ৰন্থ তিনিখন ১৯ শতাব্দীত একেলগে ৰচিত। 'ছকেসাধাতুবংশ' গ্ৰন্থখন কোনোবা ব্ৰহ্মদেশীয় ভিক্ষুই ৰচনা কৰে। সাসনবংশত ( শাসনবংশত ) বুদ্ধ-শাসনৰ ইতিহাস বৰ্ণিত আছে। বুদ্ধৰ পৰিনিৰ্বাণৰপৰা ১৯ শতাব্দীলৈ—এই সুদীৰ্ঘ সময়ছোৱাত বৌদ্ধধৰ্মৰ বিকাশ তথা অৱস্থা যথাযথভাৱে বৰ্ণনা কৰা হৈছে। ১৯ শতাব্দীত ব্ৰহ্মদেশীয় 'পঞ্‌ঞসামী' ( প্ৰজ্ঞাস্বামী ) এই গ্ৰন্থ ৰচনা কৰে।

'গন্থবংশ' ( গ্ৰন্থবংশ ) নামৰ গ্ৰন্থখনত পালি-সাহিত্যসমূহৰ তালিকা, লিখকৰ নাম, ৰচনাস্থানৰ বিৱৰণ আৰু ৰচনাৰ উদ্দেশ্য বহলভাৱে বৰ্ণনা কৰা আছে। ১৯ শতাব্দীত ব্ৰহ্মদেশত এই গ্ৰন্থখন ৰচিত।

**পালি-কাব্য**—পালি-সাহিত্যত কাব্যগ্ৰন্থ অতি বিৰল। মানৱ-জীৱনৰ ব্যাপক তথা গহীন অনুভূতিৰ প্ৰথম দৰ্শন হয় 'ত্ৰিপিটক'ত। ত্ৰিপিটকত ভগৱান বিষয়ক গভীৰ বিচাৰত যদিও কাব্য-বিষয়ৰ সৰ্বাঙ্গীন সমাবিষ্ট হৈছে, তথাপি পালি-সাহিত্যত কাব্যক যিদৰে বিশ্লেষণ কৰা আছে, সেইপিনৰপৰা 'ত্ৰিপিটক'ক কাব্য নুবুলি কাব্যৰ উপজীৱী পালি-সাহিত্যৰ জননী বুলিব পাৰি। ত্ৰিপিটকৰ সুন্দৰ কথা-শিল্পৰ আধাৰত দহ শতাব্দীৰপৰা ১৫ শতাব্দীলৈকে লঙ্কা আৰু ব্ৰহ্মদেশত পালি কাব্য সাহিত্যৰ সৃষ্টি হয়।

পালি-কাব্য দুই ভাগত বিভক্ত—১। বৰ্ণনাত্মক আৰু ২। আখ্যানাত্মক।

কস্‌সপৰ ( কাশ্যপৰ ) 'অনাগতবংশ'; ভিক্ষু কল্যাণপ্ৰিয়ৰ 'তেলকটাহগাথা'; বুদ্ধৰক্‌খিতৰ ( বুদ্ধৰক্ষিতৰ ) 'জিনালংকাৰ'; মেধংকৰৰ 'জিনচৰিত'; স্থবিৰ

বুদ্ধপ্পিয়ৰ ( বুদ্ধপ্ৰিয়ৰ ) 'পজ্জমধু' ; সিংহলৰ ভিক্ষু ব্ৰহ্মচাৰী সোমপ্পিয়ৰ (সোমপ্ৰিয়ৰ) 'সদ্ধম্মোপায়ন', ব্ৰহ্মদেশৰ ভিক্ষু মেঘঙ্কৰৰ 'লোকপ্পদীপসাৰ' বা 'লোকদীপসাৰ' আদি গ্ৰন্থসমূহ বৰ্ণনাত্মক।

প্ৰথম সংস্কৰ্তা স্থবিৰ ৰট্‌ঠপাল ( ৰাষ্ট্ৰপাল ) আৰু দ্বিতীয় সংস্কৰ্তা ভিক্ষু বৈদেহ স্থবিৰৰ ( বেদেহথেৰৰ ) 'ৰসবাহিনী', ব্ৰহ্মদেশীয় ভিক্ষু শীলবংশৰ 'বুদ্ধালংকাৰ', ব্ৰহ্মদেশত সংকলিত কথাসংগ্ৰহ 'সহস্সবৎথুপ্পকৰণ' আৰু ব্ৰহ্মদেশৰ ৰজা 'বোদোপয়া'ৰ ( বুদ্ধপ্ৰিয়ৰ ) প্ৰেৰণাত লিখা গদ্যগ্ৰন্থ 'ৰাজাধিৰাজ বিলাসিনী' আদি আখ্যানাত্মক কাব্য।

যিদৰে বৌদ্ধধৰ্মৰ স্থবিৰবাদী শাখাৰ প্ৰায় আটাইবোৰ গ্ৰন্থ পালিভাষাত পোৱা যায়, সেইদৰে সৰ্বাস্তিবাদী শাখাৰ প্ৰবৰ্তক আৰু অনুবৰ্তক কবিসকলৰ প্ৰায়বোৰ গ্ৰন্থ সংস্কৃত ভাষাত পোৱা যায়। সেই সংস্কৃতানুৰাগী কবিসকলৰ ভিতৰত অশ্ব-ঘোষ নাগাৰ্জুন, আৰ্য্যঅসংগ, বসুবন্ধু, দিঙ্‌নাগ, চন্দ্ৰগোমিন্ আৰু ধৰ্মকীৰ্তিৰ নাম উল্লেখযোগ্য।

**অশ্বঘোষ**—অশ্বঘোষ বৌদ্ধ-ন্যায়ৰ এজন সুপ্ৰসিদ্ধ দাৰ্শনিক আৰু সংস্কৃত সাহিত্যৰ মহাকবি। অশ্বঘোষ সৰ্বাস্তিবাদী শাখাৰ কবি।

**নাগাৰ্জুন**—বৌদ্ধ-ন্যায় দাৰ্শনিক নাগাৰ্জুন বৌদ্ধ সাহিত্যৰ ইতিহাসত বহুমুখী ব্যক্তিত্ব আৰু অসামান্য প্ৰতিভাৰ বাবে চিৰস্মৰণীয়। এওঁৰ স্থিতিকাল খ্ৰীঃ পূঃ প্ৰথম শতাব্দীৰপৰা খ্ৰীষ্টাব্দ আঠ শতাব্দীৰ ভিতৰত বুলি বুৰঞ্জীবিদসকলে অনুমান কৰে। বৌদ্ধ-ভিক্ষু কুমাৰজীৱে ৪০১-৪০৯ খ্ৰীষ্টাব্দৰ ভিতৰত আচাৰ্য্য নাগাৰ্জুন আৰু আচাৰ্য্য বসুবন্ধুৰ দুখন জীৱনী লিখে। ৪০৫ খ্ৰীষ্টাব্দত কুমাৰজীৱে লিখা নাগাৰ্জুনৰ জীৱনীখন চীন ভাষাত অনুবাদ হয়। এই জীৱনী গ্ৰন্থমতে নাগাৰ্জুনৰ জন্মস্থান দাক্ষিণাত্য আৰু তেওঁৰ জন্ম ব্ৰাহ্মণকুলত। কুমাৰজীৱ ৰচিত নাগাৰ্জুনৰ জীৱন-চৰিত মতে নাগাৰ্জুনে প্ৰথমতে বেদৰ গভীৰ তত্ত্বসমূহ অধ্যয়ন কৰি পিচত বৌদ্ধধৰ্মত দীক্ষা লয়। বৌদ্ধধৰ্মত দীক্ষিত হৈ এওঁ ৯০ দিন ধৰি ত্ৰিপিটকখন সূক্ষ্মভাৱে অধ্যয়ন কৰি। তাৰ পিচত এওঁ হিমালয়ৰ নিকটৱৰ্তী এজন পণ্ডিতৰ ওচৰত 'মহাযান সূত্ৰ'ৰ জ্ঞান লাভ কৰে। সুপ্ৰসিদ্ধ গদ্যকাৰ বাণভট্টই নাগাৰ্জুনক মিত্ৰসমুদ্ৰাধিপতি সাতবাহন ৰজাৰ মিত্ৰ বুলি কৈছে।

নাগাৰ্জুনৰ মহান ব্যক্তিত্ব আৰু অসীম প্ৰতিভাৰ কথা তেওঁৰ ৰচিত গ্ৰন্থসমূহৰ মাজেদি প্ৰকাশ পাইছে। চীন আৰু তিব্বতীয় ভাষাত অনুবাদ হোৱা ২০ খন গ্ৰন্থ নাগাৰ্জুনৰ নামত পোৱা যায়। আচাৰ্য্য নাগাৰ্জুনৰ স্বৰচিত ১২ খন গ্ৰন্থ

বৰ্ত্তমান পোৱা গৈছে। সেই কেইখন হৈছে ক্ৰমে—১। মাধ্যমিক কাৰিকা বা মাধ্যমিক শাস্ত্ৰ, ২। দশভূমি বিভাষা শাস্ত্ৰ, ৩। উপায়কৌশল্য, ৪। বিগ্ৰহ-ব্যৱৰ্ত্তিনী, ৫। মহাপ্ৰজ্ঞাপাৰমিতাসূত্ৰ-কাৰিকা, ৬। প্ৰমাণ বিধ্বংসন, ৭। যুক্তি-ষষ্ঠিকা, ৮। চতুঃস্তৱ, ৯। শূণ্যতা-সপ্ততি, ১০। প্ৰতীত্যসমুৎপাদহৃদয়, ১১। সুহৃল্লেখ, ১২। মহাযান বিংশক।

বসুবন্ধু—বৌদ্ধ-সাহিত্য কাননৰ ধৰ্ম আৰু দৰ্শনৰ ক্ষেত্ৰত বসুবন্ধুৰ পাণ্ডিত্য আছিল অসীম। বসুবন্ধুৰ জন্মস্থানৰ পেশাৱৰ। এওঁ আছিল কৌশিক গোত্ৰীয় ব্ৰাহ্মণ। সাত শতাব্দীৰ সুপ্ৰসিদ্ধ চীনা পৰিব্ৰাজক হিউৱেনচাঙৰ ভ্ৰমণটোকাত বসুবন্ধুৰ নাম বহুবাৰ উল্লেখ কৰিছে। কুমাৰজীৱ আৰু পৰমাৰ্থই ক্ৰমে ৪০১-৪০৯ খ্ৰীঃত আৰু ৪৯৯-৫৬০ খ্ৰীঃত বসুবন্ধুৰ দুখন জীৱনী লিখে। পৰমাৰ্থৰ ৰচিত জীৱনীখন চীনভাষাত সম্প্ৰতি পোৱা গৈছে আৰু ইয়াক জাপানী পণ্ডিত তকাকুসুৱে ইংৰাজীলৈ অনুবাদ কৰে।

জীৱনী গ্ৰন্থত পোৱা মতে বসুবন্ধুই শৈশৱ অৱস্থাত নিজ জন্মভূমি ত্যাগ কৰি অযোধ্যালৈ আহি স্থবিৰ বুদ্ধমিত্ৰৰ ওচৰত হীনযান সম্প্ৰদায়ৰ দীক্ষা গ্ৰহণ কৰে। অযোধ্যাত এওঁ বৌদ্ধদৰ্শনৰ গভীৰ তত্ত্বসমূহ সূক্ষ্মভাৱে অধ্যয়ন কৰি বৌদ্ধধৰ্ম বিষয়ক দৰ্শন গ্ৰন্থসমূহ ৰচনা কৰে। স্থিৰমতি, দিঙ্‌নাগ, আৰ্য্যবিমুক্তসেন, আৰু গুণপ্ৰভ আদি দাৰ্শনিক পণ্ডিতসকলৰ এওঁৰ শিষ্য। হিউৱেনচাঙৰ মতে বসুবন্ধুৰ আবিৰ্ভাৱ কাল ৫১০ খ্ৰীষ্টাব্দ। মেক্সমূলাৰৰ মতে ৬০ শতাব্দীৰ শেষ ভাগ। বসুবন্ধু সমুদ্ৰগুপ্তৰ অন্তৰঙ্গ বন্ধু আছিল বুলি কোৱা আছে। এই ভালৰপৰা এওঁৰ আবিৰ্ভাৱ কাল ২৮০-৩৬০ খ্ৰীষ্টাব্দৰ ভিতৰত বুলি নিৰ্ণয় কৰা হৈছে।

চীনভাষাৰ ত্ৰিপিটক গ্ৰন্থত বসুবন্ধুৱে ২৬খন গ্ৰন্থ ৰচনা কৰা বুলি উল্লেখ আছে। কিন্তু ঐতিহাসিকসকলৰ মতে বসুবন্ধুৰ ৰচিত গ্ৰন্থ কেইখন হৈছে—হীনযান সম্প্ৰদায় বিষয়ক গ্ৰন্থ—১। পৰমাৰ্থ সপ্ততি, ২। তৰ্কশাস্ত্ৰ, ৩। বাদবিধি ৪। গাথাসংগ্ৰহ, ৫। অভিধৰ্মকোষ আৰু মহাযান সম্প্ৰদায়বিষয়ক গ্ৰন্থ—১। সদ্ধৰ্মপুংডৰীক-টীকা, ২। মহাপৰিনিৰ্বাণসূত্ৰ-টীকা, ৩। বজ্ৰছেদিকা-প্ৰজ্ঞাপাৰমিতা-টীকা আৰু ৫। মাত্ৰতাসিদ্ধি।

তদুপৰি তিব্বতীয় পণ্ডিত বুস্তোনে পঞ্চস্কন্ধপ্ৰকৰণ, ব্যাখ্যাযুক্তি, কৰ্মসিদ্ধি-প্ৰকৰণ, মহাযানসূত্ৰালংকাৰ-টীকা, প্ৰতীত্যসমুৎপাদসূত্ৰ-টীকা আৰু মধ্যান্ত বিভাগভাষ্য নামৰ গ্ৰন্থ কেইখনো সুবন্ধুৰ দ্বাৰা ৰচিত বুলি উল্লেখ কৰিছে।

**আৰ্য্য অসংগ**—বৌদ্ধ-দৰ্শনত আৰ্য্য অসংগৰ স্থান আগশাৰীত। পুৰুষপুৰ (পেশৱাৰ) এওঁৰ জন্মভূমি। অসংগই কাশ্মীৰত 'বিভাষা-শাস্ত্ৰ'ৰ গভীৰ অধ্যয়ন কৰে আৰু বৈদিক শাস্ত্ৰত যথেষ্ট জ্ঞান লাভ কৰে। প্ৰথমতে এওঁ আছিল সৰ্বাস্তি-সম্প্ৰদায়ৰ অনুগামী। অসংগ আছিল যোগাচাৰ না বিজ্ঞানবাদৰ নিপুণ পণ্ডিত। ইয়াৰ প্ৰভাৱত এওঁ সৰ্বাস্তিবাদ ত্যাগ কৰি বিজ্ঞানবাদ গ্ৰহণ কৰে।

মহাযান সংপৰিগ্ৰহ, প্ৰকৰণ আৰ্য্যাবাচা, যোগাচাৰ, ভূমিশাস্ত্ৰ আৰু মহাযান সুত্ৰালংকাৰ আদি গ্ৰন্থ কেইখন লিখি আচাৰ্য্য অসংগই বৌদ্ধ-সাহিত্য কাননত খ্যাতি লাভ কৰে।

**আচাৰ্য্য দিঙ্‌নাগ**—আচাৰ্য্য দিঙ্‌নাগ বৌদ্ধ-ন্যায়ৰ যুগস্ৰষ্টা। তামিলনাডুৰ কাঞ্চীৰ ওচৰৰ সিংহবক্ৰ নামৰ ঠাইত এওঁৰ এক সম্ভ্ৰান্ত ব্ৰাহ্মণ পৰিয়ালত জন্ম হয়।

বৌদ্ধ-সাহিত্যৰ স্বৰ্ণযুগ গুপ্তকালতেই আচাৰ্য্য দিঙ্‌নাগৰ জন্ম। বুৰঞ্জীবিদসকলৰ মতে এওঁৰ স্থিতিকাল চাৰি শতাব্দীৰ উত্তৰাৰ্দ্ধ নাইবা পাঁচ শতাব্দীৰ আৰম্ভণি।

দিঙ্‌নাগে ন্যায়দৰ্শনৰ ওপৰত প্ৰায় এশখন গ্ৰন্থ ৰচনা কৰে। চীন আৰু তিব্বতীয় ভাষাত অনূদিত সেই গ্ৰন্থৰাজি পোৱা গৈছে। এওঁৰ অতি মহত্ত্বপূৰ্ণ গ্ৰন্থখন নাম 'প্ৰমাণ-সমুচ্চয়'।

**ধৰ্মকীৰ্ত্তি**—সাত শতাব্দীত চোলদেশৰ তিৰুমলাই নামৰ গাওঁত এওঁৰ জন্ম। দিঙ্‌নাগৰ শিষ্য ঈশ্বৰসেনৰ ওচৰত এওঁ প্ৰথম বেদ অধ্যয়ন কৰে আৰু পিচত নালন্দালৈ আহি মহাস্থবিৰ ধৰ্মপালৰ শিষ্য হয়।

ধৰ্মকীৰ্তিৰ ৰচিত গ্ৰন্থসমূহ হৈছে—প্ৰমাণ-বাৰ্তিক, প্ৰমাণ-বিনিশ্চয়, ন্যায়বিন্দু, সংবন্ধ-পৰীক্ষা, হেতুবিন্দু, বাদ-ন্যায় আৰু সমানান্তৰসিদ্ধি।

**চন্দ্ৰগোমিন্**—পণ্ডিত চন্দ্ৰগোমিনৰ ব্যক্তিত্ব বহুমুখী। এওঁ ব্যাকৰণৰ নিচিনা নীৰস বিষয়ৰ ওপৰত বিজ্ঞান-সন্মত গ্ৰন্থ ৰচনা কৰে আৰু কাব্য, নাটক আদি হৃদয়গ্ৰাহী বিষয়ৰ ওপৰতো এওঁৰ পাণ্ডিত্য আছিল অপৰিসীম।

সংস্কৃত সাহিত্যত এওঁ এজন কাব্যকাৰ নাইবা নাট্যকাৰতকৈ বৈয়াকৰণিক হিচাপেহে প্ৰতিষ্ঠা লাভ কৰিছিল। চন্দ্ৰগোমিনৰ বিষয়ে এইটো জ্ঞাত যে তেওঁ আছিল মহাযানৰ যোগাচাৰ শাখাৰ শ্ৰেষ্ঠ আচাৰ্য্য বসুবন্ধুৰ প্ৰশিষ্য আৰু আচাৰ্য্য স্থিৰমতিৰ শিষ্য।

এওঁৰ আবিৰ্ভাৱ কাল পাঁচ শতাব্দীৰ উত্তৰাৰ্দ্ধ। এওঁৰ ৰচিত গ্ৰন্থৰাজি ক্ৰমে: ১। শিষ্যলেখ-ধৰ্মকাব্য, ২। আৰ্য্যসাধন শতক (কাব্য), ৩। আৰ্য্যতাৰাস্তৰ-বলিবিধি (স্তুতিকাব্য), লোকানন্দ (নাটক) আৰু 'চন্দ্ৰ-ব্যাকৰণ'।

পঞ্চদশ অধ্যায়

# কোষ-কাব্য

সংস্কৃত কাব্য সংকলনক কোষ কাব্য হিচাপে জনা যায়। একোখন কোষ কাব্যত অনেক কবিৰ কবিতা সংকলিত কৰা হয়। কবি হালৰদ্বাৰা সংকলিত 'গাথাসপ্তশতী' বা 'গাহা-সত্তসঈ' প্ৰাচীনতম কোষ কাব্য। সংস্কৃত সাহিত্যত কোষ কাব্যৰ আৰম্ভণি একাদশ শতাব্দী বুলি অনুমান কৰা হয়। তলত কেইখন-মান সংস্কৃত কোষ কাব্যৰ পৰিচয় দাঙি ধৰা হল।

**কবীন্দ্ৰ-বচন-সমুচ্চয়ঃ** 'কবীন্দ্ৰ-বচন-সমুচ্চয়' সংস্কৃতৰ প্ৰাচীনতম কোষ কাব্য। ইয়াত বিচিত্ৰ ৰসৰ ৫২৫টা কবিতা আছে। ভূ-প্ৰকৃতি, জনজীৱনৰ চিত্ৰ, ঋতু তথা ৰাধাকৃষ্ণৰ আদি ৰসাত্মক প্ৰেম-কাহিনী ইয়াৰ প্ৰতিপাদ্য বিষয়। কালিদাস, ভৱভূতিৰ উপৰিও বন্দ্য তথাগত, গৌড় অভিনন্দন, জিতাৰী নন্দী, শ্ৰীধৰ নন্দী, অপৰাজিত ৰক্ষিত, বুদ্ধাকৰ গুপ্ত, মধুশীল, বীৰ্যমিত্ৰ, শ্ৰীধৰ্মকৰ, ৰতিপাল, ভ্ৰমৰদেৱ, বিনয়দেৱ আদিৰ কবিতা ইয়াত সন্নিবিষ্ট আছে। এই সংকলনত দুই এজনী মহিলা কবিৰ কবিতাও পোৱা যায়। এই কাব্যৰ প্ৰাচীনতম পাণ্ডুলিপিটো খ্ৰীষ্টীয় দ্বাদশ শতাব্দীৰ প্ৰতিলিপি বুলি ধাৰণা কৰা হয়।

**সদুক্তিকৰ্ণামৃতঃ** শ্ৰীধৰ দাসৰ সদুক্তিকৰ্ণামৃত কোষ কাব্য ১২০৫-৬ খ্ৰীষ্টাব্দত ৰচিত। শ্ৰীধৰ লক্ষ্মণ সেনৰ সমসাময়িক। কাব্যখন ৪৮৫ জন কবিৰ ২৩৮০টা শ্লোকৰ সমষ্টি। ইয়াত ভাস, কালিদাস, ভৰ্তৃহৰি আদিৰ উপৰিও লক্ষ্মণসেন, কেশৱ সেন, বাসুদেৱ সেন, উমাপতিধৰ, জয়দেৱ, শৰণ, গোবৰ্ধন, ধোয়ী, কমলগুপ্ত, ৰবিগুপ্ত, যজ্ঞ ঘোষ, সংগ্ৰাম চন্দ্ৰ, দিবাকৰ দত্ত, নাৰায়ণ দত্ত, ভগীৰথ দত্ত, সুব্ৰত দত্ত, অচল দাস, বিনয় দেৱ, পশুপতিধৰ, কালিদাস নন্দী, গঙ্গাধৰ নাথ, ত্ৰিপুৰী পাল আদিৰ কবিতা সংকলিত কৰা হৈছে। অমৰ, শৃঙ্গাৰ, চাটু, উপদেশ আৰু উচ্চাবচ—এই পাঁচটা প্ৰৱাহত কাব্যখন বিভক্ত। কবিতা-সমূহত গাঁৱলীয়া জীৱনৰ চিত্ৰ তথা অপূৰ্ব সমাজ চেতনাৰ পৰিচয় পোৱা যায়।

**শাৰ্ঙ্গধৰ পদ্ধতি :** চতুৰ্দশ শতাব্দীত কবি শাৰ্ঙ্গধৰে 'শাৰ্ঙ্গধৰ পদ্ধতি' সংকলন কৰে। এই গ্ৰন্থখন ১৬৩টা ভাগত বিভক্ত। ইয়াত ২৬৩ জন কবিৰ প্ৰায় চাৰে চাৰিহাজাৰ শ্লোক সন্নিবিষ্ট আছে।

**পদ্যাৱলী :** ১৫শ শতকত ৰূপগোস্বামী 'পদ্যাৱলী' নামৰ কোষ কাব্যখন সংকলন কৰে। ইয়াত ১২৫ জন কবিৰ ৩৮৬টা কবিতা পোৱা যায়। কেৱল কৃষ্ণ-প্ৰাসঙ্গিক কবিতাইহে ইয়াত স্থান পাইছে।

ইয়াৰ উপৰিও সূৰ্য্যকলিঙ্গ ৰায়ৰ 'সূক্তিৰত্নাকৰ ( ১৪শ শতাব্দী ), বল্লভ দেৱৰ 'সুভাষিতাৱলী' (১৫শ শতাব্দী ), বেণীদত্তৰ 'পদ্যবেণী' আৰু হৰি কবিৰ 'সুভাষিত হাৰাৱলী' উল্লেখযোগ্য কোষ কাব্য।

ষোড়শ অধ্যায়

# অলংকাৰ শাস্ত্ৰ

সংস্কৃত সাহিত্য কাননত অলংকাৰ শাস্ত্ৰৰ স্থান বিশেষ মন কৰিবলগীয়া। ই সমালোচকসকলৰ সূক্ষ্ম-বিচাৰ পদ্ধতিৰ চাবি-কাঠি। প্ৰাচীন বেদৰপৰা আৰম্ভ কৰি লৌকিক গ্ৰন্থসমূহৰ পূৰ্বজ্ঞানবোধৰ বাবে অলংকাৰ শাস্ত্ৰ একেবাৰে অপৰিহাৰ্য্য। আৱশ্যকতাৰ দৃষ্টিকোণৰপৰা পৰ্য্যবেক্ষণ কৰি মহাকবি ৰাজশেখৰে অলংকাৰ শাস্ত্ৰক বেদৰ অঙ্গ হিচাপে গণনা কৰিছে। কাব্যত শব্দ আৰু অৰ্থৰ সম্যক্ সৌন্দৰ্য্য উপলব্ধি কৰিবলৈ অলংকাৰ শাস্ত্ৰৰ বিশেষ প্ৰয়োজন। ভামহ ৰচিত অলংকাৰ শাস্ত্ৰৰ নাম 'কাব্যালংকাৰ'। কাব্যত অলংকাৰৰ সত্তা অতি আৱশ্যক আৰু উপাদেয়। ৰাজশেখৰে অলংকাৰ শাস্ত্ৰক 'সাহিত্য বিদ্যা' বুলি নামাকৰণ কৰিছে। ৰাজশেখৰৰ এই নামাকৰণ ভামহৰ (শব্দাৰ্থৌ সহিতৌ কাব্যম্) কাব্যলক্ষণৰ ওপৰত প্ৰতিষ্ঠিত। শব্দ আৰু অৰ্থৰ সমুচিত সামঞ্জস্যই কাব্য-সাহিত্য। সাহিত্যৰ এই মধুৰ কল্পনা পৰৱৰ্তীকালৰ আলংকাৰিকসকলৰ দ্বাৰা উচ্চ প্ৰশংসিত।

ভোজ ৰজাৰ 'শৃঙ্গাৰ প্ৰকৰণ' সাহিত্য কল্পনাৰ ওপৰত ৰচিত। সাহিত্যবিদ্যা বা সাহিত্য শাস্ত্ৰ—এই নামাকৰণ অতি সুন্দৰ আৰু যুক্তিযুক্ত। কিন্তু এই নাম অতি প্ৰসিদ্ধ নহয়। প্ৰাচীন কালত ইয়াৰ নাম আছিল—'ক্ৰিয়া-কল্প'। বাৎস্যায়নৰ মতে চৌষষ্টি কলা বিদ্যাৰ ভিতৰত ক্ৰিয়া-কল্প'ও এটা কলা-বিদ্যা। প্ৰাচীন অলংকাৰ শাস্ত্ৰৰ নাম 'ক্ৰিয়া-কল্প' যদিও ই 'অলংকাৰ শাস্ত্ৰ' নামে প্ৰসিদ্ধি লাভ কৰিছে। ৰামায়ণৰ মতে অলংকাৰ কেৱল শব্দ আৰু অৰ্থৰ শোভা বৰ্দ্ধন কৰা বাহ্য উপকৰণেই নহয়, ই কাব্যক ৰসাল কৰা অন্তৰধৰ্মী উপাদানো। মুঠতে অলংকাৰ শাস্ত্ৰ সৌন্দৰ্য্য সম্পন্ন কৰা সমস্ত উপকৰণৰ প্ৰতিপাদক শাস্ত্ৰ।

**অলংকাৰ শাস্ত্ৰৰ উৎপত্তি**—ৰাজশেখৰে কাব্য-মীমাংসাত অলংকাৰৰ উৎপত্তি সম্বন্ধে বহুলভাৱে বৰ্ণনা কৰিছে। এওঁৰ মতে ভগৱান শঙ্কৰে পোন প্ৰথমে ব্ৰহ্মাক অলংকাৰ শাস্ত্ৰৰ বিষয়ে শিক্ষা দিয়ে। তাৰ পিচত ব্ৰহ্মাই ইয়াৰ উপদেশ বহুতো দেৱতা আৰু ঋষিক প্ৰদান কৰে। ওঠৰজন উপদেশক ঋষিয়ে ওঠৰ অধিকৰণত এই শাস্ত্ৰ ৰচনা কৰে। এই শাস্ত্ৰখনত ভৰতে ৰূপক, নন্দিকেশ্বৰে ৰস, ধিষণে দোষ, উপমন্যুই গুণ নিৰূপণ কৰে। কাব্যদৰ্শৰ টীকাৰ মতে কাশ্যপ আৰু

ৰবকটি অলংকাৰ গ্ৰন্থৰ প্ৰথম ৰচক। প্ৰভানুসাৰিনী টীকাৰ মতে কাশ্যপ, ব্ৰহ্মদত্ত তথা নন্দীস্বামী দণ্ডীতকৈ পূৰ্বৰ আলংকাৰিক। অগ্নিপুৰাণত অলংকাৰ শাস্ত্ৰৰ বিষয় প্ৰতিপাদিত কৰা হৈছে। কিন্তু ইয়াৰ প্ৰাচীনতা লৈ পণ্ডিত-সকলৰ মাজত মতভেদ আছে। কিন্তু দ্বিতীয় শতকৰ শিলালিপিৰপৰা এইটো স্পষ্টৰূপে প্ৰমাণিত হয় যে সেই কালছোৱাৰ ভিতৰতে অলংকাৰ শাস্ত্ৰৰ উদ্ভৱ হয়। রুদ্ৰদামনৰ শিলালিপিৰ ভাষা অলংকাৰপূৰ্ণ নহয়। তথাপি ইয়াত অলংকাৰ শাস্ত্ৰৰ কিছুমান সিদ্ধান্তৰ নিৰ্দেশ আছে।

**ভৰতৰ নাট্যশাস্ত্ৰ**—পাণিনিৰ অষ্টাধ্যায়ীত শিলালি আৰু কৃশাশ্বৰ ৰচিত নটসূত্ৰৰ উল্লেখ আছে। নটসূত্ৰত ৰঙ্গমঞ্চত নটসকলৰ খেলা, বস্ত্ৰধাৰণ আৰু অন্যান্য আৱশ্যকীয় উপকৰণৰ বিধি-বিধান বৰ্ণনা কৰা আছে। কিন্তু পাণিনি নিৰ্দিষ্ট নট-সূত্ৰ বৰ্তমান উপলব্ধ নহয়। বৰ্তমান নাট্য আৰু অলংকাৰ বিষয়ক প্ৰাচীনতম গ্ৰন্থখন হৈছে ভৰতৰ নাট্যশাস্ত্ৰ। ইয়াক ভাৰতীয় ললিত কলাৰ বিশ্বকোষ বুলিব পাৰি। নাট্যশাস্ত্ৰৰ উপৰিও ইয়াত অলংকাৰ শাস্ত্ৰ, সঙ্গীত শাস্ত্ৰ, ছন্দ আদি গ্ৰন্থৰ মূল সিদ্ধান্তৰ প্ৰতিপাদন পোৱা যায়। এই গ্ৰন্থখনত ৫০০০টা শ্লোক আৰু ২৬টা অধ্যায় আছে। ইয়াৰ বেছিভাগ শ্লোকেই অনুষ্টুপ ছন্দৰ। কেৱল ছয়, সাত আৰু আঠাইশ অধ্যায়ৰ কিছু অংশ গদ্যাত্মক। নাট্য শাস্ত্ৰখন এটা নিৰ্দিষ্ট সময় ৰচিত নহয়, ই বহুত শতাব্দীৰ দীৰ্ঘ সাহিত্যিক প্ৰয়াসৰ সুফল। নাট্যশাস্ত্ৰখন তিনিটা অংশত বিভক্ত—১। সূত্ৰ-ভাষ্য, ২। কাৰিকা আৰু ৩। অনুবংশ্যশ্লোক।

ভৰতৰ মতে নাটকত ৰসেই প্ৰধান। অলংকাৰ শাস্ত্ৰৰ বিবেচন আনুষঙ্গিক ৰূপত ৬, ৭ আৰু ১৬ অধ্যায়ত কৰা হৈছে। এই গ্ৰন্থৰ ৰচনাকাল কালিদাসতকৈও প্ৰাচীন। কালিদাসে ভৰতক দেৱতাসকলৰ নাট্যাচাৰ্য্যৰ ৰূপত উল্লিখিত কৰিছে আৰু নাটকত আঠটা ৰসৰ বিকাশ তথা অপ্সৰাসকলৰ দ্বাৰা অভিনয় কৰাৰ নিৰ্দেশ আছে। ভৰত মুনিৰ আবিৰ্ভাৱকাল কালিদাসতকৈ পূৰ্বৰ। এতেকে ভৰত মুনিৰ সময় খৃষ্টীয় ১ম শতাব্দী বা তাৰ পূৰ্বভাগ।

**ভামহ**—ভামহ ৰচিত 'কাব্যালংকাৰ' অলংকাৰ শাস্ত্ৰৰ এখন শ্ৰেষ্ঠ গ্ৰন্থ। এইখন অলংকাৰ শাস্ত্ৰ নাট্যশাস্ত্ৰৰ পৰতন্ত্ৰতাৰপৰা উন্মুক্ত হৈ এক স্বতন্ত্ৰ শাস্ত্ৰৰ ৰূপত ৰচিত হৈছে। ভামহৰ পিতাকৰ নাম আছিল ৰক্রিল গোমী। ৰক্রিল গোমী কাশ্মীৰৰ মানুহ। ভামহ দণ্ডীৰ পূৰ্ববৰ্তী।

**কাব্যালংকাৰ**—ভামহৰ কাব্যালংকাৰ ছয়টা পৰিচ্ছেদৰ সমষ্টি। ইয়াৰ প্ৰথম

পৰিচ্ছেদত কাব্যৰ সাধন, লক্ষণ আৰু ভেদৰ বৰ্ণনা; দ্বিতীয় আৰু তৃতীয় পৰিচ্ছেদত অলংকাৰৰ বিশিষ্ট বৰ্ণনা; চতুৰ্থ পৰিচ্ছেদত ভৰত মুনি প্ৰদৰ্শিত দহ দোষৰ যথাযথ বৰ্ণনা; পঞ্চম পৰিচ্ছেদত ন্যায়বিৰোধী দোষৰ মীমাংসা; ষষ্ঠ পৰিচ্ছেদত কিছুমান বিবাদাস্পদ পদৰ শুদ্ধৰূপৰ বিবেচনা কৰা হৈছে। ভামহৰ বিশিষ্ট সিদ্ধান্তসমূহ হ'ল—

১। শব্দ-অৰ্থ যুগলৰ কাব্য ( শব্দাৰ্থৌ কাব্যম্ )।

২। ওজ, মাধুৰ্য্য আৰু প্ৰসাদ—এই তিনি গুণৰ সমাবেশ।

৩। বক্ৰোক্তি সমস্ত অলংকাৰৰ মূল।

৪। দহবিধ দোষৰ সম্যক্ বিবেচন।

দণ্ডী—দণ্ডীৰ জীৱন-চৰিত সম্বন্ধে গদ্যকাব্যত বিশদভাৱে আলোচনা কৰা হৈছে। এওঁ ৰচিত কাব্যাদৰ্শ বিদ্বৎ সমাজৰ অতি আদৰণীয়। কাব্যাদৰ্শত ৬৬০টা শ্লোক আৰু চাৰিটা পৰিচ্ছেদ। প্ৰথম পৰিচ্ছেদত কাব্যৰ লক্ষণ, বিস্তৃত-ভেদ, বৈদৰ্ভী আৰু গৌড়ী ৰীতি, দহগুণৰ বিস্তৃত বৰ্ণনা; দ্বিতীয় পৰিচ্ছেদত ৩৫টা অলংকাৰৰ লক্ষণ আৰু উদাহৰণ; তৃতীয় পৰিচ্ছেদত শব্দালংকাৰৰ বিশেষকৈ যমক অলংকাৰৰ ব্যাপক বৰ্ণনা; চতুৰ্থ পৰিচ্ছেদত দহবিধ দোষৰ লক্ষণ আৰু উদাহৰণ আদি দিয়া আছে। দণ্ডী ঠাই বিশেষে ভামহৰ সিদ্ধান্ত খণ্ডন কৰিবলৈ প্ৰয়াস কৰিছে। এওঁ অলংকাৰ সম্প্ৰদায়ৰ অনুগামী, কিন্তু বৈদৰ্ভী আৰু গৌড়ী ৰীতিৰ পাৰস্পৰিকভেদ পোন প্ৰথমে এওঁ স্পষ্টৰূপে দেখুৱায়। সেয়েহে এওঁক ৰীতি সম্প্ৰদায়ৰ পথ-প্ৰদৰ্শক বুলি কলেও ভুল নহয়।

বামন—'ৰীতিৰাত্মা কাব্যস্য' অৰ্থাৎ বামনে ৰীতিক কাব্যৰ আত্মা বুলি অভিমত প্ৰকাশ কৰিছে। এওঁ ৰচিত অলংকাৰ শাস্ত্ৰখনৰ নাম 'কাব্যালংকাৰ সূত্ৰ'। ইয়াত বামনে অলংকাৰ শাস্ত্ৰৰ সমস্ত সিদ্ধান্তৰ বিচাৰ সূত্ৰত কৰিছে আৰু সূত্ৰৰ ওপৰত এওঁ বৃত্তিও লিখে। ইয়াৰ সূত্ৰৰ সংখ্যা ৩১৯। গ্ৰন্থখন পাঁচটা পৰিচ্ছেদ বা অধিকৰণত বিভক্ত। প্ৰথম ( শৰীৰ ) অধিকৰণত কাব্যৰ প্ৰয়োজন, ৰীতি, বৈদৰ্ভী, গৌড়ী, পাঞ্চালী ৰীতিৰ বৰ্ণনা; দ্বিতীয় ( দোষদৰ্শন ) অধিকৰণত পদ, বাক্য আৰু বাক্যাৰ্থৰ দোষ প্ৰতিপাদন, তৃতীয় (গুণবিবেচন) অধিকৰণত দহ গুণৰ শব্দ আৰু অৰ্থগত ভেদৰ বৰ্ণনা; চতুৰ্থ ( আলংকাৰিক ) অধিকৰণত শব্দালংকাৰ আৰু অৰ্থালংকাৰৰ লক্ষণ তথা উদাহৰণ আৰু পঞ্চম অধিকৰণত কিছুমান শব্দ-শুদ্ধি তথা প্ৰয়োগৰ কথা বৰ্ণনা কৰা আছে।

কাব্যালংকাৰ সূত্ৰৰ টীকাকাৰ সহদেৱৰ মতে বামণৰ এই গ্ৰন্থখন লুপ্ত হৈ যোৱাত দশম শতকৰ আগভাগত মুকুল ভট্টই ইয়াক পুনৰ উদ্ধাৰ কৰে। ৰীতি সম্প্ৰদায়ৰ প্ৰতিষ্ঠাপক বামণৰ বিশিষ্ট সিদ্ধান্তসমূহ হৈছে—

১। বৈদৰ্ভ, গৌড়ী আৰু পাঞ্চালী আদি তিনিটা ৰীতি।

২। বক্ৰোক্তিৰ বিশিষ্ট লক্ষণ ( সাদৃশ্যাৎ লক্ষণাবক্ৰোক্তিঃ )।

৩। বিশেষোক্তিৰ বিচিত্ৰ লক্ষণ।

**উদ্ভট**—উদ্ভট বামণৰ সমকালীন। এওঁ আছিল জয়াপীড়ৰ সভাৰ সভাপতি। বামণ ৰীতি-সম্প্ৰদায়ৰ আৰু উদ্ভট অলংকাৰ সম্প্ৰদায়ৰ পৃষ্ঠপোষক। দুয়োজনে একেজন ৰজাৰ আশ্ৰয়ত থাকি গ্ৰন্থ ৰচনা কৰিছিল। দুয়োজন আলংকাৰিকে ভামহৰ গ্ৰন্থৰ ওপৰত 'ভামহ-বিৱৰণ' নামৰ ব্যাখ্যা গ্ৰন্থ লিখে।

উদ্ভটে 'কাব্যালংকাৰ সাৰ সংগ্ৰহ' নামৰ অলংকাৰ গ্ৰন্থখন ৰচনা কৰে। ইয়াত ছয়টা বৰ্গ আৰু ৭৯টা কাৰিকাত ৪১টা অলংকাৰৰ বৰ্ণনা আছে। মুকুলভট্টৰ শিষ্য প্ৰতিহাৰেন্দুৰাজে ইয়াৰ ওপৰত এখন টীকা ৰচনা কৰে। উদ্ভট ভামহৰ দৰে অলংকাৰ সম্প্ৰদায়ৰ অনুগামী হলেও কিছুমান সিদ্ধান্তত ভামহৰ লগত অমিল দেখা যায়। এওঁৰ বিশিষ্ট সিদ্ধান্তসমূহ হৈছে—অৰ্থভেদৰ দ্বাৰা শব্দভেদৰ কল্পনা ( অৰ্থ-ভেদেন তাবৎ শব্দা ভিদ্যন্তে )। শ্লেষ দুই প্ৰকাৰ—শব্দশ্লেষ আৰু অৰ্থশ্লেষ। আন অলংকাৰৰ যোগত শ্লেষৰ প্ৰবলতা। অৰ্থৰ দ্বিবিধ কল্পনা—বিচাৰিত সুস্থ আৰু অবিচাৰিত ৰমণীয়; আৰু বাক্য তিনি প্ৰকাৰৰ দ্বাৰা অভিধা-ব্যাপাৰ।

**ৰুদ্ৰট**—ৰুদ্ৰটৰ জন্মস্থান কাশ্মীৰ। ৰাজশেখৰে কাব্য মীমাংসাত 'কাকুবক্ৰোক্তি'ৰ শব্দালংকাৰ মানিলোৱাৰ পিচত এওঁৰ নাম স্মৰণ কৰিছে। 'কাকুবক্ৰোক্তিৰ্নাম্ শব্দালংকাৰোঽয়মিতি ৰুদ্ৰটঃ।' এই উক্তিৰপৰা ৰুদ্ৰট ৯০০ খৃষ্টাব্দতকৈও পূৰ্বৰ বুলি অনুমান হয়। এওঁৰ গ্ৰন্থ 'কাব্যালংকাৰ' বিষয়ৰ দৃষ্টিকোণৰ-পৰা অতি ব্যাপক। ইয়াত অলংকাৰ শাস্ত্ৰৰ সমস্ত সিদ্ধান্ত বিস্তৃতভাৱে আলোচনা কৰা হৈছে। কাব্যৰ প্ৰয়োজন, উদ্দেশ্য আৰু অলংকাৰৰ বিস্তৃত আৰু সুব্যৱস্থিত বৰ্ণনা এই গ্ৰন্থখনত সন্নিবেশ কৰা আছে। এই গ্ৰন্থখনত শ্লোকৰ সংখ্যা ৭৩৪টা। ভাষা, ৰীতি, ৰস তথা বৃত্তিৰ মীমাংসা থাকিলেও অলংকাৰৰ সমীক্ষাহে গ্ৰন্থৰ মুখ্য উদ্দেশ্য। এওঁ অলংকাৰৰ বাবে চাৰিটা মূল তত্ত্ব বিচাৰি উলিয়ায়—বাস্তৱ, ঔপম্য অতিশয় আৰু শ্লেষ।

**আনন্দবৰ্দ্ধন**—আনন্দবৰ্ধন কাশ্মীৰৰ ৰজা অৱন্তিবৰ্মাৰ ( ৮৫৫—৮৮৩ খ্ৰীঃ) ৰাজসভাৰ পণ্ডিত। এওঁ 'ধ্বন্যালোক' ৰচনা কৰে। ধ্বন্যালোকৰ প্ৰত্যেক পৃষ্ঠাত

গ্ৰন্থকাৰৰ মৌলিকতা, সূক্ষ্ম বিবেচন শক্তি আৰু গূঢ় বিষয়-সাহিত্যৰ পৰিচয় পোৱা যায়। ৰসগঙ্গাধৰৰ মতে ধ্বনিকাৰে সাহিত্যশাস্ত্ৰৰ বাট পৰিষ্কাৰ কৰি দিয়ে। (ধ্বনিকৃতাম্ আলংকাৰিক সৰণিব্যৱস্থাপকত্বাৎ) ধ্বন্যালোকৰ তিনিটা অংশ—১। কাৰিকা; ২। বৃত্তি আৰু ৩। উদাহৰণ।

এই গ্ৰন্থখনত চাৰিটা উদ্যোত। প্ৰথম উদ্যোতত ধ্বনি-বিৰোধী মতৰ সমীক্ষা; দ্বিতীয় আৰু তৃতীয় উদ্যোতত ধ্বনিৰ প্ৰকাৰ বিবেচন আৰু চতুৰ্থ উদ্যোতত ধ্বনিৰ উপযোগিতা বৰ্ণনা কৰা আছে।

আনন্দবৰ্ধন অকল আলংকাৰিকেই নহয়, এজন সুকবিও। এওঁ 'বিষমবাণ-লীলা', 'অৰ্জুন চৰিত' আৰু 'দেৱীশতক' নামৰ তিনিখন সৰস কাব্য ৰচনা কৰে। কিন্তু এওঁৰ অসীম কীৰ্তিত্ব ধ্বন্যালোকৰ ওপৰতহে। আনন্দবৰ্ধনৰ লিখনী শৈলী অতি প্ৰৌঢ়, বিদ্বত্তা আৰু ৰুচিপূৰ্ণ। আনন্দবৰ্ধনে ধ্বনিবিৰোধীসকলৰ সিদ্ধান্ত খণ্ডন কৰি ধ্বনি আৰু ব্যঞ্জনা স্থাপন কৰে। এওঁৰ পক্ষে এইটো মহান কীৰ্তিত্ব। এই সিদ্ধান্ত স্থাপনৰ পূৰ্বে ধ্বনি সম্বন্ধে তিনিটা মত প্ৰচলিত আছিল। সেইবোৰ হৈছে ক্ৰমে—১। অভাববাদ, ২। ভক্তি (লক্ষণাবাদ) ৩। অনিৰ্বচনীয়তা-বাদ। উক্ত মত কেইটা আনন্দবৰ্ধনে খণ্ডন কৰি ব্যঞ্জনাৰ স্বতন্ত্ৰ সত্তাসিদ্ধ কৰি ধ্বনিৰ প্ৰকাৰৰ বিচাৰ কৰে। এই গ্ৰন্থৰপৰাই ধ্বনিসম্প্ৰদায়ৰ উৎপত্তি।

**অভিনৱগুপ্ত**—আনন্দবৰ্ধনৰ সিদ্ধান্তৰ মৰ্ম অতি সুন্দৰভাৱে বুজাই দিয়া টীকাকাৰ জনৰ নাম অভিনৱগুপ্ত। এওঁৰ জন্মস্থান কাশ্মীৰ। এওঁৰ আবিৰ্ভাৱ-কাল প্ৰায় দশ শতাব্দীৰ উত্তৰাৰ্দ্ধ। এওঁ আছিল শৈৱ। অভিনৱগুপ্ত ৰচিত 'তন্ত্ৰালোক' তন্ত্ৰশাস্ত্ৰৰ বিশ্বকোষ। এওঁ ধ্বন্যালোকৰ ওপৰত 'লোচন' আৰু ভৰতৰ নাট্যশাস্ত্ৰৰ ওপৰত 'অভিনৱভাৰতী' নামৰ দুখন টীকা গ্ৰন্থ ৰচনা কৰে। এওঁৰ ৰসবিষয়ক সমীক্ষা অতীব বৈজ্ঞানিক আৰু যুক্তিযুক্ত।

**ধ্বনিবিৰোধী আচাৰ্য্যসকল**—কুন্তক আৰু মহিমভট্ট নামৰ দুজন পণ্ডিতে ধ্বনিৰ বিৰোধিতা কৰি দুখন গ্ৰন্থ ৰচনা কৰে। কুন্তকৰ গ্ৰন্থৰ নাম 'বক্ৰোক্তি-জীৱিত' আৰু মহিমভট্টৰ গ্ৰন্থৰ নাম 'ব্যক্তিবিবেক'। বক্ৰোক্তিৰ অৰ্থ হৈছে—'বৈদগ্ধভঙ্গীভণিতি।' বক্ৰোক্তিৰ মূল কল্পনা ভামহৰ। কিন্তু ইয়াক ব্যাপক সাহিত্যিক তত্ত্বৰ ৰূপত বিকশিত কৰা কুন্তকৰ স্বকীয় বৈশিষ্ট্য। বক্ৰোক্তিৰ ভিতৰত সমস্ত সাহিত্যিক তত্ত্ব সন্মিলিত কৰি কুন্তকে মহান পাণ্ডিত্যৰ পৰিচয় দিছে। মহিমভট্টৰ 'ব্যক্তিবিবেক'ত তিনিটা বিমৰ্শ। ধ্বনিৰ অনুমানৰ প্ৰকাৰ

প্ৰদৰ্শন কৰাই গ্ৰন্থৰ মূল উদ্দেশ্য। ধ্বনি আচলতে কোনো পৃথক বস্তু নহয়। ই অনুমানৰেই ভেদ। মহিমভট্টই এই সিদ্ধান্ত বৰ পাণ্ডিত্যৰে প্ৰতিপাদন কৰে।

ধনঞ্জয়—ব্যঞ্জনাবাদৰ খণ্ডন কৰা ধ্বনিবিৰোধীসকলৰ ভিতৰত ধনঞ্জয় অন্যতম। ধনঞ্জয় আৰু তেওঁৰ ভ্ৰাতৃ 'ধনিক' ধাৰা নগৰৰ বিদ্যোৎসাহী ৰজা মুঞ্জৰ ( খ্ৰীঃ ৯৭৪-৯৪ ) ৰাজদৰবাৰৰ পণ্ডিত। মুঞ্জৰ ৰাজসভাত থাকি ধনঞ্জয় 'দশৰূপক' ৰচনা কৰে। ধনিকে তাৰ ওপৰত 'অৱলোক' নামৰ টীকা মুঞ্জৰ উত্তৰাধিকাৰী সিন্ধুৰাজৰ ( খ্ৰীঃ ৯৯৪-১০১৮ ) ৰাজত্বকালত লিখে। ধনঞ্জয়ে 'কাব্য-নিৰ্ণয়' নামৰ অলংকাৰ গ্ৰন্থ এখনো ৰচনা কৰে। দশৰূপক নাটকৰ আৱশ্যকীয় সিদ্ধান্তৰ প্ৰতিপাদক গ্ৰন্থ। ই চাৰিটা প্ৰকাশ আৰু প্ৰায় ৩০০ কাৰিকাৰ সমষ্টি। প্ৰথম প্ৰকাশত বস্তু নিৰ্দেশ, দ্বিতীয় প্ৰকাশত নায়ক-বৰ্ণন, তৃতীয় প্ৰকাশত ৰূপক ভেদ আৰু চতুৰ্থ প্ৰকাশত ৰস-নিৰূপণ কৰা আছে।

ভোজৰাজ—ভোজৰাজ ৰচিত (খ্ৰীঃ ১০১৮-৫৩) গ্ৰন্থ দুখনৰ নাম—'সৰস্বতী-কণ্ঠাভৰণ' আৰু 'শৃঙ্গাৰ-প্ৰকাশ'। প্ৰথমখনত অলংকাৰ, গুণ, দোষৰ বিস্তৃত বৰ্ণনা আৰু দ্বিতীয়খনত ৰস নিৰূপণ ব্যাপকভাৱে কৰা হৈছে। ভোজৰাজৰ মতে শৃঙ্গাৰেই আটাইবোৰ ৰসৰ মূলভূত আদিম প্ৰকৃত ৰস। ৰসৰ বৈজ্ঞানিক প্ৰকাৰ প্ৰস্তুতকৰণত ভোজে সূক্ষ্ম বিবেচন শক্তিৰ পৰিচয় দিছে।

ধ্বনিমাৰ্গৰ আচাৰ্য্য—মম্মটে ধ্বনিবিৰোধীসকলৰ মত অতি সুচাৰুৰূপে খণ্ডন কৰিছে। সেই কাৰণে মম্মটক 'ধ্বনি-প্ৰস্থাপন-পৰমাচাৰ্য্য' উপাধিৰে ভূষিত কৰা হৈছে। মম্মটৰ জন্মস্থান কাশ্মীৰ।

'মহাভাষ্য-প্ৰদীপ' ৰচয়িতা 'কৈয়ট' আৰু 'বেদভাষ্যকাৰ' 'উব্বট' এওঁৰ অনুজ। এওঁলোকৰ আবিৰ্ভাৱ কাল একাদশ শতকৰ উত্তৰাৰ্দ্ধ। মম্মটৰ লেখন শৈলী সূত্ৰাত্মক। এওঁ 'কাব্যপ্ৰকাশ' নামৰ অলংকাৰ শাস্ত্ৰখন ৰচনা কৰে। কাব্য-প্ৰকাশৰ তিনিটা ভাগ—কাৰিকা, বৃত্তি আৰু উদাহৰণ। ই দহটা উল্লাসৰ সমষ্টি। ইয়াত কাব্যৰ স্বৰূপ, বৃত্তিবিচাৰ, ধ্বনিভেদ, গুণীভূতব্যঙ্গ, চিত্ৰ-কাব্য, দোষ, গুণ, শব্দালংকাৰৰ বিচাৰ বৰ্ণিত আছে। ই অতি পৌঢ়, সাৰগৰ্ভিত আৰু পাণ্ডিত্য-পূৰ্ণ। বিশ্বনাথ কবিৰাজে ইয়াৰ ওপৰত ব্যাখ্যা লিখে। দশম উল্লাসৰ পৰিকৰ অলংকাৰলৈকে মম্মটৰ স্বৰচিত। বাকীখিনি অলক বা অল্লক নামৰ এজন কাশ্মীৰী পণ্ডিতে লিখি গ্ৰন্থখন সম্পূৰ্ণ কৰে।

ক্ষেমেন্দ্ৰ—মম্মটভট্টৰ সমকালীন আলংকাৰিক ক্ষেমেন্দ্ৰই 'সুবৃত্ত তিলক' নামৰ এখন অনুপম ছন্দ শাস্ত্ৰ লিখে। ইয়াত ছন্দ বিষয়ক অনেক মৌলিক কথা

প্ৰস্তুত কৰা আছে। কবি কণ্ঠাভৰণত কাব্যৰ বাহ্য সাধনৰ বিশিষ্ট চৰ্চা কৰা আছে; কিন্তু এওঁৰ আটাইতকৈ মৌলিক ৰচনা হৈছে—'ঔচিত্যবিচাৰ চৰ্চা'। ইয়াত ঔচিত্যৰ মহত্বপূৰ্ণ সিদ্ধান্তৰ বিস্তৃত সমীক্ষা কৰা হৈছে। ঔচিত্য ৰসৰ প্ৰাণভূত। ই অনেক প্ৰকাৰ। ঔচিত্যৰ সম্বন্ধপদ, বাক্য, প্ৰবন্ধাৰ্থ, গুণ, অলংকাৰ, ৰস, ক্ৰিয়া, কৰণ, লিঙ্গ আদিৰ প্ৰয়োগেৰে ক্ষেমেন্দ্ৰই ঔচিত্যৰ মহত্ব ভাল ধৰণে প্ৰদৰ্শিত কৰিছে।

**ৰুষ্যক**—ৰুয্যক কাশ্মীৰৰ ৰজা জয়সিংহৰ ( খ্ৰীঃ ১১২৮-৪৯ৰ ) সান্ধিবিগ্ৰহিক মহাকবি মংখকৰ গুৰু। এওঁৰ আবিৰ্ভাৱ কাল বাৰ শতাব্দীৰ মধ্যভাগ। এওঁৰ 'অলংকাৰ-সৰ্বস্ব' প্ৰধান প্ৰসিদ্ধ গ্ৰন্থ। ইয়াত ৭৫টা অৰ্থালংকাৰ আৰু ৬টা শব্দালংকাৰৰ পাণ্ডিত্যপূৰ্ণ বৰ্ণনা আছে। এওঁৰ সমীক্ষা মম্মটৰ সমীক্ষাতকৈ অধিক ব্যাপক আৰু বিস্তৃত। 'জয়ৰথ' আৰু 'সমুদ্ৰবন্ধ'ই ইয়াৰ ওপৰত পাণ্ডিত্য-পূৰ্ণ টীকা লিখে।

**হেমচন্দ্ৰ**—হেমচন্দ্ৰই (খ্ৰীঃ ১০৮৮-১১৭২) অলংকাৰৰ ওপৰত 'কাব্যানুশাসন' নামৰ প্ৰধান গ্ৰন্থ লিখে। ইয়াৰ ওপৰত এওঁ বৃত্তিও লিখে। ই আঠটা পৰিচ্ছেদৰ সমষ্টি। ইয়াত অলংকাৰৰ তথ্যৰ বিস্তৃত আলোচনা কৰা হৈছে।

**বিশ্বনাথ-কবিৰাজ**—এওঁ আছিল উৎকলৰ ৰজাৰ সন্ধিবিগ্ৰহিক। এওঁৰ পিতাক চন্দ্ৰশেখৰে 'পুষ্পমালা' আৰু 'ভাবাৰ্ণৱ' নামৰ দুখন গ্ৰন্থ লিখে। বিশ্বনাথৰ সুপ্ৰসিদ্ধ গ্ৰন্থখনৰ নাম 'সাহিত্য-দৰ্পণ'। ইয়াৰ দহটা পৰিচ্ছেদত কাব্য তথা নাট্যৰ বিবেচন অতি সৰল আৰু সবল ধৰণে কৰিছে। এই গ্ৰন্থখন কাব্যপ্ৰকাশৰ শৈলীৰ আধাৰত ৰচিত।

**পণ্ডিতৰাজ জগন্নাথ**—এওঁৰ 'ৰস-গঙ্গাধৰ' সাহিত্য শাস্ত্ৰৰ মৰ্ম প্ৰকাশক গ্ৰন্থ। জগন্নাথ অকল এজন প্ৰতিভাশালী কবিয়েই নহয়, এজন অলৌকিক গুণসম্পন্ন পণ্ডিতো। সকলো দিশৰপৰা এওঁৰ গ্ৰন্থখন উপাদেয়। শৈলী প্ৰৌঢ় আৰু বিচাৰ মৌলিক।

ইয়াৰ বাহিৰেও ৰাজশেখৰে 'কাব্য-মীমাংসাত' কবি শিক্ষাৰ বিষয় প্ৰধানকৈ আলোচনা কৰিছে। মুকুলভট্টই 'অবিধাবৃত্তি মাতৃকা'ত অবিধা আৰু লক্ষণাৰ বিস্তৃত বৰ্ণনা কৰিছে। বাগ্‌ভট্টই 'ভাগভটালংকাৰ নামৰ' অলংকাৰ গ্ৰন্থত দোষ, গুণ, বৃত্তি, ৰস আৰু অলংকাৰৰ সৰস বিবেচন কৰিছে। ৰামচন্দ্ৰ আৰু গুণচন্দ্ৰৰ ৰচিত নাট্য-দৰ্পণ'ত নাটকৰ অঙ্গৰ উপাদেয় বৰ্ণনা পোৱা যায়। 'শাৰদাতনয়'ৰ 'ভাবপ্ৰকাশন' নাট্যশাস্ত্ৰৰ গ্ৰন্থ। ইয়াৰ দহটা অধিকৰণত ৰস আৰু ভাবৰ সুন্দৰ

-বৰ্ণনা আছে। বিদ্যাধৰৰ 'একাৱলি', জয়দেৱৰ 'চন্দ্ৰালোক', কবি কৰ্ণপূৰৰ 'অলংকাৰ কৌস্তভ', বিদ্যানাথৰ 'প্ৰতাপৰুদ্ৰ-যশোভূষণ', অপ্পয়দীক্ষিতৰ 'কুৱলয়ানন্দ' অলংকাৰ শাস্ত্ৰৰ প্ৰসিদ্ধ গ্ৰন্থ। এইদৰে অলংকাৰ শাস্ত্ৰবিষয়ক গ্ৰন্থ খৃষ্টীয় ১ম শতাব্দীৰপৰা আৰম্ভ কৰি ১৮ শতাব্দীলৈকে ধাৰাবাহিকৰূপে ৰচিত হৈ আহিছে।

১। **অলংকাৰ শাস্ত্ৰৰ সম্প্ৰদায়**—অলংকাৰ শাস্ত্ৰৰ সম্প্ৰদায় অনেক। আলংকাৰিকসকলৰ প্ৰধান বিষয় হৈছে কাব্যৰ আত্মা-বিচাৰ। কি বস্তুৰ সত্তা থাকিলে কাব্যত কাব্যত্ব বিদ্যমান থাকে, এই প্ৰশ্নৰ উত্তৰ দিবলৈ যোৱাত অনেক সম্প্ৰদায়ৰ সৃষ্টি হয়। কোনোৱে অলংকাৰক, কোনোৱে গুণক বা ৰীতিক আৰু কোনোৱে ধ্বনিক কাব্যৰ প্ৰাণভূত বুলি মানে। কাব্যৰ আত্মাৰ সম্বন্ধত মতভেদ হোৱা বাবে ভিন্ ভিন্ সময়ত নতুন নতুন সম্প্ৰদায়ৰ সৃষ্টি হয়। অলংকাৰ সৰ্বস্বৰ টীকাকাৰ সমুদ্ৰবন্ধনৰ মতে বিশিষ্ট শব্দ আৰু অৰ্থৰ মিলনতহে কাব্যৰ সৃষ্টি। শব্দ আৰু অৰ্থৰ এই বিশিষ্টতা তিনি ধৰণে আহিব পাৰে—১। ধৰ্মৰপৰা, ২। ব্যাপাৰৰপৰা আৰু ৩। ব্যঙ্গৰপৰা। ধৰ্মমূলক বৈশিষ্ট্য দুই প্ৰকাৰৰ—নিত্য আৰু অনিত্য। অনিত্য ধৰ্মৰ অভিপ্ৰায় অলংকাৰৰপৰা আৰু নিত্যধৰ্মৰ তাৎপৰ্য্য গুণৰপৰা। এইদৰে ধৰ্মমূলক বৈশিষ্ট্য প্ৰতিপাদন কৰা দুটা সম্প্ৰদায়ৰ সৃষ্টি হয়—অলংকাৰ সম্প্ৰদায় আৰু গুণ বা ৰীতি সম্প্ৰদায়।

ব্যাপাৰমূলক বৈশিষ্ট্য দুই প্ৰকাৰৰ—১। বক্ৰোক্তি আৰু ২। ভোজকত্ব। কুন্তক বক্ৰোক্তি সম্প্ৰদায়ৰ আচাৰ্য্য। ভট্টনায়কে বিভাৱ, অনুভাৱ আৰু সঞ্চাৰী-ভাৱৰপৰা ৰসৰ নিষ্পত্তি বুজাবলৈ ভোজকত্ব ব্যাপাৰৰ সৃষ্টি কৰে।

ব্যঙ্গৰ বৈশিষ্ট্য সমৰ্থক আনন্দবৰ্ধনে ধ্বনিক উত্তম কাব্য বুলি স্বীকাৰ কৰিছে। আনন্দবৰ্ধনে ধ্বনি বিৰোধী তিনিটা মতৰ উল্লেখ কৰিছে—১। অভাৱবাদিন্, ২। ভক্তিবাদিন্ আৰু ৩। অনিৰ্বচনীয়তাবাদিন্।

অলংকাৰ শাস্ত্ৰৰ সম্প্ৰদায় মুখ্যতঃ ছয়টা—১। অলংকাৰ সম্প্ৰদায়, ২। ৰসসম্প্ৰদায়, ৩। বক্ৰোক্তি সম্প্ৰদায়, ৪। গুণ বা ৰীতি সম্প্ৰদায়, ৫। ধ্বনি সম্প্ৰদায় আৰু ৬। ঔচিত্য সম্প্ৰদায়।

১। **অলংকাৰ সম্প্ৰদায়**—ভামহ, উদ্ভট আৰু ৰুদ্ৰট অলংকাৰৰ পৃষ্ঠপোষক। কিছুমান ক্ষেত্ৰত দণ্ডীকও অলংকাৰৰ পৃষ্ঠপোষক বুলি স্বীকৃতি দিয়া হয়। উক্ত সম্প্ৰদায়ৰ মতে অলংকাৰেই কাব্যৰ জীৱন। চন্দ্ৰালোকত লিখা আছে—

'অঙ্গীকৰোতি যঃ কাব্যং শব্দাৰ্থাবনলঙ্কৃতী।
অসৌ ন মন্যতে কস্মাদনুষ্ণমনলং কৃতী॥'

যিদৰে কুইক উক্তাবহিত বুলি ধৰা উপহাস্যাস্পদ, সেইদৰে কাব্যক অলংকাৰহীন বুলি ধৰিলেও অস্বাভাৱিক। ভৰতৰ নাট্যশাস্ত্ৰৰ মতে মূল অলংকাৰ চাৰিটা হৈছে—অনুপ্ৰাস, উপমা, ৰূপক আৰু দীপক। ইয়াৰ এটা শব্দালংকাৰ আৰু তিনিটা অৰ্থালংকাৰ। ৰুদ্ৰটৰ মতে উপমা, বাস্তৱ, অতিশয় আৰু শ্লেষ অলংকাৰৰ মূল। অলংকাৰৰ পক্ষপাতী আচাৰ্য্যসকলে ৰসক অলংকাৰৰ অন্তৰ্বৰ্তী বুলিহে মানে।

ৰসবৎ, প্ৰেয়, উৰ্জস্বী আৰু সমাহিত্য—এই চাৰিটা অলংকাৰৰ ভিতৰৰ ৰস। দণ্ডীও ৰসবৎ অলংকাৰৰ লগত সুপৰিচিত। এওঁ আঠটা ৰস আৰু আঠটা স্থায়ীভাৱৰ নিৰ্দেশ কৰে।

২। **ৰস-সম্প্ৰদায়**—ৰাজশেখৰৰ মতে নন্দিকেশ্বৰে ব্ৰহ্মাৰ উপদেশমতে সৰ্বপ্ৰথম ৰস নিৰূপণ কৰে। কিন্তু নন্দিকেশ্বৰৰ ৰসবিষয়ক মতবো কোনো অনুসন্ধান পোৱা নাযায়। প্ৰকৃততে ভৰত মুনিহে ৰসসিদ্ধান্তৰ লগত জড়িত। ভৰত মুনি ৰস-সম্প্ৰদায়ৰ প্ৰথম আৰু সৰ্বশ্ৰেষ্ঠ আচাৰ্য্য। নাট্য-শাস্ত্ৰৰ ষষ্ঠ আৰু সপ্তম অধ্যায়ত ৰস আৰু ভাৱৰ যি নিৰূপণ কৰা হৈছে, ই সংস্কৃত সাহিত্যাৰ্ণৱৰ অপূৰ্ব বস্তু; ৰস-সম্প্ৰদায়ৰ মূলভূত সূত্ৰ হৈছে—'বিভাৱানুভাৱ-ব্যভিচাৰিসংযোগাৎ ৰসনিষ্পত্তিঃ'। অৰ্থাৎ, বিভাৱ, অনুভাৱ আৰু ব্যভিচাৰী ভাৱৰ সংযোগৰূপৰা ৰসৰ নিষ্পত্তি হয়। ভট্টলোল্লট, শংকুক, ভট্টনায়ক আৰু অভিনৱগুপ্ত আদি টীকাকাৰসকলে এই সূত্ৰৰ বেলেগ বেলেগ ব্যাখ্যা দিছে। ভট্টলোল্লট উৎপত্তিবাদী। এওঁ ৰসক বিভাৱাদিৰ কাৰ্য্য বুলি মানে। শংকুকে বিভাৱাদিৰ দ্বাৰা ৰসৰ অনুমিতি মানে। বিভাৱাদি আৰু ৰসৰ লগত এওঁৰ মতৰ অনুমাপক অনুমাপ্য সম্বন্ধ। ভট্টনায়ক হৈছে ভুক্তিবাদী। এওঁৰ মতে বিভাৱাদিৰ ৰসৰ লগত ভোজ্য-ভোজক সম্বন্ধ। অভিনৱগুপ্ত ব্যক্তিবাদী। এওঁৰ মতটোৱে অধিক মনোবৈজ্ঞানিক। সমগ্ৰ স্থায়ীভাৱ বাসনাৰূপত সহৃদয়ৰ হৃদয়ত বিদ্যমান হৈ থাকে। বিভাৱাদীৰ দ্বাৰা এই সুপ্ত স্থায়ীভাৱ অভিব্যক্ত হৈ আনন্দময় ৰসৰ ৰূপ প্ৰাপ্ত হয়।

ভৰতমুনিৰ মতে ৰস আঠ প্ৰকাৰ—১। শৃঙ্গাৰ, ২। হাস্য, ৩। করুণ, ৪। ৰৌদ্ৰ, ৫। বীৰ, ৬। ভয়ানক, ৭। বীভৎস, ৮। অদ্ভুত।

শান্তৰসৰ বিষয়ত আলংকাৰিকসকলৰ মাজত মতভেদ দেখা যায়। ধনঞ্জয় আৰু ভৰতে নাটকত শান্তৰসৰ স্থিতি অস্বীকাৰ কৰে। নাটক অভিনয়ৰ দ্বাৰা প্ৰদৰ্শিত কৰা হয় আৰু শান্তৰস সকলো কাৰ্য্যৰ বিৰামৰূপ। এনেকুৱা ক্ষেত্ৰত

শান্তৰসৰ প্ৰয়োগ নাটকত অলভ্য। অন্ততে কাব্যত শান্তৰসৰ সত্তা বিদ্যমান। উদাহৰণস্বৰূপে মহাভাৰতৰ মূল ৰস শান্তৰস বুলি আনন্দবৰ্ধনে মত প্ৰকাশ কৰে। ৰুদ্ৰটে 'প্ৰেয়ান'ক আৰু বিশ্বনাথে 'বাৎসল্য'ক ৰস বুলি স্বীকাৰ কৰিবলৈ প্ৰয়াস কৰে।

৩। বক্ৰোক্তি সম্প্ৰদায়—কুন্তকৰ মতে বক্ৰোক্তি কাব্যৰ জীৱন। সেয়ে তেওঁৰ গ্ৰন্থৰ নামো ৰাখিছে 'বক্ৰোক্তি জীৱিত'। বক্ৰোক্তি শব্দৰ অৰ্থ—বক্ৰ উক্তি অৰ্থাৎ সৰ্বসাধাৰণ লোকৰ কথাৰপৰা ভিন্ন অলৌকিক চমৎকাৰ যুক্ত কথা। কুন্তকৰ ভাষাত বক্ৰোক্তি 'বৈদগ্ধ্যভঙ্গীভণিতি'। কুন্তক বক্ৰোক্তিৰ কল্পনাত ভামহৰ ওচৰত ঋণী। ভামহে অতিশয়োক্তিক বক্ৰোক্তি বুলি নামাকৰণ কৰে আৰু ইয়াক অলংকাৰৰ জীৱনী শক্তি বুলি মানে। ভামহৰ মতে বক্ৰ অৰ্থযুক্ত শব্দ প্ৰয়োগত কাব্যত অলংকাৰৰ উৎপন্ন হয়—'বাচাং বক্ৰাৰ্থশব্দোক্তিৰলংকাৰায় কল্পতে।' লোচনে ভামহৰ উক্তত দি কৈছে—শব্দ আৰু অৰ্থৰ বক্ৰতা লোকোত্তৰ ৰূপত অৱস্থিত।

বক্ৰোক্তিৰ মুখ্যৰূপ পাঁচ প্ৰকাৰ—১। বৰ্ণবক্ৰতা, ২। বদবক্ৰতা, ৩। বাক্য-বক্ৰতা, ৪। অৰ্থবক্ৰতা আৰু ৫। প্ৰবন্ধবক্ৰতা। কুন্তক ধ্বনিমতৰ লগত সুপৰিচিত। ধ্বন্যালোকৰ পদ্যও কুন্তকে নিজ গ্ৰন্থত উল্লেখ কৰিছে, কিন্তু এওঁৰ বক্ৰোক্তি কল্পনা ইমান উদাত্ত, ব্যাপক আৰু বহুমুখী যে, ইয়াৰ ভিতৰত ধ্বনিৰ সমস্ত প্ৰপঞ্চ বিৰাজ কৰিছে। বক্ৰোক্তিৰ মোহনীয় ভাবনাৰ বীজ ৰোপণ কৰা শ্ৰেষ্ঠ পণ্ডিত ভামহ আৰু এই বীজক উদাত্তৰূপত অংকুৰিত তথা পল্লবিত কৰে কুন্তকে।

৪। ৰীতি বা গুণ-সম্প্ৰদায়—বামণ ৰীতি সম্প্ৰদায়ৰ পৃষ্ঠপোষক। এওঁৰ মতে ৰীতি কাব্যৰ আত্মা। ৰীতি পদৰ বিশিষ্ট ৰচনা। গুণৰপৰা ৰচনাত এই বিশিষ্ট ভাবৰ সৃষ্টি হয়। ৰীতি গুণৰ ওপৰত প্ৰতিষ্ঠিত। সেইবাবে ৰীতি মতক গুণসম্প্ৰদায় বুলি কোৱা হয়। দণ্ডীয়ে বৈদৰ্ভী আৰু গৌড়ী ৰীতি বিভেদ স্পষ্টৰূপে প্ৰদৰ্শন কৰিছে। বামণে প্ৰথম গুণ, অলংকাৰৰ ভেদ স্পষ্টৰূপে প্ৰতি-পাদিত কৰি দেখুৱায়। বামণে গুণক শব্দগত আৰু অৰ্থগত বুলি ধৰি লৈ তাৰ সংখ্যা দুগুণ কৰি দেখুৱায়।

ভৰতৰ নাট্যশাস্ত্ৰত শেষ, প্ৰসাদ, সমতা, সমাধি, মাধুৰ্য্য, ওজ, সুকুমাৰতা, অৰ্থ, ব্যক্তি, উদাৰতা আৰু কান্তি—এই দহটা গুণৰ উল্লেখ আছে। দণ্ডী আৰু বামণে উক্ত দহগুণৰ আৱশ্যকতা স্বীকাৰ কৰিছে। বামণৰ মতে 'কাব্যশোভায়াঃ কৰ্তাৰো

ধৰ্মাঃ গুণা। তদতিশয় হেতবোঽলংকাৰঃ॥' অৰ্থাৎ কাব্যৰ শোভাবৰ্ধন কৰা ধৰ্ম 'গুণ' আৰু অতিশয় কৰা ধৰ্ম 'অলংকাৰ'। অলংকাৰ সম্প্ৰদায়তকৈ ৰীতিসম্প্ৰদায়ৰ দৃষ্টিভঙ্গী গভীৰ আৰু পৈণত।

৫। **ধ্বনি-সম্প্ৰদায়**—আনন্দবৰ্ধনে যুক্তিসহ ব্যঙ্গৰ সত্তা বাচ্যৰপৰা পৃথক কৰে। এওঁৰ ধ্বনি বিষয়ক তিনিটা মত—অভাববাদী, ভক্তিবাদী আৰু অনিৰ্বচনীয়বাদী। ধ্বনিৰ তিনিটা মুখ্য ভেদ—ৰস, বস্তু আৰু অলংকাৰ। ইও আকৌ কেবা প্ৰকাৰৰ। ধ্বনিবাদী সিদ্ধান্তৰ ব্যৱস্থাপকসকলে নিজ পদ্ধতি অনুসাৰে গুণ, দোষ, ৰস, ৰীতি আদি সমস্ত কাব্যতত্ত্বৰ সুন্দৰ ব্যাখ্যা কৰিছে।

৬। **ঔচিত্য সম্প্ৰদায়**—ঔচিত্য ভাবনা ৰসধ্বনি আদি সমস্ত কাব্যতত্ত্বৰে মূল ভাবনা। ক্ষেমেন্দ্ৰই 'ঔচিত্য-বিচাৰ চৰ্চা' লিখি কাব্যতত্ত্বৰ ব্যাপকৰূপ স্পষ্টৰূপে দাঙি ধৰিছে। এওঁৰ মতে 'ঔচিত্য' ৰসৰ জীৱনভূত প্ৰাণ। যাৰ যিহৰ লগত সাদৃশ্য আছে, যাৰ লগত যিহৰ মিল হয়, সিয়েই 'উচিত' আৰু উচিতৰ ভাবেই 'ঔচিত্য'। এই 'ঔচিত্য'ৰ পদ, বাক্য, অৰ্থ, ৰস, কাৰক, লিঙ্গ, বচন আদি অনেক ঠাইত দেখুৱাই দি আৰু ইয়াৰ অভাৱ অন্যত্ৰ দেখুৱাই ক্ষেমেন্দ্ৰই সাহিত্য ৰসিকসকলৰ মহান উপকাৰ সাধন কৰে। ঔচিত্যৰ মূল তত্ত্ব উদ্‌ঘাতন কৰে আনন্দবৰ্ধনে।

'অনৌচিত্যাদৃতে নান্যাদ্ ৰসভঙ্গস্য কাৰণম্।
ঔচিত্যোপনিবন্ধস্তু ৰসস্যোপনিষৎ পৰা॥'

অনৌচিত্যৰ বাহিৰে ৰসভঙ্গৰ আন কোনো কাৰণ নাই। ৰসৰ পৰম ৰহস্য —'পৰা উপনিষদ্'—এইটোৱেই হৈছে ঔচিত্যৰ লগত ইয়াৰ নিবন্ধন।

অলংকাৰ শাস্ত্ৰই আলোচনা শাস্ত্ৰক তিনিটা কাব্যতত্ত্ব দিয়ে। যেনে ঔচিত্য, ৰস আৰু ধ্বনি। ইয়াত 'ঔচিত্য' আটাইতকৈ ব্যাপক তত্ত্ব। ঔচিত্য নাথাকিলে 'ৰসত' নাথাকে সৰসতা আৰু ধ্বনিত মহত্ত্বতা। ঔচিত্যৰ তত্ত্বৰ ওপৰত সাহিত্যৰ, সমগ্ৰ সিদ্ধান্ত প্ৰতিষ্ঠিত।

## সপ্তদশ অধ্যায়

# (ক) ধৰ্ম শাস্ত্ৰ

ধৰ্মশাস্ত্ৰ ৰচনা হয় বৈদিক কালতেই। কল্পসূত্ৰত ধৰ্মশাস্ত্ৰই এক বিশিষ্ট স্থান অধিকাৰ কৰিছে। খৃঃ পূঃ ৫ম আৰু ৬ষ্ঠ শতাব্দীত বেদৰ শাখাৰ লগত জড়িত অনেক ধৰ্মশাস্ত্ৰৰ ৰচনা হয়। ই সূত্ৰৰূপত ৰচিত। পিচলৈ ইয়াৰ আলমত স্মৃতিগ্ৰন্থৰ সৃষ্টি হয়। ধৰ্মশাস্ত্ৰ পাঁচ প্ৰকাৰ—বৰ্ণধৰ্ম, আশ্ৰমধৰ্ম, বৰ্ণাশ্ৰমধৰ্ম, নৈমিত্তিক ধৰ্ম আৰু গুণধৰ্ম। বেদ-বেদাঙ্গ আৰু স্মৃতিৰ আধাৰত এই শাস্ত্ৰবোৰ গঢ়ি উঠিছে। ধৰ্মশাস্ত্ৰৰ আন এটা নাম স্মৃতিশাস্ত্ৰ। ধৰ্মশাস্ত্ৰবোৰৰ ক্ষেত্ৰত ৰামায়ণ, মহাভাৰত আৰু পুৰাণসমূহৰ অৱদান যথেষ্ট আছে। কথিত আছে যে আপস্তম্ব, পৰাশৰ, শতপথ, সামবৰ্ত, দক্ষ, বশিষ্ঠ, অঙ্গিৰস, যম, বিষ্ণু, মনু, যাজ্ঞবল্ক্য, অত্ৰি, হাৰীতি, লিখিত, শঙ্খ, গৌতম, বৃহস্পতি, কাত্যায়ন, ব্যাস আৰু উশনস আদি বিশজন ব্ৰহ্মাৰ পুত্ৰই ইয়াই ৰচনা কৰে। স্মৃতিগ্ৰন্থ প্ৰায় পঞ্চাশখন। তাৰ ভিতৰত বশিষ্ঠস্মৃতি, কাত্যায়নস্মৃতি, নাৰদস্মৃতি, শঙ্খস্মৃতি, লিখিতস্মৃতি, মনুস্মৃতি, আৰু যাজ্ঞবল্ক্যস্মৃতি, আদিয়েই প্ৰধান। স্মৃতিগ্ৰন্থসমূহত আচাৰ, ব্যৱহাৰ আৰু প্ৰায়শ্চিত্ত—এই তিনিটা বিষয়ক ৰচনা পোৱা যায়। আচাৰখণ্ডত ব্ৰহ্মাচাৰী, গৃহস্থ, বাণপ্ৰস্থ আৰু সন্ন্যাসীৰ আচাৰৰ বিস্তৃত বৰ্ণনা আৰু ব্যৱহাৰ খণ্ডত ৰাজধৰ্মৰ বৰ্ণনা আৰু প্ৰায়শ্চিত্ত খণ্ডত পাপৰ প্ৰায়শ্চিত্তৰ ব্যৱস্থাৰ বৰ্ণনা কৰা আছে।

মহাভাৰতৰ যুগত বশিষ্ঠকৃত ধৰ্মসূত্ৰ ৰচিত হয়। কাশ্যপেও ধৰ্মশাস্ত্ৰৰ ওপৰত এখন সূত্ৰগ্ৰন্থ লিখে। এই সূত্ৰগ্ৰন্থৰ কিছু অংশ বিশ্বৰূপ আদি প্ৰাচীন টীকাত পোৱা যায়। 'বৌধায়ন' ধৰ্মসূত্ৰত কাশ্যপীয় ধৰ্মসূত্ৰৰ কথা উল্লেখ আছে।

মহাভাৰতৰ শান্তিপৰ্বৰপৰা জনা যায় যে, মৰীচি, অত্ৰি, অঙ্গিৰা, পুলস্ত্য, পুলহ, ক্ৰতু, আৰু বশিষ্ঠ—এই সাতজন ঋষিয়ে 'চিত্ৰশিখণ্ডিশাস্ত্ৰ' ৰচনা কৰে। ইয়াত ধৰ্মৰ উপদেশযুক্ত একলাখ শ্লোক আছে। এই গ্ৰন্থখন প্ৰকৃততে ধৰ্মৰেই প্ৰতিপাদক গ্ৰন্থ।

মনুৱে ৰচিত ধৰ্মগ্ৰন্থখনৰ নাম মনুস্মৃতি। ইয়াত হিন্দু সমাজ-ব্যৱস্থা তথা ধৰ্মৰ কথা অতি সুন্দৰভাৱে বিচাৰ কৰিছে। মনুস্মৃতি বাৰটা অধ্যায়ত বিভক্ত। ইয়াত চাৰি আশ্ৰম আৰু ৰজা-প্ৰজাৰ ধৰ্মৰ বিশদ বৰ্ণনা আছে। মেধাতিথি আৰু কুল্লকভট্টই ইয়াৰ ওপৰত প্ৰসিদ্ধ টীকা লিখে। ডা° বুলৰৰ মতে 'মনুস্মৃতিৰ'

ৰচনাকাল ২০০ খ্ৰীঃ পূঃপৰা ১০০ খ্ৰীঃৰ ভিতৰত। আকৌ কিছুমান পণ্ডিতৰ মতে মনুস্মৃতিৰ ৰচনাকাল খ্ৰীঃ পূঃ দ্বিতীয় শতাব্দী।

মনুৰ পিচতেই যাজ্ঞবল্ক্যৰ নাম স্মৃতি গ্ৰন্থত সুপ্ৰসিদ্ধ। এওঁ স্মৃতিগ্ৰন্থত আচাৰ, ব্যৱহাৰ আৰু প্ৰায়শ্চিত্তৰ বিস্তৃত বৰ্ণনা কৰিছে। দক্ষিণ ভাৰতৰ বিজ্ঞানেশ্বৰ নামৰ এজন পণ্ডিতে 'মিতাক্ষৰা' নামে ইয়াৰ ওপৰত এখন টীকা লিখে। বিজ্ঞানেশ্বৰ আছিল চালুক্যৰাজ ষষ্ঠ বিক্ৰমাদিত্যৰ ৰাজসভাৰ পণ্ডিত। যাজ্ঞবল্ক্য স্মৃতি'ৰ ৰচনা কাল প্ৰায় চতুৰ্থ শতাব্দীৰ মাজভাগত। এই গ্ৰন্থখন মিথিলাত ৰচিত হয়।

কপিল ৰচিত 'কপিলস্মৃতি' দহটা অধ্যায়ৰ স্মৃতিগ্ৰন্থ। ইয়াৰ প্ৰত্যেকটো অধ্যায়তে এশটাকৈ শ্লোক আছে। ইয়াত শ্ৰাদ্ধ, বিবাহ, প্ৰায়শ্চিত্ত আৰু দত্তপুৰ আদি বিষয় সন্নিৱেশ কৰা আছে।

নাৰদস্মৃতিৰ দুটা বেলেগ বেলেগ পাঠ বৰ্তমান পোৱা গৈছে। নাৰদস্মৃতিৰ মূল বিষয় হ'ল—আইন। মনুস্মৃতিৰ দৰে ইয়াত আচাৰ আৰু প্ৰায়শ্চিত্ত কথা নাই। নাৰদস্মৃতিত ধনৰ ভেদৰ কথা উল্লেখ আছে। নাৰদস্মৃতি মতে ধন তিনি প্ৰকাৰ—শুক্ল, মিশ্ৰিত আৰু কৃষ্ণ। প্ৰত্যেক ভাগৰে আকৌ সাতটাকৈ বেলেগ বেলেগ ভাগ আছে। সূত্ৰগ্ৰন্থৰ পিচত স্মৃতিগ্ৰন্থসমূহ ৰচিত হয়। বিষ্ণুস্মৃতিৰ বাহিৰে পিচৰ স্মৃতিগ্ৰন্থবোৰ শ্লোকত ৰচিত। 'পৰাশৰস্মৃতি'খন পৰাশৰে তেওঁৰ জীৱনৰ অন্তিম কালত ৰচনা কৰে।

প্ৰাচীন ধৰ্মসূত্ৰসমূহৰ ভিতৰত গৌতমৰ 'ধৰ্মসূত্ৰ', আপস্তম্বৰ 'ধৰ্মসূত্ৰ', বৌধায়নৰ 'ধৰ্মসূত্ৰ', বশিষ্ঠৰ 'ধৰ্মসূত্ৰ', বিষ্ণুৰ 'ধৰ্মসূত্ৰ', হাৰীতৰ 'ধৰ্মসূত্ৰ', শাংখৰ 'ধৰ্মসূত্ৰ', বৈখানসৰ 'ধৰ্মসূত্ৰ', পৈথীনসীৰ 'ধৰ্মসূত্ৰ', উশনসৰ 'ধৰ্মসূত্ৰ', কাশ্যপৰ 'ধৰ্মসূত্ৰ' আৰু বৃহস্পতিৰ 'ধৰ্মসূত্ৰ'ৰ নাম উল্লেখনীয়।

ইয়াৰ বাহিৰেও তেৰ শতাব্দীত দেৱন্নভট্টই 'স্মৃতিচন্দ্ৰিকা', বৰদৰাজে স্মৃতি-সংগ্ৰহ', হেমাদ্ৰিয়ে 'চতুৰ্বৰ্গচিন্তামণি' আৰু চতুৰ্থ শতাব্দীত বিশ্বেশ্বৰে 'মদন-পাৰিজাত', চণ্ডেশ্বৰে 'স্মৃতিৰত্নাকৰ' আৰু মাধৱে 'কালমাধৱীয়' ৰচনা কৰে। পোন্ধৰ শতাব্দীত বাচস্পতিয়ে 'চিন্তামণি', ষোল্ল শতাব্দীত ৰুদ্ৰদেৱে 'সৰস্বতী-বিলাস', ৰঘুনন্দই 'অগ্নিপৰীক্ষা' বৈদ্যনাথ দীক্ষিতে স্মৃতিমুক্তাফল, আৰু সোতৰ শতাব্দীত ভট্টজী দীক্ষিতে 'তিথি-নিৰ্ণয়', কমলাকৰ ভট্টই 'নিৰ্ণয়সিন্ধু', নীলকণ্ঠই 'ভগৱন্তভাস্ক'ৰ আৰু মিত্ৰ মিশ্ৰই 'বীৰমিত্ৰোদয়' আদি গ্ৰন্থ ৰচনা কৰি ধৰ্মশাস্ত্ৰৰ ভঁৰাল টনকিয়াল কৰে।

ভাৰতীয় জনজীৱনত আচাৰ-বিচাৰ, ৰীতি-নীতি বিষয় অতি প্ৰাচীন।

বৈদিক সংহিতাসমূহৰ অধিকাংশতেই ধৰ্ম-কৰ্ম, আচাৰ-বিচাৰ আদিৰ কথা লিপিবদ্ধ কৰা আছে। ভাৰতৰ ধাৰ্মিক ইতিহাসত সামাজিক একতাৰ বাবে ভাৰতীয় স্মৃতিবোৰে যি মহান আচাৰ-প্ৰণালী আৰু উচ্চ নিয়মৰ ৰূপৰেখা তৈয়াৰ কৰিছে, পৃথিবীৰ ইতিহাসত ইমান প্ৰাচীন কালত এনেকুৱা নিয়ম পোৱা নাযায়।

## (খ) অৰ্থশাস্ত্ৰ

অৰ্থশাস্ত্ৰৰ ভিতৰত কৌটিল্যৰ অৰ্থশাস্ত্ৰ অতি প্ৰামাণিক আৰু প্ৰাচীন গ্ৰন্থ। চাণক্য আছিল সম্ৰাট চন্দ্ৰগুপ্তৰ প্ৰধান মন্ত্ৰী। চাণক্যই অৰ্থশাস্ত্ৰত ৰজাৰ শাসন-প্ৰণালী সম্বন্ধীয় কথা লিপিবদ্ধ কৰে। ইয়াত ৰাজকুমাৰসকলক দিয়া শিক্ষা, চোৰংচোৱাৰ কাৰ্য্য, ৰাজদূত, মন্ত্ৰীসভা, শাসন, আইন, ৰাজকৰ, ৰাজনীতিৰ ছয়টা প্ৰধান উপাদান, ৰজাৰ দোষ, কৰি, পুৰোহিত, ভোজনাগাৰৰ কৌশল ইত্যাদি বিষয়সমূহ সম্যকৰূপে আলোচনা কৰা আছে। এই গ্ৰন্থখনৰ পৰা সেই সময়ৰ ৰাজ্য ব্যৱস্থা, লেন-দেন, বেপাৰ-বাণিজ্য আদিৰ কথা জানিবলৈ জনা যায়। অৰ্থশাস্ত্ৰৰ পিচতে ৰচিত হয় 'শুক্ৰনীতি'। ইয়াত ৰাজ্য-শাসন প্ৰণালীৰ ব্যৱস্থা সুন্দৰভাৱে লিপিবদ্ধ কৰা আছে। ইয়াৰ পিচত গুপ্তকালত, 'মন্দকনীতিসাৰ' ৰচিত হয়। তদুপৰি মিত্ৰমিশ্ৰই 'ৰাজনীতি-প্ৰকাশ' আৰু চণ্ডেশ্বৰে 'ৰাজনীতি ৰত্নাকৰ' নামৰ দুখন প্ৰসিদ্ধ ৰাজনীতি বিষয়ক গ্ৰন্থ ৰচনা কৰে।

## (গ) কামশাস্ত্ৰ

সংস্কৃত সাহিত্যত কামশাস্ত্ৰৰ ক্ষেত্ৰ অতি বিশাল। কামশাস্ত্ৰৰ ভিতৰত বাৎস্যায়ন ৰচিত কামশাস্ত্ৰই আটাইতকৈ প্ৰাচীন। ই সূত্ৰৰূপত লিখা। ইয়াৰ ওপৰত লিখা শঙ্কৰাচাৰ্য্যৰ 'জয়মঙ্গল' নামক টীকা অতি উপাদেয়। ইয়াত গাৰ্হস্থ্যজীৱন সুখময় কৰি তোলা উপকৰণসমূহৰ সুন্দৰ বৰ্ণনা আছে। ইয়াৰ ৰচনাকাল গুপ্তযুগ। বাৎস্যায়নৰ কামশাস্ত্ৰৰ বাহিৰেও পৰৱৰ্তীকালত পঞ্চসায়ক, অনঙ্গৰঙ্গ, ৰতিৰহস্য, ৰতিমঞ্জৰী, ৰতিৰত্ন, প্ৰদীপিকা, কন্দৰ্প চিন্তামণি আদি কামশাস্ত্ৰৰ উল্লেখযোগ্য গ্ৰন্থ।

## (ঘ) জ্যোতিষশাস্ত্ৰ

জ্যোতিষশাস্ত্ৰৰ অস্তিত্ব বেদ আৰু বৈদিক সাহিত্যত পোৱা যায়। বেদত সূৰ্য্য, চন্দ্ৰ আৰু আন আন কিছুমান নক্ষত্ৰক দেৱতাৰ ৰূপত স্তুতি কৰা হৈছিল। এই স্তুতিপাঠত নক্ষত্ৰবোৰৰ প্ৰতি বৈদিক ঋষিসকলৰ ৰহস্যপূৰ্ণ উৎসুকতাৰ ভাব বিদ্যমান। বৈদিক যজ্ঞৰ বিধি সম্পন্ন কৰাৰ অৰ্থে ঋতু, অয়ন, দিনমান আৰু লগ্ন আদিৰ শুভ-অশুভৰ বাবে ব্ৰাহ্মণযুগত জ্যোতিষৰ জ্ঞান অনিবাৰ্য্য বুলি জ্ঞান

কৰা হৈছিল। জ্যোতিষ তিনিটা ভাগত বিভক্ত—সিদ্ধান্ত, সংহিতা আৰু হোৰা। পিচলৈ ক্ৰমে ই হোৰা, গণিত, সংহিতা, প্ৰশ্ন আৰু নিমিত্ত আদি পঞ্চভাগত বিকাশ হয়। হোৰা-শাস্ত্ৰৰ বিষয় হৈছে—জন্মকুণ্ডলীত দ্বাদশ ভাবৰ ফলাফল বিচাৰ কৰা। বৰাহমিহিৰ, নাৰচন্দ্ৰ, সিদ্ধসেন, ঢুণ্ডিৰাজ, কেশৱ, শ্ৰীধৰ আৰু শ্ৰীপতি আদি জ্যোতিৰ্বিদসকল হোৰা-শাস্ত্ৰৰ পণ্ডিত।

গণিত জ্যোতিষৰ বিষয় হৈছে—কাল গণনা, গ্ৰহৰ গতি নিৰূপণ, প্ৰশ্নোত্তৰ বিবেচনা আৰু অক্ষক্ষেত্ৰ সম্বন্ধীয় অক্ষজ্যা, লম্বজ্যা, দ্যুজ্যা, কুজ্যা, তদ্ধৃতি, সমশঙ্কু আদিৰ নিৰূপণ। প্ৰশ্নজ্যোতিষত প্ৰশ্নাক্ষৰ, প্ৰশ্ন-লগ্ন আৰু স্বৰজ্ঞানৰ বিধি বৰ্ণিত আছে। ই এক মনোবৈজ্ঞানিক বিষয়ও। ইয়াত প্ৰশ্নকৰ্তাৰ ভাব, বিচাৰ আদিৰ মাধ্যমেৰেও বিচাৰ কৰিব পাৰি।

জ্যোতিষশাস্ত্ৰৰ কাল ছয়টা ভাগত বিভক্ত কৰা হৈছে—

১। অন্ধযুগ—আদিকালৰপৰা ১০০০০ খ্ৰীঃ পূঃলৈকে।

২। উদয়কাল—১০০০০ৰপৰা ৫০০ খ্ৰীঃ পূঃলৈ।

৩। আদিকাল—৫০০ খ্ৰীঃ পূঃৰপৰা ৫০০ খ্ৰীঃলৈ।

৪। পূৰ্বমধ্যকাল—৫০০ খ্ৰীঃৰপৰা ১০০০ খ্ৰীঃলৈ।

৫। উত্তৰ মধ্যকাল—১০০০ খ্ৰীঃৰপৰা ১৬০০ খ্ৰীঃলৈ।

৬। আধুনিক কাল—১৬০০ খ্ৰীৰপৰা বৰ্তমানলৈ।

জ্যোতিষশাস্ত্ৰৰ অস্তিত্ব প্ৰাচীন মন্ত্ৰসংহিতা, বৈদিক সাহিত্য, মহাভাৰত, কল্পসূত্ৰ, নিৰুক্ত, অষ্টাধ্যায়ী আৰু জৈন সাহিত্যত বিদ্যমান।

ডঃ শামশাস্ত্ৰীৰ মতে আয়ন, মলমাস, ক্ষয়মাস, নক্ষত্ৰভেদ, সৌৰমাস, চন্দ্ৰমাস আদি জ্যোতিৰ্বিষয়ক চৰ্চা বৈদিক কালতেই হয়। তৈত্তিৰীয় সংহিতাত দ্বাদশ মাহৰ নাম ক্ৰমে মধু, মাধৱ, শুক্ৰ, শুচি, নভস্, নভস্য, ইষ, উৰ্জ, সহস্, সহস্য, তাপস আৰু তপস্য বুলি নামকৰণ কৰিছে। ইয়াৰ মধু-মাধৱ মাহক বসন্ত; শুক্ৰশুচি মাহক গ্ৰীষ্ম, নভস্-নভস্য মাহক বৰ্ষা, ইষ-উৰ্জ মাহক শৰদ, সহস্-সহস্য মাহক হেমন্ত আৰু তপস্-তপস্য মাহক শীত ঋতু বোলে। এইদৰে বাৰটা মাহক ছয় ঋতুত বিভাজিত কৰিছে।

মন্ত্ৰসংহিতাৰ বাহিৰেও বৈদিক সাহিত্যত বিশেষকৈ ব্ৰাহ্মণ গ্ৰন্থত জ্যোতিষ বিষয়ক বহুত কথা বৰ্ণিত আছে। কল্পসূত্ৰতো জ্যোতিষ বিষয়ক চৰ্চা পৰ্য্যাপ্ত পৰিমাণে পোৱা যায়। পাৰস্কৰ সূত্ৰত বিবাহ, খেতি আৰু নক্ষত্ৰৰ শুভ-অশুভ ফলৰ বিষয় বহলভাৱে চৰ্চা কৰা দেখা যায়।

জ্যোতিষশাস্ত্ৰৰ ৰচনাকাল মেক্সমূলাৰে ৩০০ খ্ৰীঃ পূঃ, ৱেবৰে ৫০০ খ্ৰীঃ পূঃ আৰু কোলব্ৰুকে ১৪১০ খ্ৰীঃ পূঃ বুলি মন্তব্য প্ৰকাশ কৰে।

প্ৰাচীন ভাৰতীয় জ্যোতিষ গ্ৰন্থসমূহৰ ভিতৰত গৰ্গসংহিতা, সূৰ্য্যপ্ৰজ্ঞপ্তি আৰু সূৰ্যসিদ্ধান্তৰ নাম উল্লেখযোগ্য। পাটনা নিবাসী বিখ্যাত জ্যোতিষী আৰ্য্যভট্টৰ 'আৰ্য্যভটীয়', উজ্জয়িনীৰ বৰাহমিহিৰৰ 'পঞ্চসিদ্ধান্তিকা' অতি মহত্বপূৰ্ণ জ্যোতিষ গ্ৰন্থ।

সপ্তম শতিকাত বিখ্যাত গণিতজ্ঞ ব্ৰহ্মগুপ্তই 'ব্ৰহ্মস্ফুট সিদ্ধান্ত' নামৰ এখন জ্যোতিষ গ্ৰন্থ লিখে। ইয়াৰ দ্বাদশ আৰু অষ্টাদশ অধ্যায়ত তৰ্কশাস্ত্ৰ বিষয়ক কথা বৰ্ণনা কৰা আছে।

দাক্ষিণাত্যৰ ৰজা বিষ্ণুবৰ্ধনৰ ৰাজসভাৰ পণ্ডিত ৰাজাদিত্যই ব্যৱহাৰ-গণিত, ক্ষেত্ৰগণিত, জৈনগণিত সূত্ৰ-টীকা আৰু লীলাৱতী আদি জ্যোতিষবিষয়ক গ্ৰন্থৰচনা কৰে। দুৰ্লভৰাজে 'সামুদ্ৰিক তিলকত' হস্তৰেখা নিৰ্ণয় বৰ্ণনা কৰিছে। দুৰ্লভৰাজৰ মৃত্যুৰ পিছত তেওঁৰ পুত্ৰ জগৎদেৱে 'সামুদ্ৰিক তিলক'খন লিখি সম্পূৰ্ণ কৰে। জগৎদেৱে 'স্বপ্নচিন্তামণি' নামে আন এখন জ্যোতিষ গ্ৰন্থ ৰচনা কৰে।

১৪৪২ খ্ৰীঃত কেৰেলাৰ নীলকণ্ঠ সোমায়জীনে 'সিদ্ধান্তদৰ্পণ' নামৰ এখন জ্যোতিষশাস্ত্ৰ লিখে। ইয়াৰ বাহিৰেও এওঁ সিদ্ধান্তদৰ্পণৰ ওপৰত সিদ্ধান্তদৰ্পণ ব্যাখ্যা, আৰ্য্যভট্টৰ আৰ্য্যভটীয় গ্ৰন্থ ব্যাখ্যা, আৰ্য্যভটীয় ভাষ্য আৰু গ্ৰহণ নিৰ্ণয় আদি গ্ৰন্থ লিখে। ১৫ শতিকাৰ আগভাগত কেৰেলাৰ পণ্ডিত পৰমেশ্বৰে 'গোলদীপিক' গ্ৰন্থ লিখে।

প্ৰাচীন কামৰূপৰ জ্যোতিষ পণ্ডিতসকলো জ্যোতিষ চৰ্চাত অতি আগবঢ়া আছিল। কামৰূপ নিবাসী চূড়ামণিয়ে 'জ্যোতিষ চূড়ামণি' নামৰ এখন জ্যোতিষ গ্ৰন্থ লিখে। ইয়াত জ্যোতিষ আৰু গণিত বিষয়ক কথা বৰ্ণিত আছে। কালিকা পুৰাণত আছে—"অস্য মধ্যে স্থিতো ব্ৰহ্মা প্ৰাঙ্ নক্ষত্ৰান্ সমৰ্জহ,

ততঃ প্ৰাগ্‌জ্যোতিষ নাম পুৰিঃ শক্ৰপুৰোপমঃ"

—অৰ্থাৎ, "ইন্দ্ৰৰ অমৰাৱতীৰ নিচিনা এই প্ৰাগ্‌জ্যোতিষপুৰ। ইয়াতেই প্ৰাচীন কালত ব্ৰহ্মাই নক্ষত্ৰসমূহৰ সৃষ্টি কৰিছিল।" অতি প্ৰাচীন কালৰপৰাই যে অসমত জ্যোতিষচৰ্চা বহলভাৱে হৈছিল উক্ত শ্লোকটোৱেই তাৰ প্ৰমাণ।

ভাৰতীয় জ্যোতিষৰ প্ৰভাৱ গ্ৰীচ আৰু আৰব দেশত যথেষ্ট পৰিমাণে পৰে। খলিফা হাৰুনৰছীদে ভাৰতীয় জ্যোতিষবিদ্‌সকলক ৰাজদৰবাৰলৈ আমন্ত্ৰণ কৰি ভাৰতীয় জ্যোতিষ বিষয়ক গ্ৰন্থবোৰ আৰবী ভাষালৈ অনুবাদ কৰে।

## অষ্টাদশ অধ্যায়

# আয়ুর্বেদ

আয়ুর্বেদক ঋগ্বেদৰ উপবেদ বুলি জ্ঞান কৰা হয়। ব্ৰহ্মা, অশ্বিনীকুমাৰদ্বয়, ইন্দ্ৰ আদিয়ে চিকিৎসাবিজ্ঞানৰ ক্ৰম পোন প্ৰথমে মৰ্তবাসীলৈ পঠায়। তাৰ পিচত ভৰদ্বাজ, আত্ৰেয়, অগ্নিবেশ আদি মুনিয়ে গ্ৰন্থ আকাৰে এইবোৰ মানৱ সমাজত প্ৰচলন কৰে। অথৰ্ববেদত আয়ুৰ্বেদ সম্বন্ধীয় ৰোগৰ নাম, লক্ষণ, শৰীৰবিদ্যা, গৰ্ভবিদ্যা আদিৰ কথা পোৱা যায়। আয়ুৰ্বেদ চিকিৎসাৰ বিভাগ আঠটা। সেইবোৰ হৈছে ক্ৰমে—শল্য, শলক্য, কায়চিকিৎসা, ভূতবিদ্যা, কৌমাৰভৃত্য, অগদতন্ত্ৰ, ৰসায়ন তন্ত্ৰ আৰু বাজীকৰণ তন্ত্ৰ।

প্ৰাচীন ভাৰতীয় চিকিৎসা পদ্ধতি কেতিয়াৰপৰা প্ৰচলন হৈছিল তাক সঠিক কোৱা টান। কিছুমান পণ্ডিতৰ মতে ই খ্ৰীঃ পূঃ দহ হেজাৰ পূৰ্বৰ আৰু কিছুমানৰ মতে খ্ৰীঃ পূঃ ৫০০ বছৰ পূৰ্বৰ। আয়ুসম্পৰ্কীয় জ্ঞান লিপিবদ্ধ থকা হেতু এই চিকিৎসাবিষয়ক গ্ৰন্থক আয়ুৰ্বেদ বোলে। আয়ুৰ্বেদৰ মূল সূত্ৰ হৈছে—বায়ু, পিত্ত, কফ আদি ত্ৰিদোষ সিদ্ধান্ত। নানা ৰোগ-ব্যাধিয়ে যেতিয়া মানুহৰ আয়ু হৰণ কৰিব ধৰিলে তেতিয়া ঋষিসকলে ইন্দ্ৰৰপৰা আয়ুসম্পৰ্কীয় যথাবিহিত জ্ঞান আহৰণ কৰি লিপিবদ্ধ কৰে।

আয়ুৰ্বেদৰ মূল উদ্দেশ্য হৈছে—সুস্থসকলৰ স্বাস্থ্য অটুত ৰখা আৰু ৰোগাক্ৰান্ত-সকলৰ ৰোগ নিৰাময় কৰা।

আয়ুৰ্বেদৰ মতে মানুহৰ অকল কায়িক উৎকৰ্ষ সাধন হ'লেই স্বাস্থ্যবান হ'ব নোৱাৰে। ইয়াৰ বাবে মানসিক উৎকৰ্ষ সাধনৰো বিশেষ প্ৰয়োজন। সেয়েহে মানসিক উৎকৰ্ষতা লাভৰ বাবে আয়ুৰ্বেদ গ্ৰন্থৰ ঠাই বিশেষে সৎবাক্য, সদাচাৰ আদি সন্নিবেশ কৰা হৈছে। চৰক-সংহিতাত বৰ্ণনা কৰা আছে যে ৰসায়ন ঔষধ সেৱন কৰিলে যিদৰে মানুহৰ বল, বৰ্ণপুষ্টি আদি সাধন হৈ মানুহৰ আয়ুস বাঢ়ে সেইদৰে আচাৰ, ৰসায়নোক্ত সদাচাৰ, সৎবাক্য অনুশীলনৰপৰা মানুহৰ উৎকৰ্ষ সাধন হয়।

আয়ুৰ্বেদাচাৰ্য্যসকলৰ ভিতৰত চৰক, সুশ্ৰুত আৰু বাগভট্টই প্ৰধান। চৰক সংহিতা আটাইতকৈ প্ৰাচীন। সূত্ৰস্থান, নিদান স্থান, বিমনস্থান, শৰীৰ-স্থান, ইন্দ্ৰিয়স্থান, চিকিৎসাস্থান, কল্পস্থান আৰু সিদ্ধিস্থান—এই আঠটা ভাগত চৰক সংহিতা বিভক্ত। মহৰ্ষি চৰক আছিল মহাৰাজ কণিষ্কৰ প্ৰধান চিকিৎসক।

চৰক সংহিতাখন ৮০০ খ্ৰীঃত আৰবী আৰু তাৰো পূৰ্বে কাৰ্চী ভাষালৈ অনুবাদ হয়। মহৰ্ষি চৰক আছিল মহাৰাজ কণিষ্কৰ প্ৰধান চিকিৎসক। মহৰ্ষি চৰক খৃষ্টীয় ১ম শতাব্দীৰ শিচৰ। এওঁ আছিল গান্ধাৰ নিবাসী (পশ্চিম সীমা প্ৰান্তৰ)।

Bombay Hospital Journal-ত চৰকৰ বিষয়ে এইদৰে মন্তব্য কৰিছে—
"The science of medicine goes much to the brilliant philosopher physician Charak whobesides being philosopher, astronomer and the greatest physician of to-day was the author of a manumentel treatise of medicine the 'Charak Samhita' one of the most authoritativeof the ancient medical works of the world. He was able to provide lucid descriptions of about 25 varieties of fevers of abdominal swellings of various type, heart diseases, urinary infection Joundice and refered to a most symptoms and signs".

সুশ্ৰুত সংহিতা শল্য চিকিৎসাৰ গ্ৰন্থ। আচাৰ্য্য সুশ্ৰুতে এই গ্ৰন্থখন ৰচনা কৰে। কবিৰাজ দিবোদাস ধন্বন্তৰি আছিল সুশ্ৰুতৰ গুৰু। ধন্বন্তৰিৰপৰা পোৱা শল্যমূলক আয়ুৰ্বেদজ্ঞান সুশ্ৰুতে গ্ৰন্থ আকাৰত লিপিবদ্ধ কৰে। সুশ্ৰুতৰ সমকালীন ঔপধেনৱ নামৰ এজন পণ্ডিতে শল্যচিকিৎসাৰ ওপৰত 'ঔপধেনৱ' নামৰ এখন তন্ত্ৰ-গ্ৰন্থ ৰচনা কৰে। সুশ্ৰুত আৰু ঔপধেনৱৰ সতীৰ্থ ধন্বন্তৰীৰ শিষ্য উৰভ্ৰ পৌষ্কলাৱত, কৰবীৰ্য্য, বৈতৰণ আদিয়ে শল্য চিকিৎসাৰ ওপৰত তন্ত্ৰ-গ্ৰন্থ লিখে। শল্য-চিকিৎসাৰ প্ৰাচীন পণ্ডিতসকলৰ ভিতৰত ভোজৰ নাম উল্লেখযোগ্য।

কৌমাৰভৃত্য চিকিৎসা গ্ৰন্থসমূহৰ ভিতৰত কাশ্যপ সংহিতা, কুমাৰতন্ত্ৰ, বালতন্ত্ৰ, বালচিকিৎসা, নাড়ী পৰীক্ষা অৰ্কপ্ৰকাশ আৰু উড্ডীশতন্ত্ৰ আদিয়েই প্ৰধান। কাশ্যপ সংহিতাত গৰ্ভৱতী তিৰোতাৰ আৰু শিশু ৰোগৰ লক্ষণ আৰু তাৰ চিকিৎসাৰ বিস্তৃত বৰ্ণনা আছে। বিবিধ বিষয় উপশমৰ উপায়ৰ কথা বৰ্ণনা থকা গ্ৰন্থবোৰৰ নাম অগদতন্ত্ৰ। ইয়াত সৰ্পদংশনৰ বিষ আৰু তাৰ নিবাময় উপায় বৰ্ণিত আছে। পাণ্ডুলিপিত ভেল সংহিতাও এখন পোৱা গৈছে। ১৮৯০ খ্ৰীঃত নবনিতক নামৰ এখন গ্ৰন্থ পোৱা গৈছে। ইয়াত তেল, চূৰ্ণ আদিৰ বিৱৰণ দিয়া আছে।

ৰসায়ন তন্ত্ৰসমূহৰ ভিতৰত বাগভট্টৰ 'ৰসৰত্নসমুচ্চয়', নাগাৰ্জুনৰ 'ৰসৰত্নাকৰ' লৌহশাস্ত্ৰ, কক্ষপুট, আৰোগ্যমঞ্জৰী, যোগসাৰ, ৰসেন্দ্ৰমঙ্গল, ৰতিশাস্ত্ৰ, ৰসকচ্ছপুট আৰু সিদ্ধনাগাৰ্জুনেই প্ৰধান। কণিষ্কৰ ৰাজসভাৰ পণ্ডিত নাগাৰ্জুনেই উক্ত আয়ুৰ্বেদ গ্ৰন্থৰ ৰচক।

৬ষ্ঠ শতিকাত সিংহগুপ্তৰ পুত্ৰ বাগ্‌ভটে 'অষ্টাঙ্গ হৃদয়' আৰু 'অষ্টাঙ্গ সংগ্ৰহ' নামৰ দুখন গ্ৰন্থ লিখে। অষ্টম শতাব্দীত ইন্দুকৰৰ পুত্ৰ মাধৱকৰে 'ৰুগ্বিনিশ্চয়' (মাধৱ নিদান), বৃন্দই 'বৃন্দমাধৱ'; ১১ শতিকাত চক্ৰপাণি দত্ত আৰু বংগসেনে 'চিকিৎসাসাৰ' নামৰ দুখন চিকিৎসা গ্ৰন্থ ৰচনা কৰে; ১২ শতিকাত শাৰ্ঙ্গধৰ নামৰ এজন পণ্ডিতে 'শাৰঙ্গধৰসংহিতা' নামৰ এখন চিকিৎসাগ্ৰন্থ লিখে। ইয়াত নানাৰোগৰ লক্ষণ আৰু তাৰ চিকিৎসাৰ কথা বৰ্ণিত আছে। ১৩ শতিকাত মিল্‌হনে 'চিকিৎসামৃত' বৈয়াকৰণ বোপদেৱে 'শাৰ্ঙ্গধৰসংহিতা-টীকা' আৰু 'শতশ্লোকী'; ১৪ শতিকাত তিসটে 'চিকিৎসা কলিকা'; ১৬ শতিকাত ভাৱমিশ্ৰই 'ভাৱপ্ৰকাশ' আৰু ১৭ শতিকাত লোলম্বৰাজে 'বৈদ্যজীৱন' আদি আয়ুৰ্বেদীয় গ্ৰন্থ লিখে।

ইয়াৰ বাহিৰেও জীৱ-জন্তুৰ চিকিৎসা বিষয়ৰ কিছুমান গ্ৰন্থ আছে। নাৰায়ণ ৰচিত মাতঙ্গলীলা আৰু পালকপ্যৰ ৰচিত গজবৈদ্যত হাতীৰ নানা ধৰণৰ ৰোগৰ বিস্তৃত বৰ্ণনা আছে। বৰ্ধমানৰ ৰচিত যোগমঞ্জৰী, জয়াদিত্য আৰু দীপাঙ্কৰ ৰচিত অশ্ববৈদ্যক, গণৰ ৰচিত অশ্ব আয়ুৰ্বেদ, ভগভটৰ 'অশ্বায়ুৰ্বেদ', নকুলৰ 'অশ্বচিকিৎসা', ভোজৰ শালিহোত্ৰ আৰু সুখানন্দৰ অশ্বশাস্ত্ৰ আদি ঘোঁৰাৰ ৰোগ আৰু তাৰ প্ৰতিকাৰৰ ব্যৱস্থা বৰ্ণনা কৰা গ্ৰন্থ।

চিকিৎসা বিষয়ৰ ওপৰত লিখা কেবাখনো অভিধান গ্ৰন্থ আছে। তাৰ ভিতৰত অজ্ঞাতকালীন 'ধন্বন্তৰীয় নিঘণ্টু', ১১ শতিকাৰ সুৰেশ্বৰ 'শব্দপ্ৰদীপ', ১৩ শতিকাৰ নৰহৰিৰ 'ৰাজনিঘণ্টু', ১৪ শতিকাত মদনপালৰ 'মদনবিনোদ-নিঘণ্টু' আৰু কোনো এজন অজ্ঞাতনামা লিখকৰ 'পথ্যাপথ্যনিঘণ্টু' আদিৰ নাম উল্লেখনীয়।

ভাৰতৰ বাহিৰেও গ্ৰীচ, ৰুচ, চীন আদি দেশলৈ আয়ুৰ্বেদৰ প্ৰভাৱ বিস্তাৰিত হৈছিল। খ্ৰীঃ পূঃ ৪০০-ত পেৰিচৰ ৰাজবৈদ্য 'ক্তোচিয়াচে' ভাৰতলৈ আহি আয়ুৰ্বেদ সম্বন্ধীয় শিক্ষা লাভ কৰে। চীন পৰিব্ৰাজকসকলে তেওঁলোকৰ টোকাসমূহত ভাৰতীয় চিকিৎসা গ্ৰন্থৰ উল্লেখ কৰে। ৫ম আৰু ৬ষ্ঠ শতিকাত কেইজনমান ভাৰতীয় চিকিৎসকে চীনৰ সম্ৰাটৰ ৰাজসভাত থাকি ৰাজকীয় চিকিৎসক হিচাপে সুনাম অৰ্জন কৰিছিল। সেই চিকিৎসকসকলে চৰক সংহিতাখন চীনভাষালৈ অনুবাদ কৰে। খ্ৰীষ্টীয় অষ্টম আৰু নৱম শতিকাত চৰক, সুশ্ৰুত আদি আয়ুৰ্বেদ গ্ৰন্থসমূহ ৰজা হাৰুণ আৰু মনুৰ দিনত আৰবী ভাষালৈ অনুবাদ কৰা হয়।

## উনবিংশ অধ্যায়

# সঙ্গীত

'গীতং বাদ্যং নর্তনং চ ত্রয়ং সঙ্গীতমুচ্যতে।
মার্গদেশীবিভাগেন সঙ্গীতং দ্বিবিধং স্মৃতম্ ॥'

বৈদিক যুগতেই সঙ্গীতবিদ্যাৰ আবির্ভাৱ হয়। সেই যুগত গায়ক, বাদক আৰু নৰ্তক— এই তিনিপ্ৰকাৰ কলাকাৰ আছিল। তৎকালীন সমাজত গায়ক, বাদক আৰু নৰ্তকক সন্মানৰ চকুৰে চোৱা হৈছিল। কাব্য, মহাকাব্য, নাটক, কাব্যশাস্ত্ৰ, পুৰাণ আদি সকলো গ্ৰন্থতে সঙ্গীত চৰ্চাৰ কথা সিঁচৰিত হৈ আছে। সেয়েহে লোকপ্ৰিয়তা তথা সাহিত্যিক মহত্বৰ দৃষ্টিকোণৰপৰা সঙ্গীতৰ স্থান অতি উচ্চ। চাৰিবেদৰ ভিতৰত গন্ধৰ্ব বেদো এখন। মহাভাৰতত কোৱা আছে মহামুনি নাৰদে ব্ৰহ্মাৰপৰা প্ৰথম গন্ধৰ্ব-বিদ্যা শিকে। নাৰদৰ নামত 'নাৰদীয়-শিক্ষা', 'চত্বাবিংশদ্ ৰাগনিৰূপণ' আৰু 'সঙ্গীত মকৰন্দ' আদি সঙ্গীত বিষয়ক গ্ৰন্থ পোৱা যায়। কিন্তু গ্ৰন্থসমূহৰ প্ৰকৃত ৰচক মহৰ্ষি নাৰদ হয়নে নহয় সন্দেহ।

ভৰতৰ 'নাট্যশাস্ত্ৰ'খনহে সঙ্গীত বিষয়ক প্ৰথম গ্ৰন্থ বুলি কব পাৰি। ইয়াত নাটকৰ সম্বন্ধে আলোচনা কৰা হৈছে যদিও ২৮, ২৯ আৰু ৩০ অধ্যায়ত সঙ্গীত বিষয়ক কথাৰ আলোচনা কৰা আছে। নাট্যশাস্ত্ৰৰ এই প্ৰসঙ্গৰপৰা জনা যায় যে সেই সময়লৈকে ৩ গ্ৰাম, ২১ মূৰ্ছনা, ৭ স্বৰ আৰু ২২ শ্ৰুতিৰ ৰচনা হয়। ভৰত মুনিয়ে প্ৰায় ২৩টা শ্লোকত স্বৰৰ বাদী, সংবাদী, অনুবাদী আৰু বিবাদী প্ৰভৃতি অনেক স্থানৰ বিচাৰ কৰিছে। নাট্যশাস্ত্ৰ ৰচিত হয় খ্ৰীঃ পূঃ প্ৰথম শতাব্দীত।

পঞ্চতন্ত্ৰৰ এঠাইত সঙ্গীত বিষয়ক এক মহত্বপূৰ্ণ শ্লোক আছে। তাত সাতস্বৰ, তিনিগ্ৰাম, একৈশ মূৰ্চ্ছনা, উনপঞ্চাশ তান, তিনি মাত্ৰা, তিনি স্থান, নৱম ৰস, ছয়ত্ৰিশ ৰাগ আৰু চল্লিশ ভাৱৰ উল্লেখ আছে। সঙ্গীত বিকাশৰ দৃষ্টিকোণৰপৰা 'পঞ্চতন্ত্ৰ'ৰ এই কথাখিনি মহত্বপূৰ্ণ।

মাতঙ্গই ষাঠি শতাব্দীত 'বৃহদ্দেশীয়' নামৰ এখন সঙ্গীত গ্ৰন্থ ৰচনা কৰে। ইয়াত টকী, সাৱীৰা, মালৱ পঞ্চম, ষণ্ডৱ, বট্টৰাগ, হিংদোলক আৰু টক্ককৌশিকা আদি সাত ৰাগৰ উল্লেখ আছে।

পাৰ্শ্বদেৱৰ 'সঙ্গীত সময়সাৰ' আৰু সোমনাথৰ 'ৰাগবিবোধ'ত ৰাগ-ৰাগিনী আৰু স্বৰ সম্বন্ধীয় কথাৰ বিস্তৃত বৰ্ণনা আছে। জয়দেৱৰ 'সৰস্বতী হৃদয়ালংকাৰ'

১০৯৬—১১৬৭ খ্ৰীঃৰ ভিতৰত লিখা এখন সঙ্গীত গ্ৰন্থ। ইয়াত দাক্ষিণাত্য, সৌৰাষ্ট্ৰী, গুৰ্জৰী, সৈন্ধৱী, বঙ্গালী, প্ৰাচীন কামৰূপী আদি অনেক দেশীয় ৰাগৰ উল্লেখ আছে। ১২১০—১২৪৭ খ্ৰীঃৰ ভিতৰত ৰচিত শাৰ্ঙ্গদেৱৰ 'সঙ্গীতৰত্নাকৰ' সঙ্গীত বিষয়ৰ এক উৎকৃষ্ট গ্ৰন্থ। ই সাতটা অধ্যায়ত বিভক্ত।

১৬২৫ খ্ৰীঃত দামোদৰে 'সঙ্গীতদৰ্পণ' নামে এখন সঙ্গীত গ্ৰন্থ লিখে। ১৭৭৪ খ্ৰীঃত শ্ৰীদীননাথে এই গ্ৰন্থখন ফাৰ্চী ভাষালৈ অনুবাদ কৰে।

পণ্ডিত ভাৱভট্টই অনূপবিলাস, অনূপাংকুশ আৰু অনূপসঙ্গীত ৰত্নাকৰ নামৰ তিনিখন সঙ্গীত বিষয়ক গ্ৰন্থ ৰচনা কৰে। অনূপসঙ্গীত ৰত্নাকৰত সঙ্গীত ৰত্নাকৰ, সঙ্গীতদৰ্পণ, ৰাগবিবোধ, স্বৰমেলকলানিধি, ৰাগকৌতুক, ৰাগতত্ত্ববিবোধ, সঙ্গীত কল্পবৃক্ষ, সঙ্গীতোপনিষদ, নৃত্যনিৰ্ণয়, সঙ্গীত পাৰিজাত, ৰাগমালা আৰু হৃদয় প্ৰকাশ আদি গ্ৰন্থৰ উল্লেখ আছে। বৰ্ত্তমান উক্ত গ্ৰন্থসমূহ বিকানীৰৰ সংস্কৃত পুস্তকালয়ত সুৰক্ষিতকৈ ৰখা হৈছে।

ইয়াৰ বাহিৰেও ঔৰংজেবৰ শাসনকালত 'অহোবল' নামৰ পণ্ডিত এজনে 'সঙ্গীত পাৰিজাত' নামৰ গ্ৰন্থ ৰচনা কৰে। সোমনাথৰ দৰে এওঁ উত্তৰ আৰু দক্ষিণ ভাৰতৰ স্বৰবিধিত সামঞ্জস্য স্থাপন কৰিবলৈ যত্নপৰ হৈছিল। ইয়াৰ পিচত হৃদয়নাৰায়ণদেৱে 'হৃদয়কৌতুক' আৰু 'ৰাগতৰঙ্গিনী' নামৰ দুখন গ্ৰন্থ লিখে। উত্তৰ ভাৰতৰ সঙ্গীতজ্ঞ পণ্ডিত পুণ্ডৰীক বিঠঠলে নৰ্ত্তননিৰ্ণয়, ৰাগ মঞ্জৰী, ৰত্নমালা আৰু সদ্ৰগ চন্দ্ৰিকা নামৰ তিনিখন সঙ্গীত গ্ৰন্থ লিখে। একে সময়তে ভেঙ্কটমখিন নামৰ দাক্ষিণাত্যৰ এজন পণ্ডিতে 'চতুৰ্দণ্ড প্ৰকাশিকা' ৰচনা কৰে।

১৭৪৮ খ্ৰীঃত মেৱাৰৰ মহাৰাণা কুম্ভনদেৱে 'বাদ্যৰত্নকোষ' নামৰ এখন গ্ৰন্থ লিখে। ইয়াত বাদ্য সম্বন্ধীয় অনেক কথা সুন্দৰভাৱে বৰ্ণিত আছে। ১৮ শতাব্দীত শ্ৰীকণ্ঠই 'ৰসকৌমুদী' নামৰ এখন সঙ্গীত বিষয়ক গ্ৰন্থ ৰচনা কৰে।

ভাৰতীয় সঙ্গীত বিকাশৰ ক্ষেত্ৰত দাক্ষিণাত্যৰ অৱদান বহুতো। মধুৰবাণী নামৰ এজন দাক্ষিণাত্যৰ পণ্ডিতৰ সঙ্গীত বিষয়ক গ্ৰন্থ এখন বাঙ্গালোৰত পোৱা গৈছে। এওঁ আছিল তাঞ্জোৰৰ ৰজা ৰঘুনাথৰ ৰাজসভাৰ পণ্ডিত। মৌদগল্য গোত্ৰীয় ৰজা ৰাধাকান্তদেৱে 'শব্দকল্পদ্ৰুম' নামৰ এখন সঙ্গীত গ্ৰন্থ লিখে।

ভাৰতীয় সঙ্গীতৰ সুদীৰ্ঘ পৰম্পৰাৰ ক্ষেত্ৰত শ্ৰীবিষ্ণুনাৰায়ণ ভাতখণ্ডেৰ নাম উল্লেখযোগ্য। বোম্বেৰ বালকেশ্বৰ নামৰ ঠাইত ১৮৬০ খ্ৰীঃত এক উচ্চ ব্ৰাহ্মণ পৰিয়ালত এওঁৰ জন্ম। ১৯ শতাব্দীৰ ভাৰতীয় সঙ্গীতসকলৰ ভিতৰত ভাতখণ্ডেৰ স্থান সবাতোকৈ আগত।

## বিংশ অধ্যায়

# দৰ্শন শাস্ত্ৰ

ভাৰতবৰ্ষত দৰ্শনৰ মহত্ব অতি গুৰুত্বপূৰ্ণ। ভাৰতীয় দৰ্শনৰ আমাৰ জীৱনৰ দৈনন্দিন ঘটা ঘটনাৰ লগত ওতঃপ্ৰোত সম্বন্ধ। পাশ্চাত্য দৰ্শন মাথোন বিদ্বৎ-সমাজৰ মনোবিনোদৰ সাধন। কিন্তু ভাৰতীয় দৰ্শন নিতান্ত ব্যৱহাৰিক। আধ্যাত্মিক, আধিভৌতিক আৰু আধিদৈবিক—এই তিনিবিধ তাপৰ দ্বাৰা সন্তপ্ত জনগণৰ দুখদন্দ্ব মোচনৰ উদ্দেশ্যে ভাৰতীয় দৰ্শনৰ জন্ম। দৰ্শন শাস্ত্ৰৰ সুচিন্তিত আধ্যাত্মিক তথ্যৰ ওপৰত ভাৰতীয় ধৰ্ম প্ৰতিষ্ঠিত।

সংহিতা কালতেই ভাৰতীয় দৰ্শনৰ জন্ম। ঋগ্‌বেদৰ কালৰপৰাই ভাৰতীয় বিচাৰধাৰাত দুবিধ প্ৰবৃত্তি আৰু দুবিধ লক্ষ্যৰ দৰ্শন পোৱা যায়। প্ৰথম বিধ প্ৰবৃত্তি প্ৰতিভামূলক বা প্ৰজ্ঞামূলক। ইয়াত প্ৰত্যক্ষ চকুৰে চাই প্ৰকৃত তত্ত্ব উদ্‌ঘাটন কৰিব পাৰি। দ্বিতীয়বিধ তৰ্কমূলক—য'ত তাৰ্কিক বুদ্ধি প্ৰয়োগ কৰি তত্ত্বৰ সমীক্ষা কৰিব পাৰি। লক্ষ্যও দুই প্ৰকাৰ—ধৰ্ম অৰ্জন আৰু ব্ৰহ্মৰ সাক্ষাৎকাৰ।

জগতৰ মূল পুৰুষ প্ৰকৃতিক সমৰ্থন কৰা সাংখ্য, সমাধিৰ দ্বাৰা পৰম তত্ত্ব লাভ কৰিব পৰা যোগ, পৰমাণু, জীৱ আৰু ঈশ্বৰ আদি মৌলিক তত্ত্ব সমৰ্থন কৰা বৈশেষিক আৰু প্ৰমাণ শাস্ত্ৰৰ বিশদ ব্যাখ্যা কৰা ন্যায়—আদি তৰ্কমূলক প্ৰবৃত্তিৰ উজ্জ্বল দৃষ্টান্ত। উপনিষদেই হৈছে দৰ্শনৰ বীজ। 'তত্ত্বমসি'—অৰ্থাৎ তুমিয়েই মই এইটোৱেই উপনিষদৰ মূল দৰ্শন। যি দৰ্শনৰ দ্বাৰা পুৰুষ আৰু প্ৰকৃতিৰ স্বৰূপ জ্ঞানৰ উদয় হয় সেয়ে বিবেকজ্ঞান বা সাংখ্য। ই হৈছে অলৌকিক সাক্ষাৎকাৰ। কিন্তু কিছুমান দাৰ্শনিকে ব্যৱহাৰিক ৰূপৰ দ্বাৰা সাক্ষাৎকাৰৰ আৱশ্যকতা উপলব্ধি কৰে আৰু ইয়াক পূৰণ কৰিবপৰা গৈছে যোগৰ দ্বাৰা। এইদৰে সাংখ্য-যোগ এক তত্ত্বজ্ঞানৰেই দুটা ৰূপ। তাৰ অলৌকিক পক্ষৰ নাম সাংখ্য আৰু ব্যৱহাৰ পক্ষৰ নাম যোগ। কিছুমান দাৰ্শনিকে জীৱজগতৰ ৰহস্য উদ্‌ঘাতনৰ বাবে ব্যাকুল হয়। তেওঁলোকৰ আত্মা আৰু অনাত্মাৰ গুণ বিচাৰৰ ফলস্বৰূপে বৈশেষিক দৰ্শনৰ উৎপত্তি হয়। জ্ঞান প্ৰাপ্তিৰ পথ নিশ্চিতৰূপে দেখুৱাবৰ বাবে জন্ম হয় ন্যায়ৰ। পিছে ন্যায়ৰ তৰ্কজালেৰে আত্মাতত্ত্বৰ সাক্ষাৎকাৰ সহজ নহয় বাবে দাৰ্শনিকসকলে শ্ৰুতি তথা বৈদিক কৰ্মকাণ্ডৰ পিনে ঢাল লয়। তাৰ ফলত জন্ম

হয় মীমাংসাৰ। কিন্তু আধ্যাত্মিক ভাবনাতেই মাথোন মানৱ মনৰ তৃপ্তি নপলায়। সেয়ে বেদৰ জ্ঞান-কাণ্ডৰ মীমাংসা হবলৈ আৰম্ভ কৰে। ফলত জন্ম হয় বেদান্তৰ। এইদৰে 'তত্ত্বমসি'ৰ যথাৰ্থ ব্যাখ্যা কৰিবৰ অৰ্থে উক্ত ক্ৰমৰপৰা ষড়দৰ্শনৰ উৎপত্তি হয়। কিন্তু আটাইবোৰৰ বিশেষত্ব এই যে—ইয়াৰ মূল লক্ষ্য একেটাই।

দৰ্শন দুই প্ৰকাৰৰ—আস্তিক আৰু নাস্তিক। বেদৰ প্ৰতিপাদিত সিদ্ধান্তৰ প্ৰামাণিক আৰু সত্য বুলি মানিলোৱা দৰ্শনক নাস্তিক বোলা হয়। প্ৰধানতঃ দৰ্শন ছয় প্ৰকাৰ—ন্যায়, বৈশেষিক, সাংখ্য, যোগ, মীমাংসা আৰু বেদান্ত। দৰ্শনসমূহৰ উদয় আৰু অভ্যুদয় কাল তিনি ভাগত বিভক্ত—সূত্ৰকাল, ভাষ্যকাল আৰু বৃত্তি কাল। প্ৰত্যেক দৰ্শনৰ মূলগ্ৰন্থ সূত্ৰৰূপত পোৱা যায়। যেনে—মহৰ্ষি গৌতমৰ ন্যায়সূত্ৰ, কণাদৰ বৈশেষিক সূত্ৰ, কপিলৰ সাংখ্য, পতঞ্জলিৰ যোগ, জৈমিনিৰ মীমাংসা আৰু বাদৰায়ন ব্যাসৰ বেদান্ত। এই সূত্ৰবোৰ বিক্ৰমাদিত্যৰ সময়ৰ পূৰ্বৰপৰাই ৰচিত হয়। এই সূত্ৰবোৰৰ বিকাশ কালক 'ভাষ্যকাল' আখ্যা দিয়া হয়। ভাষ্যকালৰ পিচত পাঁচ শতাব্দী 'বৃত্তিকাল' নামে জনাজাত। এই কাল-ছোৱাৰ ভিতৰত ভাষ্যকালৰ বিশাল গ্ৰন্থৰাশি তথা বিচাৰ ধাৰা বোধগম্য কৰি তুলিবৰ অৰ্থে সৰু সৰু বৃত্তি গ্ৰন্থবোৰ ৰচিত হয়।

নাস্তিক দৰ্শন তিনিপ্ৰকাৰ—চাৰ্বাক, জৈন আৰু বৌদ্ধ।

**চাৰ্বাক দৰ্শন**—চাৰ্বাক দৰ্শন ভূতবাদী। খোৱা, পিয়া আৰু স্ফূৰ্তি কৰা—এই সিদ্ধান্ত প্ৰচাৰ কৰা বাবে ই 'চাৰ্বাক' নামে অভিহিত। কিন্তু চাৰুবাক্—এই শব্দৰ পৰাই 'চাৰ্বাক' শব্দৰ উৎপত্তি বুলি ধাৰণা হয়। চাৰ্বাক দৰ্শনৰ ৰচক আচাৰ্য্য বৃহস্পতি। চাৰ্বাক প্ৰত্যক্ষবাদী। এওঁলোকে অনুমান নাইবা শব্দ প্ৰমাণৰ সত্তা নামানে। পৃথিৱী, পানী, তেজ, বায়ু—এই চাৰিবিধ ভূতৰ-পৰা জগতৰ উৎপত্তি। শৰীৰৰ উৎপত্তি পৃথিবী আদি চাৰি ভূতৰ দ্বাৰা। 'চৈতন্য বিশিষ্টঃকায়ঃ পুৰুষঃ'। অৰ্থাৎ চৈতন্য বিশিষ্ট শৰীৰেই আত্মা। চাৰ্বাকে ঈশ্বৰৰ অস্তিত্ব স্বীকাৰ নকৰে। এওঁলোক স্বভাৱবাদী। এওঁলোকৰ মতে মৰণ মানেই মোক্ষ লাভ।

'যাবজ্জীৱেৎ সুখং জীৱেৎ ঋণং কৃত্বা ঘৃতং পিৱেৎ।
ভস্মীভূতস্য দেহস্য পুনৰাগমনঃ কুতঃ।'

—এইটোৱেই চাৰ্বাকৰ মূল সিদ্ধান্ত।

**বৌদ্ধদৰ্শন**—পালিভাষাৰ মাধ্যমত বুদ্ধই নিজ ধৰ্মৰ বাণীসমূহ লোকৰ মাজত প্ৰচাৰ কৰে। বুদ্ধধৰ্মৰ মূলগ্ৰন্থখনৰ নাম হৈছে 'ত্ৰিপিটক'। মহাযান ধৰ্মৰ

গ্রন্থসমূহ সংস্কৃত ভাষাত ৰচিত। এই গ্ৰন্থৰ প্ৰধান চাৰি সম্প্ৰদায় হৈছে—১। বৈভাষিক, ২। সৌত্ৰান্তিক, ৩। যোগাচাৰ আৰু ৪। মাধ্যমিক। সত্তাৰ সিদ্ধান্তৰ বিষয়ত বেলেগ বেলেগ মত থকা বাবে এই চাৰি সম্প্ৰদায়ৰ সৃষ্টি হয়। বৈভাষিসকলৰ মতে বাহ্যিক তথা আন্তৰিক জগতৰ সকলো পদাৰ্থ সত্য। আৰু ইয়াক প্ৰত্যক্ষ প্ৰমাণৰ দ্বাৰা প্ৰমাণিত কৰা হৈছে। ইয়াৰ আন এটা নাম 'সৰ্বাস্তিবাদ'। 'সৌত্ৰান্তিক' সম্প্ৰদায়েও বাহ্যিক পদাৰ্থৰ সত্যতা মানি লয়। কিন্তু প্ৰত্যক্ষ ৰূপত নহয়, অনুমানৰ দ্বাৰাহে। যোগাচাৰৰ আন এটা নাম 'বিজ্ঞানবাদ'। কাৰণ ই বিজ্ঞান অথবা চিত্তৰহে একমাত্ৰ সত্যতা মানে। মাধ্যমিকৰ আন এটা নাম 'শূন্যবাদ'। এই মত অনুসাৰে জগৎ মিথ্যা। এই চাৰিওটা মতৰ সিদ্ধান্ত জানিবলৈ তলত দিয়া শ্লোকটো অতি আৱশ্যক।

'মুখ্যো মাধ্যমিকো বিবৰ্তমখিলং শূন্যস্য মেনে জগৎ।
যোগাচাৰ মতে তু সন্তি মতয়স্তাসাং বিবৰ্তোঽখিলঃ।
অৰ্থোঽস্তি ক্ষণিকস্ত্বসাবনুমিতো বুদ্ধ্যেতি সৌত্ৰান্তিকঃ।
প্ৰত্যক্ষং ক্ষণভঙ্গুৰং চ সকলং বৈভাষিকো ভাষতে॥

**জৈনদৰ্শন**—বৌদ্ধধৰ্মতকৈও জৈনধৰ্ম অতি প্ৰাচীন। জৈনধৰ্ম প্ৰবৰ্তক মহাপুৰুষসকলক তীৰ্থংকৰ বা তীৰ্থশঙ্কৰ বোলা হয়। ধৰ্মৰূপী তীৰ্থৰ প্ৰবৰ্তন কৰা নিস্পৃহ মহাপুৰুষজনেই তীৰ্থংকৰ: 'তৰতি সংসাৰমহাৰ্ণবং যেন নিমিত্তেন তত্তীৰ্থমিতা।" জৈন ধৰ্মৰ প্ৰথম তীৰ্থশঙ্কৰ জনৰ নাম ঋষভদেৱ আৰু শেষৰ দুজন ক্ৰমে পাৰ্শ্বনাথ আৰু মহাবীৰ। জৈনধৰ্মৰ তীৰ্থশংকৰৰ সংখ্যা ২৪ জন।

জৈনধৰ্মৰ মূলসিদ্ধান্ত অৰ্ধমাগধী ভাষাত লিখা। সিদ্ধান্ত গ্ৰন্থৰ সংখ্যা ৪৫ খন। তাৰ ভিতৰত ১১ খন অঙ্গ, ১২ খন উপাঙ্গ, ১০ খন প্ৰকীৰ্ণ, ৬ খন ছেদ সূত্ৰ, ৪ খন মূল সূত্ৰ আৰু ২খন স্বতন্ত্ৰ গ্ৰন্থ। জৈনসকলৰ দাৰ্শনিক সাহিত্যও বিশাল আৰু গম্ভীৰ জ্ঞানপূৰ্ণ।

জৈনধৰ্মৰ মতে মোক্ষলাভৰ তিনিটা মাৰ্গ—১। সম্যক্ দৰ্শন (শ্ৰদ্ধা), ২। সম্যক্ জ্ঞান (জীৱ, অজীৱ, আস্ৰৱ, বন্ধ, সম্বৰ, নিজৰা আৰু মোক্ষ—এই সাত পদাৰ্থৰ যথাযথ জ্ঞান); ৩। সম্যক্ চৰিত্ৰ। চৰিত্ৰ সিদ্ধিৰ বাবে অহিংসা, সত্য, অস্তেয়, ব্ৰহ্মচৰ্য্য আৰু অপৰিগ্ৰহ—এই পাঁচটা ব্ৰত পালন কৰা নিতান্ত আৱশ্যক। জৈনধৰ্মৰ আচাৰ-মীমাংসা. বৰ মাৰ্মিক আৰু উপাদেয়। প্ৰকাৰান্তৰে জৈন দৰ্শনে ছয় প্ৰকাৰ দ্ৰব্যক মানে। একদেশব্যাপীদ্ৰব্য হৈছে 'কাল'। বহুদেশ-

ব্যাপী দ্রব্যক 'অস্তিকায়' বোলা হয়, সত্তা ধাৰণ কৰা বাবে ইয়াক 'অস্তি' আৰু শৰীৰৰ সমান বিস্তৃত হোৱা বাবে ইয়াক 'কায়' বোলে। বাকী পাঁচ দ্রব্য হৈছে— জীৱ, ভূত, আকাশ, ধৰ্ম আৰু অধৰ্ম। স্যাদবাদ আৰু সপ্তভঙ্গীনয় জৈন ন্যায়ৰ বিশেষতা।

**ন্যায়দৰ্শন**—মিথিলাৰ গঙ্গেশ উপাধ্যায় বিক্ৰমীয় ১২ শতাব্দীত 'তত্ত্বচিন্তামণি' নামৰ গ্ৰন্থত ন্যায়ৰ দুটা ধাৰা দেখুৱাইছে। প্ৰথম ধাৰাত প্ৰমাণ, প্ৰমেয়, সংশয়, প্ৰয়োজন আদি ষোল্লটা পদাৰ্থৰ যথাৰ্থ বিচাৰ দেখুৱাইছে। এই অংশৰ নাম 'পদাৰ্থ-মীমাংসক'। দ্বিতীয়-অংশত প্ৰত্যক্ষ, অনুমান, উপমান আৰু শব্দ প্ৰমাণৰ অঙ্গ-প্ৰত্যঙ্গৰ সূক্ষ্ম বিচাৰ কৰিছে। এই অংশৰ নাম 'এপিষ্টোমোলজিকেল' বা 'প্ৰমাণমীমাংসাত্মক'।

ন্যায় সূত্ৰবোৰ বিক্ৰমপূৰ্ব চতুৰ্থ শতকত ৰচিত। বাৎস্যায়নে বিক্ৰমীয় দ্বিতীয় শতকত ন্যায়ৰ ভাষ্য লিখি ন্যায়সূত্ৰৰ দুৰূহ অৰ্থ জনসাধাৰণৰ বাবে বোধগম্য কৰি তুলে। এই কালছোৱা ব্ৰাহ্মণ আৰু বৌদ্ধ ন্যায়ৰ সংঘৰ্ষৰ যুগ। উভয় পক্ষৰ তাৰ্কিকে নিজৰ সিদ্ধান্ত স্থাপনত ব্যস্ত।

ন্যায়দৰ্শনত প্ৰমাণ, প্ৰমেণ, সংশয়, প্ৰয়োজন, দৃষ্টান্ত, সিদ্ধান্ত, তৰ্ক নিৰ্ণয়, বাদ, জল্প, বিতণ্ডা, হেত্বাভাস, ছল, জাতি আৰু নিগ্ৰহস্থান—এই ষোড়শ পদাৰ্থৰ যথাৰ্থ জ্ঞানৰ দ্বাৰা, নিঃশ্ৰেয়সৰ অধিগম মানৱ জীৱনৰ পৰম লক্ষ্য বুলি ধৰা হয়। ন্যায়ৰ মতে 'ঈশ্বৰেই সৃষ্টি, স্থিতি, লয়ৰ চৰম আৰু একমাত্ৰ কাৰণ।' পূৰ্বজন্মৰ কৰ্মফল অনুযায়ী জীৱে ইহজনমত সুখ-দুখ ভোগ কৰে। ঈশ্বৰ চিৰ-জাগ্ৰত। ঈশ্বৰত আশ্ৰয় কৰিয়েই জীৱই তত্ত্বজ্ঞান লাভ কৰি মুক্তি লাভ কৰিব পাৰে।

ষষ্ঠ শতিকাত উদ্যোতকাৰে ন্যায় ভাষ্যৰ ওপৰত 'বাৰ্তিক' লিখে। ধৰ্মকীৰ্তিয়ে 'ন্যায়বাৰ্তিক'ৰ ওপৰত 'প্ৰমাণ-বাৰ্তিক' লিখি উদ্যোতকাৰৰ মত খণ্ডন কৰে। নৱম শতিকাত বাচস্পতি মিশ্ৰই বাৰ্তিকাৰৰ অৰ্থ বুজিবৰ অৰ্থে 'তাৎপৰ্য্য-টীকা' লিখে। জয়ন্ত ভট্টই সূত্ৰৰ ওপৰত 'ন্যায়-মঞ্জৰী' নামৰ এখন অতি পাণ্ডিত্যপূৰ্ণ বৃত্তি লিখে। মিথিলাৰ উদয়নে 'তাৎপৰ্য্য পৰিশুদ্ধিত' বাচস্পতিৰ 'তাৎপৰ্য্য'ৰ সুন্দৰ ব্যাখ্যা কৰে। নব্যন্যায়ৰ জন্মদাতা মিথিলাৰ গঙ্গেশ উপাধ্যায়ৰ 'তত্ত্ব-চিন্তামণি' বাস্তবিকতে ন্যায়-তত্ত্বৰ চিন্তামণি। ১৬ শতাব্দীত ৰঘুনাথে শিৰোমণি 'দীধিতি' আৰু মথুৰানাথ তৰ্কবাগীশে 'চিন্তামণি আৰু 'দীধিতি'ৰ ওপৰত 'ৰহস্য' নামৰ টীকা লিখে। ১৭ শতাব্দীত জগদীশ ভট্টাচাৰ্য্যই 'জাগদীশী' আৰু গদাধৰ ভট্টাচাৰ্য্যই, 'গদাধৰী' ৰচনা কৰি 'দীধিতি'ৰ গূঢ়াৰ্থ প্ৰকাশ কৰে।

সিদ্ধসেন দিবাকৰ ন্যায়াৱতাৰ গ্ৰন্থৰ ৰচক। তেওঁৰ পিছত ৰজা বিক্ৰমাদিত্যৰ ৰাজপুৰোহিত আছিল।

তেওঁৰ সম্বন্ধে কোৱা আছে যে এবাৰ তেওঁৰ সকলো প্ৰাকৃত সাহিত্য সংস্কৃতত অনুবাদ কৰিব বুলি দম্ভোক্তি কৰাত গুৰুৱে তেওঁক তাৰ শাস্তি স্বৰূপে ১২ বছৰ কাল মৌনতা অৱলম্বন কৰিবলৈ আদেশ দিয়ে। সিদ্ধসেনে এই সময়ত ভ্ৰমণ কৰি গৈ উজ্জয়িনীত উপস্থিত হৈ মহাকালীৰ মন্দিৰত অৱস্থান কৰে। তাত তেওঁ শিৱৰ মূৰ্তিক প্ৰণাম নকৰা বাবে মন্দিৰৰ পূজাৰীসকলে ৰজা বিক্ৰমাদিত্যক জনালত, তেওঁ আহি শিৱমূৰ্তিৰ আগত প্ৰণাম কৰিবলৈ সিদ্ধসেনক বাধ্য কৰায়। সেই সময়ত সিদ্ধসেনে স্বৰচিত কল্যাণমন্দিৰ স্তোত্ৰ পাঠ কৰি থাকোঁতে শিৱ-মূৰ্তিৰ মাজৰপৰা জৈন তীৰ্থংকৰৰ মূৰ্তি আবিৰ্ভাৱ হয়। ৰজাই এই ঘটনাৰ পিচত জৈনধৰ্মত দীক্ষিত হয়। জিনসেনে আদিপুৰাণত সিদ্ধসেনৰ বিষয়ে এইদৰে মন্তব্য কৰিছিল:

"প্ৰবাদিক বিযুথানাং কেসৰী নয়কেসৰী।
সিদ্ধসেন কৱিৰ্জীয়াৎ বিকল্প নখাৰঙ্কুৰঃ॥"

**বৈশেষিক দৰ্শন**—ন্যায়দৰ্শনৰ লগত বৈশেষিক দৰ্শনৰ ভালেখিনি সাদৃশ্য আছে বাবে ই 'সমানতন্ত্ৰ' নামেও অভিহিত। ইয়াত ভৌতিক বিজ্ঞানৰ ওপৰত সত্যতাৰ মীমাংসা প্ৰস্তুত কৰা হৈছে। ন্যায়ৰ প্ৰধান লক্ষ্য অন্তৰ্জগত তথা জ্ঞানৰ মীমাংসা আৰু বৈশেষিক দৰ্শনৰ মুখ্য তাৎপৰ্য্য বাহ্যজগতৰ বিস্তৃত সমীক্ষা। বৈশেষিকৰ মতে পদাৰ্থ সাতপ্ৰকাৰ। যেনে—দ্ৰব্য, গুণ, কৰ্ম, সামান্য বিশেষ, সমবায় আৰু অভাৱ। দ্ৰব্য ন প্ৰকাৰ। এই দ্ৰব্যসমূহৰ আশ্ৰিত ধৰ্ম হৈছে—গুণ আৰু কৰ্ম। দ্ৰব্য, গুণ আৰু কৰ্মৰ সামান্য ধৰ্মৰ যোগৰ নাম 'সামান্য'। বস্তুৰ পাৰস্পৰিক বৈধৰ্ম্যৰ জ্ঞান বিশেষ'ৰ দ্বাৰা হয়। সামান্য তথা বিশেষ পদাৰ্থৰ অন্যপদাৰ্থৰ লগত সম্বন্ধ দেখুৱাবলৈ 'সমবায়' নামক নিত্য সম্বন্ধ সত্তা স্বীকাৰ কৰে। এই ষড়্‌ভাৱ পদাৰ্থৰ নিচিনা অভাৱও বাস্তৱ, যথাৰ্থ আৰু মহত্বশালী। বৈশেষিক দৰ্শনৰ মতে নিষ্কাম কৰ্ম সম্পাদনও নিতান্ত আৱশ্যক।

বৈশেষিক দৰ্শনৰ প্ৰতিষ্ঠাতা মহৰ্ষি কণাদ। প্ৰশস্তপাদে 'পদাৰ্থ ধৰ্মসংগ্ৰহ'ত বৈশেষিক তত্বৰ অতি প্ৰামাণিক আলোচনা কৰিছে। পঞ্চম শতিকাত চন্দ্ৰই 'দশপদাৰ্থী শাস্ত্ৰ'খন ৰচনা কৰে। ৬০৮ খ্ৰীঃত চীনা ভাষালৈ এইখন গ্ৰন্থ অনুবাদ হয়। অবান্তৰ আচাৰ্য্যই কণাদসূত্ৰ আৰু প্ৰশস্তপাদভাষ্যৰ ওপৰত সুন্দৰ টীকা লিখে। অষ্টম শতকত ব্যোমশিবাচাৰ্য্যই 'ব্যোমৱতী', ৯১৩ শতকত উদয়নাচাৰ্য্যই

'কিৰণাৱলী', শ্ৰীধৰাচাৰ্য্যই 'ন্যায়কন্দলী', ১২ শতকত বল্লভাচাৰ্য্যই 'ন্যায়-লীলাৱতী' পদ্মনাভ মিশ্ৰই 'সেতু', জগদীশ ভট্টাচাৰ্য্যই 'সূক্তি' আদি প্ৰশস্তপাদভাষ্যৰ ওপৰত ব্যাখ্যা লিখে। ১৫ শতাব্দীত শঙ্কৰ মিশ্ৰই 'উপস্কাৰ', জয়নাৰায়ণে 'বিবৃতি' আৰু চন্দ্ৰকান্ত তৰ্কালঙ্কাৰে ভাষ্য লিখে। ইয়াৰ উপৰিও ১০ শতকত শিৱাদিত্য মিশ্ৰই 'সপ্তপদাৰ্থী'ত বৈশেষিক সিদ্ধান্তৰ ন্যায় সিদ্ধান্তৰ লগত মনোৰম সমন্বয় ঘটায়। ১৭ শতকত বিশ্বনাথ ন্যায় পঞ্চাননে মুক্তাৱলীৰ দ্বাৰা বিভূষিত 'ভাষাপৰিচ্ছেদ' আৰু অন্নংভট্টই 'তৰ্ক-সংগ্ৰহ' ৰচনা কৰে।

সাংখ্য—কঠ, ছান্দোগ্য, শ্বেতাশ্বতৰ আৰু মৈত্ৰী আদি উপনিষদত সাংখ্যৰ সিদ্ধান্ত পোৱা যায়। সাংখ্যদৰ্শন দ্বৈতমতৰ প্ৰতিপাদক। প্ৰকৃতি আৰু পুৰুষ মূলতত্ত্ব। দুয়োৰে পৰস্পৰ সম্বন্ধত জগতৰ সৃষ্টি। প্ৰকৃতি সত্ত্ব, ৰজ আৰু তম— এই তিনিটা গুণৰ সাম্য অৱস্থা। সত্ত্ব প্ৰধান অহঙ্কাৰৰপৰা একাদশ ইন্দ্ৰিয়ৰ তথা তামস অহঙ্কাৰৰপৰা পঞ্চতন্মাত্ৰা আৰু ইয়াৰপৰা স্থূল মহাভূতৰ আবিৰ্ভাৱ হয়। সাংখ্যৰ দাৰ্শনিক দৃষ্টি যথাৰ্থবাদ।

সাংখ্যৰ ভাগ কেইবাটাও। প্ৰাচীন সাংখ্য ঈশ্বৰবাদী। বেদান্তৰ লগত ইয়াৰ বিশেষ প্ৰভেদ নাই। কিন্তু সাংখ্য প্ৰকৃততে নিৰীশ্বৰবাদী। গৌতম-বুদ্ধই মৌলিক সিদ্ধান্তসমূহ সাংখ্যৰপৰা গ্ৰহণ কৰা। দুঃখৰ সত্তা, বৈদিক কৰ্মকাণ্ডৰ গৌণতা, ঈশ্বৰৰ সত্তাৰ ওপৰত অনাস্থা আৰু জগতৰ পৰিণামশীলতাৰ সিদ্ধান্ত বুদ্ধই সাংখ্যদৰ্শনৰপৰা গ্ৰহণ কৰে।

সাংখ্যদৰ্শনৰ প্ৰতিষ্ঠাতা কপিল। এওঁ উপনিষদ কালীন ঋষি। কপিলৰ শিষ্য আসুৰি। আসুৰিৰ শিষ্য পঞ্চশিখে 'ষষ্টিতন্ত্ৰ' নামৰ প্ৰথম সাংখ্যদৰ্শনৰ পুথি ৰচনা কৰে। ঈশ্বৰ কৃষ্ণৰ 'সাংখ্যকাৰিকা' সাংখ্যদৰ্শনৰ প্ৰথম উৎকৃষ্ট গ্ৰন্থ। এই গ্ৰন্থখন ছয় শতাব্দীত পৰমাৰ্থই চীনভাষালৈ অনুবাদ কৰে। চীনভাষাত এই গ্ৰন্থখন 'হিৰণ্যসপ্ততি' বা 'সুবৰ্ণসপ্ততি' নামে জনাজাত। আচাৰ্য্য গৌড়পাদে 'যুক্তিদীপিকা', মাঠৰে 'মাঠৰবৃত্তি', বাচস্পতি মিশ্ৰই 'তত্ত্বকৌমুদী' আৰু শঙ্কৰা-চাৰ্য্যই 'জয়মঙ্গলা' আদি সাংখ্যদৰ্শনৰ ওপৰত টীকা লিখে। বিজ্ঞান ভিক্ষুই 'সাংখ্যপ্ৰৱণ ভাষ্য'ত বেদান্তৰ লগত সাংখ্যৰ সমন্বয় দেখুৱাইছে।

যোগদৰ্শন—ঋষিসকলৰ প্ৰতিভজ্ঞান বা অন্তৰ্দৃষ্টিৰ উৎপত্তিৰ প্ৰধান কাৰণ যোগ। যোগৰ বলত নানা ধৰণৰ সিদ্ধি লাভ কৰিব পাৰি। ইয়াত অকণো সন্দেহ নাই।

মহৰ্ষি পতঞ্জলিয়ে উপনিষদত প্ৰতিপাদিত যোগবিদ্যা অনুশীলন কৰি বিক্ৰমীয়

দুইশ বছৰ পূৰ্বে 'ৰাজযোগ'ৰ বিস্তৃত বৰ্ণনা কৰে। পতঞ্জলিৰ মতে যোগৰ অঙ্গ আঠ প্ৰকাৰ—যম, নিয়ম, আসন, প্ৰাণায়াম প্ৰত্যাহাৰ, ধাৰণা, ধ্যান আৰু সমাধি। এই অঙ্গবোৰৰ অভ্যাসৰ দ্বাৰা চিত্তবৃত্তিবোৰ বিলীন হৈ এক হয়। একাগ্ৰ বা নিৰুদ্ধ ভূমিত চিত্ত ধ্যেয় বস্তুত সম্পূৰ্ণ নিবিষ্ট হৈ থাকে আৰু নিৰুদ্ধ ভূমিত চিত্ত সকলো প্ৰকাৰে ক্ৰিয়াশূন্য হয়। আনকি চিত্তৰ চিন্তাশক্তিও বিলুপ্ত হৈ যায়। যোগ বা সমাধি দুই প্ৰকাৰ—সম্প্ৰজ্ঞাত আৰু অসম্প্ৰজ্ঞাত। প্ৰথম বিধত ধ্যেয় বস্তুত চিত্ত সম্পূৰ্ণ নিবিষ্ট হৈ ধ্যেয় বস্তুৰ স্বৰূপ জ্ঞান প্ৰাপ্ত হয়। দ্বিতীয় বিধত চিত্তত ধ্যেয় বস্তুৰ উপলব্ধি নহয়, চিত্ত তেতিয়া জ্ঞানৰ অতীত হৈ পৰে।

যোগদৰ্শনৰ মতে ঐশ্বৰ্য্য আৰু জ্ঞানৰ পৰাকাষ্ঠাই হৈছে ঈশ্বৰ। তেওঁ অনাদি সৰ্বব্যাপী। ঈশ্বৰত চিত্তক নাইবা সকলো কৰ্মফল অৰ্পণ কৰিলে সমাধিৰ সিদ্ধি লাভ হয়। যোগদৰ্শনে ঈশ্বৰক স্বীকাৰ কৰা বাবে ইয়াৰ আন এটা নাম 'সেশ্বৰ সাংখ্য'।

'হিৰণ্যগৰ্ভ' নামৰ গ্ৰন্থখনেই আদি যোগদৰ্শন। বিক্ৰমীয় দুইশ বছৰ পূৰ্বে মহৰ্ষি পতঞ্জলিয়ে যোগৰ প্ৰতিপাদিত শাস্ত্ৰৰ মাথোন উপদেশ দিয়ে। তৃতীয় শতাব্দীত ব্যাসে সূত্ৰবোৰৰ ওপৰত ভাষ্য লিখে। যোগশাস্ত্ৰৰ গূঢ় অৰ্থবোৰ অভিব্যক্তিৰ বাবে বাচস্পতিয়ে নৱম শতিকাত 'তত্ত্ব-বৈশাৰদী' ৰচনা কৰে। ৰাঘবানন্দ সাৰস্বতী এই গ্ৰন্থখনৰ ওপৰত 'পাতঞ্জল-ৰহস্য' নামক টীকা লিখে। ১৬ শতাব্দীত বিজ্ঞানভিক্ষুই সাংখ্যৰ ওপৰত 'যোগবাৰ্তিক' ৰচনা কৰে। যোগসূত্ৰৰ ওপৰত ভোজে 'ৰাজমাৰ্তণ্ড' বা 'ভোজবৃত্তি', ৰামানন্দযতি 'মণিপ্ৰভা', অনন্ত পণ্ডিতে 'যোগচন্দ্ৰিকা', ভাবাগণেশে 'বৃত্তি', সদাশিবেন্দ্ৰ সৰস্বতীয়ে 'যোগসুধাকৰ' আৰু নাগোজীভট্টই বিস্তৃত টীকা লিখে।

মীমাংসা দৰ্শন—বেদৰ কৰ্মকাণ্ডৰ যাগযজ্ঞাদিৰ বিধানসমূহ সমৰ্থন কৰাই মীমাংসা দৰ্শনৰ উদ্দেশ্য। তৈত্তিৰীয় সংহিতা, তাণ্ড্য ব্ৰাহ্মণ, ছান্দোগ্য উপনিষদ আদিত মীমাংস ধাতুক বিচাৰ অৰ্থত প্ৰয়োগ কৰা হৈছে।

'উদিতে হোতব্যমনুদিতে হোতব্যমিতি মীমাংসন্তে।' কৌষীতকী ব্ৰাহ্মণত মূলতঃ উদিত হোম আৰু অনুদিত হোমৰ বিষয়ে সমীক্ষাৰ উল্লেখ আছে। এই সমীক্ষাৰ হেতু 'মীমাংসা' প্ৰাচীন 'ন্যায়' নামে অভিহিত। 'ধৰ্মাখ্যং বিষয়ং বক্তুং মীমাংসায়াঃ প্ৰয়োজনম্'—অৰ্থাৎ ধৰ্মৰ বিচাৰৰ অৰ্থে মীমাংসাৰ প্ৰয়োজন। মীমাংসাৰ মতে কৰ্ম অনুসাৰে পুণ্যাপুণ্য উৎপন্ন হয় আৰু তাৰপৰাই হয়

ফলপ্ৰাপ্তি। যিদৰে পদজ্ঞান ব্যাকৰণৰপৰা, প্ৰমাণ জ্ঞান ন্যায়ৰপৰা হয়; সেইদৰে বাক্য জ্ঞান হয় মীমাংসাৰপৰা। মীমাংসাই শব্দৰ নিত্যতাৰ ওপৰত অতি সূক্ষ্ম মৌলিক বিচাৰ কৰিছে। প্ৰভাকৰৰ 'অন্বিতাভিধানবাদ' শব্দাৰ্থৰ জ্ঞান লাভৰ উপযুক্ত গ্ৰন্থ।

মীমাংসা সূত্ৰৰ ৰচকমহৰ্ষি জৈমিনী। বিক্ৰমীয় তিনিশ বছৰ পিচত শবৰস্বামীয়ে দ্বাদশলক্ষী মীমাংসাৰ ওপৰত বিস্তৃত তথা প্ৰামাণিক ভাষ্য লিখে। কুমাৰিলভট্টই 'শ্লোকবাৰ্তিক' আৰু 'তন্ত্ৰবাৰ্তিক' লিখি অলৌকিক পাণ্ডিত্য আৰু তৰ্ককুশলতাৰ পৰিচয় দিয়ে। কুমাৰিলভট্ট ভাট্টমতৰ উদ্ভাৱক। মণ্ডন মিশ্ৰই ভাট্টমতৰ ওপৰত 'বিধিবিবেক','ভাবনাবিবেক','বিভ্ৰমবিবেক' আনিপ্ৰামাণিক গ্ৰন্থ লিখে। বাচস্পতি মিশ্ৰই 'বিধিবিবেকৰ' ওপৰত 'ন্যায়কণিকা' নামৰ টীকা আৰু শব্দাৰ্থৰ বিষয়ত 'তত্ত্ব বিন্দু' ৰচনা কৰে। কুমাৰিলভট্টৰ শিষ্য উম্বেকে 'ভাবনাবিবেক'আৰু শ্লোকবাৰ্তিক'ৰ ওপৰত টিকা লিখে। মিথিলাৰ পাৰ্থসাৰথি মিশ্ৰই 'তৰ্কৰত্ন' আৰু 'শ্লোকবাৰ্তিক'ৰ ওপৰত 'ন্যায়ৰত্নকৰ' টিকা লিখে। এওঁৰ প্ৰকৰণ গ্ৰন্থ 'শাস্ত্ৰদীপিকা' এখন অতিপ্ৰামাণিক আৰু উপাদেয় গ্ৰন্থ। বেদভাষ্যকাৰ সায়ণাচাৰ্য্যৰ জ্যেষ্ঠ ভাতৃ মাধৱচাৰ্য্যৰ 'ন্যায়মালাবিস্তৰ' মীমাংসা সূত্ৰৰ ওপৰত লিখা ব্যাখ্যা গ্ৰন্থ। খণ্ডদেৱ মিশ্ৰই 'অধিকৰণ প্ৰস্থান'ৰ ওপৰত 'ভাট্টদীপিকা' আৰু এওঁৰ গুৰু বিশ্বেশ্বৰভট্টই 'ভাট্টচিন্তামণি' নামে মীমাংসা সূত্ৰৰ ওপৰত টীকা লিখে। বিশ্বেশ্বৰভট্টৰ সম-সাময়িক অপ্পয়দীক্ষিতে 'বিধিৰসায়ন', 'উপক্ৰমপৰাক্ৰম' আদি ৰচনা কৰি মীমাংসা সাহিত্যৰ ভঁৰাল টনকিয়াল কৰে। আপদেৱৰ 'মীমাংসান্যায় প্ৰকাশ' মীমাংসা দৰ্শনৰ এখন উৎকৃষ্ট গ্ৰন্থ। অপদেৱৰ পুত্ৰ অনন্তদেৱে এই গ্ৰন্থখনৰ ওপৰত 'ভাট্টালঙ্কা'ৰ নামে এখন ব্যাখ্যা গ্ৰন্থ ৰচনা কৰে।

গুৰু মতৰ প্ৰতিষ্ঠাপক প্ৰভাকৰ মিশ্ৰই 'বৃহতী' নামৰ টীকা এখন ৰচনা কৰে। আচাৰ্য্য শালিকনাথে 'বৃহতী'ৰ ওপৰত 'ঋজুবিমলা' আৰু 'লঘ্বী'ৰ ওপৰত 'দীপ-শিখা' নামৰ টীকা লিখে। ইয়াৰ বাহিৰেও এওঁ 'প্ৰকৰণপঞ্চিকা' নামে এখন প্ৰসিদ্ধ গ্ৰন্থ ৰচনা কৰে। এওঁৰ আবিৰ্ভাৱকাল দশম শতক।

মুৰাৰিমত প্ৰৱৰ্তক মুৰাৰি মিশ্ৰ মধ্যযুগৰ এজন বিচক্ষণ মীমাংসক। গাঙ্গেশ উপাধ্যায় 'তত্ত্বচিন্তামণি'ত এওঁৰ মতৰ উল্লেখ কৰিছে। মুৰাৰি মিশ্ৰৰ আবিৰ্ভাৱ কাল বিক্ৰমীয় ১২ শতাব্দী।

**বেদান্তদৰ্শন**—'বেদান্তৰ' অৰ্থ উপনিষদ। এই উপনিষদত বেদৰ সিদ্ধান্ত প্ৰতিপাদন হোৱা বাবে ইয়াক 'বেদান্ত' বোলা হৈছে। উপনিষদ বহুতো। তাৰ

সিদ্ধান্তবোৰও ভিন্ ভিন্। গতিকে সেইবোৰৰ বিৰোধ দূৰীকৰণৰ বাবে মহৰ্ষি বাদৰায়ণ ব্যাসে 'ব্ৰহ্মসূত্ৰ' ৰচনা কৰে। এই সূত্ৰবোৰৰ ৰচনাকাল বিক্ৰমপূৰ্ব প্ৰায় ছয় শতক। ব্ৰহ্মসূত্ৰৰ ওপৰত শঙ্কৰে 'শাৰীৰিক ভাষ্য', ভাস্কৰে 'ভাস্কৰভাষ্য', ৰামানুজে 'শ্ৰীভাষ্য', মধ্বই 'পূৰ্ণপ্ৰজ্ঞভাষ্য', নিম্বাৰ্কে 'বেদান্তপাৰিজাত', শ্ৰীকণ্ঠই 'শৈৱভাষ্য', শ্ৰীপতি 'শ্ৰীকৰভাষ্য', বল্লভে 'অনুভাষ্য', বিজ্ঞানভিক্ষুই 'বিজ্ঞানামৃত' আৰু বলদেৱে 'গোবিন্দভাষ্য' ৰচনা কৰে।

বেদান্তৰ মতে ব্ৰহ্মই জগতৰ মূল কাৰণ। জগতৰ সৃষ্টি-স্থিতি-লয় এক চেতন তত্ত্বৰ কাৰণ। ব্ৰহ্ম সৰ্বত্ৰ ব্যাপক আৰু নিত্য। মুখ্যতঃ উপনিষদেই সিদ্ধান্ত গ্ৰন্থ। ব্ৰহ্ম আদি ইন্দ্ৰিয়াতীত আধ্যাত্মিক বিষয় নিৰূপণত বেদেই আধিক প্ৰমাণ। মুক্তিৰ বাবে কৰ্মৰ সন্ন্যাস শ্ৰেষ্ঠ। সংসাৰৰ বন্ধনৰপৰা মুক্তি লাভ কৰাই মানৱ জীৱনৰ চৰম উদ্দেশ্য।

শঙ্কৰাচাৰ্য্য অদ্বৈতবাদী। এওঁৰ মতে জীৱ আৰু ব্ৰহ্ম অভিন্ন—'ব্ৰহ্ম সত্যং জগন্মিথ্যা জীৱো ব্ৰহ্মৈব নাপৰঃ।' শঙ্কৰাচাৰ্য্যৰ মতে ব্ৰহ্মই একমাত্ৰ সত্য। তেওঁ এক আৰু অধিকাৰী হৈ বিচিত্ৰ সৃষ্টি ৰচনা কৰিছে। যি শক্তিৰ বলত এক ঈশ্বৰে বিচিত্ৰ আৰু বিবিধ সৃষ্টি ৰচনা কৰে তাৰেই নাম 'মায়া'। শঙ্কৰাচাৰ্য্যৰ মতে ব্ৰহ্মৰ স্বৰূপ দুটা—সগুণ আৰু নিৰ্গুণ। মায়াবিশিষ্ট ব্ৰহ্মই সগুণ। এওঁৱেই ঈশ্বৰ—জগতৰ সৃষ্টি আৰু পালনকৰ্তা। নিৰ্গুণ ব্ৰহ্মৰ মায়াৰ লগত কোনো সম্বন্ধ নাই। ই অখণ্ড, সৰ্বত্ৰব্যাপক, সচ্চিদানন্দ স্বৰূপ।

বৈষ্ণৱদৰ্শন—বৈষ্ণৱ আচাৰ্য্য ৰামানুজৰ মতে ঈশ্বৰ অখিল সদ্গুণৰ নিকেতন। ব্ৰহ্ম সগুণ, নিৰ্গুণ নহয়। এওঁৰ মতে জীৱজগতৰ কৰ্তা এক ঈশ্বৰ। সেইবাবে এওঁৰ সিদ্ধান্তক অদ্বৈত নুবুলি বিশিষ্ট অদ্বৈত বোলা হয়। আচাৰ্য্য নিম্বাৰ্কৰ মতে জীৱ আৰু ঈশ্বৰৰ অস্তিত্ব বেলেগ বেলেগ। সেয়ে এওঁৰ মত দ্বৈতাদ্বৈত নামে জনাজাত। মাধ্বৰ মতে জীৱ আৰু ঈশ্বৰ এক নহয়, ই ভিন্ ভিন্। ঈশ্বৰ এই জগতৰ কেৱল নিমিত্ত কাৰণ, উপাদান কাৰণ নহয়। কিন্তু আন আন আচাৰ্য্যসকলৰ মতে জগতৰ উপাদান আৰু নিমিত্তৰ কাৰণ স্বয়ং ভগৱান। সেই কাৰণে এই মতক 'দ্বৈতমত' বোলা হয়। আচাৰ্য্য বল্লভে মায়াবাদ নামানে। তেওঁ কেৱল অদ্বৈতবাদ স্বীকাৰ কৰে। সেয়ে তেওঁৰ মত শুদ্ধাদ্বৈত নামে জনাজাত। বঙ্গৰ চৈতন্য সম্প্ৰদায় আৰু অসমৰ বৈষ্ণৱ ধৰ্ম প্ৰচাৰক মহাপুৰুষ শ্ৰীশ্ৰীহৰিদেৱৰ হৰিদেৱী সম্প্ৰদায়ৰ মতে ভক্তিয়েই মোক্ষলাভৰ একমাত্ৰ পন্থা।

ব্ৰহ্মই ঈশ্বৰ। ঈশ্বৰৰ দৰে চেতনজীৱ আৰু জড়জগত উভয়ে সত্য। বিষ্ণুই ঈশ্বৰ। গতিকে এওঁলোকে বিভিন্নৰূপত বিষ্ণুৰেই উপাসনা কৰে।

## বেদান্ত আৰু বৈষ্ণৱ সাহিত্য

ব্ৰহ্মসূত্ৰ ৰচিত হয় বিক্ৰমীয় ছয় শ বছৰ পূৰ্বে। বেদান্ত সাহিত্যৰ ক্ষেত্ৰ অতি বিশাল। আচাৰ্য্য গৌড়পাদৰ মাণ্ডুক্য কাৰিকাৰপৰাই অদ্বৈতবাদৰ আৰম্ভ হয়। আচাৰ্য্য সুৰেশ্বৰে তৈত্তিৰীয় ভাষ্য আৰু বৃহদাৰণ্যক ভাষ্যৰ ওপৰত বাৰ্ত্তিক লিখি বাৰ্ত্তিকাৰ উপাধি লাভ কৰে। পদ্মপাদে ব্ৰহ্মসূত্ৰৰ চতুঃসূত্ৰীৰ ওপৰত 'পঞ্চপাদিকা' আৰু প্ৰকাশাত্মযতি ইয়াৰ ওপৰত 'বিৱৰণ' নামৰ টীকা লিখে।

'বিৱৰণ'ৰ ওপৰত আকৌ অখণ্ডানন্দমুনি 'তত্ত্বদীপন' আৰু বিদ্যাৰণ্যই 'বিৱৰণপ্ৰমেয়-সংগ্ৰহ', নামৰ দুখন প্ৰসিদ্ধ টীকা ৰচনা কৰে। শ্ৰীহৰ্ষৰ 'খণ্ডনখণ্ডখাদ্য' এখন পাণ্ডিত্যপূৰ্ণ গ্ৰন্থ। মধুসূদন সৰস্বতীৰ 'অদ্বৈতসিদ্ধি' এখন সুন্দৰ ব্ৰাহ্মণ গ্ৰন্থ। অপ্পয়দীক্ষিতৰ 'কল্পতৰু-পৰিমল' আৰু 'সিদ্ধান্ত লেশ সংগ্ৰহ' বেদান্ত সাহিত্যৰ উৎকৃষ্ট গ্ৰন্থ।

বৈষ্ণৱদৰ্শনত ৰামানুজে ব্ৰহ্মসূত্ৰৰ ওপৰত শ্ৰীভাষ্য আৰু গীতা ভাষ্য লিখে। ১০১৭ খ্ৰীঃত ৰামানুজে শ্ৰীপেৰুম্বুদুৰত জন্ম গ্ৰহণ কৰে। তেওঁৰ পূৰ্বৰ নাম আছিল লক্ষ্মণ, পিচত লক্ষ্মণমুণি নামে জনজাত হয়। শেষ বয়সত বেদান্ত-ধৰ্মত দীক্ষিত হৈ তেওঁ সন্ন্যাস ধৰ্ম গ্ৰহণ কৰে। সুদৰ্শন সূৰিৰ শ্ৰীভাষ্যৰ ওপৰত লিখা শ্ৰুত-প্ৰকাশিকা' এখন প্ৰসিদ্ধ ব্যাখ্যা গ্ৰন্থ। বেদান্ত দেশিকে 'তত্ত্ব-টীকা,' 'তত্ত্ব-মুক্তা', 'কলাপ' 'গীতাৰ্থ-তাৎপৰ্য্য-চন্দ্ৰিকা' আদি অনেক গ্ৰন্থ ৰচনা কৰি বৈষ্ণৱ মত লোকসমাজত প্ৰচাৰ কৰে। নিম্বাৰ্কাচাৰ্য্যৰ 'বেদান্ত-পাৰিজাত সৌৰভ' বেদান্ত সূত্ৰৰ ভাষ্য। শ্ৰীনিবাসে ইয়াৰ ওপৰত 'বেদান্ত-কৌস্তুভ' নামৰ বিস্তৃত ব্যাখ্যা লিখে। পুৰুষোত্তমৰ 'শ্ৰুত্যান্ত-সুৰদ্ৰুম' আৰু দেৱাচাৰ্য্যৰ 'সিদ্ধান্ত জাহ্নবী' উৎকৃষ্ট বেদান্ত গ্ৰন্থ। ইয়াৰ বাহিৰেও বিটঠলনাথৰ 'বিদ্বন্মণ্ডন', কৃষ্ণচন্দ্ৰৰ 'ভাবপ্ৰকাশিকা পুৰুষোত্তমৰ 'অমৃততৰঙ্গিনী', গিৰিধৰ মহাৰাজৰ 'শুদ্ধাদ্বৈত-মাৰ্তণ্ড' আৰু সনাতন জন্মৰ 'প্ৰমেয়াৰ্ণৱ' শুদ্ধাদ্বৈত মতৰ প্ৰসিদ্ধ গ্ৰন্থ। চৈতন্য সম্প্ৰদায়ৰ শ্ৰীৰূপ-গোস্বামীৰ 'লঘুভাগৱতামৃত', উজ্জ্বলনীলমণিৰ 'ভক্তৰসামৃতসিন্ধু' আৰু সনাতন গোস্বামীৰ 'বৃহদ্ ভাগৱতামৃত', বৈষ্ণৱ তোষিণী আৰু হৰিভক্তি বিলাসেই উল্লেখযোগ্য গ্ৰন্থ। কৃষ্ণদাস কবিৰাজৰ চৈতন্য চৰিতামৃত আৰু বলদেৱ বিদ্যাভূষণৰ 'গোবিন্দভাষ্য', চৈতন্য পন্থৰ প্ৰসিদ্ধ গ্ৰন্থ। মহাপুৰুষ হৰিদেৱৰ ৰচিত 'ভক্তিৰস,—তৰঙ্গিনী' আৰু দ্বিজদিবাকৰ ৰচিত 'হৰিদেৱচৰিত' অসমৰ বৈষ্ণৱ সম্প্ৰদায়ৰ অমূল্য গ্ৰন্থ।

## ॥ পৰিশিষ্ট ॥

### কেইজনমান গ্ৰন্থকাৰৰ চমু পৰিচয়

**ভৰদ্বাজ :** 'ঋক্‌তন্ত্ৰ'ৰ পূৰ্বোক্ত বাক্যত ব্ৰহ্মা, বৃহস্পতি আৰু ইন্দ্ৰৰ পিছত ভৰদ্বাজক চতুৰ্থ ব্যাকৰণ প্ৰবক্তা বুলি উল্লেখ কৰিছে। এওঁ আছিল বৃহস্পতিৰ পুত্ৰ। 'কাশিকা বৃত্তিত' ভৰদ্বাজৰ এঘাৰজন সন্তান থকা বুলি কোৱা আছে। এওঁ ব্যাকৰণ আৰু আয়ুৰ্বেদৰ জ্ঞান ইন্দ্ৰৰপৰা আৰু পুৰাণৰ জ্ঞান '[illegible]' পৰা লাভ কৰে। 'ৰামায়ণ'ৰ এক প্ৰসঙ্গৰপৰা জনা যায়, প্ৰয়াগৰ গঙ্গা-যমুনাৰ সংগমস্থলত ভৰদ্বাজৰ আশ্ৰম আছিল। আজিও তাৰ চিহ্ন বিদ্যমান। 'ঐতৰেয় আৰণ্যক'ত এওঁ 'অনূচানতং' আৰু 'দীৰ্ঘজীবিতম্' লিখিছে। 'ৰামায়ণৰপৰা জনা যায়, এওঁ ৰামৰ সমকালীন। এতেকে এওঁৰ আনুমানিক সময় ত্ৰেতা যুগৰ শেষভাগ।' এওঁৰ গ্ৰন্থসমূহ হ'ল—১। ভৰদ্বাজ-ব্যাকৰণ, ২। আয়ুৰ্বেদ-সংহিতা, ৩। ধনুৰ্বেদ, ৪। ৰাজশাস্ত্ৰ, ৫। অৰ্থশাস্ত্ৰ, ৬। যন্ত্ৰসৰ্বস্ব ৭। পুৰাণ, ৮। শিক্ষা। ইয়াৰ ভিতৰত বৰ্তমান 'যন্ত্ৰসৰ্বস্ব' আৰু 'শিক্ষা' নামৰ গ্ৰন্থ দু'খন পোৱা হৈছে।

**কাশ্যপ্ :** 'অষ্টাধ্যায়ী'ত আচাৰ্য্য কাশ্যপৰ নাম দুবাৰ উল্লেখ কৰিছে। 'বাজসনেয় প্ৰতিশাখ্য'তো এওঁৰ নাম পোৱা যায়। মহাভাৰতৰ যুদ্ধৰ সময় এওঁৰ আবিৰ্ভাৱ কাল। এওঁ ব্যাকৰণ, কল্প, ছন্দঃশাস্ত্ৰ, আয়ুৰ্বেদ, পুৰাণ আৰু দৰ্শনৰ ওপৰত গ্ৰন্থ লিখে; কিন্তু এইটো নিশ্চিতভাৱে কব নোৱাৰি যে এই গ্ৰন্থসমূহৰ ৰচয়িতা এজন ব্যক্তি নে একে নামৰ ভিন্ ভিন্ ব্যক্তি।

**গাৰ্গ্য :** পাণিনিৰ 'অষ্টাধ্যায়ী'ৰ তিনি ঠাইত গাৰ্গ্যৰ নাম উল্লেখ আছে। এওঁ বৈয়াকৰণ ভৰদ্বাজৰ পুত্ৰ। এওঁৰ স্থিতিকাল ৫৫০০ বিক্ৰমপূৰ্ব। গাৰ্গ্যই এখন সৰ্বাঙ্গপূৰ্ণ ব্যাকৰণ ৰচনা কৰাৰ উপৰিও 'নিৰুক্ত' 'সামবেদ পদপাঠ', 'শাকল্যতন্ত্ৰ', 'তৰ্কশাস্ত্ৰ', দেবৰ্ষিচৰিত' আৰু 'সামতন্ত্ৰ' নামৰ ছয়খন গ্ৰন্থ লিখে।

**শাকল্য :** আচাৰ্য্য শাকল্যক পাণিনিয়ে চাৰিবাৰ উল্লেখ কৰিছে। সংস্কৃত সাহিত্যত চাৰিজন শাকল্য নামৰ ব্যক্তি পোৱা যায়। তেওঁলোক হৈছে—শাকল্য, স্থবিৰ শাকল্য, বিদগ্ধ শাকল্য আৰু বেদমিত্ৰ শাকল্য। মীমাংসকৰ মতে পাণিনিৰ অষ্টাধ্যায়ীত উদ্ধৃত শাকল্য আৰু ঋগ্‌বেদৰ পদকাৰ শাকল্য একেজন ব্যক্তি। এওঁৰ আবিৰ্ভাৱকাল ২৮০০ বিক্ৰমপূৰ্ব। এওঁ শাকলচৰণ আৰু পদপাঠৰ ওপৰত গ্ৰন্থ লিখে।

**পাণিনি আৰু অষ্টাধ্যায়ী ব্যাকৰণ :** পাণিনি ব্যাকৰণ শাস্ত্ৰৰ এক সুপৰিচিত আৰু সৰ্বাধিক খ্যাতিসম্পন্ন ব্যক্তি। পুৰুষোত্তম দেৱৰ 'ত্ৰিকাণ্ড শেষ' কোষত এওঁক পাণিন, পাণিনি দাক্ষীপুত্ৰ, শালঙ্কি, শালাতুৰীয়া আৰু আহিক— এই ছয়টা পৰ্য্যায়বাচী নাম দিছে।

মহামহোপাধ্যায় পণ্ডিত শিৱদত্ত শৰ্মাই শালঙ্কি শব্দটোৰপৰা পাণিনিৰ পিতাকৰ নাম শালঙ্ক বুলি লিখিছে। হৰিদত্তৰ 'পণোহস্ত্যাতীতি পণী, তস্যাপত্যং পাণিনঃ, পণিনস্যাপত্যং পাণিনো যুবা পাণিনিঃ'—এই নিৰুক্তি মতে পাণিনিৰ পিতাকৰ নাম পাণিন বুলি কৈছে। পতঞ্জলিয়ে পাণিনিক দাক্ষীপুত্ৰ বুলি কৈছে। ইয়াৰপৰা বুজা যায়, এওঁৰ মাক দক্ষ কুলৰ। এওঁ চাৰি হেজাৰ সূত্ৰত আৰু আঠোটা অধ্যায়ত 'অষ্টাধ্যায়ী' ব্যাকৰণ ৰচনা কৰে। ছন্দঃশাস্ত্ৰৰ ৰচক পিঙ্গল পাণিনিৰ কনিষ্ঠ ভ্ৰাতৃ।

পাণিনি লৌকিক সংস্কৃত সাহিত্যৰ প্ৰথম বৈয়াকৰণ। ম্যাক্সমূলাৰ আৰু ওৱেবাৰৰ মতে পাণিনিৰ আবিৰ্ভাৱকাল খ্ৰীঃ পূঃ ৪ৰ্থ শতাব্দী। আচাৰ্য্য বৰ্ষৰ ওচৰত পাণিনি ব্যাকৰণ শিক্ষালাভ কৰে। পাণিনিৰ অষ্টাধ্যায়ী ব্যাকৰণৰ ৰীতিৰ সমালোচনা কৰি ব্যাড়িয়ে 'সংগ্ৰহ' নামৰ একলক্ষ শ্লোকৰ এখন গ্ৰন্থ লিখে। খ্ৰীঃ পূঃ ৩য় শতাব্দীত কাত্যায়নে পাণিনিৰ সূত্ৰবোৰৰ দোষ, ত্ৰুটি সংশোধন কৰি বাৰ্ত্তিক ৰচনা কৰে।

পাণিনি ভাৰতৰ শ্ৰেষ্ঠ ব্যাকৰণ-ৰচয়িতা। বিশ্বৰ ভাষাতত্ত্ব চৰ্চাৰ ইতিহাসত পাণিনিৰ স্থান অবিসংবাদিত। বিংশ শতাব্দীৰ প্ৰথমাৰ্ধত যি বৰ্ণনামূলক ভাষাবিজ্ঞানৰ নতুন অধ্যায় সূচিত হয়, 'ব্লুমফিল্ড'ৰ মতে সেই ভাষা-বিজ্ঞানৰ সূচনা হৈছিল বহুপূৰ্বে ভাৰতবৰ্ষত পাণিনিৰ হাতত। পাণিনিক পৃথিৱীৰ প্ৰথম বৰ্ণনামূলক ভাষাবিজ্ঞানী বলা হয়। আকৌ, বিংশ শতাব্দীৰ দ্বিতীয়াৰ্ধত আব্ৰাহাম নোৱাম চমস্কি ( Abraham Noam Chomsky ) যি ৰূপান্তৰমূলক সৃজনশীল ব্যাকৰণৰ ( Transformational Generative Grammar) তত্ত্ব প্ৰতিপাদন কৰি সমগ্ৰ পৃথিৱীৰ ভাষাবিজ্ঞানত বিপ্লৱ আনিছে সেই ব্যাকৰণৰ অনেক সূত্ৰৰ উৎস পাণিনিৰ ব্যাকৰণত পোৱা যাব।

**পতঞ্জলি :** পতঞ্জলি ব্যাকৰণ শাস্ত্ৰৰ ইতিহাসত নতুন উপলব্ধিৰ স্ৰষ্টা আৰু নতুন উপাদানৰ জন্মদাতা। পতঞ্জলি আছিল এক মহান বিচাৰক মনস্বী। ব্যাকৰণৰ ক্ষেত্ৰত নতুন যুগ সূচনা কৰি নিজৰ অসামান্য প্ৰতিভাৰ ছাপ পৰৱৰ্ত্তী পুৰুষলৈ এৰি থৈ গৈছে। এওঁ পাণিনীয় ব্যাকৰণৰ অদ্বিতীয়া ব্যাখ্যাতা। তেওঁৰ

ৰচিত ব্যাকৰণ গ্ৰন্থ মহাভাষ্য ব্যাড়িৰ 'সংগ্ৰহ'ৰ ওপৰ প্ৰতিষ্ঠিত। পতঞ্জলি বৈয়াকৰণৰ উপৰিও তেওঁ একেবাৰে সাংখ্য, যোগ, ন্যায়, আয়ুৰ্বেদ, কোষ, ৰসায়ন আৰু কাব্যশাস্ত্ৰৰো ৰচক। তেওঁৰ ৰচিত 'সামবেদীয় নিদান সূত্ৰ', 'যোগসূত্ৰ', আৰু 'মহাভাষ্য' নামৰ তিনিখন গ্ৰন্থ পোৱা গৈছে। কাশ্মীৰৰ ৰজা অভিমন্যুৰ শাসন কালত কাশ্মীৰত মহাভাষ্যৰ পঠন-পাঠনে যথেষ্ট সমাদৰ লাভ কৰিছিল। এওঁৰ আবিৰ্ভাৱকাল এতিয়াও সঠিকভাৱে জনা নাযায়। তথাপি খ্ৰীঃ পূঃ ১ম বা খ্ৰীষ্টাব্দ ১ম শতাব্দী বুলি অনুমান কৰা হৈছে।

**ভৰ্তৃহৰি** :—ভৰ্তৃহৰি 'বাক্যপদীয়' আৰু 'প্ৰকীৰ্ণক' নামৰ দুখন গ্ৰন্থ লিখে। মহাভাষ্যৰ ওপৰত পোৱা টীকাৰ ভিতৰত ভৰ্তৃহৰিৰ টীকাই প্ৰাচীন। ভৰ্তৃহৰিৰ টীকা অতি প্ৰামাণিক। 'ব্যাকৰণ-নিকায়'ত ভৰ্তৃহৰিৰ স্থান পতঞ্জলিৰ পিছতেই।

ভৰ্তৃহৰি নিজৰ সম্পৰ্কে একো লিখা নাই। পুণ্যৰাজৰ কথন অনুসাৰে ভৰ্তৃহৰিৰ গুৰুৰ নাম বসুৰাত আছিল বুলি অনুমান হয়। চীনা পৰিব্ৰাজক ইৎ-চিং-এ ভুলবশতঃ ভৰ্তৃহৰিক বৌদ্ধ বুলি লিখিছে। কিন্তু এওঁ বৌদ্ধ নহয়, কট্টৰ বৈদিক ধৰ্মালম্বীহে। এওঁ স্ফোটবাদৰ সমৰ্থক। ভৰ্তৃহৰিৰ গ্ৰন্থসমূহ হ'ল— 'মহাভাষ্য দীপিকা' ( মহাভাষ্য-ব্যাখ্যা ), 'বাক্যপদীয়' ( স্বোপজ্ঞটীকা), 'ভট্টিকাব্য', 'ভাগবৃত্তি' ( অষ্টাধ্যায়ী ), 'নীতিশতক', 'শৃঙ্গাৰ শতক', 'বৈৰাগ্য শতক', 'মীমাংসা-সূত্ৰবৃত্তি', 'বেদান্তসূত্ৰবৃত্তি' আৰু শব্দধাতু সমীক্ষা'।

'মহাভাষ্য-দীপিকা'ত ব্যাকৰণৰ নানা দৰ্শন আলোচনা কৰিছে আৰু দ্বিতীয় অধ্যায়ত আৰু 'প্ৰকীৰ্ণক'ত সংস্কৃত ব্যাকৰণৰ অন্যান্য দিশ বিতংভাৱে আলোচনা কৰিছে।

**জিতেন্দ্ৰবুদ্ধি** : 'কাশিকা'ৰ ওপৰত পোৱা ব্যাখ্যাসমূহৰ ভিতৰত জিতেন্দ্ৰবুদ্ধিৰ ৰচিত 'কাশিকা বিৱৰণ-পঞ্জিকা' আটাইতকৈ প্ৰাচীন। পিছত ই ন্যাস নামে প্ৰসিদ্ধি লাভ কৰে। জীতেন্দ্ৰবুদ্ধিৰ স্থিতিকাল খ্ৰীঃ ৮ম শতিকা। 'ন্যাস'-ব্যাখ্যা ইমান লোকপ্ৰিয় হৈ উঠিছিল যে ইয়াৰ ওপৰত মৈত্ৰেয় ৰক্ষিতে 'তন্ত্ৰপ্ৰদীপ', মল্লিনাথে 'ন্যাসোদ্যোত', মহামিত্ৰই 'ব্যাকৰণ-প্ৰকাশ' আৰু ৰত্নমতি আদিয়ে ব্যাখ্যা গ্ৰন্থ লিখে।

**ভট্টোজি দীক্ষিত** : ব্যাকৰণ ইতিহাসত ভট্টোজিৰ এক বিশিষ্ট স্থান আছে। ব্যাকৰণৰ ওপৰত তেওঁ অনেক গ্ৰন্থ লিখে। 'অষ্টাধ্যায়ী'ৰ ওপৰত লিখা

এওঁৰ 'শব্দকৌস্তুভ' নামৰ বৃহৎ বৃত্তিৰ সম্প্ৰতি কিছু অংশহে পোৱা গৈছে। ভট্টোজি দীক্ষিত মহাৰাষ্ট্ৰীয় ব্ৰাহ্মণ। এওঁৰ বংশাৱলী তলত দিয়া হ'ল—




ভট্টোজি দীক্ষিতে নৃসিংহৰ পুত্ৰ শেষকৃষ্ণৰ ওচৰত ব্যাকৰণ অধ্যয়ন কৰিছিল। অপ্পয় দীক্ষিত এওঁৰ গুৰু আছিল। এওঁৰ আবিৰ্ভাৱকাল সপ্তদশ শতিকা। ৰামচন্দ্ৰৰ প্ৰক্ৰিয়া কৌমুদীৰ অনুকৰণত ভট্টজিদীক্ষিতে 'সিদ্ধান্ত কৌমুদী' ৰচনা কৰে। 'সিদ্ধান্ত কৌমুদীৰ' ওপৰত ভট্টোজি দীক্ষিতৰ স্বৰচিত টীকাৰ নাম 'প্ৰৌঢ় মনোৰমা' আৰু পাণিনিৰ 'অষ্টাধ্যায়ী'ৰ ওপৰত লিখা টীকাৰ নাম 'শব্দকৌস্তুভ।'

**কাত্যায়ন ঃ** এওঁৰ পিতামহৰ নাম যাজ্ঞবল্ক্য, পিতাকৰ নাম সোমদত্ত। বৰ-ৰুচি নামেও এওঁ জনাজাত। আচাৰ্য্য উপবৰ্ষ এওঁৰ শিক্ষাগুৰু। এওঁ উপবৰ্ষৰ কন্যা 'উপকোশা'ৰ পাণিগ্ৰহণ কৰে। পাণিনিৰ 'অষ্টাধ্যায়ী' ব্যাকৰণৰ এওঁ যশস্বী বাৰ্তিকাৰ। কাত্যায়ন শাখাৰ অধ্যয়ন মহাৰাষ্ট্ৰত প্ৰচলিত। তাৰপৰা অনুমান হয় এওঁ দাক্ষিণাত্যৰ লোক। এওঁৰ আবিৰ্ভাৱ কাল খ্ৰীঃপূঃ ৩য় শতাব্দী।

**নীলকণ্ঠ ঃ** নীলকণ্ঠ পিতামহৰ নাম ৰামচন্দ্ৰ আৰু পিতাকৰ নাম বটেশ্বৰ। বটেশ্বৰৰ দীক্ষা-গুৰু, অপ্পয় দীক্ষিতৰ পুত্ৰ, নীলকণ্ঠৰ গুৰু 'তত্ত্ববোধিনীকাৰ' জ্ঞানেন্দ্ৰ সৰস্বতী। ভট্টোজি দীক্ষিতৰ 'সিদ্ধান্ত কৌমুদী'ৰ তত্ত্ববোধিনীকাৰ জ্ঞানেন্দ্ৰ সৰস্বতী আৰু অপ্পয় দীক্ষিত দুয়ো সমকালীন। পণ্ডিতৰাজ জগন্নাথৰ পিতৃ পেৰুংভট্টৰ গুৰুও আছিল জ্ঞানেন্দ্ৰ। এতেকে নীলকণ্ঠৰ স্থিতিকাল ভট্টোজি দীক্ষিত আৰু পেৰুংভট্টৰ সময়ত প্ৰায় ১৭ শতাব্দী হব। এওঁ ভাষ্যতত্ত্ববিবেক মহাভাষ্যৰ ওপৰত), 'সিদ্ধান্ত-কৌমুদী-সুবোধিনী', 'পাণিনীয়দীপিকা' আৰু 'পৰিভাষাবৃত্তি' নামৰ গ্ৰন্থ লিখে।

**মহামহোপাধ্যায় পুৰুষোত্তম বিদ্যাবাগীশ ভট্টাচাৰ্য্য ঃ** ইংৰাজ চিভিলিয়ান মি. এইচ্., এ. ডি. ফিলিপে উল্লেখ কৰা মতে ষষ্ঠদশ শতিকাত মহাৰাজ নৰনাৰায়ণৰ ৰাজসভা অলংকৃত কৰা পণ্ডিতসকলৰ ভিতৰত প্ৰকৃতৰা

স্বৰূপ পণ্ডিতপ্ৰৱৰ পুৰুষোত্তম বিদ্যাবাগীশে ৰজাৰপৰা প্ৰেৰণা পাই সংস্কৃত ভাষাত 'প্ৰয়োগ ৰত্নমালা' ব্যাকৰণখন প্ৰণয়ন কৰে। প্ৰয়োগ ৰত্নমালা ব্যাকৰণৰ মঙ্গলাচৰণত এইদৰে উল্লেখ আছে—

শ্ৰীমল্লদেৱস্য গুণৈকসিন্ধো-
মহীমহেন্দ্ৰস্য যথানির্দেশম্।
যস্মাৎ প্ৰয়োগোত্তমৰত্নমালা
বিতন্যতে শ্ৰীপুৰুষোত্তমেন।

পুৰুষোত্তমৰ সম্পৰ্কে এইদৰে ব্যাকৰণখনৰ পাতনিত লিখা আছে: "It is an admitted fact that pandit Purushottam Vidyabagish was a jewel in court of the king Narnarayana. His Majesty, the king Narnarayana happened to come across this jewel of scholars on his way on a royal pilgrimage to Varanasi and brought him back to the Court."

উক্ত মন্তব্যৰপৰা বিদ্যাবাগীশৰ জন্ম য'তেই নহওঁক, তেওঁ যে কামৰূপাস্থ আৰু মহাৰাজ নৰনাৰায়ণৰ সমসাময়িক তাত অকণো সন্দেহৰ অৱকাশ নাই।

সপ্তম শতিকাত কামৰূপৰ অধিপতি কুমাৰ ভাস্কৰ বৰ্মাই কাশীৰাজে আয়োজন কৰা বিষ্ণু যজ্ঞলৈ আমন্ত্ৰণ পাই কাশীলৈ যায়। সেই মহাবিষ্ণু যজ্ঞৰ প্ৰধান হোতাস্বৰূপে নিয়ন্ত্ৰিত হৈছিল কান্যকুব্জৰ কাশ্যপগোত্ৰীয় পৰম বৈষ্ণৱ বেদ-দৰ্শনজ্ঞ পণ্ডিতপ্ৰৱৰ নৰোত্তম। যজ্ঞ সমাপন হোৱাৰ অন্তত ভাস্কৰ বৰ্মাই যজ্ঞৰ প্ৰধান হোতা নৰোত্তমৰ পাণ্ডিত্যত মুগ্ধ হৈ তেওঁক কামৰূপলৈ লৈ আহে। ৰজাই তেওঁক অশ্বক্ৰান্তত এখন পঢ়াশালি পাতি দিয়ে। তেওঁ তাত আঠবছৰ কাল বেদ, ব্যাকৰণ, দৰ্শন আদিত শিক্ষা দান কৰি বহতি (বহৰি) গ্ৰামলৈ গুচি যায়। বহতি গ্ৰামত তেওঁৰ পুত্ৰ কৃষ্ণদত্তক ঘৰ সংসাৰ কৰি দি নৰোত্তমে বৃন্দাবনলৈ যায়। এই নৰোত্তমৰ পুত্ৰ কৃষ্ণদত্ত, কৃষ্ণদত্তৰ পুত্ৰ হৰদত্ত, হৰদত্তৰ পুত্ৰ উমাকান্ত, উমাকান্তৰ পুত্ৰ পঞ্চানন, পঞ্চাননৰ পুত্ৰ সূৰ্যবৰ, সূৰ্যবৰৰ পুত্ৰ পদ্মনাভ আৰু অজনাভ, অজনাভৰ পুত্ৰ মহাপুৰুষ হৰিদেৱ আৰু পদ্মনাভৰ পুত্ৰ প্ৰয়োগৰত্নমালা ব্যাকৰণ ৰচয়িতা পুৰুষোত্তম বিদ্যাবাগীশ।

পুৰুষোত্তম বয়সত মহাপুৰুষ হৰিদেৱতকৈ সাত বছৰে ডাঙৰ। হৰিদেৱৰ জন্ম হয় ১৩৪৮ শতক (খ্ৰীষ্টীয় ১৪২৬ চনত)। ইয়াৰপৰা জানিব পাৰি যে

পুৰুষোত্তমৰ জন্ম হয় ১৩৪১ শকত (খ্ৰীষ্টীয় ১৪১৯ চনত)। সৰু কালতে পিতৃ-মাতৃ বিয়োগ হোৱাত জ্যেষ্ঠ পিতৃ ৰজনাভে লালন-পালন কৰি যথাসময়ত উপনয়ণ কাৰ্য্য সমাপন কৰে। তাৰপিছত পুৰুষোত্তমে কিছুকাল শিলাগ্ৰামত মাতুলালয়ত থাকে। পিছত পাণিনি, বেদ-দৰ্শনাদি অধ্যয়নৰ উদ্দেশ্যে তেওঁ নৱদ্বীপত কিছুকাল কটায়। তেওঁ মহাৰাষ্ট্ৰীয় পণ্ডিত বিশ্বেশ্বৰ শাস্ত্ৰীৰ ওচৰত বেদ অধ্যয়ন কৰি বিদ্যাবাগীশ উপাধি লাভ কৰে।

অধ্যয়ন শেষ কৰি কামৰূপলৈ উভতি আহি শিলাগ্ৰামত স্থায়ীভাৱে থাকিবলৈ লয় আৰু পাতগ্ৰামত (বৰ্তমান পাটবাউসী) বিয়া কৰায়। বিয়াৰ পিছত শিলাগ্ৰামত পঢ়াশালি পাতি পাণিনি, কলাপ আদি শাস্ত্ৰৰ অধ্যাপনাৰ ক্ষেত্ৰত আত্মনিয়োগ কৰে।

পুৰুষোত্তমৰ পাণ্ডিত্যৰ কথা কাণত পৰাত মহাৰাজ মল্লদেৱে (নৰনাৰায়ণে) তেওঁক ৰাজসভালৈ আহিবলৈ হাতীসহ মানুহ পঠায়। পুৰুষোত্তমে ৰজাৰ ইচ্ছা অনুসৰি কোচবিহাৰলৈ যাবলৈ হৰিদেৱৰপৰা অনুমতি লৈ শিলাগ্ৰাম এৰি কোচবিহাৰত মহাৰাজ নৰনাৰায়ণৰ ৰাজসভাত পণ্ডিত হিচাপে থাকিল। ১৪৯০ শকত পুৰুষোত্তম বিদ্যাবাগীশে "প্ৰয়োগ-ৰত্নমালা" ব্যাকৰণ লিখি সমাপ্ত কৰি কোচবিহাৰত ভৱলীলা সম্বৰণ কৰে।

এওঁ লৌকিক ভাষাত ব্যাকৰণ ৰচনা কৰে। পাণিনিতকৈ বিদ্যাবাগীশৰ ব্যাকৰণ প্ৰয়োগ ৰত্নমালা অতি সহজ আৰু সৰল। এওঁৰ ব্যাকৰণত পূৰ্বসূত্ৰৰ লগত উত্তৰ সূত্ৰৰ কোনো ব্যৱহাৰ নাই। এওঁৰ ব্যাকৰণৰ প্ৰথম সূত্ৰ হ'ল— 'অকাৰাদি হকাৰান্ত।' পাণিনি ব্যাকৰণত যিমান পদ বা সূত্ৰ লাগে এওঁৰ ব্যাকৰণত সিমান নালাগে। পাণিনি সূত্ৰটো ৯টা সূত্ৰ লগলাগি এটা পদ হয়, কিন্তু প্ৰয়োগৰত্নমালা ব্যাকৰণত তিনিটা সূত্ৰ লগ লাগি এটা পদ হয়। প্ৰয়োগৰত্নমালা ব্যাকৰণত এওঁ ২৩টা বিন্যাস দেখুৱাইছে। প্ৰথমভাগত বৰ্ণমালাৰপৰা অদাদি পৰ্যন্ত; দ্বিতীয় ভাগত গণৰ আলোচনা, ৰূপৰ আলোচনা, উচ্চাৰণৰ স্থান; তৃতীয় ভাগত সূত্ৰৰ definition-বোৰ দিছে। ভাষ্য, উপোদ্‌ঘাত আদিও ৩য় ভাগত লিখিছে, যিটো ভাগ অতি পাণ্ডিত্যপূৰ্ণ আৰু উপভোগ্য।

বিদ্যাবাগীশৰ ৰচনাত ব্যঙ্গাৰ্থ আৰু শ্লেষযুক্ত কবিতাৰ নিদৰ্শন পোৱা যায়। শ্ৰীমৎ ভাগৱতৰ কৃষ্ণৰূপী বিষ্ণুই আছিল এওঁৰ আৰাধ্য দেৱতা। এওঁৰ বহুতো বাক্য কাশিকাবৃত্তিৰপৰা লোৱা। ('চাৰ্বী লোকায়তে নয়ন্তে' পৃষ্ঠা ১২৫৫)।

বৈষ্ণৱধৰ্মৰ প্ৰভাৱৰ উপৰিও এওঁৰ গ্ৰন্থত শৈৱ ধৰ্মৰো প্ৰভাৱ পৰিলক্ষিত হয়। 'কদ্ৰ, বিশ্বেশ্বৰ আদি তোমালোকৰ কুলৰ দেৱতা' বুলি কোৱা কথাই তাৰ প্ৰমাণ।

এওঁৰ ব্যাকৰণৰ সূত্ৰবোৰত পাণিনি, কাশিকাবৃত্তিৰ প্ৰভাৱ পৰিছে। নৈয়ায়িক-সকলৰ প্ৰভাৱো দেখা যায়। তন্ত্ৰ, চন্দ্ৰব্যাকৰণ আৰু ভাগবৃত্তি গ্ৰন্থৰ উল্লেখ এওঁৰ গ্ৰন্থত আছে। মাঘ, দণ্ডী, সৰস্বতী কণ্ঠাভৰণম্, জয়দেৱ, অনৰ্ঘৰাঘৱ আদিৰ উল্লেখো পোৱা যায়। মহাকাব্য, লোকানন্দনাটক, ৰামায়ণৰ লঙ্কাকাণ্ড, ভাগৱত, মহাভাৰত আদিৰপৰা উদাহৰণ উদ্ধৃতি দিছে; বেদান্তৰ প্ৰভাৱো এওঁৰ গ্ৰন্থত পৰোক্ষে মনকৰিবলগীয়া।

তদ্ধিত প্ৰকৰণত এওঁ বহুতো নতুন শব্দৰ নামকৰণ কৰিছে। পাণিনিৰ সূত্ৰ পৰিবৰ্তন কৰি এওঁ প্ৰত্যয় আৰু স্ত্ৰীপ্ৰত্যয়ৰ সূত্ৰ নতুনকৈ লিখিছে (ব্ৰহ্মন্ আনয়তি ব্ৰহ্মাণি)। এওঁ ধাতুৰূপৰ প্ৰয়োগ মাথৰ উদ্ধৃতি দি বুজাই দিছে।

প্ৰয়োগৰত্নমালা ব্যাকৰণ আজিও সমগ্ৰ অসমৰ লগতে উত্তৰ-পূৰ্বভাৰতত সংস্কৃত পঢ়াশালীসমূহত প্ৰচলিত হৈ আছিছে।

## মাতৃগুপ্ত

মাতৃগুপ্ত আছিল প্ৰাচীন কাশ্মীৰৰ অধীশ্বৰ। তেওঁ আছিল বিদ্বান, কবি আৰু সদাচাৰী। দুখীয়া ব্ৰাহ্মণ পৰিয়াল এটাত জন্মগ্ৰহণ কৰি নিজ প্ৰতিভাৰ বলত তেওঁ শাৰদা দেশৰ ( কাশ্মীৰৰ ) অধিপতি হ'বলৈ সমৰ্থ হয়।

উজ্জয়িনীত শকাৰি ৰজা বিক্ৰমাদিত্যই ৰাজ্য শাসন কৰি আছিল। তেওঁ আছিল ধৰ্মপৰায়ণ, বিদ্যোৎসাহী ৰজা। বিদ্বান আৰু কবিসকলে তেওঁৰ ৰাজসভা অলংকৃত কৰিছিল। ৰজাৰ এই বিপুল কীৰ্তিৰ বাবে তেওঁৰ দৰ্শন লাভৰ অৰ্থে মাতৃগুপ্তই উজ্জয়িনীলৈ যায়; কিন্তু ৰজাৰ সাক্ষাত লাভ কৰিবলৈ তেওঁৰ বাবে অতি কঠিন কাম হ'ল। বহুতো চেষ্টা কৰিয়ো দুৱৰীৰ দুষ্টতাৰ বাবে তেওঁ বিক্ৰমাদিত্যৰ সভাত উপস্থিত হলেও ৰজাই তেওঁক যথোচিত সন্মান প্ৰদৰ্শন নকৰিলে। ৰজাই তেওঁৰ পৰীক্ষা লবলৈ ধৰিলে, কিন্তু নিৰাশ্ৰয় কবিৰ বাবে এইটো আছিল এক কঠিন পৰীক্ষাৰ সময়। দুৱৰীৰ লগত বাহিৰত পদুলিমুখত অকাৰণতে চুপতা-চুপতি মাৰি অতি বিৰক্তিৰে দিন কটাই থাকোঁতে এদিন ৰজাই ৰাতি উঠি বাহিৰলৈ যাব ধৰোঁতে দীন-হীন, মলিনবস্ত্ৰ পৰিহিত, জীৰ্ণকায় মাতৃগুপ্তক

দেখিলে আৰু তেওঁকে অপেক্ষা কৰি থকা বুলি জানি ৰজাই মৰ্মাহত হ'ল আৰু তেওঁক কিদৰে উপকাৰ কৰিব পাৰি সেই কথা ভাবিলে। সেই সময়ত কাশ্মীৰত হিৰণ্য নামৰ এজন ৰজাই ৩০ বছৰ ২ মাহ ৰাজত্ব কৰি স্বৰ্গগামী হয়। তেওঁ সন্তানহীন হোৱা বাবে ৰাজসিংহাসনত কাক বহুৱাব সেই লৈ মন্ত্ৰীসকলৰ মাজত ভীষণ সমস্যাই দেখা দিলে। তেওঁলোকে এই সমস্যা সমাধানৰ বাবে চক্ৰৱৰ্ত্তী ৰজা বিক্ৰমাদিত্যৰ হাতত দায়িত্ব অৰ্পণ কৰে। ৰজা বিক্ৰমাদিত্যই মাতৃগুপ্তক শাসনপত্ৰ দান কৰি কাশ্মীৰৰ সিংহাসনত আৰোহণ কৰিবলৈ মন্ত্ৰীসকলৰ ওচৰলৈ পঠাই দিয়ে। মাতৃগুপ্তই শাসনপত্ৰ লৈ কাশ্মীৰ অভিমুখে প্ৰস্থান কৰি কাশ্মীৰৰ ক্ৰমৱৰ্তক নামক দেশৰ 'কাম্বুৱ' নামৰ ঠাইত কাশ্মীৰৰ ৰাজ-মন্ত্ৰীসকলৰ লগত দেখা-সাক্ষাত হয়। বিক্ৰমাদিত্যৰ শাসনপত্ৰ পঢ়ি মন্ত্ৰীসকলে তাতেই মাতৃগুপ্তৰ অভিষেক সমাপ্ত কৰি পিছত বৰ সমাৰোহেৰে ৰাজধানীত প্ৰৱেশ কৰে।

মাতৃগুপ্তৰ গুণগ্ৰাহিতা, প্ৰতিভা আৰু শাসনকুশলতাৰ বৰ্ণনা কল্‌হনে অতি বিস্তৃতভাৱে বৰ্ণনা কৰি থৈ গৈছে। মাতৃগুপ্তই প্ৰায় ৫ বছৰ কাশ্মীৰত ৰাজত্ব কৰাৰ সময়তে মহাৰাজ বিক্ৰমাদিত্যই উজ্জয়িনীত পৰলোক গমন কৰে। বিক্ৰমাদিত্যৰ মৃত্যুৰ সংবাদ পাই মাতৃগুপ্ত অতি মৰ্মাহত হৈ কাশ্মীৰৰ ৰাজসিংহাসন পৰিত্যাগ কৰি সন্ন্যাসী হৈ শেষ জীৱন কাশীত অতিবাহিত কৰাৰ অভিপ্ৰায়ে কাশ্মীৰৰপৰা গুচি আহে। কাশীত দহ বছৰ কাল কটোৱাৰ অন্তত গঙ্গাৰ তীৰত মাতৃগুপ্তই ভৱলীলা সম্বৰণ কৰে।

কিছুমান পণ্ডিতে মাতৃগুপ্ত আৰু কালিদাস একেজন ব্যক্তি বুলি কবলৈ প্ৰয়াস কৰে। তেওঁলোকে এই সম্পৰ্কে দিয়া যুক্তিবোৰ এনে ধৰণৰ—

১। কিংবদন্তি মতে বিক্ৰমাদিত্যই তেওঁৰ ৰাজসভাৰ কবি কালিদাসক অৰ্দ্ধ-ৰাজ্য প্ৰদান কৰে। মাতৃগুপ্তক কাশ্মীৰ ৰাজ্য দিয়াটোৱেই ইয়াৰ আধাৰ প্ৰতীত হয়।

২। কালিদাসৰদৰে মাতৃগুপ্তও ভগৱতী কালীৰ সেৱক। দুয়োটা নামৰ সমানাৰ্থক হোৱাও লক্ষণীয়।

৩। ৰাজতৰঙ্গিনীত কল্‌হনে ভৱভূতি আদি শ্ৰেষ্ঠ কবিসকলৰ উল্লেখ কৰিছে, কিন্তু কবিকুল শ্ৰেষ্ঠ কালিদাসৰ কথা উল্লেখ নথকাটো আচৰিত। সম্ভৱ 'মাতৃগুপ্ত' নামেৰে কল্‌হনে কালিদাসক উল্লেখ কৰিছে।

৪। সমালোচকসকলৰ মতে 'মেঘদূত' কালিদাসৰ জীৱনৰ ছায়া। কালিদাসে

প্ৰিয়তমাৰ দীৰ্ঘ-দুঃসহ বিয়োগ সহিব লগাত পৰে আৰু কবিয়ে মেঘদূতত আত্ম-জীৱনী কোৱা বুলি ধাৰণা হয়।

৫। কাশ্মীৰ ৰাজ্য লাভ কৰাৰ পিছত মাতৃগুপ্তই কৃতজ্ঞতা প্ৰকাশ কৰি তলত দিয়া পদ্যত ৰজা বিক্ৰমাদিত্যলৈ পত্ৰ পঠায়।

নাকাৰমুদ্বহসি নৈব বিকত্থসে ত্বং
দিৎসাং ন সূচয়সি মুঞ্চসি সৎফলানি।
নিঃশব্দবৰ্ষণমিবাম্বুধৰস্য ৰাজন্
সংলক্ষ্যতে ফলত এব তব প্ৰসাদঃ॥

(ৰাজতৰঙ্গিনী, তৃতীয় তৰঙ্গ, শ্লোক ২৫২১)

এই কৃতজ্ঞতাৰ ভাব কালিদাসে মেঘদূতৰ শেষ পদ্যত প্ৰকাশ কৰিছে—

কচ্চিৎ সৌম্য ব্যৱসিতমিদং বন্ধুকৃত্যং ত্বয়া মে।
প্ৰত্যাদেশান্ন খলু ভবতো ধীৰতাং কল্পয়ামি।
নিঃশব্দোঽপি প্ৰদিশসি জলং যাচিতশ্চাতকেভ্যঃ
প্ৰত্যুক্তং হি প্ৰণয়িষু সতামীপ্সিতাৰ্থক্ৰিয়ৈৱ॥

(উ. মে. ৫১ শ্লোক।)

দুয়োটা পদ্যৰ একে ভাব আৰু একে উপমা লক্ষণীয়। সেয়ে দুয়োটা পদ্য এজন কবিৰে বুলি ধৰণা হয়।

৬। প্ৰবাদ আছে ৰজা প্ৰৱৰ সেনে বিতস্তা (ঝেলম) নদীৰ ওপৰত এখন ডাঙৰ নাওঁৰ দলং সজাইছিল। তেতিয়াৰেপৰাই নাওঁৰ দলং সজা প্ৰথা প্ৰচলিত হয়। এই ঘটনাকে উপলক্ষ কৰি প্ৰৱৰসেনে 'সেতুবন্ধ' প্ৰাকৃত মহাকাব্য ৰচনা কৰে বুলি কিংবদন্তি আছে। সেতুবন্ধৰ টীকাকাৰে কালিদাসক ইয়াৰ ৰচয়িতা বুলি মানে।

কিন্তু সূক্ষ্মভাৱে পৰ্য্যালোচনা কৰিলে মাতৃগুপ্ত যে কালিদাসৰ নাম নহয়, আৰু এজন ভিন্ন লোক সেই কথা স্পষ্ট হৈ পৰে। মাতৃগুপ্তই বিষ্ণু-মন্দিৰ নিৰ্মাণ কৰিছিল, কিন্তু কালিদাস আছিল শিৱভক্ত। সেয়ে বৈষ্ণৱ মাতৃগুপ্ত আৰু শৈৱ কালিদাস একেজন কবি নহয়।

প্ৰাচীন টীকাবোৰত দিয়া উদাহৰণবপৰা মাতৃগুপ্ত কবিৰ পৰিবৰ্তে লক্ষণকাৰ বুলিহে প্ৰতীত হয়। শকুন্তলাৰ টীকাত ৰাঘৱ ভট্টই মাতৃগুপ্তৰ নামত নাট্য-

বিষয়ক অনেক পদ্য উদ্ধৃত কৰিছে। কৰ্পূৰমঞ্জৰীৰ টীকাৰ বাসুদেৱে মাতৃগুপ্তক অলংকাৰ বিষয়ক গ্ৰন্থৰ ৰচক বুলি উল্লেখ কৰিছে। আনহাতে, সুন্দৰ মিশ্ৰৰ 'নাট্যপ্ৰদীপ' মতে মাতৃগুপ্ত ভৰতৰ নাট্যশাস্ত্ৰৰ টীকাকাৰ। দেখা যায় মাতৃগুপ্ত নাট্যলক্ষণৰ গ্ৰন্থ নিৰ্মাতা পণ্ডিত, কাব্যৰচক কালিদাসৰ লগত এওঁ অভিন্নতা মানি লোৱাটো সাহিত্য-পৰম্পৰাৰ নিতান্ত অপুষ্ট আৰু বিৰুদ্ধ কথা।

**জহ্লন**:—কাশ্মীৰৰ এজন প্ৰখ্যাত অলংকাৰ গোষ্ঠীৰ কবি। তেওঁ ৰাজপুৰীৰ (বৰ্তমান ৰজোৰী নগৰৰ) অধিপতিৰ সন্ধিবিগ্ৰহিক পদত অধিষ্ঠিত আছিল। সেইসময়ত কাশ্মীৰৰ ৰজা আছিল সোমপাল।

ৰাজপুৰ্য্যাধিকুলং নীতায়ামাসসাদ তৎ।
তদ্ভৰ্তুঃ সোমপালস্য দুৰহস্তান্তিকং চিৰাৎ॥

(ৰাজতৰঙ্গিণী।)

জহ্লন ৰজা সোমপালৰ মন্ত্ৰী। তেওঁ সোমপালৰ বিষয়ে 'সোমপাল বিলাস' নামক কাব্যখন প্ৰণয়ন কৰে। তেওঁ আছিল বক্ৰোক্তিৰ ৰচনাত বিশেষ নিপুণ। মুৰাৰি আৰু ৰাজশেখৰৰ সমতা স্থাপন কৰা উক্তি ৰচনাত তেওঁ আছিল অতি চতুৰ। জহ্লনৰ আবিৰ্ভাৱকাল ১২শ শতাব্দিৰ পূৰ্বাৰ্ধ।

**প্ৰৱৰসেন**:—প্ৰাকৃত মহাকাব্য 'সেতুবন্ধ'ৰ এওঁ ৰচক। আবিৰ্ভাৱকাল আৰু দেশৰ নিৰ্দিষ্ট ঠিকনা পোৱা নাযায়। মহাকবি কালিদাসে 'সেতুবন্ধ' প্ৰণয়ন কৰে। ১৫৯৫ খৃঃ ত ৰামদাস নামৰ এজন কবিয়ে "ৰামসেতু প্ৰদীপ" নামৰ এখন ব্যাখ্যা সেতুবন্ধৰ ওপৰত লিখে। দণ্ডীৰ মতে 'সেতুবন্ধ' মহাৰাষ্ট্ৰী প্ৰাকৃতত লিখা এখন সূক্তিৰ ভাণ্ডাৰ। বাণভট্টৰ দ্বাৰা প্ৰশংসিত হোৱা বাবে প্ৰৱৰসেন পঞ্চম শতাব্দিৰ কবি বুলি ধৰিব পাৰি। বহুতো পণ্ডিতে বাকাটক বংশীয় ৰজা প্ৰৱৰসেন দ্বিতীয়ক আৰু সেতুবন্ধৰ ৰচক প্ৰৱৰসেন একেজন ব্যক্তি বুলি কব খোজে। প্ৰাকৃত ভাষাত লিখা সেতুবন্ধ কাব্যখন ১৫টা আশ্বাস বা সৰ্গৰ সমষ্টি। কৰ্থা যুদ্ধকাণ্ড। ই সেতুবন্ধনৰপৰা ৰাৱণবধলৈ লঘু কথা মহাকাব্যৰ প্ৰমুখ উপকৰণেৰে সমৃদ্ধ হৈ এক বিশাল কাব্যৰূপে ৰচিত হৈছে। আৰম্ভণিৰ ৮ আশ্বাসত শৰদ, ৰাত্ৰিশোভা, চন্দ্ৰোদয়, প্ৰভাত আদিৰ বৰ্ণনা কৰা আছে যাৰ ওপৰত সংস্কৃত মহাকাব্যৰ শৈলীৰ পূৰা প্ৰভাৱ পৰা লক্ষণীয়। উৎপ্ৰেক্ষা, কল্পনাত মৌলিকতা তথা চমৎকাৰিতা আৰু মাজে মাজে প্ৰয়োগ কৰা সূক্তিবোৰেও কাব্যখনক অধিক মনোগ্ৰাহী কৰি তুলিছে। সজ্জনৰ বিষয়ে লিখা এই সূক্তিটো অতি ৰসাল আৰু প্ৰভাৱময়ী—

তে বিমলা সস্‌কৃন্দা
যে অন্তৰত্তা ৰৱেন্তি কন্তাগাৰে।
খোঅ চিঅ তে বি হ্বমা
জে অমুনিঅ কুহুম নিগ্‌গমা দেন্তি ফলং॥

(সেতুবন্ধ ৩/৯)

ৰাজতৰঙ্গিণীৰ মতে প্ৰবৰসেন আছিল কাশ্মীৰৰ ৰজা। আনন্দবৰ্দ্ধনে আলোচনাৰ এক বিশিষ্ট তথ্যৰ উল্লেখ কৰিছে—কাব্যত অলংকাৰৰ প্ৰয়োগ ঠিক নহয়, পৰন্তু ৰসসমাহিত অন্তৰৰ কবিৰ সন্মুখলৈ অনায়াসে আহি উপস্থিত হয়। এই অন্তৰ্গত অলংকাৰ কবিৰ বাবে হয় গ্ৰাহ্য, উপেক্ষণীয় নহয়। এই সিদ্ধান্তৰ দৃষ্টান্ত সেতুবন্ধৰ প্ৰসঙ্গ য'ত ৰামৰ কৃত্ৰিম শিৰচ্ছেদন দেখি সীতাই বিহ্বল হৈ উঠিছিল—

অলংকাৰান্তৰাণি হি নিৰূপ্যমাণতুৰ্ঘটনাস্থপি ৰসসমাহিতচেতসঃ প্ৰতিভানৱতঃ কবেৰহং পূৰ্বিকয়া পৰাপতন্তি যথা কাদম্বৰ্য্যাং কাদম্বৰী দৰ্শনাৱসৰে। যথা চ মায়াৰামদিশিৰোদৰ্শন বিহ্বলায়াং সীতাদেব্যাং সেতৌ। (ধ্বন্যালোক।)

**শীলাভট্টাৰিকা** :—সংস্কৃত সাহিত্যৰ এক প্ৰসিদ্ধ মহিলা কবি। ৰাজশেখৰৰ বৰ্ণনাৰপৰা এইটো স্পষ্ট যে এওঁৰ আবিৰ্ভাৱ কাল দহ শতাব্দিৰ পূৰ্বৰ। সুভাষিত-ৰত্নকোষত এওঁৰ নাম ক'তো উল্লেখ নাই, কিন্তু দুটা পদ্য দিয়া আছে যাৰ ৰচনা অন্য সুভাষিত গ্ৰন্থত শীলাভট্টাৰিকা বুলি উল্লেখ আছে।

অলংকাৰ শাস্ত্ৰত বহুলভাৱে চৰ্চিত "যঃ কৌমাৰহৰঃ স এৱ হি ৱৰঃ" শ্লোক এওঁৰ নিঃসন্দিগ্ধ ৰচনা। দূতীৰদ্বাৰা উপহাস বাৰ্তা অতি সুন্দৰ—

শ্বাসঃ কিং ত্বৰিতাগতা পুলকিতা কস্মাৎ প্ৰসাদঃ কৃতঃ।
স্ৰস্তাবেস্থপি পাদয়োৰ্নিপতনান্নীবী গমাদাগমাৎ॥
স্বেদাৰ্দ্ৰং মুখমাতপেন গমিতং, ক্ষমা কিমিত্যুক্তিভি-
ৰ্দূতি ম্লানসৰোৰুহাকৃতিধৰস্তৌষ্ঠস্ত কিং বক্ষ্যসি॥

**সোড্‌ঢল** :—সোড্‌ঢলে তেওঁৰ স্বৰচিত চম্পূকাব্য 'উদয়সুন্দৰী কথা'ৰ প্ৰথম উচ্ছ্বাসত নিজৰ বংশৰ বিস্তৃত বৰ্ণনা দিছে। এওঁৰ জন্ম হয় গুজৰাটৰ এক কায়স্থ বংশত। এওঁ কোংকনৰ ৰজা চিত্তৰাজ, নাগাৰ্জুন আৰু মুম্মুনিৰ ৰাজসভাৰ কবি। এওঁলোক তিনিওজন ভাইককাই ক্ৰমে এজনৰ পিছত আনজনে সিংহাসনত আৰোহণ কৰে। এওঁলোকৰ ৰাজত্বকাল ১১ শতাব্দি।

**হালকবি :**—শালিবাহন বা সাতবাহন ৰজাই হাল নামেৰে কবি সমাজত প্ৰখ্যাত। এওঁ অকল প্ৰাকৃত ভাষাৰ কবিয়েই নাছিল, প্ৰাকৃত ভাষাৰ কবিসকলৰ আশ্ৰয়দাতাও। তাৰ ভিতৰত শ্ৰীপালিত আছিল মুখ্য। এওঁ প্ৰাকৃত সূক্তিৰ সংগ্ৰহ "গাহাসত্তসঈ" (গাথা সপ্তসতী)-ত তৎকালীন শতাধিক প্ৰমুখ কবিৰ সূক্তি সংগৃহীত কৰে। গাথাৰ বিষয় বিশুদ্ধ শৃঙ্গাৰ। সেইসময়ৰ জনজীৱনৰ হুবহু চিত্ৰ এই সূক্তিবোৰৰ মাজেৰে দাঙি ধৰিবলৈ প্ৰয়াস কৰে। কাব্যখনৰ ৰচনাকাল দ্বিতীয় শতাব্দী।

**জয়ন্তভট্ট :**—কাদম্বৰী কথাসাৰৰ ৰচক অভিনন্দৰ পিতৃ। এওঁ বৃত্তিকাৰ নামেৰে দাৰ্শনিক গোষ্ঠীৰ মাজত প্ৰসিদ্ধ। এওঁৰ দাৰ্শনিক ৰচনা ন্যায়মঞ্জৰীত ন্যায়দৰ্শনৰ কেইটামান সূত্ৰৰ ওপৰত বিস্তৃত প্ৰমেয়বাহুল্য ব্যাখ্যা লিখিছে। এওঁৰ গদ্য অতি সৰস, সৰল তথা প্ৰবাহময়। ভাষা আৰু ভাৱ—দুয়ো দিশৰপৰা গ্ৰন্থখন অপ্ৰতিম আৰু অনুপম।

**ত্ৰিলোচন :**—ত্ৰিলোচনৰ 'পাৰ্থবিজয়' নাটকৰ কথা নাট্যদৰ্পণত চাবিবাৰ উল্লেখ আছে, য'ত অংকবিলাকৰ কথা আৰু শ্লোকও উদ্ধৃত কৰা হৈছে। ভোজ-ৰাজে 'শৃঙ্গাৰ-প্ৰকাশ'ত এই নাটকৰ দুবাৰ উল্লেখ কৰিছে য'ৰপৰা ইয়াৰ প্ৰসিদ্ধিৰ কথা জনা যায়। ৰাজশেখৰৰ পূৰ্বৰ হোৱা হেতুকে এওঁৰ সময় নৱম শতাব্দী। ন্যায়বাৰ্তিক তাৎপৰ্য টীকাত বাচস্পতি মিশ্ৰই নিজৰ গুৰু বুলি কোনোবা ত্ৰিলোচনৰ উল্লেখ কৰিছে, কিন্তু দুয়োজন একেজন ব্যক্তি বুলি কোনো উপলব্ধ প্ৰমাণ নাই। এওঁ বৌদ্ধ কবি আছিল—লোকেশ্বৰৰ ভক্ত তথা উপাসক। সুভাষিত ৰত্নকোষত এওঁৰ চাৰিটা পদ্য উদ্ধৃত আছে।

**হৰিদেৱ (১৪২৬—১৫৬৬ খৃঃ) :**—বেদভাগৱত দৰ্শনাচাৰ্য্য মহাপুৰুষ হৰিদেৱগুৰু অসমৰ অগ্ৰণী বৈষ্ণৱ ধৰ্মপ্ৰচাৰক আৰু সত্ৰানুষ্ঠান তথা জনশিক্ষাৰ বাটকটিয়া। ১৪৫৩ খৃঃ ত অসমৰ আদি সত্ৰ বহৰিসত্ৰ স্থাপন কৰি অসমী আইৰ বুকুত জনকল্যাণৰ বাবে বৈষ্ণৱ ধৰ্মৰ বিমল অমৃতধাৰা বোৱায় দিয়ে। তেওঁ অশ্বক্লান্তৰ জনাৰ্দন মন্দিৰত জনৈক সন্ন্যাসীৰ ওচৰত চিৰাচৰিত প্ৰথামতে শৰণ-দীক্ষা গ্ৰহণ কৰি নানা তীৰ্থ পৰ্য্যটন কৰাৰ পিছত বৈষ্ণৱ ধৰ্মৰ প্ৰচাৰত প্ৰবৃত্ত হয়। কোচবিহাৰৰ মহাৰাজ নৰনাৰায়ণে হৰিগুৰুৰ ওচৰত শৰণ-দীক্ষা গ্ৰহণ কৰি তোৰ্ষা নদীৰ পাৰত হৰিপুৰ সত্ৰ পাতি দিয়ে। মহাৰাজ নৰনাৰায়ণে পাতি দিয়া একমাত্ৰ এইখনেই কোচবিহাৰৰ প্ৰাচীন সত্ৰ। বৰ্তমানেও তাত ট্ৰাষ্টবোৰ্ডৰদ্বাৰা নিয়োজিত পূজাৰীৰ দ্বাৰা শালগ্ৰামৰ নিত্যপূজা চলি আছে।

এইজনা ধৰ্মগুৰুৱে সংস্কৃতত আৰু প্ৰাচীন কামৰূপী অসমীয়া ভাষাত শৰণ-সিদ্ধান্ত, ভক্তিৰস-তৰঙ্গিণী, সম্পূৰ্ণ সংস্কৃতত ৰামাভিষেক নাটক আৰু বহুতো সংস্কৃত স্তোত্ৰ লিখি থৈ যায়।

এইজনা মহাপুৰুষে ভাগৱতী বৈষ্ণৱ ধৰ্ম তথা হৰিনাম ধৰ্ম প্ৰচাৰৰ বাবে বৈদিক নিত্য নৈমিত্তিক কৰ্মৰ লগতে নাম-কীৰ্তনৰ ব্যৱস্থা কৰাৰ উপৰিও ভাগৱত পঠন-কথন প্ৰণালী, অন্যান্য শাস্ত্ৰৰ ব্যাখ্যা প্ৰণালী, নাট-ভাওনাৰ প্ৰচলন আদি কৰি থৈ যায়।

শংকৰদেৱ ( ১৪৪৯—১৫৬৯ খৃঃ ) ঃ—অসমৰ আন এজনা বৈষ্ণৱধৰ্ম প্ৰচাৰক শংকৰদেৱৰ জন্ম হয় বৰদোৱাৰ ওচৰৰ আলিপুখুৰীত। তেওঁ অসমত নৱ বৈষ্ণৱ ধৰ্ম প্ৰচাৰ কৰি জনসমাজক ভক্তিমাৰ্গ দেখুৱায়। তেওঁ বহুতো ধৰ্ম গ্ৰন্থ অসমীয়াত ৰচনা কৰাৰ উপৰিও সংস্কৃতত "ভক্তিৰত্নাকৰ" আৰু বহুতো স্তোত্ৰ ৰচনা কৰি জনসমাজত সমাদৃত হয়।

ভট্টদেৱ ( ১৫৫৮—১৬৩৮ খৃঃ ) ঃ—অসমৰ বৈষ্ণৱধৰ্ম প্ৰচাৰক দেৱ দামোদৰ গুৰুৰ প্ৰধান শিষ্য ভট্টদেৱৰ জন্ম হয় বৰনগৰৰ ওচৰৰ ভেবাগ্ৰামত। তেওঁৰ আচল নাম বৈকুণ্ঠনাথ ভট্টাচাৰ্য্য। ভট্টদেৱে 'বিষ্ণু সহস্ৰ নাম' পুথিত নিজৰ যি বংশ পৰিচয় দিছে তাৰপৰা জনা যায়—শ্ৰীচন্দ্ৰভাৰতী তেওঁৰ পিতামহ। তেওঁৰ পিতৃ কবি সৰস্বতী বিখ্যাত পণ্ডিত আছিল। তেওঁৰ ব্যাকৰণ, কাব্য, স্মৃতি, ভগৱত, দৰ্শন আদিত বিশেষ ব্যুৎপত্তি থকা গুণে বহুতো ধৰ্মীয় তথা দাৰ্শনিক গ্ৰন্থ প্ৰণয়ন কৰি যি অৱদান দি গ'ল সি চিৰস্মৰণীয়। ভট্টদেৱে সংস্কৃতত ভক্তি-সাৰ, ভক্তি-বিবেক, ভাগৱত-অধিকৰণ আৰু শৰণ-মালিকা ৰচনা কৰি অসমৰ বৈষ্ণৱ-ধৰ্মৰ ভেটি সুদৃঢ় কৰাত যথেষ্ট অৰিহণা যোগায়।

আনন্দৰাম বৰুৱা ( ১৮৫০—১৮৮৯ খৃঃ ) ঃ—আনন্দৰাম বৰুৱাৰ জন্ম হয় উত্তৰ গুৱাহাটীত। চৈধ্যবছৰ বয়সতে সুমেধাসম্পন্ন আনন্দৰাম বৰুৱাই পিতাকৰ যত্নত এজন সংস্কৃত পণ্ডিতৰ তত্ত্বাৱধানত সংস্কৃত ভাষাত বিশেষ ব্যুৎপত্তি লাভ কৰি 'অমৰকোষ'খন মুখস্থ কৰি পেলায় আৰু সেই সময়তেই এণ্ট্ৰেন্স পৰীক্ষাও পাছ কৰে।

আনন্দৰাম বৰুৱাই ১৮৬৬ চনত এফ. এ. পৰীক্ষাত প্ৰথম বিভাগত উত্তীৰ্ণ হৈ গণিতত 'দাফ্ জলপানী' লাভ কৰে আৰু ১৮৬৯ চনত কলিকতা বিশ্ববিদ্যালয়ৰ, বি. এ. পৰীক্ষাত প্ৰথম বিভাগত উত্তীৰ্ণ হয়। বৰুৱাদেৱে বছৰি ৩০০ পাউণ্ড 'গিলক্ৰাইষ্ট জলপানী' লাভ কৰি উচ্চ শিক্ষাৰ বাবে ১৮৬৭ চনত ইংলণ্ডলৈ যাত্ৰা

কৰে আৰু ১৮৭০ চনত আই. চি. এচ. আৰু লণ্ডন বিশ্ববিদ্যালয়ৰপৰা বি. এচ. চি. পৰীক্ষা পাছ কৰে। বৰুৱাদেৱ আছিল প্ৰথম অসমীয়া স্নাতক, প্ৰথম অসমীয়া বেৰিষ্টাৰ আৰু প্ৰথম অসমীয়া চিভিলিয়ান।

১৮৭২ চনত বৰুৱাদেৱে ইংলণ্ডৰপৰা ঘূৰি আহি শিৱসাগৰত 'এচিষ্টেণ্ট কমিচনাৰ' পদত নিযুক্তি পায় আৰু এবছৰ পিছত বঙ্গদেশলৈ বদলি হৈ জীৱনৰ শেষ চোৱা তাতেই অতিবাহিত কৰে।

বৰুৱাদেৱৰ সংস্কৃতৰ জ্ঞান আছিল অতি গভীৰ। তেওঁ 'English-Sanskrit Dictionary', 'Higher Sanskrit Grammar', মহাবীৰ চৰিত্ৰৰ 'জানকী-ভাষ্য', Bhababhuti and his place in Sanskrit Literature', 'নানাৰ্থসংগ্ৰহ', 'সৰস্বতীকণ্ঠাভৰনম্', 'ধাতুকোষ', 'ধাতুবৃত্তিসাৰ' আদি গ্ৰন্থসমূহ ৰচনা তথা সম্পাদনা কৰি সংস্কৃত সাহিত্যৰ ভঁড়াল টনকীয়াল কৰি থৈ যায়। তেওঁৰ অগাধ পাণ্ডিত্যৰ কথা সুধী সমাজে চিৰদিন স্মৰণ কৰি থাকিব।

॥ অন্ত ॥

## ।। সহায় লোৱা গ্ৰন্থসমূহ ।।


১। History of Sanskrit Literature—Macdonell.

২। History of Literature—Winternitz

৩। History of classical Sanskrit Literature

—M Krishnamachariar.

৪। History of Classical Sanskrit Citerature

—Gaurinath Sastri.

৫। Introduction to India Philosophy

—Radhakrishnan.

৬। संस्कृत साहित्य का संक्षिप्त इतिहास—वाचस्पति गैरोला।

৭। संस्कृत साहित्य का इतिहास—बलदेव उपाध्याय।

৮। বেদৰ পৰিচয়—ডঃ যোগীৰাজ বসু।

৯। সংস্কৃত সাহিত্যৰ ৰূপৰেখা—ডঃ বিমানচন্দ্ৰ ভট্টাচাৰ্য্য।

১০। উপমা কালিদাসস্য—ডঃ মুকুন্দমাধৱ শৰ্মা।

১১। संस्कृत साहित्येतिहास—आचार्य रामचन्द्र मिश्र।

১২। Religion of the Rigveda—H D Griswold

১৩। History of Ancient Sanskrit Literature

—Max Muller

১৪। Historical and Literary Inscriptions

—Dr Rajbali Pandeya.

১৫। Kamrup Sasanavali —Padmanath Bhattacharya


---